

প্ৰকাশক ঃ
গিৰিপদ চৌধুৰী
বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
পাণবজাৰ
গুৱাহাটী- ৭৮১ ০০১

শাখা ঃ
পাঠশালা-৭৮১ ৩২৫
বৰপেটা
১০ কৈলাশ বোস ষ্ট্ৰীট
কলকাতা-৭০০০ ০০৬

প্ৰথম প্ৰকাশ ঃ ২০০০
দ্বিতীয় প্ৰকাশ ঃ ২০০৩

বেচ ঃ
এশ টকা মাত্ৰ
পুথি ভঁৰাল সংস্কৰণ ঃ এশ দহ টকা

বেটুপাত ঃ
শ্ৰী ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচায
গুৱাহাটী-৩

ছপা ঃ
কালাৰ আছাম
৩১ উদ্যোগপাম, বামুণীমৈদাম,
গুৱাহাটী-৭৮১ ০২১



# উপোদ্‌ঘাত

অসমীয়া ভাষা-সংস্কৃতিৰ শ্ৰদ্ধ অনুষ্ঠান সদৃশ ত্ৰৈলোক্যনাথ গোস্বামীৰ বৰঙণি বহু দিশ বিস্তাৰিত। অসমীয়া সাহিত্যৰ প্ৰায়বোৰ দিশতে তেওঁৰ অৱদান তাৎপৰ্যপূৰ্ণ। কবিতা, নাটক, গল্প সাহিত্যৰ বাহিৰেও বিগত অৰ্ধ শতিকাত এইগৰাকী পণ্ডিতে অভিজ্ঞাপিত কলাৰ বিশেষকৈ নন্দনতত্ত্বৰ আলোচনাৰ নভোমণ্ডলত সৰ্বাধিক আৰু অৰ্থপূৰ্ণ বৰঙণি আগবঢ়াইছে। *সাহিত্য আলোচনা, ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত তাৰ প্ৰভাৱ, নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য, আধুনিক গল্প সাহিত্য, সাহিত্য কলা আৰু তাৰ বিচাৰ* আদি নিৰ্মিতি ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ নন্দনতত্ত্ব সাধনাৰ সাৰ্থক নিদৰ্শন। 'কাহিনিবিজ্ঞানী' গোস্বামীদেৱে কাহিনি বিজ্ঞানৰ বাহিৰেও সাহিত্যৰ আন আন দিশতো তাৎপৰ্যপূৰ্ণ অৱদান আগবঢ়াইছে সঁচা; কিন্তু কাহিনিবিজ্ঞান বা নন্দনতত্ত্বৰ ক্ষেত্ৰত তেওঁ যি অননুপম কৃতিত্ব প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে সিয়েই গোস্বামীৰ নাম নিৰৱধিকাল আৰু বিপুলা পৃথিৱীত কালজয়ী কৰিবৰ বাবে যথেষ্ট। স্বৰূপাৰ্থত ত্ৰৈলোক্যনাথ গোস্বামীদেৱেই অসমীয়া ভাষাত সমালোচনাৰ তত্ত্বীয় আৰু পদ্ধতিগত উভয় দিশৰ ওপৰত সন্ধানী দৃষ্টি সম্পাত কৰি সাৰ্থক আৰু উৎকৃষ্ট গ্ৰন্থ স্ৰষ্টাৰ খ্যাতি আৰু কীৰ্তি অৰ্জনকাৰী পণ্ডিত। তেওঁৰ নিচিনাকৈ কোনো অসমীয়া পণ্ডিতেই কাহিনিবিজ্ঞানত নিয়ত আৰু নিৰৱচ্ছিন্নভাৱে ব্ৰতী হোৱা নাই।

গোস্বামীদেৱ একবাকী সমাজ সচেতন সৃষ্টিধৰ্মী কথা-শিল্পী অকণ, মৰীচিকাৰ শিল্পীৰ জন্ম, জীৱনৰ জাঁয়া জুই আদি গল্প সংকলন কেইটিত সন্নিবেশিত গল্পবাজিৰ জৰিয়তে নিৰ্মাতা গোস্বামীৰ সমাজ সচেতন মনৰ পৰিচয় পোৱা যায়—সম্যকভাৱে। গোস্বামীৰ অভিনৱ সৃষ্টি জায় মানুহ সমাজৰ জীয়া সমস্যাৰ খান্ধা বাংময় উপন্যাস। সমাজ জীৱনৰ অভিশাপ স্বৰূপ দুৰ্নীতিৰ বিৰুদ্ধে বক্ৰোক্তিৰূপ শাণিত অস্ত্ৰেৰে সংগ্ৰাম ঘোষণা কৰিছে প্ৰকৃত সামাজিক মূল্যবোধ প্ৰতিষ্ঠাৰ অৰ্থে। তেওঁ কবিতা, নাটক আদিও ৰচনা কৰিছে। গোস্বামীৰ প্ৰায়খিনি কবিতাই জীৱন আৰু সমাজমুখী। গতিশীল সমাজৰ বাবে অপ্ৰয়োজনীয় আৰু অনুপযোগী মূল্যবোধৰ সমূলোৎপাট কৰি প্ৰয়োজনীয় আৰু সময়োপযোগী মূল্যবোধ প্ৰতিষ্ঠা প্ৰয়াসৰ আকাংক্ষা ধ্বনিত হৈছে তেখেতৰ প্ৰায়বিলাক কবিতাত। আধুনিক জীৱনৰ জটিল মানসিকতা আৰু সামাজিক অবস্থাৰ বাংময়ৰূপ তেখেতৰ 'চয়তানৰ স্বপ্ন' নামৰ কবিতাটি। ৰাজনৈতিক শোষণৰ আতিশয্যৰ পৰিণতিত সৃষ্টি হোৱা দন্দুৱা-দ্ৰোহত জাতীয় চেতনা আৰু শোষণ মুক্ত হোৱাৰ প্ৰৱণতা বৰ্তমান। ৰাজনৈতিক আৰু আৰ্থীয় শোষণৰ পৰিণতিত যে দুন্দুৱাদ্ৰোহে ভয়াবহ ৰূপ ধৰি উঠিছিল তাত সন্দেহ নাই হৰদত্ত-বীৰদত্তৰ নেতৃত্বত কামৰূপীয় প্ৰজাৰ ৰাজনৈতিক বিপ্লৱ আত্মপ্ৰতিষ্ঠাৰ সশস্ত্ৰ প্ৰচেষ্টা। সেই প্ৰচেষ্টা আন দিশৰপৰা প্ৰশংসনীয় নহ'লেও ঐতিহাসিক আৰু ৰাজনৈতিক দিশৰ ফালৰপৰা নিশ্চিতভাৱে প্ৰশংসনীয় আত্মবিস্মৃত বা আত্মপ্ৰতিষ্ঠাৰ বাবে প্ৰচেষ্টাহীন জনগোষ্ঠী বা জাতি এটাক জগাই তোলাৰ আকাংক্ষাৰে যে গোস্বামীয়ে দন্দুৱা-দ্ৰোহৰ বিষয়বস্তুক দৃশ্য শ্ৰব্য ৰূপ দিছে তাত সন্দেহ নাই।

মননশীল, বিশ্লেষণশীল আৰু তত্ত্বীয় প্ৰবন্ধ নিবন্ধ ৰচনাতো যে, গোস্বামীদেৱ কাঠিকৰ আছিল তাৰ প্ৰকৃষ্ট নিদৰ্শন সমুদ্ৰ-মন্থন, চিন্তা তৰংগ আদি গ্ৰন্থ। নিৰ্ভীকতা নিৰপেক্ষতা যুক্তিনিষ্ঠতা, প্ৰাঞ্জলতা আদি বিবিধ গুণেৰে তেওঁৰ গ্ৰন্থৰাজি ঋদ্ধ।

গোস্বামীৰ অন্য ৰচনা অতীতৰ কথা উপন্যাসোপম আত্মজীৱনী। অন্যপ্ৰকাৰে ইয়াক স্মৃতিলেখাও আখ্যা দিব পাৰি। সাহিত্যৰ বিভিন্ন ৰূপৰ ভিতৰত সাৰ্থক আৰু বিশ্বাসযোগ্য আত্মস্মৃতি বিজড়িত গ্ৰন্থ প্ৰণয়ন কৰা অতিকে টান। আত্মনিষ্ঠ বা ব্যক্তিনিষ্ঠ ( subjective ) বিষয় বিশেষক ভাষা-ব্যঞ্জনাৰ সহায়ত বস্তুনিষ্ঠ ( objective ) ৰূপ প্ৰদানৰ বাবে বিশেষ প্ৰয়োজন নিৰপেক্ষতা, নিৰ্ভীকতা আৰু ঐতিহাসিক সচেতনতাৰ। এই তিনিটা বৈশিষ্ট্যবিহীন আত্মজীৱনী অনুগুৰিত হয় ব্যক্তিনিষ্ঠ প্ৰবন্ধত অতীতৰ কথাৰ প্ৰসংগত ইয়াৰ সাৰ্থক ব্যতিক্ৰম দেখা যায়।

দ্বিতীয়তে, গোস্বামীয়ে ব্যক্তিগত জীৱন আৰু অভিজ্ঞতাৰ ওপৰত তত্ত্বানুসন্ধান-কাৰীৰ দৃষ্টিভংগীৰে সমসাময়িক সমাজ-জীৱনৰ পৰিপূৰ্ণ আৰু বিশ্লেষণাত্মক বৰ্ণনা

পৰিবেশন কৰিছে—সমাজ-বিজ্ঞানীৰ আদৰ্শৰে। ইয়াৰ পৰিণতিত অতীতৰ কথা কেৱল আত্মজীৱনীৰ পৰিসীমাতে সীমিত নাথাকি সামাজিক ইতিহাসৰ স্তৰলৈ উত্তৰিত হৈছে। গোস্বামীৰ জন্মৰ অন্ততঃ কুৰি বছৰ পূৰ্বৰেপৰা মৃত্যুৰ সময়লৈকে প্ৰায় শতিকা বিয়পা কালৰ অসমৰ সামাজিক সাংস্কৃতিক, অৰ্থনৈতিক, শৈক্ষিক আৰু ৰাজনৈতিক জীৱনৰ সাংগোপাংগ বৰ্ণন সন্নিবিষ্ট কৰা হৈছে অতীতৰ কথাত।

গোস্বামী আছিল আদৰ্শ শিক্ষক। হাইস্কুলৰপৰা কলেজ স্তৰলৈ তেওঁ ছাত্ৰক পঢ়ুৱাইছিল আৰু সফলতাও লাভ কৰিছিল বিস্ময়কৰভাৱে। কলেজৰ প্ৰশাসনীয় কাৰ্যতো তেওঁ আছিল অতিকৈ প্ৰবীণ বিশ্ববিদ্যালয়ৰ স্তৰত বক্তৃতা প্ৰদান কৰিও তেওঁ কৃতকাৰ্যতা লাভ কৰিছিল অভূতপূৰ্বভাৱে। বিদ্যায়তনিক দিশতো তেওঁৰ বৰঙণি আছিল অতুলনীয়। নলবাৰী কলেজৰ স্ৰষ্টা আছিল গোস্বামীদেৱ। শেষলৈ সৃষ্টিয়েই হ'ল স্ৰষ্টাৰ আত্মস্বৰূপ। নিজৰ জীয়েকৰ বিয়াতকৈও যিগৰাকী কৃতবিদ্য অধ্যক্ষকে নলবাৰী কলেজৰ ওপৰত অধিক গুৰুত্ব প্ৰদান কৰিছিল তেওঁৰ বাবে কলেজখনেই আত্মস্বৰূপ হোৱা স্বাভাৱিক।

ৰাজনীতিতো গোস্বামীৰ আছিল বৈশিষ্ট্যপূৰ্ণ ভূমিকা। মানৱতাবোধৰ প্ৰতি থকা গভীৰ অনুৰক্তিয়ে ৰচনা কৰিছিল তেওঁৰ ৰাজনৈতিক জীৱনৰ পৃষ্ঠভূমি। বিভিন্ন ঘটনা চক্ৰই তেওঁক সক্ৰিয় ৰাজনীতিৰ মাজ সুমুৱাবলৈ অনাৰ প্ৰসংগত অনুকূল পৰিবেশ ৰচনা কৰিছিল। অৱশেষত অনিচ্ছা স্বত্ত্বেও তেওঁ নলবাৰী সমষ্টিৰপৰা সমাজবাদীদলৰ প্ৰাৰ্থী ৰূপে সাধাৰণ নিৰ্বাচনত নামিবলগীয়া হৈছিল।

শিক্ষাবিদ-শিক্ষাসেৱী ত্ৰৈলোক্যনাথ গোস্বামী আছিল বিশিষ্ট সমাজকৰ্মী। হাইস্কুল, কলেজ, পুথিভঁড়াল আদি স্থাপনত তেওঁ সততে আছিল আগৰণুৱা। অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশনত তেওঁ সভাপতিৰ দায়িত্ব সততা আৰু নিষ্ঠাৰে পালন কৰিছিল। ইয়াৰ বাহিৰেও সদিয়াৰপৰা ধুবুৰীলৈ আনকি অসমৰ বাহিৰতো বিভিন্ন শিক্ষা-সাহিত্য-সংস্কৃতি বিষয়ক সভা-সমিতিত তেওঁ বিশিষ্ট অতিথি বা সভাপতি ৰূপে যোগ দিছিল।

ওপৰৰ আলোচনাৰপৰা সহজে অনুমান কৰিব পাৰি যে, ত্ৰৈলোক্যনাথ গোস্বামীৰ ব্যক্তিত্ব, নিষ্ঠা, সেৱা, সাধনা আৰু প্ৰতিভা আছিল বহুমুখী। এনেহেন এগৰাকী বৰেণ্য পুৰুষ যাক প্ৰকৃতাৰ্থত 'ডয়েন' (doyen) আখ্যা দিব পাৰি তেওঁৰ পবিত্ৰ আৰু পুণ্যস্মৃতি সজীৱ কৰি ৰখাৰ প্ৰয়াস আৰু প্ৰযত্নতেই *ত্ৰৈলোক্য গোস্বামী : জীৱন আৰু কৃতি* নামৰ গ্ৰন্থখনিৰ জন্ম

অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ দিগন্তবিসাৰী প্ৰতিভাৰ সৈতে জীৱন আৰু সাধনাৰ সকলো দিশ সামৰি গ্ৰন্থ প্ৰণয়ন কৰিবলৈ হলে ইয়াৰ পৰিসৰ কেৱল এখন গ্ৰন্থ

বা এটা খণ্ডতে সীমিত নাথাকি কেইবাটিও খণ্ড (volumes) পৰ্যন্ত বিস্তৃত হোৱা নিতান্তই স্বাভাৱিক। তেনে অৱস্থাত ২৫০ বা ৩০০ পৃষ্ঠাৰ ভিতৰত লিখা এখন গ্ৰন্থৰ পৰিসৰত গোস্বামীৰ বিশাল প্ৰতিভাৰ সকলো দিশ সামৰিবলৈ গলে যে, বিন্দুত সিন্ধুৰ অস্তিত্ব উপলব্ধি কৰিব পাৰিব তাত সন্দেহ নাই। বৰ্তমান গ্ৰন্থখনৰ সংযুক্তিত কেইবাটিও একক বৰ্তমান। এই এককবোৰৰ পৰিকল্পনা নিখুঁত বা দোষবিমুক্ত নহলেও এইবোৰে গোস্বামীৰ জীৱন-সাধনা আৰু কৃতিৰ ওপৰত কিছু পৰিমাণে আলোকসম্পাত কৰিবলৈ সক্ষম হোৱা যেন লাগে। এই এককবোৰ এনে ধৰণৰ :

ক. ত্ৰৈলোক্যনাথ গোস্বামী মানুহজন
খ. ত্ৰৈলোক্যনাথ গোস্বামীৰ ব্যক্তিত্ব
গ. বন্ধুৰ দৃষ্টিৰে ত্ৰৈলোক্যনাথ গোস্বামী
ঘ. ছাত্ৰৰ দৃষ্টিৰে ত্ৰৈলোক্যনাথ গোস্বামী :
কৃতী শিক্ষক ত্ৰৈলোক্যনাথ গোস্বামী
ঙ ৰাজনীতিত ত্ৰৈলোক্যনাথ গোস্বামী
চ প্ৰাবন্ধিক ত্ৰৈলোক্যনাথ গোস্বামী
ছ. গাল্পিক ত্ৰৈলোক্যনাথ গোস্বামী
জ. কবি আৰু নাট্যকাৰ ত্ৰৈলোক্যনাথ গোস্বামী
ঝ ত্ৰৈলোক্যনাথ গোস্বামীৰ নিৰ্মিতিৰ বিভিন্ন দিশ
ট. ত্ৰৈলোক্যনাথ গোস্বামীৰ অভিভাষণ
ঠ. গোস্বামীৰ মনৰ ডুখৰীয়া ছবি আৰু
তেওঁৰ ৰচনাৱলীৰ চমু আভাস
ড. গোস্বামীৰ কেইখনমান গ্ৰন্থৰ সমালোচনা
ণ. ত্ৰৈলোক্যনাথ গোস্বামীৰ কৃতিত্ব
ত. অসমীয়া সাহিত্যত ত্ৰৈলোক্যনাথ গোস্বামীৰ স্থান
থ. ওপৰঞ্চি

প্ৰতিটো এককৰ লগত সংগতি ৰক্ষা কৰি একাধিক প্ৰবন্ধ সংযোজন কৰা হৈছে। 'ক' একক অৰ্থাৎ 'ত্ৰৈলোক্য গোস্বামী মানুহজন'ৰ বিষয়ে ড° মুকুন্দ মাধৱ শৰ্মা আৰু আৰু শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা—এই দুগৰাকী প্ৰথিতযশা সাহিত্যিকে লিখা প্ৰবন্ধ দুটিত গোস্বামীৰ জীৱন-স্মৃতি-চাৰণ কৰা হৈছে যদিও সততৰ ক্ষেত্ৰত লেখকদ্বয়ে ব্যক্তিনিষ্ঠতাৰ ওপৰত গুৰুত্ব আৰোপ নকৰি বস্তুনিষ্ঠতাৰ দিশতো প্ৰাধান্য নিদিয়াকৈ থকা নাই। ড° মুকুন্দ মাধৱ শৰ্মাই গোস্বামীৰ অনাড়ম্বৰ প্ৰিয় জীৱন, সংগীত আৰু কবিতাপ্ৰীতি, সৰ্বজনৰ প্ৰতি কৰা সুহৃদ সুলভ ব্যৱহাৰ, শিক্ষকতাৰ প্ৰতি থকা নিষ্ঠা আৰু ভক্তি আৰু

নলবাৰী সাহিত্য-সমাজৰ প্ৰতি আগবঢ়োৱা তেওঁৰ একনিষ্ঠ সেৱা আদিৰ বিষয়ে সুৰলাকৈ ৰচনা কৰিছে। ড° শৰ্মাৰ বিষয়বস্তু উপস্থাপনৰ শৈলী স্বৰূপাৰ্থত অননুকৰণীয়। শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাই গোস্বামীৰ সংগ-সান্নিধ্য, সকলোকে আপোন কৰি লব পৰা গুণাৱলী, অসম সাহিত্য সভাৰ প্ৰতি আগবঢ়োৱা তেওঁৰ অতুলনীয় অৱদান, তেওঁৰ সাহিত্যিক ৰৰঙণি আদিৰ বিষয়ে যুক্তিনিষ্ঠভাৱে আলোচনা কৰিছে।

'গোস্বামীৰ ব্যক্তিত্ব শীৰ্ষক' অনুভাগ অলংকৃত কৰিছে ড° প্ৰফুল্ল কটকী আৰু শ্ৰীহৰেন্দ্ৰ নাথ শৰ্মাৰ প্ৰবন্ধ দুটিয়ে। ড° কটকীৰ ভাষাত গোস্বামী 'বৰেণ্য পুৰুষ', 'ডয়েন' (doyen), আগশাৰীৰ সমালোচক তেওঁৰ মুখ্য চিনাকি সাহিত্যিক আৰু শিক্ষাবিদ [পৃ.১৭]। যুক্তিবাদী সাহিত্যিক ড° কটকীয়ে কেইটিমান শব্দৰ মাধ্যমেৰেই অধ্যক্ষ গোস্বামীৰ ব্যক্তিত্বৰ স্বৰূপ বৰ্ণন কৰিছে: 'উচ্চ চিন্তা আৰু সৰল জীৱন ধাৰণৰ সনাতন আদৰ্শক সাৰটিলোৱা পুৰণি 'স্কুল'ৰ লোক গোস্বামীছাৰৰ চিন্তা আৰু আদৰ্শৰ পৰিচয়···পোৱা গৈছিল।' নতুন সাহিত্যিকসকলক অনুপ্ৰাণিত কৰাৰ প্ৰসংগত গোস্বামী সততে উৎসাহী আছিল। ড° কটকীৰ ভাষাত: 'গোস্বামীছাৰৰ মনত সেই বহু কথিত 'পুৰুষভেদ'ৰ ভাবে (generation gap) বাহ বান্ধিব পৰা নাছিল, নতুন লেখকসকল সম্পৰ্কে তেওঁৰ আছিল সদায় আশাবাদী' [পৃঃ ২০]। ড° কটকীৰ প্ৰবন্ধটিত আৱেগৰ কম্পন নাই, যুক্তিৰ সংযমহে আছে। ড° কটকীৰ ভাল প্ৰবন্ধসমূহৰ ভিতৰত এই প্ৰবন্ধটোৱেও বিশিষ্ট স্থান দাবী কৰিব পাৰে।

শ্ৰীহৰেন্দ্ৰনাথ শৰ্মায়ো যুক্তিনিষ্ঠতা আৰু বিশ্লেষণশীলতাৰে অধ্যক্ষ গোস্বামীৰ ব্যক্তিত্বৰ বিভিন্ন দিশত সাৰ্থকতাৰ আলোক সম্পাত কৰিছে। শ্ৰীশৰ্মাই কম পৰিসৰৰ ভিতৰতেই অধ্যক্ষ গোস্বামীৰ আড়ম্বৰহীন, সুশংখল আৰু কৃত্ৰিমতাবিহীন জীৱনৰ আকৰ্ষণীয় বৰ্ণনা উপস্থাপন কৰিছে।

'বন্ধুৰ দৃষ্টিৰে ত্ৰৈলোক্য গোস্বামী'ৰ শিতানত প্ৰথিতযশা পণ্ডিত, লব্ধপ্ৰতিষ্ঠ কবি-সাহিত্যিক-সমালোচক অধ্যক্ষ শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱে লিখা 'মোৰ দুষাৰ' নামৰ প্ৰবন্ধটি চমু কিন্তু তাৰ মাজেৰেই প্ৰয়াত বন্ধুজনৰ প্ৰতি তেওঁ আগবঢ়োৱা 'শ্ৰদ্ধাৰ কথনা ফুলপাহ বিশেষভাৱে তাৎপৰ্যপূৰ্ণ। ডা. হৰেকৃষ্ণ গোস্বামীৰ নিবন্ধটিত ব্যক্তিনিষ্ঠতাৰ গোন্ধ থাকিলেও তেওঁ যুক্তিনিষ্ঠতাৰেও কবলৈ সক্ষম হৈছে: "আমাৰ দুয়োৰে মাজত ৰাজনৈতিক আদৰ্শৰ ফালৰপৰা মিল নাই। গোস্বামী ছ'চিয়েলিষ্ট পাৰ্টিৰ লোক আৰু মই কংগ্ৰেছ দলৰ লোক। কিন্তু দুয়োৰে বন্ধুত্ব অচল-অটল, এৰাএৰি নাই। দুয়ো একেলগে কলেজৰ কাৰণে কাম কৰিছোঁ, সাহিত্য-সমাজৰ বাবে কাম কৰিছোঁ, অসম সাহিত্য সভাৰ হকে কাম কৰিছোঁ" [পৃঃ ৩৩]।

'ছাত্রৰ দৃষ্টিৰে গোস্বামী আৰু কৃতী শিক্ষক গোস্বামী' অনুভাগত শ্ৰীঅজিত কুমাৰ শৰ্মা, ড° হৰিনাথ শৰ্মাদলৈ, ড° হেমন্ত কুমাৰ শৰ্মা, শ্ৰীহিতেশ ডেকা, শ্ৰীধৰ্মদাস চৌধুৰী, শ্ৰীবসন্ত কুমাৰ ভট্টাচাৰ্য, শ্ৰীনগেন দত্ত আৰু শ্ৰীগুণেশ্বৰ শৰ্মাই নিজা নিজ দৃষ্টিভংগীৰে কৃতবিদ্য শিক্ষক গোস্বামীৰ শিক্ষণ-পদ্ধতি আৰু তেওঁৰ মহান আদৰ্শবাজিয়ে ছাত্ৰ-ছাত্ৰীৰ জীৱনৰ ওপৰত কৰা গভীৰ আৰু ব্যাপক প্ৰভাৱৰ বিষয়ে বৰ্ণন কৰিছে—সাৱলীলভাৱে। শ্ৰীঅজিত শৰ্মাৰ দৃষ্টিত অধ্যক্ষ গোস্বামী এগৰাকী 'চিৰস্মৰণীয় শিক্ষক' (পৃ. ৩৭)। প্ৰয়াত গোস্বামীৰ বিশাল ব্যক্তিত্বৰ গভীৰ সাঁচে শ্ৰীশৰ্মাৰ জীৱনত কিদৰে ভূমিকা গ্ৰহণ কৰি আছিছে তাৰ যথাযথ বৰ্ণন দিবলৈ তেওঁ কাৰ্পণ্য কৰা নাই। অধ্যক্ষ গোস্বামীয়ে যে, তেওঁৰ ছাত্ৰ সকল আদৰ্শবান হোৱাটো কামনা কৰিছিল তাৰ উল্লেখো শ্ৰীশৰ্মাৰ প্ৰবন্ধত পোৱা যায়। প্ৰয়াত গোস্বামী আছিল স্বাধীন মনৰ আৰু ইয়াৰ বাবে যে, তেওঁ বিপদত পৰিবলগীয়া হৈছিল তাৰ আভাসো শ্ৰীশৰ্মাই দিছে। ভাল শিক্ষকৰ উপদেশ আৰু আৰ্হিৰ দ্বাৰা শ্ৰদ্ধাশীল ছাত্ৰ সকল কি দৰে প্ৰভাবান্বিত হয় আৰু তাৰ দ্বাৰা তেওঁলোকে তেওঁলোকৰ পৰৱৰ্তী জীৱনত কি দৰে আদৰ্শ আৰু কৰ্মৰ মাজত সংগতি ৰাখি জীৱন আৰু জগতত সাহস আৰু দক্ষতাৰে পদক্ষেপ কৰিবলৈ সক্ষম হব পাৰে তাৰ স্পষ্ট আভাস পোৱা যায় *আজিৰ মানুহৰ* স্ৰষ্টা শ্ৰীহিতেশ ডেকাৰ আকৰ্ষণীয় প্ৰবন্ধটিত। ড° হৰিনাথ শৰ্মা দলৈৰ প্ৰবন্ধটিত যুক্তিনিষ্ঠতাৰ অভাৱ নাই। ড° হেমন্ত কুমাৰ শৰ্মাই কম পৰিসৰৰ ভিতৰত ত্ৰৈলোক্যনাথ গোস্বামীৰ শিক্ষক জীৱনৰ বিস্ময়কৰ সাফল্যৰ বৰ্ণন উপস্থাপন কৰিছে।

ৰাজনীতিত সক্ৰিয়ভাৱে অংশ গ্ৰহণকাৰী গোস্বামীয়ে যে ৰাজনীতিক দলীয় স্বাৰ্থৰ মাধ্যম ৰূপে গ্ৰহণ নকৰি আৰ্ট বা কলা ৰূপেহে গ্ৰহণ কৰিছিল তাৰ স্পষ্ট আভাস পোৱা যায় শ্ৰীপ্ৰমোদ বৰ্মণৰ মননশীল প্ৰবন্ধটোৰ সংযোগত।

ডক্টৰ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, ডক্টৰ লীলা গগৈ আৰু শ্ৰীদীপ্তি ফুকন পাটগিৰিয়ে ত্ৰৈলোক্য গোস্বামীৰ প্ৰবন্ধবোৰৰ বিষয়ে আলোচনা কৰিছে। ড° গোস্বামীয়ে নিৰপেক্ষ আৰু বিশ্লেষণাত্মক দৃষ্টিভংগীৰে গোস্বামীৰ প্ৰবন্ধবোৰ পৰীক্ষা-নিৰীক্ষা কৰাৰ ওপৰিও পদ্ধতি আৰু বিষয়বস্তু উভয়ৰে ওপৰত ড° গোস্বামীয়ে সমানে গুৰুত্ব আৰোপ কৰিছে। প্ৰবন্ধ আৰু নিবন্ধৰ মাজত থকা সূক্ষ্ম বৈসাদৃশ্যবোৰ আঙুলিয়াই ত্ৰৈলোক্য গোস্বামীৰ প্ৰবন্ধৰাজি এই দিশৰ ফালৰ পৰা বিশ্লেষণ কৰি ড° গোস্বামীয়ে কৃতবিদ্য সমালোচকৰ ভূমিকা গ্ৰহণ কৰিছে। বিশিষ্ট সাহিত্যিক, সমালোচক আৰু কথাসাহিত্যিক ড° গগৈৰ দৃষ্টিভংগী অভিনৱ, কিন্তু আলোচনাৰ পৰিসৰ সীমিত। নতুন লিখিকা হিচাবে শ্ৰীদীপ্তি ফুকন পাটগিৰিয়ে সম্ভাৱনাৰ ইংগিত দিব পাৰিছে।

শ্ৰীচানাৰাম কলিতা আৰু ড° পৰাগ কুমাৰ ভট্টাচাৰ্যই ত্ৰৈলোক্য গোস্বামীৰ গল্পৰ স্বৰূপ আৰু তেওঁৰ গল্পত প্ৰতিফলিত হোৱা সমাজ জীৱনৰ বিষয়ে আলোচনা কৰিছে। এই প্ৰসংগত ড° ভট্টাচাৰ্যৰ চেষ্টা প্ৰশংসনীয়। শ্ৰীচানাৰাম কলিতাৰ প্ৰবন্ধই তেওঁৰ ভৱিষ্যত সম্ভাৱনাৰ ইংগিত বহন নকৰাকৈ থকা নাই। অধ্যক্ষ গোস্বামীৰ কবিতা আৰু নাটকৰ বিষয়ে দুগৰাকী সুদক্ষ সমালোচকে নিৰপেক্ষভাৱে আলোচনা কৰিছে। কবি, বিশিষ্ট সমালোচক আৰু ঔপন্যাসিক শ্ৰীসুশীল শৰ্মাই গোস্বামীৰ কবিতাৰ সন্দৰ্ভত সহানুভূতিশীল অথচ যুক্তিনিষ্ঠ সমালোচনা আগবঢ়াইছে। সমালোচনাৰ প্ৰসংগত শ্ৰীশৰ্মাই উল্লেখ কৰিছে: 'কবিয়ে আধুনিক জীৱনৰ জটিলতা আৰু তাৰ অন্তঃসাৰ শূন্যতাত প্ৰায় বিদ্ৰোহ কৰি উঠিছিল: আৰু আধুনিক ধন-দৌলতে আনি দিয়া জীৱনৰ বীভৎস আৰু কদৰ্য ৰূপত উদ্বিগ্ন হৈ উঠিছিল' [ পৃঃ ১১৬ ]। সমালোচনাৰ নভোমণ্ডলত সাৰ্থকভাৱে তাৎপৰ্যপূৰ্ণ বৰঙণি আগবঢ়াই নিজৰ স্থান নিৰ্দেশ কৰিবলৈ সমৰ্থবান ড° শৈলেন ভড়ালীয়ে কলাত্মক আৰু বিশ্লেষণাত্মক দৃষ্টিভংগীৰে অধ্যক্ষ গোস্বামীৰ একমাত্ৰ মঞ্চ সফল নাট 'পদুমী'ৰ আলোচনা দাঙি ধৰিছে। নিৰপেক্ষ সমালোচকৰ নিচিনাকৈ ড° ভড়ালীয়ে কবলৈ সংকোচ কৰা নাই: 'পদুমী' ত্ৰৈলোক্যনাথ গোস্বামীৰ পৈণত অভিজ্ঞতাৰ সৃষ্টি নহয়। কলাৰ শ্ৰেষ্ঠতাৰ বাবে গতানুগতিকতা অতিক্ৰম কৰাৰ চেষ্টা আৰু কল্পনা ইয়াত চকুত পৰা ধৰণে প্ৰতিফলিত হোৱা নাই। জীৱনৰ প্ৰথম পৰ্যায়ৰ ৰচনা হিচাপে 'পদুমী'ত সিমানখিনি আশা কৰাটোও বোধকৰোঁ সমীচীন নহ'ব' [ পৃঃ ১২০ ]।

সমালোচনা শাস্ত্ৰ-নিষ্ণাত, কবি, সাহিত্যিক, আদৰ্শ শিক্ষক ড° মহেন্দ্ৰ বৰাৰ 'কান্তিবিজ্ঞানী গোস্বামী' শীৰ্ষক প্ৰবন্ধটি বিনাদ্বিধাই ভাল প্ৰবন্ধৰ পৰ্যায়ভুক্ত কৰিব লাগিব; কিন্তু বিষয়বস্তুৰ পৰিসৰৰ অনুপাতত বেছ চুটি [ মাত্ৰ তিনি পৃষ্ঠা ]। পিছে সংক্ষিপ্ততাহে পাণ্ডিত্যৰ পৰিচায়ক। ড° বৰাই, অধ্যক্ষ গোস্বামীৰ সাদৃশ্য লক্ষ্য কৰিছে আচাৰ্য নৰেন্দ্ৰদেৱৰ লগত। তেওঁৰ ভাষাত: 'মানুহজনৰ লগত মিল আছিল, আচাৰ্য নৰেন্দ্ৰদেৱৰ। দুয়োৰে কিতাপৰ লগত একেটা ধৰণৰ সম্বন্ধ। মাথোন তথ্য-পাতি আহৰণৰ বাবে কিতাপ নপঢ়ে। পঢ়িছিল, তথ্য-পাতিৰ অন্তৰালত থকা তত্ত্বকথাৰ অন্বেষণ স্পৃহাৰে।... ...জীৱনৰ কলাৱালৰপৰা পলাই গৈ 'metaphysical villa' এটাত ঋষিৰ জীৱন যাপন কৰাৰ আদৰ্শই কোনোজনকে উদ্বুদ্ধ কৰা নাছিল" [ পৃঃ ১২৩ ]। মানুহজনৰ বিৰল ব্যক্তিত্বৰ বিষয়ে কোৱাৰ বাহিৰেও তেওঁৰ গল্পশৈলী আৰু সমালোচনাৰীতি সম্পৰ্কেও ড° বৰাই তত্ত্বীয় দৃষ্টিৰে অৱলোকন কৰিছে। গোস্বামীৰ *নন্দনতত্ত্ব: প্ৰাচ্য আৰু পাশ্চাত্য* নামৰ অদ্বিতীয় গ্ৰন্থখনৰ গুণগত আৰু কলাগত দিশৰ ওপৰত সন্ধানীৰ দৰে আলোকপাত কৰি ড° বৰাই সমীচীন মন্তব্য

প্ৰকাশ কৰিছে : "জীৱনত যদি ভেখেতে অন্য একো গ্ৰন্থ নিলিখি মাথোন এইখন গ্ৰন্থকেই লিখি থৈ গ'লহেঁতেন, তথাপি ভেখেত অমৰ হৈ বৈ গ'লহেঁতেন কেৱল এইখন গ্ৰন্থৰ ( *নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য* ) ৰচয়িতা বুলি" [ পৃঃ ১২৪ ]। ডঃ বৰাই নিৰপেক্ষভাৱেই কৈছে : "...আমি পাওঁ, অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠতম তুলনামূলক সাহিত্যতত্ত্বৰ গ্ৰন্থখন' [ পৃঃ ১২৫ ]।

আন এগৰাকী প্ৰসিদ্ধ সমালোচক ডঃ হৰিদত্ত শৰ্মাই 'ত্ৰৈলোক্যনাথ গোস্বামীৰ নান্দনিক দৃষ্টি' নামৰ বিশ্লেষণশীল আৰু মননশীল প্ৰবন্ধটিত লক্ষ্য কৰিছে যে, গোস্বামীৰ সৰহভাগ আলোচনাই কম বেছি পৰিমাণে তুলনামূলক আৰু সমন্বয়ধৰ্মী [ পৃঃ ১৩০ ]।

গোস্বামীৰ ৰচনাত ব্যংগ্যৰ স্বৰূপ আৰু ইয়াৰ সাৰ্থকতাৰ বিষয়ে শ্ৰীশশী শৰ্মাই উপস্থাপন কৰা আলোচনাটি নিশ্চিতভাৱে তাৎপৰ্যপূৰ্ণ। শ্ৰীশৰ্মাৰ ৰচনাৰীতি আৰু বিষয়বস্তু উপস্থাপন ৰীতি আকৰ্ষণীয়। শ্ৰীশৰ্মাৰ দৃষ্টিত অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ 'জীয়া-মানুহ', 'কমিউনিষ্ট অপাৰেশ্যন'ৰ ৰূপক মাথোন। শ্ৰীশৰ্মাৰ এই সংযোগকৰণ প্ৰক্ৰিয়াৰ সাৰৱত্তা নিৰ্বিচাৰে গ্ৰহণ কৰা টান। আমাৰ বোধেৰে সমাজ-জীৱনত নিৰ্বিবাদে ৰাজত্ব কৰিবলৈ সক্ষম হোৱা দুৰ্নীতি আৰু ব্যভিচাৰক ব্যংগ্য কৰাৰ পৰিণতিত 'জীয়া মানুহ'ৰ জন্ম। এই উপন্যাসখনিত ৰূপকৰ ব্যঞ্জনাতকৈ ব্যংগ্যৰ প্ৰত্যক্ষতাহে স্পষ্ট।

'গোস্বামীৰ গদ্যৰীতি' শীৰ্ষক বিস্তৃত পৰিসৰবিশিষ্ট প্ৰবন্ধটি লেখক ডঃ বাণীকান্ত শৰ্মাৰ গভীৰ পাণ্ডিত্য আৰু নিবিড় পৰ্যবেক্ষণ শক্তিৰ পৰিচায়ক। ডঃ শৰ্মাই উপযোগিতাবাদ আৰু কাৰ্যকাৰিতাবাদৰ প্ৰতি লক্ষ্য ৰাখি গদ্যৰীতিক সাধাৰণতে কেইটিমান শ্ৰেণীত বিভাজন কৰি তাৰ প্ৰয়োগ ত্ৰৈলোক্য গোস্বামীৰ গদ্যৰ প্ৰসংগত কি দৰে সাৰ্থক ভাবে কৰিব পাৰি তাৰ নিদৰ্শন দেখুৱাইছে। এই প্ৰবন্ধটি ডঃ শৰ্মাৰ অধ্যয়ন পুষ্ট মনৰ অপূৰ্ব নিদৰ্শন। ডঃ ভৃগু মোহন গোস্বামীৰ 'ত্ৰৈলোক্য গোস্বামীৰ ৰচনাত লোক-জীৱনৰ চিত্ৰ'ত পৰিপূৰ্ণতাৰ (perfection) অভাৱ স্পষ্ট। এই বিষয়টিৰ উপস্থাপনৰ প্ৰসংগত থকা সম্ভাৱনাৰ যথোপযুক্ত প্ৰয়োগ ডঃ গোস্বামীয়ে কৰিব পৰা নাই। শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীৰ 'ত্ৰৈলোক্যনাথ গোস্বামীৰ অভিভাষণ'ত কেৱল অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনত পঠিত অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ অভিভাষণ দুখনৰহে সমালোচনা আগবঢ়োৱা হৈছে ভাষাৰ মিতবাক সংযমেৰে। শ্ৰীজীৱন পাঠকৰ আলোচনাটিয়ে ন-লিখকৰ বৈশিষ্ট্যপূৰ্ণ সম্ভাৱনাৰ স্বাক্ষৰ বহন কৰিছে।

ডঃ বসন্তকুমাৰ দেৱ গোস্বামী আৰু শ্ৰীউষা গোস্বামীৰদ্বাৰা ৰচিত প্ৰবন্ধ যথাক্ৰমে 'গোস্বামীৰ মনৰ ভুমুকীয়া ছবি' আৰু 'গোস্বামীৰ ৰচনাৱলীৰ চমু পৰিচয়' নামৰ প্ৰবন্ধ

ছটিয়ে পৰিপূৰ্ণতাৰ স্বাক্ষৰ বহন কৰিব নোৱাৰিলেও লেখক আৰু লেখিকা উভয়ে ভৱিষ্যৎ সম্ভাৱনাৰ স্বাক্ষৰ বহন কৰিছে।

শ্ৰীদেবেন্দ্ৰনাথ শৰ্মাৰ 'জীয়া-মানুহ' শীৰ্ষক প্ৰবন্ধটি অধ্যয়নপুষ্ট মন আৰু নিবিড় পৰ্যবেক্ষণ ক্ষমতাৰ নিদৰ্শন। শ্ৰীগোলকেশ্বৰ গোস্বামীৰ 'সাহিত্য-আলোচনা', শ্ৰীজ্যোতিষ ভাগৱতীৰ 'অতীতৰ কথা' আৰু মঃ বৌচান আলীৰ 'চিন্তা-তৰংগ' নামৰ আলোচনা কেইটিৰ জৰিয়তে লেখক কেইজনৰ সূক্ষ্ম বিচাৰ শক্তিৰ পৰিচয় পোৱা যায়। এই প্ৰসংগত শ্ৰীজ্যোতিষ ভাগৱতীয়ে পৰিপূৰ্ণতাৰ ( Perfection ) দাবী কৰিব পাৰে। 'আত্মজীৱনী' ৰূপে অতীতৰ কথাত পৰিদৃষ্ট হোৱা দোষ-ত্ৰুটি সমূহ নিৰ্ভীকভাৱে দেখুৱাই দিবলৈ কৰা শ্ৰীভাগৱতীৰ প্ৰচেষ্টা নিশ্চিতভাৱে প্ৰশংসনীয়। মঃ বৌচান আলীৰ প্ৰবন্ধত আলোচনাৰ স্থূল থাকি যোৱা যেন লাগে।

প্ৰবীণ সাহিত্যিক আৰু শিক্ষাবিদ অধ্যক্ষ শ্ৰীপ্ৰবোধ চন্দ্ৰ গোস্বামীয়ে 'ত্ৰৈলোক্য নাথ গোস্বামীৰ কৃতিত্ব' শীৰ্ষক প্ৰবন্ধত ত্ৰৈলোক্য গোস্বামীয়ে নিজৰ নিয়ত চেষ্টা আৰু একনিষ্ঠ সাধনাৰ বলত লাভ কৰা প্ৰত্যয়ভৰা কৃতিত্বৰ সম্যক পৰিচয় দিছে বিৰল ৰচনা শৈলীৰে। নৈৰ্ব্যক্তিকতা আৰু যুক্তিনিষ্ঠতা শ্ৰীপ্ৰবোধ চন্দ্ৰ গোস্বামীৰ প্ৰবন্ধটিৰ অন্যতম আকৰ্ষণ।

অসমীয়া সাহিত্যত যে, ত্ৰৈলোক্যনাথ গোস্বামীয়ে কালজয়ী স্থান লাভ কৰিবলৈ সক্ষম হৈছে তাৰ মননশীল আলোচনা পোৱা যায় প্ৰথিতযশা সাহিত্যিক, শিক্ষাব্ৰতী অধ্যক্ষ শ্ৰীউমাকান্ত শৰ্মাৰ প্ৰবন্ধত। শ্ৰীশৰ্মাৰ এই প্ৰবন্ধটিৰে অধ্যক্ষ গোস্বামীৰ অনন্য প্ৰতিভা আৰু কালজয়ী কৃতিত্বক অসাধাৰণ ৰচনাশৈলীৰে 'epitomize' কৰিছে। যুক্তিনিষ্ঠতা আৰু নৈৰ্ব্যক্তিকতাৰে শ্ৰীশৰ্মাই যে বিষয়বস্তু উপস্থাপন কৰি সিদ্ধান্তত উপনীত হ'ব পাৰে তাৰ বলিষ্ঠ নিদৰ্শন তেওঁৰ এই প্ৰবন্ধটি। স্বৰূপাৰ্থত শ্ৰীগোস্বামী আৰু শ্ৰীশৰ্মাৰ দুয়োটি প্ৰবন্ধই গ্ৰন্থখনিৰ সৌষ্ঠৱ বৃদ্ধিত অৰ্থপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। গভীৰ পৰ্যবেক্ষণ আৰু অনুভৱৰ গাম্ভীৰ্য দুয়োটা প্ৰবন্ধৰেই অন্যতম বৈশিষ্ট্য।

'ওপৰঞ্চি'ত স্থান পোৱা দুয়োটি প্ৰবন্ধতে বস্তুনিষ্ঠতাতকৈ ব্যক্তিনিষ্ঠতাৰ ওপৰত তুলনামূলকভাৱে অধিক গুৰুত্ব দিয়াৰ প্ৰৱণতা স্পষ্ট। 'ওপৰঞ্চি' অধ্যক্ষ ত্ৰৈলোক্য গোস্বামীৰ পুৰুষনামধৰ দিয়া হৈছে। তেখেতৰদ্বাৰা ৰচিত আৰু অপ্ৰকাশিত কবিতা আৰু নাটক 'পদ্মী'ৰ ৰচনাশৈলী আৰু বিষয়বস্তুৰ আদৰ্শ হিচাবে এটা কবিতা আৰু উক্ত নাটক খনিৰপৰা এটা দৃশ্য সংযোজন কৰা হৈছে।

*ত্ৰৈলোক্য গোস্বামী : জীৱন আৰু কৃতিত্ব* সন্নিবেশ কৰিবৰ বাবে প্ৰসিদ্ধ শিক্ষাবিদ অধ্যাপক উপেন্দ্ৰনাথ শৰ্মাৰ পৰা এটা প্ৰবন্ধ অনা হৈছিল ; কিন্তু প্ৰবন্ধটো

আমাৰ হাতত নপৰা বাবে ছপা কৰিব পৰা নহ'ল। ইয়াৰ বাবে অধ্যাপক শৰ্মাদেৱৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

*ত্ৰৈলোক্য গোস্বামী : জীৱন আৰু কৃতিৰ* জন্মলগ্নত জড়িত হৈ আছে 'নলবাৰী জিলা সাহিত্য সভা'। 'নলবাৰী জিলা সাহিত্য সভা'ৰ হৈ সভাপতি শ্ৰীবসন্ত কুমাৰ ভট্টাচাৰ্যআৰু সম্পাদক শ্ৰীহেমন্ত কুমাৰ বৰ্মণৰ চেষ্টা আৰু তৎপৰতা এই প্ৰসংগত প্ৰশংসনীয়। তেখেত সকলক দিবলৈ আমাৰ একো নাই কেৱল কৃতজ্ঞতাকে বাচিছোঁ।

গ্ৰন্থখনিৰ প্ৰকাশক 'বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড'-এ গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত যি বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিছে তাৰ বাবেও আমি এই প্ৰতিষ্ঠানৰ ওচৰত ঋণী।

দ্বিতীয়তে, 'ত্ৰৈলোক্য গোস্বামী : জীৱন আৰু কৃতি'য়ে বৰ্তমানৰ ৰূপ পোৱাৰ প্ৰসংগত পোনতে ড° অতুল গোস্বামী, শ্ৰীগোকুল গোস্বামী, শ্ৰীঅম্বিকাপদ চৌধুৰী আৰু পৰম শ্ৰদ্ধেয় লেখকসকলৰ ওচৰত আমি চিৰ ঋণী। বিশেষকৈ শ্ৰদ্ধেয়-সাহিত্যিকবৃন্দৰ প্ৰবন্ধৰাজি অবিহনে এই নিৰ্মিতি বিশেষৰ জন্ম সম্ভৱ হৈ নুঠিলহেঁতেন। শ্ৰীগিৰিপদ চৌধুৰীয়েও এই প্ৰসংগত ভূমিকা গ্ৰহণ কৰিছে।

সম্পাদন কৰ্মত দোষ ত্ৰুটি থকা স্বাভাৱিক। তাৰবাবেও সদাশয় ৰাইজৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

'মুদ্ৰণিকা'ৰ কৰ্মচাৰীসকলে গ্ৰন্থখনিৰ ছপাৰ প্ৰসংগত দেখুৱা তৎপৰতাৰ বাবে তেওঁলোক আমাৰ ধন্যবাদৰ পাত্ৰ।

গ্ৰন্থখনিৰ নাম হ'ব লাগিছিল *ত্ৰৈলোক্যনাথ গোস্বামী জীৱন আৰু কৃতি*; কিন্তু দুৰ্ভাগ্যবশতঃ *ত্ৰৈলোক্য গোস্বামী : জীৱন আৰু কৃতি* ৰূপেহে ছপা হ'ল। এই অবাঞ্ছিত ক্ৰুটিৰ বাবে আমি ক্ষমা বিচাৰিছোঁ।

সহৃদয় পাঠক-পাঠিকাসকলৰ মৰম-চেনেহৰপৰা গ্ৰন্থখনি বঞ্চিত নহলেই আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব।

শান্তিপুৰ হিলচাইদ
দুৰ্গাসৰোবৰ
গুৱাহাটী- ৯
২২ ফেব্ৰুৱাৰী, ১৯৯১

[signature]

# পৰাই



ক

# ত্রৈলোক্য গোস্বামী মানুহজন

ত্রৈ. গো. জীৱন-কৃতি—১

# জয়তু অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী

## ডক্টৰ মুকুন্দমাধৱ শৰ্মা

আমি হাইস্কুলত পঢ়া কালতে তাতোকৈ বহু আগতে প্ৰকাশিত সংখ্যাসমূহকে ধৰি 'আৱাহন' পঢ়াৰ অভ্যাস এটা ৰাখিছিলোঁ। কিন্তু 'আৱাহন'ৰ পাতত ত্ৰৈলোক্যনাথ গোস্বামীৰ গল্প পঢ়ি মানুহজনৰ প্ৰতি আকৃষ্ট হোৱাৰ কথা এতিয়া মনত নপৰে। পাছলৈ বি. এ শ্ৰেণীত পঢ়ি থাকোতেহে মানুহজনৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হৈ পৰোঁ। ১৯৫০-৫২ চনত সংস্কৃতৰ অনাৰ্চ সহ বি এ. পঢ়ি থাকোতে তেখেতৰ 'সাহিত্য আলোচনা' (বৰ্তমান বাণী প্ৰকাশে পঞ্চম সংস্কৰণ ছপাইছে) নামৰ গ্ৰন্থখন প্ৰকাশিত হয়। সেই গ্ৰন্থৰে এখন লেখকৰ ব্যক্তিগত উপহাৰৰূপে মোৰ খুড়া অধ্যক্ষ তুলসীনাৰায়ণ শৰ্মাৰ হাতত পৰিছিলগৈ। নীলা বেটুপাতত এপাহ পদুমফুলৰ ছবিৰে সৈতে সেই গ্ৰন্থখন খুড়াই মোক পঢ়িবলৈ দিলে। সেই গ্ৰন্থত যেতিয়া সংস্কৃত অলংকাৰ শাস্ত্ৰৰ কথাবিলাক অসমীয়াত প্ৰাঞ্জলকৈ বুজাই দিয়া দেখা পালোঁ, বিশেষকৈ যেতিয়া ভট্টলোল্লট, শ্ৰীশংকুক আদিয়ে কৰা ভৰতৰ ৰসসূত্ৰৰ ব্যাখ্যাসমূহ 'প্ৰথমবাৰৰ বাবে' অসমীয়া ভাষাত পঢ়িবলৈ পালো, সংস্কৃতৰ ছাত্ৰ হিচাবে মই বৰ আহ্লাদিত হ'লো আৰু গ্ৰন্থকাৰজনৰ প্ৰতি মোৰ শ্ৰদ্ধা উপজিল। ১৯৫৪ চনত কলিকতাত এম এ পৰীক্ষা দি আহিলোঁ। ১৯৫৫ চনৰ এপ্ৰিলত ৰিজাল্ট ওলাল। মে মাহত সেইবছৰ নতুনকৈ আৰম্ভ কৰা অভয়াপুৰী কলেজলৈ সংস্কৃতৰ লেক্চাৰাৰ কামৰ বাবে দৰখাস্ত কৰিলোঁ। কিন্তু বিজ্ঞাপনত দিয়া সত্বেও অভয়াপুৰী কলেজত সংস্কৃত বিষয়টো আৰম্ভ নকৰিলে। গতিকে মোৰ নিয়োগ নহ'ল। জুলাই মাহত একেলগে দুঠাইত নিযুক্তি পালোঁ, যোৰহাটৰ দেৱীচৰণ বৰুৱা ছোৱালী কলেজত আৰু নলবাৰী কলেজত। প্ৰথমখন সেইবছৰ আৰম্ভ কৰিবহে। গতিকে মই নলবাৰীলৈকে যাবলৈ ইচ্ছা কৰিলোঁ। স্থানীয় মানুহ হিচাবে নতুন কলেজখনৰ প্ৰতি মোৰ এটা দায়িত্ব আছিল সঁচা। তথাপি নলবাৰীলৈকে যাবৰ বাবে মোৰ আগ্ৰহ দেখি কলেজ পৰিচালনা সমিতিৰ সভাপতি ৰাধানাথ ফুকনদেৱে মোক বাধা নিদি বৰং নলবাৰীলৈ যাবলৈকেহে উৎসাহ দিলে। ২।৮।৫৫ তাৰিখে নিশা চাৰে এঘাৰ মান বজাত নলবাৰীত উপস্থিত হৈ নিশাটো 'মাজু ডেকা' বোলা এজনৰ খেৰ-বাঁহৰ, বেৰ নিলিপা, মাটিৰ ভেটিৰ 'হোটেল' এটাত থাকি পিছদিনা পুৱা ৮ বজাত অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীদেৱক ঘৰতে দেখা কৰিবলৈ গ'লোঁ। অধ্যক্ষৰ ঘৰ কোনটো সুধি সুধি একেবাৰে শেষত যিজনক সুধিলোঁগৈ তেখেত হ'ল 'ডাঙৰ গোসাঁই' প্ৰতাপ চন্দ্ৰ গোস্বামীদেৱ। তেখেতৰ

জ্যেষ্ঠপুত্ৰ শ্ৰীমান প্ৰফুল্ল গোস্বামী এসময়ত যোৰহাটত আছিল। খুৰাক শৰৎ চন্দ্ৰ গোস্বামীৰ লগত থাকি যোৰহাটতে পঢ়িছিল। আমাৰ পৰিয়ালৰ লগত বৰ ভাল সম্পৰ্ক আছিল। সেই সূত্ৰে আমি আগৰেপৰাই শ্ৰীমান প্ৰফুল্ল গোস্বামীক মামা বুলি মাতোঁ। 'ডাঙৰ গোসাঁই'ক লগ পোৱাৰ পাছত, মই দেখা কৰিবলৈ যোৱা অধ্যক্ষজনে যে একে পৰিয়ালৰে সেই কথা জানি মোৰ মনলৈ এটা নতুন উৎসাহ আহিল। অধ্যক্ষ গোস্বামীজন বা মোৰ প্ৰতি অনুকূল হয়নে নহয় এই ভাবি মোৰ মনত এটা শংকা আছিল। তেখেতে যেতিয়া নিজৰ স্বভাৱসুলভ হাঁহি আৰু গলগলীয়া মাতেৰে মোৰ লগত নিতান্ত ঘৰুৱাভাৱে কথা পাতিলে তেতিয়া মই নিজকে নিজে ক'লোঁ : 'আশংকসে যদগ্নিংতদিদং স্পৰ্শক্ষমং ৰত্নম' (শকুন্তলা, ১ম অংক)— 'যাক তুমি অগ্নি বুলি শংকা কৰি আছিলা সেইয়া হাতেৰে স্পৰ্শ কৰিব পৰা ৰত্নহে'। তেতিয়াৰ দিনত চাকৰিৰ বাবে কেৱল আবেদন পত্ৰৰহে বিচাৰ কৰা হয়। সাক্ষাৎকাৰ লোৱা নহয়। অধ্যক্ষদেৱে মোক ক'লে : 'তোমাৰ নামটো চায়েই আমি তোমাক নিযুক্তি দিলোঁ'। এই কথাৰ পৰা ধাৰণা হ'ল যে মানুহজনৰ সংগীত আৰু কবিতাৰ প্ৰতি আগ্ৰহ আছে। তেখেতে উপদেশ দিলে : 'হোটেলত থাকিব নালাগে। আমাৰ কলেজৰ এটা কোঠাত উমা শৰ্মা, বীৰেন চক্ৰৱৰ্তী আৰু কৃষ্ণ বৰা থাকে। তুমিও তাতে থাকিবা।' তেতিয়াৰপৰা ওঠৰ মাহ নলবাৰী কলেজত কাম কৰিলোঁ। সেই সময়ছোৱাত এনে ধাৰণা হৈছিল যে, অধ্যক্ষ গোস্বামীদেৱ আমাৰ কেৱল 'বচ্'ই নহয়, তেওঁত আছিল অভিভাৱক, উপদেষ্টা, সহকৰ্মী আৰু সহৃদয় বন্ধুও। এই ওঠৰমাহত তেখেতৰ সান্নিধ্যত থাকি বহুতো ভাল কথা শিকিলোঁ। যাৰ সুফল যোৱা ৩৪ বছৰে ভোগ কৰি আছোঁ।

অধ্যক্ষ গোস্বামীদেৱৰ বাবে কলেজখন আছিল নিজৰ ঘৰৰ দৰে। নিজৰ ঘৰৰ উন্নতিৰ বাবে কৰাৰ দৰেই কলেজৰ উন্নতিৰ বাবেও তেওঁ কাম কৰিছিল। খুব কম খৰচত কলেজৰ ঘৰটো বঢ়াব লাগে। সেইবাবে আন ঠিকাদাৰক কাম নিদি ঘৰ সজা কাম কলেজে নিজে কৰিছিল। এই কামৰ বাবে বিশেষ দায়িত্ব দিছিল আন এজন মহান ব্যক্তি ঈশ্বৰ বৰুৱাক। ঈশ্বৰ বৰুৱা বৰ্তমান (১৭.৬ ৮৯ তাৰিখ) অসমৰ বিধান সভাৰ অধ্যক্ষ পুলকেশ বৰুৱাৰ পিতৃ। সেই সময়ত কলেজৰ ঘৰ সাজোঁতে কাঠৰ কেঁচী ওপৰলৈ তোলা কামত হোষ্টেলত থকা ছাত্ৰ আৰু কলেজৰ কোঠাত থকা আমি অধ্যাপক চাৰিজনে কায়িকভাৱে সহায় কৰি দিছিলোঁ আৰু লগতে আনকি ঈশ্বৰ বৰুৱা আৰু অধ্যক্ষই নিজেও সেই কামত যোগ দিছিল। অধ্যক্ষ গোস্বামী কলেজত থাকিবলগীয়া সময়তকৈ সৰহ সময় থাকে। কলেজ ছুটী হোৱাৰ পিছত কলেজৰ গাতে লগা ভলিবল খেলা ঠাইত কলেজৰ ছাত্ৰ আৰু মোকে ধৰি দুই এজন অধ্যাপকে ভলি খেলোঁ। কেতিয়াবা অধ্যক্ষই নিজে খেলে কেতিয়াবা অলপ দূৰতে থকা খেল পথাৰ

এখনত একেখিনি ছাত্ৰ আৰু অধ্যাপক কৃষ্ণ বৰা আৰু মই ফুটবল খেলোঁ। অধ্যক্ষই দৰ্শকৰূপে থাকি খেলাত উৎসাহ দিয়ে।

নিজৰ সহকৰ্মী অধ্যাপক আৰু কাৰ্যালয় সহায়ক আৰু আনকি চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীৰ লগতো অধ্যক্ষৰ ব্যৱহাৰ বৰ সুহৃদ সুলভ আছিল। তেতিয়াৰ এজন ফিলচফিৰ অধ্যাপক বঙলা ভাষী মানুহ আছিল, কলেজৰপৰা তিনি কিলমিটাৰমান দূৰত এটা সাধাৰণ ঘৰ ভাৰা কৰি আছিল। অৱস্থা ভাল নাছিল। তেনে সহকৰ্মীৰ ঘৰলৈ প্ৰায়ে নিজে গৈ অধ্যক্ষই সুখ দুখৰ খবৰ লৈছিলগৈ। আৰু এনে যাত্ৰাত আন অধ্যাপক দুই চাৰিজনক লগত লৈ গৈছিল। এবাৰ উক্ত অধ্যাপকৰ ঘৰলৈ অধ্যক্ষৰ লগত মই নিজেও গৈছিলোঁ। সেইদৰেই চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী এজনৰ ঘৰত হোৱা মাক নে পিতাকৰ শ্ৰাদ্ধলৈ অধ্যাপকসকলক লৈ অধ্যক্ষও গৈছিল।

সাধাৰণতে অন্য অধ্যক্ষই কেৱল প্ৰশাসনীয় কামহে কৰে; শ্ৰেণীত গৈ নপঢ়ুৱায়। কিন্তু অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীয়ে নিয়মীয়াকৈ শ্ৰেণীত গৈ পঢ়ুৱাইছিলোঁ। তেতিয়াৰ দিনত ইংৰাজীৰ অধ্যাপক পাবলৈ বৰ টান। কেতিয়াবা কোনো এজন ইংৰাজীৰ অধ্যাপক আহিলেও ২/৩ মাহ থাকি অন্য কলেজলৈ গুচি যায়। নলবাৰীৰ জনক হয়তো মাহে দহ-বিশ টকা দৰমহা বেছি দি অন্য এখন সাহায্যপ্ৰাপ্ত কলেজে লৈ যায়। সেইবাবে অধ্যক্ষ গোস্বামীয়ে প্ৰায়ে প্ৰথম বাৰ্ষিকৰপৰা চতুৰ্থ বাৰ্ষিকলৈ চাৰিটা শ্ৰেণী অকলে পঢ়াবলগীয়া হয়। তাতে টেষ্ট পৰীক্ষা পৰিলে বহীখিনিও নিজেই চাবলগীয়া হয়। আনি চাৰিজন কলেজত দিনে নিশাই থাকোঁ। গতিকে কলেজ ছুটিৰ পিছতো অধ্যক্ষক বহুত দেৰীলৈ পাওঁ। তেনেকৈ লগ পাওঁতে অধ্যক্ষই এবাৰ মোক ক'লে: "শগা চাৰিটাকৈ ক্লাছ অকলে লৈ বৰ টান পাইছোঁ। তুমি আই এ. শ্ৰেণীৰ ক্লাছ কেইটামান লৈ দিব নোৱাৰা নে?" মই ক'লোঁ: "পাৰিম, উইথ্ প্লেজাৰ' তেতিয়াৰপৰা কেইমাহমান সংস্কৃতৰ লগতে ইংৰাজীও পঢ়ুৱালোঁ। মোক দিয়াৰ কাৰণ হ'ল, মই হোষ্টেলৰ ওচৰতে কলেজৰ এটা কোঠাতে থাকোঁ, হোষ্টেলতে খোৱা বোৱা কৰোঁ, গতিকে হোষ্টেলৰ ২/৩ জনমান ছাত্ৰক আজৰি সময়ত ইংৰাজী পঢ়ুৱাই দিওঁ। এই কথাবো খবৰ অধ্যক্ষই নৰখাকৈ থকা নাছিল। মই শ্ৰেণীত পঢ়াবলৈ লোৱাৰ কেইমাহমানৰ মূৰত এজন উৰিষ্যাৰ মানুহ ইংৰাজীৰ অধ্যাপক হৈ আহিল। আমাৰ লগতে কলেজৰ এটা কোঠাতে থাকিবলৈ ল'লে। মই ইংৰাজী পঢ়ুৱাৰপৰা অব্যাহতি পালোঁ। কিন্তু ২/৩ মাহমান থাকি এই অধ্যাপকজনো অন্যঠাইলৈ গুচি গ'ল। অধ্যক্ষই আকৌ মোকেই সুধিলে: "ক্লাছ কেইটামান লৈ দিব পাৰিবা নে?" মইও একেই উত্তৰ দিলো: "পাৰিম, উইথ প্লেজাৰ"। এইবাৰ ১৯৫৭ চনৰ ফেব্ৰুৱাৰী মাহত নলবাৰী কলেজ এৰি অহালৈকে ইংৰাজী পঢ়ুৱালোঁ। মই কোনো দিন লিখিত

ভাৱেই হওক বা মৌখিকভাৱেই হওক ইংৰাজী পঢ়ুওৱাৰ বাবে কোনো অতিৰিক্ত বানচ বিচৰা নাছিলোঁ। দ্বিতীয়বাৰ কিন্তু মহানুভৱ অধ্যক্ষ গোস্বামীয়ে নিজেই পৰিচালনা সমিতিৰ অনুমোদনক্ৰমে মোক মাহে পঞ্চাশ টকা বানচ দিবলৈ ব্যৱস্থা কৰিলে।

অধ্যক্ষ ত্ৰৈলোক্য গোস্বামী বৰ সংগীতপ্ৰিয় লোক আছিল। তেখেতৰ অগ্ৰজ শশী গোস্বামীদেৱ বৰ উচ্চ শ্ৰেণীৰ ধ্ৰুপদ গায়ক আছিল। এবাৰ নলবাৰী কলেজত সন্ধ্যা তেখেতৰ ধ্ৰুপদ গানৰ বৈঠক বহিছিল। অধ্যক্ষ গোস্বামীৰ উদ্যোগত মই থকা সময়তে নলবাৰী কলেজৰ ঘৰটোতে এটা সংগীত বিদ্যালয় খোলা হ'ল। তাৰে দুটা শ্ৰেণী, এটা শ্ৰেণী কম বয়সীয়া ল'ৰাবিলাকৰ বাবে আৰু আনটো শ্ৰেণী অলপ বয়সীয়া মানুহৰ বাবে। কম বয়সীয়াৰ শ্ৰেণীটোত থাইকৈ হোষ্টেলৰ ভালে কেইজন ছাত্ৰই শিকিবলৈ ললে আৰু বয়সীয়াৰ শ্ৰেণীত ছাত্ৰ হ'লো মই, অধ্যাপক উমা শৰ্মা (পিছলৈ অধ্যক্ষ), অধ্যাপক কৃষ্ণ বৰা, আৰু সমাজ কৰ্মী (বৰ্তমান স্বৰ্গীয়) দুৰ্গা বাজাজ। আমাৰ শিক্ষক আছিল কালীকান্ত ঝা নামৰ এজন বিহাৰী সংগীতজ্ঞ। কলেজ ছুটীৰ পিছতো বহু দেৰীলৈ থাকি অধ্যক্ষই সংগীত বিদ্যালয়ৰ পাঠদান ভালদৰে চলিছে নে নাই তাৰ ভু লৈহে ঘৰলৈ গৈছিল। আমাক সংগীত শিক্ষকজনে ভালেই শিকাইছিল। কিন্তু আমাৰে দুৰ্ভাগ্য যে এদিন তেখেত হঠাতে নিৰুদ্দেশ হ'ল আৰু সিমানতে সংগীত বিদ্যালয় বন্ধ হ'ল। তাৰ পিছৰ কথা মই নাজানো।

অধ্যক্ষ গোস্বামীদেৱ আৰু এটা গুৰুত্বপূৰ্ণ অনুষ্ঠানৰ প্ৰাণস্বৰূপ আছিল। সেইটো হ'ল নলবাৰী সাহিত্য-সমাজ। তাৰ সম্পাদক অছিল আৰু এজন নিষ্ঠাবান কৰ্মী অধ্যাপক উমা শৰ্মা। প্ৰায় দুসপ্তাহৰ মূৰে মূৰে সাহিত্য সমাজৰ বৈঠক বহিছিল। এবাৰ এটা বৈঠকত মই 'ঋগ্বেদৰ কাব্যিক সৌন্দৰ্য' নামৰ এটা প্ৰবন্ধ পাঠ কৰিছিলোঁ। পিছলৈ সেইটো ''সংজ্ঞা''ৰ দুটা সংখ্যাত প্ৰকাশিত হৈছিল। এবাৰ নলবাৰী কলেজত মহা পয়োভৰেৰে নলবাৰী সাহিত্য-সমাজৰ বছৰেকীয়া অধিবেশন আৰু লগতে সন্ধিয়ালৈ বিচিত্ৰানুষ্ঠান পতা হৈছিল। এই সকলো প্ৰাণচঞ্চলতাৰ প্ৰেৰণা আছিল অধ্যক্ষ গোস্বামীদেৱ। মই এই অধিবেশনৰ লগত বৰ ব্যাপকভাৱে জড়িত হৈ পৰিছিলোঁ। তাৰ কাৰণো গোস্বামীদেৱ। তেখেতেই বহুতো দায়িত্ব জাপি দিছিল— উদ্দেশ্য সামাজিক কামৰ বাবে প্ৰশিক্ষণ দিয়াটো। সেই সময়ত নানা ধৰণৰ সভা সমিতিলৈ সভাপতি মুখ্য অতিথি, নিৰ্দিষ্ট বক্তা আদি হবৰ বাবে মানুহ বিচাৰি উদ্যোক্তাসকল অধ্যক্ষ গোস্বামীদেৱৰ ওচৰ চাপে। তেখেতে প্ৰায়ে উদ্যোক্তাসকলক মোৰ ওচৰলৈ বা মোৰ আন সহকৰ্মীৰ ওচৰলৈ পঠিয়াই দিয়ে। ফলত জাগৰা, বগুৰিহাটী, দক্ষিণ বেজেৰা, গেৰুৱা আশ্ৰম আদিলৈ গৈ বিভিন্ন সভাত বিভিন্ন ভূমিকা

ল'বলগীয়া হৈছিল। এনে কৰাৰ মূলতে তেখেতৰ উদ্দেশ্য আছিল মানুহ তৈয়াৰ কৰাটো।

১৯৫৭ চনৰ নিৰ্বাচনত তেখেতে প্ৰতিদ্বন্দ্বিতা কৰিছিল। তেখেতৰ প্ৰতি মোৰ যি ব্যক্তিগত শ্ৰদ্ধা আছিল তাৰ বাবেই মই নিৰ্বাচনী অভিযানত হয়তো ভালদৰেই সক্ৰিয় ভূমিকা ল'লোহেঁতেন। কিন্তু ঘটনাক্ৰমে ফেব্ৰুৱাৰী মাহৰ আগ ভাগতে মই যোৰহাটলৈ গুচি আহিবলগীয়া হ'ল।

অধ্যক্ষ গোস্বামীদেৱৰ এজমাৰ অসুখ আছিল। হাত দুখনৰ ভলুৱাতো চৰাইচিচ্ হৈছিল। এই দুটা অসুখৰ বাবে প্ৰায় কষ্ট পাইছিল। কিন্তু এনে দীঘলীয়া আৰু প্ৰায় দুৰাৰোগ্য অসুখে বোধহয় মানুহক অধিক পৰিমাণে বেছি কষ্টসহিষ্ণু কৰি তোলে। এনে অসুখ হোৱা সত্বেও তেখেতে অক্লান্তভাবে বহু কাম কৰি গ'ল। বহু অনুষ্ঠানৰ নেতৃত্ব দি গ'ল। বহুতো উচ্চমানৰ সাহিত্য সৃষ্টি কৰি গ'ল। তেখেতৰ প্ৰতিভা আছিল বহুমুখী। সাহিত্যৰ ক্ষেত্ৰতো সৃষ্টিশীল সাহিত্য আৰু সমালোচনাত্মক সাহিত্য এই দুয়োবিধৰ ক্ষেত্ৰতে তেখেতে বিশাল অৱদান দি গৈছে। তেখেতৰ সান্নিধ্যলৈ অহা সহস্ৰ সহস্ৰজন মানুহৰ ভিতৰেৰে মই এজন। আনৰ কথা নাজানো, মই কিন্তু যোৱা ৩৪ বছৰে তেখেতৰ ব্যক্তিত্বৰপৰা যিখিনি শিকিলোঁ, তেখেতৰ আদৰ্শৰদ্বাৰা যি পৰিমাণে প্ৰভাৱিত হ'লো তাৰ কথা কৃতজ্ঞতাৰে সুঁৱৰি আছোঁ। জয়তু অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামী।

# ত্ৰৈলোক্য নাথ গোস্বামী, মানুহজন

## শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা

নলবাৰী অসমৰ সুপ্ৰসিদ্ধ প্ৰাচীন অঞ্চল। ঐতিহ্যমণ্ডিত নলবাৰী, নতুন যুগৰ উপযোগী স্বৰূপেও ক্ৰমোন্নতিত পিছপৰি থকা নাই। অসমৰ অন্যতম প্ৰাচীন অঞ্চল বিলাকৰ দৰে নলবাৰীও অসমৰ কঠীয়াতলীৰ নিচিনা। নলবাৰীয়ে সমগ্ৰ অসমৰ উন্নতিত যথেষ্ট অৰিহণা যোগাইছে। অসংখ্য গুণী-জ্ঞানী, বুদ্ধি-বৃত্তিসম্পন্ন লোকে ৰাজ্যখনৰ ঠায়ে-ঠায়ে গৈ, বিবিধ উপায়েৰে নিজৰ আৰু নিজৰ জন্মভূমিক গৌৰৱান্বিত কৰাত সহায় কৰিছে। সেয়েহে শিক্ষা-দীক্ষা সকলো ধৰণে আগবঢ়া, নলবাৰীৰ প্ৰতিও দেশ-প্ৰেমী মাত্ৰেই সকলো বিষয়তে চকু দিয়ে। আমি স্কুলত পঢ়ি থাকোতে ভালেখিনি নলবৰীয়া সহপাঠী বন্ধুৰ সান্নিধ্য লাভ কৰিছিলোঁ। তেওঁবিলাকৰপৰা নলবাৰীৰ সুযোগ্য সন্তানসকলৰ বিষয়ে শুনিবলৈ পাইছিলোঁ। আমাৰ ছাত্ৰ-জীৱনৰ সেই নলবৰীয়া সকলৰ বিষয়ে এতিয়াও জানিবলৈ আগ্ৰহ কৰোঁ, সন্তোষৰ বিষয় তেওঁবিলাক দেশৰ উপযুক্ত নাগৰিক হিচাপেই প্ৰবৰ্তি আছিল আৰু এতিয়াও জনচেৰেক আছে। যোৰহাটত কামে-কাজে থকা নলবৰীয়া পৰিয়াল আমাৰ আপোন হৈ পৰিছিল। যোৰহাটত শিক্ষা বিভাগৰ উচ্চ বিষয়া হৈ থকা পৰম শ্ৰদ্ধাভাজন ৺শৰৎ চন্দ্ৰ গোস্বামী-দেৱৰ পৰিয়ালৰ লগত আমাৰ আপোন সম্বন্ধ ঘটিছিল। এই কাৰণে আমাৰ নলবাৰীৰ প্ৰতি আগ্ৰহ এতিয়াও বহুততকৈ বেছি। গুৱাহাটীৰ কটন কলেজত পঢ়িবলৈ যোৱাৰ পৰা সহপাঠীসকলৰ লগত নলবাৰীলৈ মাজে-মাজে গৈছিলোঁ। প্ৰথমতে গৈছিলোঁ নলবাৰীত অনুষ্ঠিত যজ্ঞ চাবলৈ। আমাৰ অন্তৰংগ বন্ধু শ্ৰীমান প্ৰফুল্ল চন্দ্ৰ গোস্বামীৰ খা-খবৰ এতিয়াও পাই থাকোঁ। নলবাৰীৰ বহুগুণী সুপ্ৰসিদ্ধ পণ্ডিত পৰম শ্ৰদ্ধাভাজন ৺ত্ৰৈলোক্যনাথ গোস্বামীৰ বিষয়ে আমি গুৱাহাটীত বা কলিকতাত ছাত্ৰ হিচাপে থাকোতে জনা নাছিলোঁ। তেখেত আমাৰ পিছৰ ছামৰ ছাত্ৰ, ১৯২৯-৩০ চনত কলিকতাৰপৰা প্ৰকাশ পোৱা জনপ্ৰিয় সৰৰহী মাহেকীয়া আলোচনী 'আৱাহন'ত লিখি প্ৰকাশ কৰা 'গল্প' গোটাচেৰেক পঢ়িয়েই গোস্বামীদেৱক পৰোক্ষে চিনি পাইছিলোঁ। প্ৰত্যক্ষৰ কাৰণে আশা কৰি আছিলোঁ।

১৯৪০-৪১ চনত তেখেতে যোৰহাটৰ চৰকাৰী হাইস্কুলত শিক্ষকতা কৰিছিল। তেখেতে কোনোমতে দেশখনতে বাগৰি-জুগৰি তেতিয়া যোৰহাট পাইছিলহি, স্থিৰতা নাইকিয়াকৈ প্ৰায় এটা যুগ এইদৰে ফুৰিবলগীয়া হৈছিল যদিও তেখেতে ছাত্ৰ অৱস্থাতে

আৰম্ভ কৰা গল্প লিখাৰ অভ্যাস এৰি দিয়া নাছিল। লগতে কবিতা আৰু অন্যান্য গহীন প্ৰবন্ধ লিখাৰো অভ্যাস ৰাখিছিল। সঘনে 'চোং' সলনি কৰি থকা অৱস্থা তেখেতৰ ধৈৰ্য চ্যুতিৰ কাৰণ হৈ নপৰিল। সেইহে আমি স্ব-নামধন্য বিদগ্ধ পণ্ডিত-সাহিত্যিক-গৱেষক-শিক্ষাবিদ্-অক্লান্ত কৰ্মী ত্ৰৈলোক্যনাথ গোস্বামীক পালোঁ। ই অসম আৰু অসমীয়া জাতিৰ সৌভাগ্যৰ বিষয়।

তেখেত যোৰহাটত থকা সময়তে, এদিন গধূলি, আমি অসম সাহিত্য সভাৰ কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বহি কথা বাৰ্তা হৈ থাকোতে ৺ত্ৰৈলোক্য গোস্বামীক প্ৰথমবাৰৰ কাৰণে লগ পাওঁ। সেইদিনা কাৰ্যালয়ত প্ৰাক্তন সভাপতি ৺নকুলচন্দ্ৰ ভূঞা, আমাৰ পৰম শ্ৰদ্ধাভাজন শিক্ষাগুৰু জেহিৰুদ্দিন আহমদ, ৰাধানাথ হাজৰিকা, ৺পূৰ্ণানন্দ শৰ্মা পাঠক আদি বহি কথাপাতি আছিল। মযো কিবা এটা কাৰণত তাত উপস্থিত আছিলোঁ। তেতিয়া মই জাঁজী হাইস্কুলত শিক্ষাকতা কৰোঁ, মাজে মাজে যোৰহাটলৈ আহিলে, গধূলি সাহিত্যপ্ৰেমীসকলক দেখাৰ আশাৰে সাহিত্য সভালৈ আহোঁ। সেইদিনা আমি বহি থাকোতে দীঘল-ডাঙৰ শকত-আৱত, গহীন-গম্ভীৰ, ব্যক্তিত্বসম্পন্ন চেকা এজন, আমি চিনিপোৱা নলবাৰীৰ ফালৰ ভদ্ৰলোক দুজনৰ সৈতে আহি আমাৰ ওচৰতে বহিলহি। এজনে, নতুন ভদ্ৰলোকজনক, নলবাৰীৰ সাহিত্যিক আৰু যোৰহাট চৰকাৰী হাইস্কুললৈ নতুনকৈ অহা শিক্ষক বুলি আমাক চিনাকি কৰি দিলে। সেয়ে আমাৰ প্ৰথম চিনাকি। মই বহুত দিনৰপৰাই তেখেতক লগ পাবলৈ আশা কৰি আছিলোঁ, তেখেতেও বোলে মোক লগ পাবলৈ বিচাৰিছিল। নলবাৰী আদিত তেখেতে মোৰ কবিতাৰ আবৃত্তি শুনি মোক লগপোৱাৰ আশা কৰিছিল। যেইহক একে দিনতে আমাৰ বহুত দিনৰ চিনাকি যেন হৈ গ'ল। অমায়িক স্বভাৱৰ গোস্বামী দেৱ, সহজে আৰু সোনকালে মানুহক আপোন কৰিব পৰা লোক আছিল। তেখেতৰ তুলনাত সেই বিষয়ত মই অলপ পিছপৰা। সেইকাৰণে মই কেতিয়াবা অনুশোচনা কৰিবলগীয়াও হয়। সেইদিনা তেখেতে মোক, সংসাৰৰ জঞ্জালত পৰি কবিতা পাহৰি নাযাবলৈ অনুৰোধ কৰিলে। মযো তেখেতক ধুনীয়া গল্প আৰু লগতে কবিতা লিখিবলৈও অনুৰোধ কৰিলোঁ। তেখেতে মোক কলে, "আপুনি শঙ্খধ্বনি'ত লিখা দৰে কবিতা লিখক আৰু মই দুটা চাৰিটা গল্প লিখিবলৈকে যত্ন কৰিম।" তেতিয়ালৈকে মোৰ 'শঙ্খধ্বনি' কবিতাৰ পুথিখনহে ছপাহৈ ওলাইছিল। প্ৰথমতে মই তেখেতক মোতকৈ বয়সত ডাঙৰ বুলিয়েই ভাবিছিলোঁ। পিছত কথা প্ৰসংগতহে আমাৰ বয়সৰ কথা ওলাল। তেখেতৰ জন্ম ১৯০৬ চনত আৰু মোৰ জন্ম ১৯০১ চনত।

যেইহক মই তেখেতক যোৰহাটতে কেবাবাৰো লগ পাই আপোন হৈ পৰিলোঁ। বিশেষ অসুবিধাত তেখেতক জাঁজী-টীয়ক ক'লৈকো নিব নোৱাৰিলোঁ। অলপ দিনতে

তেখেতে যোৰহাট এৰিব লগা হ'ল, আৰু সৌভাগ্যক্ৰমে অতদিন ঘূৰি ফুৰাৰ পিছত স্কুলৰ পৰীক্ষা সংক্ৰান্ত কামত গুৱাহাটীলৈ যাওতে তেখেতক অন্ততঃ প্ৰতি বছৰে এবাৰকৈ লগ পাওঁ। তেখেতৰ "বৰুৱা" বুলি মতা লেনীয়া হাঁহিমুখীয়া মাতষাৰ মই পাহৰিব পৰা নাই। প্ৰথমতে দেখিলেই তেখেতে মোক কবিতা লিখাৰ কথা সুধিছে আন কথা সোধে। গুৱাহাটীত পৰীক্ষাৰ কামৰপৰা অলপ আজৰি হলেই কবিতা-গল্প ইত্যাদিৰ বিষয় আলোচনা কৰাটো আমাৰ অভ্যাস হৈ পৰিছিল। মুখ্য পৰীক্ষক হিছাপে তেখেতৰ দায়িত্ব পালন কৰা দেখি মানুহজনলৈ আমাৰ শ্ৰদ্ধাৰ ভাব এটা স্বাভাৱিকভে মনলৈ আহিছিল। নীতি বিগৰ্হিত কামৰ কথা তেখেতে ভাবিবই নোৱাৰে যেন লাগে। পৰীক্ষা সংক্ৰান্ত কথা বাৰ্তাতো তেখেতৰ মনৰ কথা আমি উপলব্ধি কৰিব পাৰিছিলোঁ। মোৰ 'পৰিণাম' নামৰ গল্প এটা কোনোবা এটা গল্প সংগ্ৰহত প্ৰকাশ হৈছিল, তেখেতে গল্পটো পঢ়ি, ভাল পাই, মোক গল্পটো বিচাৰিছিল। দুৰ্ভাগ্যবশতঃ এই গল্প সংগ্ৰহটো বিচাৰি দিব নোৱাৰাত মোক অলপ অসাৱধান বুলিয়েই কলে। তেখেতৰ মতে নিজৰ লেখাবিলাক বৰ সাৱধানে, বিচাৰিলেই পোৱাকৈ ৰাখিব লাগে। এই 'পৰিণাম' গল্পটোত কিছুমান পৰীক্ষা সংক্ৰান্ত কথা আছিল।

১৯৫৮ চনৰ অক্টোবৰ মাহত, জাঁজী হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱত সভাপতি স্বৰূপে তেখেতক নিমন্ত্ৰণ কৰা হৈছিল। মই উৎসৱৰ সম্পাদক আৰু স্কুলৰ প্ৰধান শিক্ষক আছিলোঁ। তেখেতে যথেষ্ট কষ্ট কৰি, যোৰহাটেদি জাঁজীলৈ আহিছিল। জাঁজীত স্কুলৰ ওচৰৰে শিক্ষক শ্ৰীঅতুল বৰঠাকুৰৰ ঘৰত দুৰাতি আছিল। শ্ৰীঅতুল বৰঠাকুৰ তেখেতৰ চিনাকি গুৱাহাটীত থকা অধ্যাপক শ্ৰীদুলাল বৰঠাকুৰৰ ভায়েক। গোস্বামীয়ে দুই-তিনি দিনৰ ভিতৰতে বৰঠাকুৰৰ ঘৰখন নিজৰ ঘৰৰ দৰেই ভাবি সন্তোষেৰে আছিল। নলবাৰীলৈ গৈ, তাৰপৰা বৰঠাকুৰলৈ লিখা চিঠিখন সকলোৰে পঢ়ি গোস্বামীদেৱ কমান মহৎ গুণৰ লোক, তাকে ভাবি, জাঁজী হাইস্কুললৈ সোণালী জয়ন্তী উপলক্ষে তেখেতক নিমন্ত্ৰণ কৰি অনাত, সোণালী জয়ন্তীৰ সংশ্লিষ্ট কৰ্তৃপক্ষক ৰাইজে ভূয়সী প্ৰশংসা কৰিছিল। জয়ন্তীৰ সভাপতি শিক্ষাবিদ স্বনামধন্য পুৰুষ ৺যোগেশ্বৰ বৰুৱা, তেখেতৰ সৈতে নানা আৱশ্যকীয় কথা আলোচনা কৰি প্ৰায় তেখেতৰ লগতেই থাকিল। তেখেতক দেখা কৰিবলৈ অহা ৰাইজে তেখেতৰ বিষয়ে বহুত দিনলৈকে কৈ আছিল; আকৌ কিবা উপযুক্ত কাৰণত, কেবাদিনো থকাকৈ জাঁজীলৈ আহিবলৈ অনুৰোধ কৰিছিল। ত্ৰৈলোক্য গোস্বামীৰ দৰে সহজে ৰাইজৰ অন্তৰ জয় কৰিব পৰা মানুহ বিৰল। তেখেতে সভাত স্কুল সম্পৰ্কে কোৱা কথায়ো স্থানীয় শিক্ষাপ্ৰেমীসকলক যথেষ্ট উৎসাহ দিলে।

ত্ৰৈলোক্য গোস্বামীয়ে অলপ দিনৰ ভিতৰতে অসমৰ সাহিত্য-সংস্কৃতিপ্ৰেমী ৰাইজৰ

প্ৰিয়পাত্ৰ হৈ পৰিছিল। ১৯৬০ চনত তেখেত পলাশবাৰীত অনুষ্ঠিত অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈছিল। সেই বছৰৰপৰাই সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক দুবছৰীয়া হল; আৰু গোস্বামীদেৱ পিছৰ বছৰ গোৱালপাৰাত অনুষ্ঠিত বাৰ্ষিক অধিবেশনৰো সভাপতি হৈ থাকিল। অসম সাহিত্য সভাৰ একাধিকবাৰ সভাপতিৰ পদত থকা ককা ৺নীলমণি ফুকন, ৺সীতানাথ ব্ৰহ্ম চৌধুৰী আৰু ৺ত্ৰৈলোক্যনাথ গোস্বামী। পলাশবাৰী সন্মিলনত ৰাইজৰ অভূতপূৰ্ব সমাবেশে অসম সাহিত্য সভাৰ এটা নতুন যুগৰ সূচনা কৰিলে বুলি বহুতে কয়। দুইখন সন্মিলনতে গোস্বামীদেৱে সভাৰ সংগঠন, কৰ্তব্য আদিৰ বিষয় সামৰি দিয়া ভাষণে সাহিত্য সভাৰ কৰ্মীসকলক, সভাৰ উন্নতিৰ কাৰণে কাম কৰাত সহায় কৰি থাকিব। গোস্বামীদেৱৰ লগত দুবছৰেই প্ৰধান সম্পাদক আছিল অসমৰ খ্যাতনামা সাহিত্যিক, অধ্যাপক, বিচক্ষণ সাহিত্যকৰ্মী ড° মহেশ্বৰ নেওগদেৱ। কৰ্তব্য পৰায়ণ সাহিত্যিক পণ্ডিত গোস্বামীদেৱ আৰু নেওগদেৱৰ 'মণি কাঞ্চন' মিলনত অসম সাহিত্য সভাই দুবছৰতে ভালেখিনি আগবাঢ়িল। বহুত পুথি প্ৰকাশ কৰিলে আৰু অসমৰ বিভিন্ন গোষ্ঠীৰ ৰাইজৰ মাজত সমন্বয় ঘটাবলৈ চেষ্টা কৰাত বহুত আগবাঢ়িল। অসমৰ এজন চিৰ স্মৰণীয় সুযোগ্য সন্তান নলবাৰীতে জন্ম-গ্ৰহণ কৰা ৺শৰৎচন্দ্ৰ গোস্বামীদেৱে, তেখেতৰ দৰেই অসমীয়া ভাষা, সংস্কৃতি আদিৰ কাৰণে বিশেষভাৱে চিন্তা কৰা, সেই সময়ৰ যশস্বী লোকসকলৰ সৈতে মিলি জুলি, প্ৰায় এটা দশকৰ পৰিশ্ৰমৰ বিনিময়ত, অসমৰ সৰ্ব বৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ স্থায়ী ৰূপ দি গ'ল। নলবাৰীতে জন্মগ্ৰহণ কৰা, অসমৰ সুযোগ্য সন্তান ৺ত্ৰৈলোক্য গোস্বামীয়ে অসমৰ আশাশুধীয়া সাহিত্য সেৱী ড° মহেশ্বৰ নেওগৰ দূৰদৃষ্টিসম্পন্ন তৎ-পৰতাত, ক্ৰমবৰ্দ্ধমান সাহিত্য সভাক, অলপ খৰকৈ আৰু এখাপ তুলি দিলে। ১৯৭৫চনত নলবাৰীতঅনুষ্ঠিত বাৰ্ষিক অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিস্বৰূপে গোস্বামীদেৱে, নিয়াৰিকৈ চলোৱা সভাখনৰ কথা এতিয়াও মনত আছে। তেখেতৰ তেতিয়া অসুখ। অসুখীয়া অৱস্থাৰেই, অসহ্য জাৰত নিয়ৰৰ মাজতে ঢাক খাই গোস্বামীদেৱে, বাহিৰৰ বিশেষ আৱশ্যকীয় কাম তদাৰক কৰি ফুৰা দেখি আমি একৰকম আচৰিতই হৈছিলোঁ।

১৯৬৬ চনত উত্তৰ লখীমপুৰত, এই লিখকৰে সভাপতিত্বত বহা, অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ অসমীয়া সাহিত্য বিভাগৰ শাখা সভাৰ পৰিচালক ৰূপে গোস্বামীয়ে কৰা কাম প্ৰশংসনীয় হৈছিল। তেখেতে সকলো কামেই খুঁত নথকাকৈ কৰিবলৈ চেষ্টা কৰিছিল। তেখেত ভাষণ দিয়াতকৈ কথাপতাৰহে বিশেষ পক্ষপাতী আছিল। চমুতে সকলো কথা সামৰিবলৈ ভাল পাইছিল। নিৰ্দিষ্ট বিষয়ৰপৰা, আৱশ্যক নোহোৱাকৈ আঁতৰি বক্তৃতা দিয়া সমৰ্থন নকৰিছিল। তেখেতৰ সভাপতিত্বত হোৱা বিষয় বাছনি সভাবিলাকৰ প্ৰতিনিধিসকলে আমনি নাপাইছিল। নিয়ম শৃংখলা

ৰাখি সভা পৰিচালনা কৰাটো তেখেতৰ বিশেষত্ব। অসমীয়া জাতীয়তাবাদত তেখেতৰ অটল বিশ্বাস. এই বিষয়ত তেখেত অলপ বেছি বুলিও কোৱা শুনো, বহা নে কামপুৰত বহা বাৰ্ষিক অধিৱেশনৰ দ্বিতীয় দিনৰ সভা উদ্বোধক হিছাপে তেখেতে দিয়া স্পষ্ট নিৰ্ভীক, চমু ভাষণে কোনোলোকৰে দোষগুণ, গঠনমূলকভাৱে দেখুৱাই দিছিল। তেখেত প্ৰায় সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনবিলাকত, অসুস্থতা আৰু অপৰিহাৰ্য কামৰ বাবে উপস্থিত থাকিব নোৱৰা কাৰণে আক্ষেপ কৰিবলগীয়া হৈছিল। তেখেতৰ জীৱনটোৱেই কৰ্মময়। তেখেতে ভালেখিনি সজ অনুষ্ঠানৰ গুৰি ধৰিছিল। কেবাটাকো পৰোক্ষে সহায় কৰি উপদেষ্টা হৈ আছিল।

তেখেতে জীৱনৰ বিশেষ কাৰ্যোপযোগী কালছোৱাত শিক্ষকতা কৰি অস্থায়ীভাৱে ঘূৰি ফুৰিবলগীয়া হৈছিল। এনে অৱস্থাত গহীন পুথি লিখাৰ অসুবিধাই দেখা দিছিল। ইয়াৰ ভিতৰতে তেখেতে ওকালতি পঢ়ি পাছ কৰিলে। প্ৰায় দহ বছৰ কাল তেখেতে ওকালতিও কৰিব পাৰিলেহেঁতেন। সেই সময়ত শিক্ষিত ডেকাসকলে, শিক্ষকতা আৰু আইনৰ ব্যৱসায় কৰিবলৈ বিচাৰে, কিন্তু প্ৰতিভাসম্পন্ন ব্যক্তিয়ে নিঃসন্দেহে শিক্ষাবৃত্তি গ্ৰহণ কৰাটো স্বাভাৱিক। শিক্ষকতা কেৱল বৃত্তিয়েই নহয়, ই এজন ব্যক্তিয়ে সমাজৰ অৰ্থে আগবঢ়োৱা নিস্বাৰ্থ সেৱা। এনে সেৱা আগবঢ়াবলৈকে বহুতে ভাল পায়; কিয়নো সমাজে তেওঁৰ কাৰ্য কলাপৰ আদৰ্শ-উপদেশ বা পৰামৰ্শলৈ চাই থাকে. সেই দিশৰ পৰা আজীৱন শিক্ষাপ্ৰেমী ত্ৰৈলোক্য গোস্বামীৰ কাৰ্য কলাপ অকল নলবাৰীতে আৱদ্ধ নাথাকি গোটেই দেশতে বিয়পি পৰাটো স্বাভাৱিক। এনে নোহোৱাটো জাতিটোৰেই অশুভ লক্ষণ, তেখেতে দৃঢ়ভাৱে বিশ্বাস কৰিছিল কেৱল দা-দৰ্মহা বৃদ্ধিয়ে এজন আদৰ্শ শিক্ষকৰ মৰ্যাদা বৃদ্ধি নকৰে। শিক্ষকতাৰ মৰ্যাদা বৃদ্ধিত সমাজৰ সংশ্লিষ্ট ব্যক্তিজনৰ দায়িত্ব আটাইতকৈ বেছি। গোস্বামীদেৱে ১৯৭১ চনত কি মন কৰি বিধায়ক (এম এল. এ) হবলৈ চেষ্টা কৰিছিল, তাক বুজিব নোৱাৰিলোঁ। অৱশ্যে সেই চনতে এই লিখকেও সেই সময়ৰ 'প্ৰচণ্ড' কংগ্ৰেছৰ লগত ফেৰ মাৰি যুঁজ দিবলৈ কিয় যাবলগীয়া হৈছিল তাক এতিয়াও ভাবি নাপাওঁ। পৰাজয়ো আগতে নিশ্চিত হৈয়ে আছিল। অৱসৰ জীৱনে গোস্বামীদেৱক প্ৰকৃত পক্ষে একাগ্ৰপতীয়াকৈ সাহিত্য চৰ্চা কৰিবলৈ সুবিধা দিলে। নলবাৰী মহাবিদ্যালয়ৰ অধ্যক্ষ হৈ জটিল কামৰপৰা তেখেতে প্ৰথমছোৱাত অব্যাহতি নাপাইছিল। গাঁৱলীয়া অঞ্চলত এটি মহাবিদ্যালয় প্ৰতিষ্ঠা কৰা জটিল কামে তেখেতক প্ৰকৃত শান্তি দিয়া নাছিল; তথাপি লাহে লাহে মহাবিদ্যালয়ৰ উন্নতিৰ লগে লগে তেখেতে সাহিত্য চৰ্চালৈ বেছিকৈ মন দিব পৰা হৈছিল। তেখেতৰ প্ৰায় সকলো পুথিয়েই নলবাৰী মহাবিদ্যালয়ৰ উন্নতিৰ লগে লগেইহে এখন দুখনকৈ প্ৰকাশ হৈছিল। তেখেতৰ শ্ৰেষ্ঠ গ্ৰন্থ 'নন্দনতত্ত্ব' অধ্যক্ষ পদৰপৰা অৱসৰ লোৱাৰ পিছতহে, বিশ্ববিদ্যালয়

অনুদান আয়োগৰ আৰ্থিক সহায়ত লিখি উলিয়াব পাৰিছিল। পুথিখন ছপা কৰি প্ৰকাশ কৰাত অলপ পলম হৈছিল। এই সময়ত তেখেতৰ নিজৰ অসুস্থতাৰ উপৰিও পাৰিবাৰিক শোকজনক দুৰ্ঘটনাই ভালকৈয়ে দেখা দিছিল; তথাপি যথেষ্ট ধৈৰ্যৰে এই ডাঙৰ কামটো সফলতাৰে সমাধা কৰিলে। ইয়াৰ ভিতৰতে তেখেতে উৰিষ্যাৰ ভুৱনেশ্বৰত অসমীয়া ভাষা-সাহিত্যৰ বিষয় বক্তৃতা দিও আহিলগৈ। এই ফালৰপৰা চালে গোস্বামীদেৱৰ ধৈৰ্য অসাধাৰণ। তেখেতে আংশিক অধ্যাপক স্বৰূপে অলপ দিন ডিব্ৰুগড় বিশ্ববিদ্যালয়ত 'নন্দনতত্ত্ব'ৰ বিষয় বক্তৃতা দিছিল। নন্দনতত্ত্ব পুথিৰ কাৰণে তেখেতে প্ৰকাশন পৰিষদ আৰু মাৰোৱাৰী সন্থাৰ বঁটা লাভ কৰিছিল। তেখেতে লিখি প্ৰকাশ কৰা ভালেখিনি পুথিৰ ভিতৰত 'নন্দনতত্ত্ব', 'সাহিত্য আলোচনা', অসমীয়া গল্প সাহিত্য'ই প্ৰধান। তেখেতৰ নিজৰ গল্প-উপন্যাস আদিত সাধাৰণতে সমাজৰ দুৰ্বল শ্ৰেণীৰ প্ৰতি থকা সহানুভূতি মন কৰিবলগীয়া। তেখেতৰ লিখা গহীন, সৰল আৰু প্ৰাঞ্জল। গল্প আদিত লিখাৰ জটিলতাই পাঠকক আমনি নকৰে। গহীন লিখাৰ মাজতো হাস্যৰসৰ অৱতাৰণা সাৱধানতাৰে সৈতে কৰা দেখা যায়। কাৰোবাৰ বিষয়, কিবা দুৰ্বলতাৰ বিষয় ক'বলগীয়া বিশেষ আৱশ্যক হ'লে, শ্ৰুতি মধুৰকৈ ক'বলৈকে তেখেতে চেষ্টা কৰে। পোনে পোনে মানুহৰ মনত আঘাত দিয়াটো তেখেতে ভাল বুলি নাভাবে। ঠাট্টা-বিদ্ৰূপ তেখেতৰ লিখাত দেখা পোৱা নাই। তেখেত ভাল সমালোচক বুলি জনাজাত। তেখেতৰ সমালোচনা গঠনমূলক। তেখেতৰ সমালোচনাই নতুন লিখকক কলম সামৰিব লগীয়া অৱস্থাত নেপেলায় তাৰ বিপৰীতে উদগনিহে দিয়ে। ৺গোস্বামীদেৱক কেন্দ্ৰস্বৰূপে লৈ এটা উন্নত সুৰুচিপূৰ্ণ সাহিত্য-সংস্কৃতিপ্ৰেমী গোষ্ঠী আমি পাইছোঁ। অসমীয়া সাহিত্য-সংস্কৃতিৰ বিষয়ে তেখেতৰ পৰিয়ালৰপৰা আৰু বহুত পাম বুলি আমি আশা কৰোঁ। ৺ত্ৰৈলোক্য গোস্বামীৰ সান্নিধ্য লাভ কৰি, বহুত কথা জানিব পৰাটো আমাৰ সৌভাগ্যৰ বিষয়। তেখেতৰ পবিত্ৰ বিদেহী আত্মাৰ উদ্দেশ্যে আমাৰ শ্ৰদ্ধাঞ্জলি আগবঢ়ালোঁ।

# গোস্বামীছাৰৰ ব্যক্তিত্বৰ সোঁৱৰণত

## ডক্টৰ প্ৰফুল্ল কটকী

প্ৰয়াত ত্ৰৈলোক্যনাথ গোস্বামী আছিল সাম্প্ৰতিক কালৰ অসমীয়া সাহিত্য জগতৰ এজনা বৰেণ্য পুৰুষ। স্বৰূপাৰ্থত 'ডয়েন' (doyen)। আগশাৰীৰ সমালোচক হিচাপে তেখেতৰ স্থান এই সাহিত্যত আন সবাতোকৈ ওপৰত। তেখেতৰ গভীৰ চিন্তাশীলতা, মননশীলতা আৰু বিশ্লেষণ দক্ষতাৰ ওচৰ চাপিবপৰা সমালোচকৰ সংখ্যা কোনো ভাষাতেই সৰহ নহয়। জনমানসত তেখেতৰ প্ৰধান পৰিচয় হ'ল সাহিত্যিক আৰু শিক্ষাবিদ হিচাপে। কিন্তু তেখেতৰ ঘনিষ্ঠ সান্নিধ্যলৈ অহাসকলৰ বাবে গোস্বামীদেৱৰ জীৱনৰ আন এটা পাহৰিব নোৱৰা কথা হ'ল তেখেতৰ ব্যক্তিত্ব। এই লেখকগৰাকীৰ প্ৰথম মৃত্যুবাৰ্ষিকী উপলক্ষে দুআষাৰমান লিখাৰ কথা ভাবোঁতে এই কথাটোৱেই প্ৰথমতে মনলৈ আহিছে। স্বৰ্গীয় গোস্বামীদেৱৰ উদাৰ ব্যক্তিত্বৰ সুমৰণেৰেই তেখেতলৈ মৃত্যু বাৰ্ষিকীৰ শ্ৰদ্ধাৰ্ঘ্য আগবঢ়াবলৈ ওলাইছোঁ।

গোস্বামীদেৱৰ স্নেহধন্য এজন হিচাপে তেখেতক ঘনিষ্ঠভাৱে জনাৰ সৌভাগ্য এই লেখকৰ হৈছিল। তেখেতৰ ওচৰ চাপিবলৈ পোৱা কোনো লোকেই তেখেতৰ সদালাপী আৰু নিৰহংকাৰী ব্যক্তিত্বৰ কথা পাহৰিব নোৱাৰে। জীৱন আৰু সংসাৰ সম্বন্ধে ব্যাপক অভিজ্ঞতা, এটা খোলা মন আৰু আনৰ সুখ-দুখৰ প্ৰতি কৌতূহলী এখন সহানুভূতিশীল অন্তৰৰ গৰাকী হোৱা বাবেই তেখেতৰ ব্যক্তিত্বই আনক আকৰ্ষণ কৰিছিল। তেখেত সদালাপী হোৱাৰ মূলতেও এই গুণবোৰেই। এনেবোৰ গুণ গাত নাথাকিলে, বিদ্যৰ জ্ঞান-গৰিমাৰ অধিকাৰী হৈয়ো একেজন লোক আনৰ প্ৰতি উদাসীন হৈয়ে থকা দেখা যায়। আত্মকেন্দ্ৰিক হৈ ৰয়। গোস্বামী ছাৰ আছিল ইয়াৰ ব্যতিক্ৰম। সাহিত্য, সংগীত, ৰাজনীতি, সমাজনীতি, ব্যক্তি আৰু সাময়িক ঘটনা প্ৰবাহ ইত্যাদি কত বিষয়ৰ কত কথা যে তেখেতে অন্তৰংগ অনুৰাগীৰ লগত নাপাতিছিল! তেখেতৰ সেই বিনয়ী অথচ দৃঢ়মনৰ কথাবোৰে শ্ৰোতাৰ মনত দকৈ সাঁচ বহুৱাই যায়। কথা এষাৰ আছে বোলে, "সংসাৰ বিষবৃক্ষস্য দ্বে ফলে অমৃতোপমে। কাব্যামৃতৰসাস্বাদং আলাপম্ সজ্জনৈ সহ॥" ত্ৰৈলোক্যনাথ গোস্বামী ছাৰৰ সান্নিধ্যত এই দুই অমৃতৰ স্বাদেই লাভ কৰিবপৰা গৈছিল। তেখেতৰ লগত আলাপ আছিল সদায় মধুৰ। আলাপ বিতৰ্কলৈ কেতিয়াও নানামিছিল। ই আছিল এক প্ৰকাৰ 'gossip', কিন্তু বৰ উপাদেয় gossip, তেখেতে

কয়ো, শুনেও। তেখেতৰ লগত কথা পাতি কত কথাই যে শিকা নগৈছিল! কনিষ্ঠজনৰ প্ৰতিও তেখেত আছিল সৌজন্যশীল। কনিষ্ঠসকলৰপৰাও দুটা কথা শিকিবলৈ, জানিবলৈ তেখেত আছিল আগ্ৰহী। গোস্বামীছাৰৰ আশ্ৰমহেন পৰিবেশৰ ঘৰখনত, তেখেতৰ পৰিপাটিকৈ সজাই থোৱা পঢ়াকোঠাটোত বহি তেখেতৰ লগত ঘণ্টাৰ পিছত ঘণ্টাকৈ কথা পতাৰ সৌভাগ্য এই লেখকৰ হৈছিল। সেয়া আছিল এক মধুৰ অভিজ্ঞতা। উচ্চ চিন্তা আৰু সৰল জীৱন ধাৰণৰ সনাতন আদৰ্শক সাৰটি লোৱা পুৰণি 'স্কুলৰ' লোক গোস্বামীছাৰৰ চিন্তা আৰু আদৰ্শৰ পৰিচয় এনেবোৰ উপলক্ষত পোৱা গৈছিল। গৃহস্থী হিচাপেও তেখেতক দেখিছিলোঁ—তেখেত আছিল অতিথিপৰায়ণ আৰু গৃহস্থালিৰ সকসুৰা কথাবোৰৰ প্ৰতিও একান্ত মনোযোগী। ৰাচিয়ান লেখক Yevgeny Yevtushenko ই তেওঁৰ *A Precocious Autobiography*ত কোৱা এষাৰ কথা এতিয়া মনলৈ আহিছে। তেওঁ কৈছিল :

> I think to the end of my days, I will always be half an intellectual and half a peasant. I realise that being half an intellectual is a limitation, but at least the other half of me, the peasant, will always save me from the intellectual's vice—snobbishness.

'Snobbishness'—পাণ্ডিত্যাভিমানী মইৰৰ ভাব এটা গোস্বামীছাৰৰ মনত কোনো-দিনেই নাছিল। অনবৰতে অধ্যয়ন অধ্যাপনাৰ কামত ব্যস্ত থকা গোস্বামীছাৰে শাৰীৰিক শ্ৰমো কৰিছিল, গৃহস্থালিখনৰ সকসুৰা কামবোৰতো হাত দিছিল। 'peasant'ৰ স্বভাৱ তেখেতৰ গাত আছিল। ইয়াৰ গুণতেই তেখেতে সাহিত্যিক দৃষ্টিভংগীতো এক সমতাৰ ভাব অব্যাহত ৰাখিব পাৰিছিল। গজদন্ত মীনাৰত উঠি থকা 'বুদ্ধিজীৱী' ত্ৰৈলোক্যনাথ গোস্বামী নাছিল।

১৯৬৭ চনৰ কথা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতক পৰীক্ষাৰ গোস্বামীছাৰ আছিল ইংৰাজী বিষয়ৰ প্ৰধান পৰীক্ষক—Head Examiner। আন কেইবাজনৰ লগতে ময়ো আছিলোঁ তেখেতৰ তলত 'স্ক্ৰুটিনাইজাৰ'। গৰমৰ দিন। চৰ্বত খোৱাৰ কথা ওলাল। 'লেমন স্কোৱাচ' কোনোবা এজনে অনালে। ছাৰলৈকো এগিলাচ আগবঢ়ালে। ছাৰে কলে তেখেতে নাখায়। "দৰকাৰ হলে মই কেঁচা নেমু চেপি খাওঁ। এইবোৰত মোৰ তৃপ্তি নাই। এটা কথা নহয়—আজিকালি তোমালোক ডেকা ল'ৰাবোৰৰ অভাৱবোধ বোলা কথাটো দেখিছোঁ বৰ বেছিহে। এইটো বেয়া অভ্যাস। ইয়াৰ দৰব নাই। ঘৰ অশান্তি দিয়ে। তাকৰীয়া পয়চাৰেও ভালকৈ চলিব পাৰি—মাত্ৰ চলিব জানিব লাগে। মোলৈকে নোচোৱা কেলেই।" গোস্বামীছাৰৰ লগত বহি পৰীক্ষাৰ কাম

কৰি বৰ ভাল লাগিছিল। তেখেত উপস্থিত হোৱাৰ লগে লগে আমিবোৰ তেখেতৰ ওচৰ চাপি বহোঁহক। তেখেতে লগতে থকা গামোচাখন 'এটাচি কেচ'টোৰপৰা উলিয়াই লৈ গাৰ ঘাম মচিব। তাৰ পাচত ধীৰে ধীৰে 'মিক্সাৰ' এটা পকাব। আমাৰ পিনে চাই আগদিনা কোনে কি পঢ়া-শুনা কৰিলোঁ জানিবলৈ বিচাৰিব। একো পঢ়া নাই বুলি কলে ক'ব, নপঢ়াকৈ নাথাকিবা। প্ৰতিদিনে অলপ সময়ৰ বাবে হলেও পঢ়াৰ অভ্যাস কৰিবা। কিবা অলপমান নপঢ়াকৈ এটা দিনো নকটাবা।" [ নিৰ্দিষ্ট সময়ত অধ্যয়নৰ অভ্যাস তেখেতে নিজে জীৱনৰ শেহৰ দিনটোলৈকে ৰাখিছিল। ] ইতিমধ্যে চাহৰ 'অৰ্ডাৰ' দিব। সকলোৰে বাবে। আমাক কাকো চাহৰ 'অৰ্ডাৰ' দিবলৈ নদিয়ে। ছাৰৰ ওচৰৰপৰা উঠি গৈ নিজৰ কামত ধৰিবলৈ যাব খুজিলে ক'ব, "বহাঁচোন। মই এইমাত্ৰ আহিলোঁহে। ধীৰে শাঁতে কৰিবা।" আমি ভালেই পাওঁ। ছাৰৰ দৰে সদালাপী বয়োজ্যেষ্ঠ, জ্ঞানশ্ৰেষ্ঠ এগৰাকী লোকৰ সহজ সান্নিধ্য আমাৰ বাবে সদায়েই লোভৰ বস্তু। পিছে কামৰ হলে অকণো ইফাল সিফাল নাই। আমি আচৰিত হওঁ দেখি, 'হে'ড এক্সামিনাৰ' গোস্বামীছাৰে প্ৰায় প্ৰতিখন বহীকে পঢ়ে। পৰীক্ষক হিচাপে, প্ৰাৰ্থীৰ ভবিষ্যত সম্বন্ধে তেখেত অত্যন্ত সাৱধান আছিল। তেখেতৰ কাম সোনকালে শেষ নহয়। বহুত দিন লাগে। নিতৌ দহ বজাৰপৰা চাৰি পাঁচমান বজালৈকে বহে। আন বহুতক দেখিছিলোঁ, এদিন বা দুদিন দেখাটো দি, কণামুণাকৈ চহীবোৰ কৰি, নিজৰ কাম শেষ কৰে। কিন্তু কথা আৰু কাম উভয়তে গোস্বামীছাৰ আছিল আনতকৈ বেলেগ। কি ডাঙৰ, কি সৰু কোনো কামকে পালমাৰি কৰা স্বভাৱ তেখেতৰ নাছিল।

তৰুণৰ সংগ গোস্বামীছাৰে বেছি ভাল পাইছিল। সাহিত্যৰসিক হিচাপে তেখেতৰ 'হিউমাৰ' বোধো আছিল অতি প্ৰখৰ। কনিষ্ঠজনৰ লগতো তেখেতে প্ৰাণখুলি হাঁহিছিল। সমনীয়াৰ লগততো কথাই নাই! প্ৰিন্সিপেল হেমবৰুৱা আৰু প্ৰিন্সিপেল গোঁসাই একে লগ হলে কথাৰ খিহে ৰগৰ উঠে, দেখি অবাক হ'ব লাগে। তেখেতৰ স্বভাৱসুলভ অমায়িকতাৰ লগতে আৰু এটি গুণ সোমাই আছিল—স্বভাৱজাত গাম্ভীৰ্য। ইয়াৰ বাবেই কোনেও তেখেতৰ লাই নাপাইছিল। 'Familiarity breeds contempt' বোলা কথাষাৰ তেখেতৰ ক্ষেত্ৰত মিছা বুলি প্ৰতিপন্ন হৈছিল। অহংভাবটো তেখেতৰ সমূলি নাছিল, কিন্তু আত্মসন্মানবোধটো আছিল অতি তীব্ৰ। নলবাৰী কলেজৰ অধ্যক্ষ পদৰপৰা অৱসৰ লোৱাৰ কেইমাহমান আগতে এদিন মই তেখেতক সুধিছিলোঁ কাৰ্যকাল আৰু কিছুদিনলৈ বঢ়াই দিবলৈ কৰ্তৃপক্ষৰ ওচৰত আবেদন কৰিছেনে কি বুলি। তেখেতে তপৰাই ক'লে বোলে নাই কৰা আৰু নকৰেও। আবেদন কৰিলোৱেই যেনিবা, অগ্ৰাহ্য কৰিলে মই লঘু নহমনে? আৰু গ্ৰাহ্য কৰিলেও অতি বেছি দুবছৰহে হ'ব।

ডুবছুৰৰ পিছতহে তো ওলাই আহিবই লাগিব। গতিকে মিছামিছি এইবোৰ জঞ্জাল গোটাই নলওঁ।" কথা প্ৰসংগত তেখেতে তেতিয়া কৈছিল যে কলেজৰ অধ্যক্ষৰ পদত থকা সুদীৰ্ঘ কালছোৱাত তেখেত এদিনলৈকো কলেজৰ কামত (তেতিয়াৰ দিনত) শ্বিলঙত থকা শিক্ষাধিকাৰৰ অফিচলৈ যোৱা নাছিল।

গোস্বামীছাৰে সমাজৰ সংগ ভাল পাইছিল, আৰু সেইবাবেই, ৰাইজে সভা-সমিতিলৈ মাতিলে তেখেতে ৰাইজক বিমুখ কৰিব নোৱাৰিছিল। ৰাইজৰ অনুৰোধ ৰাখি জীৱনৰ শেষলৈকে তেখেতে অলেখ সভাসমিতিত যোগদান কৰিছিলগৈ। ৰাইজক বিমুখ কৰা টান। সেইবাবেই যায়। গা ভালে নাথাকিলেও যায়।

সাহিত্যিক হিচাপে ত্ৰৈলোক্যনাথ গোস্বামী নতুন লেখকসকলৰ প্ৰতি আছিল অতিশয় সহানুভূতিশীল। ন লেখকৰ ৰচনা তেখেতে খৰচি মাৰি পঢ়িছিল। আৰু তাৰ ভুলচুক আঙুলিয়াই দি, লেখকক উৎসাহিত কৰিছিল। গোস্বামীছাৰৰ মনত সেই বহু কথিত 'পুৰুষভেদ'ৰ ভাবে (generation gap) বাঁহ বান্ধিব পৰা নাছিল, নতুন লেখকসকল সম্পৰ্কে তেখেত আছিল সদায় আশাবাদী। এঠাইত তেখেতে লিখিছে : "নতুন নতুন লেখকৰ দুটা এটা কথাত মই অভিভূত হওঁ, মুগ্ধ হওঁ। ভাবোঁ, আমাতকৈ ল'ৰাইঁতে নতুন কথা শিকিছে, নতুন ধৰণে চিন্তা কৰিছে। এটা কথা মোৰ ভাল নালাগে—যেতিয়া দেখোঁ যে সমালোচকসকল অতীত লেখকসকলৰ ক্ষেত্ৰত অবাঞ্ছিতভাৱে প্ৰশংসাপৰ অথচ নতুন লেখকসকলৰ ক্ষেত্ৰত বহুতো সময়ত অন্যায়ভাৱে কঠোৰ" ("ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ")। এই দৃষ্টিভংগী তেখেতৰ উদাৰ মনোভাৱৰ পৰিচায়ক। লেখক হিচাবে ত্ৰৈলোক্যনাথ গোস্বামী আছিল পৰিশ্ৰমী। এবাৰ তেখেতে মোলৈ লিখিছিল : "পুথিয়েই হওক বা প্ৰবন্ধই হওক, তাক লিখিবলৈ অন্ততঃ কিছু শ্ৰম কৰিব লাগে। এই শ্ৰমৰ প্ৰতি সম্পূৰ্ণৰূপে উদাসীন হোৱা তৰল মনৰ সাহিত্যিকেই আমাৰ সমাজত বেছি।" আন এবাৰ, এক বিশেষ প্ৰসংগত, তেখেতে মোলৈ লিখিছিল : ··"মোৰ ডাঠ বিশ্বাস যে ঠেকমনা আৰু পৰশ্ৰীকাতৰ লোকৰ মগজুৰপৰা কোনো মহৎ সৃষ্টি সম্ভৱ নহয়।" অন্য এটা প্ৰসংগত তেখেতে মোক এই বুলি লিখি উপদেশ দিছিল: "নিন্দা-প্ৰশংসাৰ ওপৰত থাকি কাম কৰি যোৱাৰ আদৰ্শ চকুৰ আগত ৰাখিলে নিৰানন্দ, আনন্দ কোনোটাৰে অভিভূত কৰিব নোৱাৰে।"

লেখক হিচাপে, সমালোচক হিচাপে গোস্বামীছাৰে তেখেতৰ জীৱদ্দশাতে ৰাইজৰ অকুণ্ঠ সমাদৰ লাভ কৰিছিল। পিছে তেখেতৰ গালৈ গোবৰ ছটিওৱা নিন্দুকো যে নাছিল তেনে নহয়। কিন্তু মান-অপমান দুয়োটাকে তেখেতে স্থিত প্ৰজ্ঞৰদৰে নিৰ্বিকাৰ-ভাৱে লব পাৰিছিল। সেইদৰেই ব্যক্তিগত জীৱনৰ শোক-দুঃখকো। তেখেত আছিল ধৈৰ্যৰ প্ৰতিমূৰ্তি। জগাপিচাকৈ দুজন ডেকা পুত্ৰকৰ বিয়োগৰ শোকাকুল ক্ষণত মই

তেখেতৰ ধৈৰ্যৰ বান্ধ দেখি স্তম্ভিত হৈছিলে"। তেখেতৰ সান্নিধ্যত অহা যি কোনো লোকেই তেখেতৰ ব্যক্তিত্বৰ উমকণৰ কথা পাহৰিব নোৱাৰে। তেখেতে সঁচাকৈয়ে "sweetness and light"কে বিকীৰিত কৰিছিল। ইংৰাজ কবি ৱৰ্ডচৱৰ্থে তেওঁৰ সুবিখ্যাত কবিতা "টিনটাৰ্ণ এবিবত" লিখিছিল যে সংলোকৰ জীৱনৰ মহত্ত্ব ধৰা পৰে তেওঁৰ প্ৰেম আৰু দয়াৰ অসংখ্য ক্ষুদ্ৰ ক্ষুদ্ৰ, অনামী, ক্ষণস্থায়ী কাৰ্যত। তাৰ বলতেই বহুজনৰ মনোমন্দিৰত তেওঁৰ ভাবমূৰ্তি জিলিকি থাকে। গোস্বামীছাৰৰ ক্ষেত্ৰতো এই কথা খাটে।

গোস্বামীছাৰৰ জীৱনকালত, নলবাৰীৰ বাহিৰৰ বহুতৰ বাবে ঠাইখনৰ পৰিচয় আছিল ত্ৰৈলোক্য গোস্বামীৰ 'দেশ' হিচাপেহে। এবাৰ এটা মজাৰ কথা হৈছিল। ষাঠিৰ দশকৰ মাজভাগৰ কথা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলা শাখাৰ এটা বিভাগত নাম লগাবলৈ এজন ডেকাই আবেদন কৰিছিল। কিন্তু তেওঁ আবেদন কৰা বহুত পলম হৈছিল। তেতিয়ালৈ বিভাগত নাম লগোৱা পৰ্ব শেষ হৈছিল। গতিকে উপায় বিচাৰি প্ৰাৰ্থীজন (অনা-অসমীয়া) বিভাগীয় মূৰব্বী অধ্যাপকগৰাকীৰ কাষ চাপিল। অধ্যাপকে ক'লে যে তেওঁৰ আবেদন বিবেচনা কৰিব পৰা নহ'ব। ডেকাজনে নেৰে, কিবা এটা কৰি দিব লাগে। 'চিট' এটা তেওঁক যেনে তেনে লাগেই। তেওঁ নাচোৰ বান্দা। বহুত সময় পেৰি আছে। তেওঁক ভৰ্তি কৰিলে তেওঁ যে নিজৰ যোগ্যতা ভাল 'ৰিজাল্ট' কৰি প্ৰতিপন্ন কৰি দেখুৱাব তাকো তেওঁ কবলৈ নাপাহৰিলে। কিন্তু অধ্যাপকগৰাকী অলৰ অচৰ। 'না, হবেনা। এখন admission হতে পাৰে না। কিছুতেই না।" ডেকা কিন্তু তথাপি নাতৰে। তেওঁৰ আজলমঠালিত বিৰক্ত হৈ এপাকত অধ্যাপকগৰাকীয়ে বিৰক্তিৰে সুধি পেলালেঃ "আচ্ছা, বল ত, তুমি আসছ কোথা থেকে? তুমি কোন দেশেৰ লোক?" ডেকাই উত্তৰ দিলে, "নলবাৰীৰপৰা আহিছোঁ দিয়ক।" লগে লগে পৰিস্থিতি সলনি হৈ গ'ল।

"নলবাৰী থেকে? তাই বুঝি! তুমি ত্ৰৈলোক্য গোস্বামীৰ দেশেৰ লোক! আমি তোমাকে নেব!"

যিগৰাকী লোকৰ বিনম্ৰ, অমায়িক ব্যক্তিত্বৰ মাপকাঠিৰে এক বিস্তীৰ্ণ, সুপ্ৰাচীন অঞ্চলৰ চৰিত্ৰ জনমানসত উজ্জ্বলভাৱে চিহ্নিত হৈছিল, সেইগৰাকী স্বনামধন্য পুৰুষ ত্ৰৈলোক্যনাথ গোস্বামীৰ সোঁৱৰণত পৰম শ্ৰদ্ধাৰে মূৰ দোঁৱাইছোঁ।

# ত্ৰৈলোক্যনাথ গোস্বামীৰ ব্যক্তিত্ব

## শ্ৰীহৰেন্দ্ৰনাথ শৰ্মা

ত্ৰৈলোক্যনাথ গোস্বামীৰ জীৱনৰ এটা চকুত পৰা বিশেষত্ব হ'ল তেওঁৰ সুগভীৰ ব্যক্তিত্ব। গোস্বামী আছিল এগৰাকী আদৰ্শ শিক্ষক, শিক্ষাবিদ, নন্দনতাত্ত্বিক সমালোচক, কথা-সাহিত্যিক, সুবক্তা, আদৰ্শ গৃহস্থ, উদাৰ আৰু স্নেহশীল, কৰ্মপটু পণ্ডিত লোক। নলবাৰীৰ গাতে লাগি থকা আশ্ৰম আশ্ৰম যেন লগা ঘৰখনত আৰ্থিক অস্বচ্ছল অৱস্থাকো নেওচি উন্নত-পৱিত্ৰ ভাব লৈ কৰ্ম জীৱনত অধ্যয়ন, চিন্তন, মনন আৰু অনুশীলনৰ যোগেদি তেওঁ এনে এক অসাধাৰণ ব্যক্তিত্বসম্পন্ন জীৱন গঢ়ি তুলিছিল যে তাৰ তুলনা কমেই পোৱা যায়। 'সৰল জীৱন যাপন আৰু উচ্চ চিন্তাই' আছিল তেওঁৰ জীৱনৰ ব্ৰত।

বাক মিতব্যয়ী গোস্বামী মানুহজনৰ ওখ-পাখ নিপোটল শৰীৰ ধীৰ-স্থিৰ খোজ-কাটল দেখিলেই আৰু ওচৰ চাপি অলপ কথা-বতৰা পাতিলেই তেওঁৰ ব্যক্তিত্বৰ কথা অনুমান কৰিব পাৰি, বুজিব পাৰি। স্বোপাৰ্জিত ধনেৰে আটোমটোকাৰিকৈ চলোৱা ঘৰখনলৈ মন কৰিলে বিশেষকৈ ঘৰ-দুৱাৰ, আচবাব, বস্ত্ৰ-বস্তু আদিৰ জৰিয়তে তেওঁৰ সুকীয়া ৰুচিবোধৰ উমান পাব পাৰি। আড়ম্বৰহীন কিন্তু সুশৃংখল আৰু পৰিপাটি। বাহ্যিক আড়ম্বৰ আৰু বিলাসী সা-সামগ্ৰীৰ প্ৰতি তেওঁ আছিল বীতশ্ৰদ্ধ। তেওঁৰ নিজস্ব মনৰ অনুকূলে ঘৰখনত, বাহিৰা আৱহাৱাৰ স্থান নাই। শোৱনী ঘৰৰ পিৰালিত বৰপীৰাখন—আবেলি প্ৰায়ে তাতে বহে, পৰিয়ালৰ লোকৰ লগত কথা পাতে। চোতালখনৰ বৰ্গাকৃতিৰ মাজ অংশ লিপা-পোচা, চাৰিওকাষে সেউজীয়া ঘাঁহনি, কাষে কাষে নাৰ্জি-গোলাপ নানা ৰঙৰ বিৰঙৰ ফুল। পদূলি মুকলি, কাষত ফুলনি, মাজত সেউজীয়া ঘাঁহনি,— কি যে এক কলা সুলভ ৰুচি। গোটেই ঘৰখনৰ সংযুতিত গোস্বামী মানুহজনৰ ব্যক্তিত্ব পৰিস্ফুট। গোস্বামীৰ ৰুচি অনুসাৰে ঘৰখন নিয়াৰিকৈ চলোৱা দায়িত্বকে ধৰি ল'ৰা-ছোৱালীৰ তত্ত্বাৱধান, পঢ়া-শুনাৰ খা-খবৰ ৰখা সকলো জঞ্জাল অৱশ্যে মূৰ পাতি লৈছিল তেওঁৰ সহধৰ্মিনী শ্ৰীমতী নলিনী দেৱীয়ে। তেওঁৰ দৰে আদৰ্শ গৃহিণী অতিকে বিৰল গোস্বামী কেৱল পৰিদৰ্শকৰ দৰে ভ্ৰু-ভাহে লৈছিল। তেওঁ ল'ৰা-ছোৱালীৰ প্ৰতি থকা স্নেহবশতঃ কেতিয়াও অনিয়ম-উশৃংখলতাক প্ৰশ্ৰয় দিয়া নাছিল ; দাবি ধমকি, মাৰ-ধৰ কৰি কাকো শাসনো কৰা নাছিল ; অথচ আটাইকেইটা ল'ৰা-ছোৱালীয়ে তেওঁক বৰ সমীহ কৰি চলিছিল। বৰ পুতেক অধ্যাপক অতুল

গোস্বামীয়ে এদিন ৰগৰ কৰি কোৱা শুনিছিলোঁ ঃ "পিণ্ডি চুলা খুউৰা খৰমযোৰ পিন্ধি খোজ কাঢ়োতে খট্‌খট্‌কৈ হোৱা শব্দ শুনিলে মোৰ বুকুত পৰা যেন লাগে।" গোস্বামীৰ ঘৰখনৰ সকলো সতর্ক হৈ পৰে। এনে ব্যক্তিত্ব কেইজন অভিভাৱকৰ থাকে ?

তেখেতে জীৱনৰ আগছোৱাত চুলা খুউৰা খৰম পিন্ধিছিল। তেওঁ হোকা হুপিছিল আৰু মিক্‌চাৰ তৈয়াৰ কৰি খাইছিল। কিন্তু শেষ বয়সত মৃত্যুৰ ওঠৰ বছৰমান আগতে গোস্বামীছাৰক ডাক্তৰে নিচা খোৱা পৰিহাৰ কৰিবলৈ পৰামর্শ দিছিল। ডাক্তৰৰ নির্দেশ তেখেতে আখৰে আখৰে পালন কৰিছিল।

ত্ৰৈলোক্যনাথ গোস্বামী শিক্ষক, সাহিত্যিক, শিক্ষানুষ্ঠানৰ প্ৰশাসক-অধ্যক্ষ আৰু সমাজ কর্মী আছিল। এই আটাইকেউটা ক্ষেত্ৰতে পৰিস্ফুট তেওঁৰ ব্যক্তিত্ব স্মৰণীয়। ইংৰাজী বিষয়ৰ শিক্ষক হলেও আন আন বিষয়ৰ ওপৰতো তেওঁৰ আছিল গভীৰ দখল। বিষয়বস্তুৰ ওপৰত থকা গোস্বামীছাৰৰ প্ৰগাঢ় জ্ঞান আৰু তেখেতৰ বৈশিষ্ট্যপূর্ণ শিক্ষাদান পদ্ধতিয়ে ছাত্ৰ-ছাত্ৰীক মুগ্ধ কৰিছিল। তেওঁৰ শ্ৰেণীত, শ্ৰেণী-কোঠাবিলাক শিক্ষার্থী সকল যিদৰে পঠনীয় বিষয়ৰ প্ৰতি অনুৰাগী হৈছিল সেইদৰে কলেজৰ অধ্যক্ষ-প্ৰশাসক গোস্বামীৰ সন্মুখত কোনো ছাত্ৰ-ছাত্ৰীয়ে মূৰ তুলি কথা কোৱাৰ বা প্ৰতিবাদ কৰাৰ সাহস কৰিবপৰা নাছিল। তেওঁৰ ব্যক্তিত্বৰ ওচৰত সকলোৱে হৈছিল নত। পুৱা দহ বজাৰ লগে লগে কলেজলৈ আহি নিশা আঠ বজামানলৈ গোস্বামী সচৰাচৰ কলেজতে আছিল। দিনটোৰ ভিতৰত তেওঁ কলেজত ফাইলৰ বা ছাত্ৰ-ছাত্ৰীৰ দৰ্খাস্তপাতি চোৱা আদি বিভিন্ন কাম কৰা, কোনো সময়ত লেখি-পঢ়ি থকা, শ্ৰেণীলৈ ডুবাৰমান গৈ পাঠদান কৰা, মাজতে দুপৰীয়া আৰামী চকীখনত বহি কিছুপৰৰ বাবে জিৰণি লোৱা, কেতিয়াবা মিক্‌চাৰ পকাই পকাই এখোজ দুখোজকৈ বাৰাণ্ডাৰে গৈ শিক্ষকৰ জিৰণি কোঠাৰ সন্মুখত থিয় হৈ কোনোজন শিক্ষকক মাত দি ডিঙাকাৰ মেজখনৰ মূৰতে বহি শিক্ষকসকলৰ লগত আলোচনা-বিলোচনা-ৰসিকতা কৰা, কেতিয়াবা অধ্যক্ষৰ কোঠাতে কোনোজন শিক্ষকৰ লগত আলাপ-আলোচনা কৰা, কোনো এটা সময়ত বাৰাণ্ডাৰে অহা-যোৱা কৰি শ্ৰেণীসমূহৰ ভু-ভা লোৱা—এয়া আছিল তেওঁৰ কলেজৰ প্ৰশাসনিক কর্তব্যৰ দৈনন্দিন খতিয়ান। শিক্ষক-কর্মচাৰী কোনোৱে কর্তব্যত অবহেলা কৰিলে কটুকথাৰে নাইবা জাননী দি বা কৈফিয়ৎ তলব কৰি সতর্ক কৰা প্ৰয়োজন প্ৰায়ে তেওঁৰ হোৱাই নাছিল। কিয়নো কর্তব্যত অবহেলা কৰা জনক হাঁহি মাৰি "কিহা অমুক তোমাক দেখো দেখা নাই" বুলি কলেই তেওঁ ধৰা পৰা বুলি উপলব্ধি কৰিছিল আৰু ভৱিষ্যতলৈ সতর্ক হৈছিল। এনে আছিল তেওঁৰ ব্যক্তিত্ব।

স্বাধীন চিন্তা আৰু উচ্চ আদর্শই গোস্বামীৰ ব্যক্তিত্বক গঢ় দি তুলিছিল। কলেজ সংক্ৰান্তীয় কোনো কথাতে হেনো সংশ্লিষ্ট বিষয়া বা প্ৰতিপত্তিশীল লোকৰ ওচৰত নিজ

চিন্তা-আদৰ্শক পৰিহাৰ কৰি মূৰ নত কৰা স্বভাৱ তেওঁৰ মুঠেই নাছিল। অথচ তেওঁ এনে ব্যক্তিত্বশীল লোক আছিল যে, কলমৰ বলেৰে অধ্যক্ষৰ কোঠালিত বহিয়েই সকলো কাম সমাধা কৰিছিল।

ত্ৰৈলোক্যনাথ গোস্বামী এগৰাকী সভা শুৱনী পুৰুষ আৰু সুবক্তা আছিল। তেওঁ কেবাটাও অনুষ্ঠানৰ-সভাপতিৰূপে গুৰি ধৰিছিল আৰু বিভিন্ন শিক্ষা, সাহিত্য-সংস্কৃতিৰ লগত জড়িত অনুষ্ঠান প্ৰতিষ্ঠান, উৎসৱ-পৰ্বৰ সভাতো সভাপতিৰূপে দায়িত্ব পালন কৰিছিল। তেওঁ সভাপতিৰ আসনত থাকিলে কোনো বক্তাই আবেগ-উত্তেজনাৰ বশবৰ্ত্তী হৈ উশৃংখল পৰিস্থিতিৰ সৃষ্টি কৰা নাইবা অযথা যি পাই তাকে কোৱাৰ সাহস নকৰি সংযমী হৈ পৰাহে দেখা গৈছিল। ইয়াৰ কাৰণো আছিল গোস্বামীৰ ব্যক্তিত্ব। সমজুৱাৰ মন, সময় আৰু পৰিবেশলৈ লক্ষ্য ৰাখি গোস্বামীয়ে সভা-সমিতিত ভাষণ দিছিল। তেখেতৰ বক্তৃতাত আবেগ-উচ্ছ্বাসৰ স্থান নাছিল ; কাকো অযথা তোষামোদ কৰা নাছিল নাইবা কাৰো প্ৰশস্তিও গোৱা নাছিল। শ্ৰোতাৰ মানসিকতালৈ লক্ষ্য ৰাখি শুৱলা আৰু হৃদয়গ্ৰাহীকৈ বক্তব্য বিষয় উপস্থাপন কৰিছিল। উপস্থাপন ৰীতি আৰু কথন শৈলী ইমান সুন্দৰ আছিল যে, সকলোৱে তেওঁৰ বক্তৃতা কাণ পাতি শুনিছিল। বক্তা ত্ৰৈলোক্যনাথ গোস্বামীৰ ব্যক্তিত্ব বক্তৃতাৰ মাজেৰেই পৰিস্ফুট হৈ পৰিছিল।

ত্ৰৈলোক্যনাথ গোস্বামীৰ চিন্তা, কৰ্ম আৰু সৃষ্টিৰ মাজেৰে উদ্ভাসিত অননুকৰণীয় ব্যক্তিত্বই তেওঁক জনমানসত অধিক সৰ্বজনগ্ৰাহী আৰু আদৰণীয় কৰি তুলিছিল। এনে ব্যক্তিত্বৰ অধিকাৰী লোক অতিকৈ বিৰল।

# মোৰ দুষাৰ

## শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

সাহিত্যিক পণ্ডিত প্ৰয়াত ত্ৰৈলোক্যনাথ গোস্বামীদেউ বয়সে আমাৰ সমনীয়া হলেও কলেজলৈ তেওঁ আমাতকৈ পাছতহে গৈছিল। কলেজত থাকোতে তেওঁক চিনি পাইছিলোঁ যদিও বিশেষ ঘনিষ্ঠতা নাছিল। তেওঁ ইংৰাজীত এম, এ পাছ কৰি যোৰহাট চৰকাৰী হাইস্কুলত শিক্ষকতা কৰিবলৈ যায়। তেতিয়া মই জগন্নাথ বৰুৱা কলেজত। সেই সময়ৰ পৰা আমাৰ ঘনিষ্ঠতা হয়। তেতিয়া যোৰহাটত ব্যৱসায় কৰি থকা ৺জগদীশচন্দ্ৰ ভট্টাচাৰ্য কবিৰাজৰ বহাত আমাৰ প্ৰায়ে আড্ডা বহে। তাত ত্ৰৈলোক্য গোস্বামী, অধ্যাপক পদ্মেশ্বৰ গগৈ, অধ্যাপক দুলালচন্দ্ৰ ভূঞা, অধ্যাপক ৺জয়কৃষ্ণ মিশ্ৰ, হৃদয়ানন্দ গোহাই আৰু দুই চাৰিজন প্ৰায়ে আহে। মাজে মাজে ইঘৰত সিঘৰত গানৰ আসৰ বহে। আৰু এই আসৰত ত্ৰৈলোক্য গোস্বামীয়ে প্ৰায়ে তবলা বজায় আৰু গানো গায়। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ হেড মাষ্টৰে তেওঁক সংগীত শিক্ষাত উৎসাহ দিছিল। কিছুদিনৰ পাছত মযো যোৰহাটৰ পৰা আঁতৰি আহিলোঁ আৰু তেওঁ যোৰহাটৰপৰা গুচি আহে। মাজতে আমি দুয়ো একে সময়তে কটন কলেজত অস্থায়ীভাৱে কাম কৰিছিলোঁ। ১৯৪৪ চনত মই প্ৰতিষ্ঠাতা অধ্যক্ষৰূপে নগাঁৱলৈ আহিলোঁ আৰু ইয়াৰ অলপ দিনৰ পাছতে তেওঁ নলবাৰী কলেজৰ অধ্যক্ষ নিযুক্ত হয়। ইতিমধ্যে গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাত গুৱাহাটীত আমাৰ সভা-সমিতিবোৰত প্ৰায়ে দেখা সাক্ষাৎ হয়।

গোস্বামী দেৱৰ সাহিত্য চৰ্চা আগৰ পৰাই আছিল যদিও নলবাৰীলৈ অহাৰ পাছতহে তেওঁৰ গল্পবোৰ প্ৰকাশ হয় আৰু প্ৰবন্ধও প্ৰকাশ হয়। তেতিয়াৰপৰা তেওঁ একেবাহে গল্প আৰু প্ৰবন্ধ লিখাত একানপতীয়াকৈ লাগে। বি. এত তেওঁৰ দৰ্শনৰ অনাৰ্চ আছিল আৰু সেই গুণে তেওঁৰ নন্দনতত্ত্ব চৰ্চাত ভালকৈ খাপ বহিল। শেষত তেওঁ নন্দনতত্ত্ব চৰ্চাতেই সম্পূৰ্ণৰূপে মনোনিবেশ কৰিলে। এই বিষয়ৰ চৰ্চাত ৺গোস্বামী দেৱেই একমাত্ৰ সাহিত্যিক বুলিব পাৰি। মোৰ জনাত গোস্বামীদেউ স্বাধীন চেতা মানুহ আছিল আৰু ৰাজনীতিত ৰবকৈ সোমাই নপৰিলেও তেওঁৰ ৰাজনীতিও একদেউ শৰণীয়া আছিল অৰ্থাৎ নিজ মত পৰিবৰ্তন নকৰিছিল। নানা প্ৰতিকূল অৱস্থাৰ মাজতো তেওঁ ধৈৰ্য আৰু আদৰ্শ পৰিহাৰ নকৰিছিল। তেওঁ উজনিৰ ফালে আহিলে প্ৰায়ে আমাৰ বহাত সোমাই মাত লগাই গৈছিল। তেওঁৰ নলবাৰীৰ ঘৰলৈ কেবাবাৰো

লোক মাতিছিল, বিশেষকৈ ৰাস উৎসৱৰ সময়তো ৰবকৈ মাতিছিল ; কিন্তু মোৰ দুৰ্ভাগ্যবশতঃ যোৱা হৈ নুঠিল। তেওঁ আৰু কেইবছৰমান থকা হলে নিশ্চয় আমাৰ সাহিত্যত কিছু গহীন বস্তু দিব পাৰিলেহেঁতেন—যি দিলে সিয়ো সামান্য নহয়। এই প্ৰয়াত বন্ধুজনৰ প্ৰতি অকিঞ্চন সহকৰ্মীৰ এয়া শ্ৰদ্ধাৰ কথনা ফুল।

# বন্ধু ত্ৰৈলোক্যনাথ গোস্বামী

## ডাঃ হৰেকৃষ্ণ গোস্বামী

বন্ধু ত্ৰৈলোক্যনাথ গোস্বামী আৰু মই বয়সত সমসাময়িক। আমি দুয়ো নলবাৰী গৰ্ড'ন হাইস্কুলত পঢ়িছিলোঁ। মই একশ্ৰেণী তলত পঢ়িছিলোঁ। তেওঁ একশ্ৰেণী ওপৰত পঢ়িছিল। আমাৰ দুয়োৰো বন্ধুত্ব বৰ গভীৰ আছিল। স্কুললৈ আহোতে দুয়ো এবাৰ নহয় এবাৰ লগ লাগি কথা পাতিছিলোঁ। সেই সময়ত আমাৰ নলবাৰী গৰ্ড'ন হাইস্কুলৰ প্ৰধান শিক্ষক আছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। তেওঁ দেখাত অতি সুস্থ,সবল, বগা, দেখনীয়াৰ, ডাঙৰ-দীঘল লোক আছিল। তেওঁ সাহিত্যিক, ৰসিক, গল্প লিখক, অভিনেতা আৰু নাট্যকাৰ আছিল· নলবাৰী গৰ্ড'ন হাইস্কুলৰ সৰস্বতী পূজা তিনদিনীয়াকৈ উলহ-মালহেৰে উদযাপিত হৈছিল। ৰভাখনো জাকজমকৈ দিয়া হৈছিল। আমাৰ ঘৰ খূদীয়াসত্ৰত আছিল। নলবাৰী টাউনৰ পৰা দেৰ মাইল উত্তৰে এই সত্ৰখন অৱস্থিত। আমাৰ উপৰি পুৰুষ আছিল অসমৰ নামজাদা সু-সাহিত্যিক গোপালমিশ্ৰ দেৱ। তেওঁ 'ঘোষাৰত্ন', 'ভাগৱত' আদি কেইবাখনো ধৰ্মীয় পুথিৰ প্ৰণেতা আছিল। আমাৰ খূদীয়াসত্ৰৰ উপৰি পুৰুষ কবি গোপালমিশ্ৰদেৱ সংস্কৃতৰ বিদগ্ধ পণ্ডিত আৰু কবি ভট্টদেৱৰ সখীয়েক আছিল। তেওঁ বৈষ্ণৱ গুৰু দামোদৰদেৱৰ প্ৰধান শিষ্য আছিল।

নলবাৰী গৰ্ড'ন হাইস্কুলৰ সৰস্বতী পূজাৰ ৰভাৰ কাৰণে আমি ছাত্ৰবিলাকে কাহিবন কাটিবলৈ খূদীয়াৰ জংগললৈ গৈছিলোঁ। এই দলটোত ত্ৰৈলোক্য গোস্বামীও আছিল। কাহিবন কাটি থাকোতে ভাগৰ লগাত আমি ঘৰলৈ আহি চাহ আৰু চিৰা খাইছিলোঁ। আমাৰ মাতৃদেৱীয়ে ত্ৰৈলোক্য গোস্বামীক বৰ মৰম কৰিছিল। মাজে মাজে মাতৃদেৱীয়ে আমাক নাৰিকলৰ লাড়ু বান্ধিও খুৱাইছিল।

বন্ধু ত্ৰৈলোক্যনাথ গোস্বামীৰ ঘৰ আছিল নলবাৰী সত্ৰত। তেওঁৰ উপৰি পুৰুষ আছিল সংস্কৃতৰ বিদগ্ধ পণ্ডিত। তেওঁবিলাক বৈষ্ণৱ গুৰু চৈতন্য সম্প্ৰদায়ৰ লোক

আছিল। ত্ৰৈলোক্য গোস্বামী পঢ়া-শুনাত চোকা বুদ্ধিৰ ছাত্ৰ আছিল। তেওঁ স্কুলৰ ছাত্ৰ সভাৰ সম্পাদক আছিল। সভা-সমিতিত ভাল বক্তৃতা দিব পাৰিছিল। তৰ্ক প্ৰতিযোগিতাত সদায় আগৰণুৱা আছিল। শিক্ষকসকলে তেওঁক প্ৰশংসা কৰিছিল। তেওঁ ফুটবল খেলাত পাৰ্গত আছিল। তেওঁ নলবাৰী গৰ্ডন হাইস্কুলৰপৰা প্ৰথমবিভাগত মেট্ৰিকুলেচন পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰপৰা অৰ্নাচসহ বি, এ পৰীক্ষাত কৃতকাৰ্যতা লাভ কৰে। ভাগ্যৰ কথা গুৱাহাটী কটন কলেজত ইংৰাজীৰ এম. এ পঢ়িবলৈ কলিকতা বিশ্ববিদ্যালয়ে সেই বছৰৰপৰা অনুমতি দিছিল। ত্ৰৈলোক্য গোস্বামীয়ে গুৱাহাটী কটন কলেজত এম. এ পঢ়াৰ সুবিধা গ্ৰহণ কৰি তাৰ পৰা এম এ পৰীক্ষাত উত্তীৰ্ণ হৈছিল। তেওঁ চিলেটৰ মুৰাৰি চাদ কলেজত অধ্যাপক হিচাবে চৰকাৰী চাকৰিত সোমাইছিল। তাত কেইবছৰমান চাকৰি কৰি সেই চাকৰি এৰি দি কলিকতাত অক্সফোৰ্ড কোম্পানীত কাম কৰি তাত কেইবছৰমান আছিল। কলিকতাত থকা সময়ত তাৰপৰা ওলোৱা 'আৱাহন' আলোচনীত প্ৰবন্ধ আদি লিখিবলৈ আৰম্ভ কৰে। এইদৰে অসমীয়া সাহিত্য-চৰ্চাৰ প্ৰতি তেওঁৰ আগ্ৰহ বাঢ়ে। এইদৰে এইবিষয়ত তেওঁ সুনাম অৰ্জন কৰিবলৈ সক্ষম হয়। এওঁৰ লেখাবোৰ অতি আকৰ্ষণীয় আৰু মনোগ্ৰাহী হৈছিল। সেই সময়ত মই কলিকতাৰ প্ৰেচিডেন্সি মেডিকেল স্কুলত ডাক্তৰী পঢ়ি আছিলোঁ। ত্ৰৈলোক্যনাথ গোস্বামীৰ সৈতে কলিকতাত মোৰ মাজে সময়ে লগা লগি হৈছিল। মাজে সময়ে মাহেকীয়া 'আৱাহন' আলোচনীত মোৰ দুই এটা প্ৰবন্ধ প্ৰকাশ পাইছিল। তাত থকা সময়ত কলিকতাবাসী অসমীয়া ছাত্ৰসকলৰ সম্পাদক আছিল তীৰ্থনাথ শৰ্মা। মাঘ বিহু উৎসবত কলিকতাৰ বটানিকেল গাৰ্ডেনত অসমীয়া ছাত্ৰ-ছাত্ৰীসকলে গোট খাই সভা অনুষ্ঠিত কৰিছিল। সেই সভাত সভাপতিত্ব কৰিছিল কলিকতা হাইকোৰ্টত ওকালতি কৰি থকা অধিবক্তা স্বনামধন্য হলিৰাম ডেকাই। সেই সভাত কলাগুৰু বিষ্ণুৰাভাই গান গাই সকলোকে মুগ্ধ কৰিছিল। সেই সভাত বিশিষ্ট অতিথি হিচাবে সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামীদেৱে অসমীয়া জাতিৰ বিহু সম্বন্ধে অতি প্ৰাঞ্জল ভাষাত অতি আকৰ্ষণীয় ৰূপত বক্তৃতা দি সকলোকে মুগ্ধ কৰিছিল। সভাত উপস্থিত থকা বঙালীলোকসকলে বক্তাৰ পৰিচয় লৈছিল আৰু ভূয়সী প্ৰশংসা কৰিছিল। সেই সভাত ময়ো উপস্থিত আছিলোঁ। নলবাৰীৰ লোক হিচাপে ময়ো ত্ৰৈলোক্য গোস্বামীৰ কৃতিত্বত গৌৰৱ অনুভৱ কৰিছিলোঁ। সভাপতি হলিৰাম ডেকা দেৱেও গোস্বামীদেৱক বিশেষভাবে প্ৰশংসা কৰিছিল।

১৯৪৫ চনত নলবাৰীত উচ্চ শিক্ষাৰ বাবে এখন কলেজ পতাৰ অৰ্থে প্ৰভাতচন্দ্ৰ গোস্বামী, হৰিচৰণ পাঠক আৰু মই আয়োজন কৰিছিলোঁ। ৰাজহুৱা সভা পাতি নলবাৰী অঞ্চলৰ ৰাইজৰ সন্মতি লোৱা হৈছিল। নলবাৰী কলেজৰ অধ্যক্ষ হিচাবে

ত্ৰৈলোক্যনাথ গোস্বামী এম এ. বি. এল দেৱক নিয়োগ কৰা হৈছিল। সেই সময়ত এটা বিৰোধীদলে অৱশ্যে ইয়াত বাধা দিবলৈ প্ৰচেষ্টা চলাইছিল যদিও সেই চেষ্টা ব্যৰ্থ হৈছিল।

নলবাৰী নাট্য মন্দিৰত ২৮ জন ছাত্ৰৰে নলবাৰী কলেজ আৰম্ভ কৰা হৈছিল। কলেজ পাতিবৰ বাবে কলিকতা বিশ্ববিদ্যালয়ৰ পৰাহে অনুমতি লবলগীয়া হৈছিল : কিয়নো সেই সময়ত অসমত বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱা নাছিল। প্ৰথম বছৰ বিশ্ববিদ্যালয়ৰপৰা অনুমতি নোপোৱা হেতু আমি আটায়ে হতাশ হৈছিলোঁ। কিন্তু অধ্যক্ষ গোস্বামীদেৱ হলে মুঠেই হতাশ হোৱা নাছিল। হৰিচৰণ পাঠক আৰু মোক পৰামৰ্শ দিছিল কলিকতালৈ গৈ কলিকতা বিশ্ববিদ্যালয়ৰ কলেজ পৰিদৰ্শক আৰু অধিবক্তা হলিৰাম ডেকাক লগ ধৰিবলৈ। অৱশেষত কলেজৰ পৰিচালনা সমিতিৰ নিৰ্দেশ অনুসৰি আমি দুয়ো অৰ্থাৎ হৰিচৰণ পাঠক আৰু মই কলিকতালৈ যাত্ৰা কৰি তাত কলেজ পৰিদৰ্শক আৰু হলিৰাম ডেকাক লগ ধৰি নলবাৰীত কলেজ পাতিবৰ বাবে যাৱতীয় অনুমতি দিবৰ বাবে অনুৰোধ কৰিলোঁ। তেওঁলোকে আমাক আশ্বাস দিলে। এদিন অধিবক্তা হলিৰাম সহ কলিকতা বিশ্ববিদ্যালয়ৰ কলেজ পৰিদৰ্শক নলবাৰীলৈ আহিল আৰু কলেজ পৰিদৰ্শন কৰি সন্তুষ্ট হৈ কলেজ পাতিবৰ বাবে হুকুম দিছিল। নলবাৰী কলেজৰ Affiliations ৰ হুকুমৰ খবৰ বিয়পি পৰাত সকলোৰে মাজত আনন্দৰ ঢৌ বিয়পি পৰিছিল। বছৰে বছৰে নলবাৰী কলেজৰ ছাত্ৰৰ সংখ্যা বাঢ়ি গৈছিল। পৰীক্ষাত ছাত্ৰ-ছাত্ৰীসকলে ভালকৈ উত্তীৰ্ণ হৈ বিশ্ববিদ্যালয়ত স্থান অধিকাৰ কৰিছিল।

অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ যত্নত নলবাৰীৰলোকৰ অসমীয়া সাহিত্যৰ প্ৰতি ঢাউতি জন্মিছিল আৰু আগ্ৰহ বাঢ়িছিল। নলবাৰী সাহিত্য সমাজৰ তেওঁ জন্মদাতা আছিল। সাহিত্য সমাজৰ জৰিয়তে প্ৰবীণ সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামী দেৱৰ পৰামৰ্শক্ৰমে বহুতে প্ৰবন্ধ আদি লিখিছিল আৰু কিতাপ আদি ৰচনা কৰি প্ৰকাশ কৰিছিল। ১৯৬৫ চনত নলবাৰীত তেওঁবিলাকৰ আমন্ত্ৰণক্ৰমে মাঘ মাহত অসম সাহিত্য সভাৰ অধিবেশন অনুষ্ঠিত হয়। সেই সভাত প্ৰবীণ সাহিত্যিক অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীদেৱ অভ্যৰ্থনা সমিতিৰ সভাপতি, ডাঃ হৰেকৃষ্ণ গোস্বামী ( মই ) আৰু নৃপেন্দ্ৰমল্ল বৰুৱা অভ্যৰ্থনা সমিতিৰ সম্পাদকদ্বয় আছিল। সভাত মুখ্য অতিথি হিচাবে উৰিষ্যাৰ প্ৰাক্তন মুখ্যমন্ত্ৰী ডঃ হৰেকৃষ্ণ মেহতাব আহিছিল। তেওঁৰ ভাষণ উৰিয়া ভাষাত দি সকলোকে মুগ্ধ কৰিছিল। প্ৰধান সাহিত্যিক অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী দেৱৰ অভিভাষণো অতি মনোমোহা হৈছিল। তেওঁৰ অভিভাষণখন অতি উচ্চখাপৰ আছিল।

নলবাৰী টাউনৰ বাসিন্দা দাতা বৰেণ্য পুৰুষ মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে ঘৰে মাটি নলবাৰী সাহিত্য-সমাজৰ নামত ৰেজেষ্ট্ৰী কৰি দান দিছিল। তাত অসমীয়া সাহিত্য সম্বন্ধে আলোচনা কৰা হৈছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ নামত পুথি ভঁৰাল আছে আৰু তাত উচ্চখাপৰ বহুত মূল্যবান কিতাপ আছে।

প্ৰবীণ সাহিত্যিক অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ সুচেষ্টাত আৰু সাহিত্য-সমাজৰ জৰিয়তে নলবাৰীৰ যুৱ সমাজৰ পৰা কেইবাগৰাকীও সাহিত্যিকৰ সৃষ্টি হৈছে। সাহিত্যিক ত্ৰৈলোক্য গোস্বামীকে আদি কৰি নলবাৰীৰ কেইবাজনো সাহিত্যিকে অসম চৰকাৰৰপৰা সাহিত্যিক পেঞ্চন লাভ কৰিছিল। গোস্বামীদেৱ নলবাৰী কলেজৰ অধ্যক্ষ হিচাপে থকাৰ সময়তেই এই কলেজত সদৌ অসম কলেজ শিক্ষক সন্থাৰ বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হৈছিল। ইয়াৰ মূল সভাত সভাপতিত্ব কৰিছিল ত্ৰৈলোক্যনাথ গোস্বামীদেৱে।

মই অভ্যৰ্থনা সমিতিৰ সভাপতি আছিলোঁ। সেই সভাত অসমৰ নামজ্বলা সংস্কৃত পণ্ডিত বিপিনচন্দ্ৰ গোস্বামীদেৱে সংস্কৃত ভাষাৰে বক্তৃতা দি সকলোকে মুগ্ধ কৰিছিল। কলেজ-শিক্ষকসকলৰ কিছুমানে সংস্কৃতৰ বক্তৃতা শুনি আচৰিত হৈছিল। সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামীৰ সৈতে আমি অসমৰ কেইবাঠাইতো অসম সাহিত্য সভাৰ অধিবেশনত প্ৰতিনিধি হিচাবে যোগদান দি অংশ গ্ৰহণ কৰাৰ সুযোগ লাভ কৰিছিলোঁ। অসমৰ বাতৰি কাকতত ত্ৰৈলোক্য গোস্বামীৰ সুনাম প্ৰচাৰ হৈছিল। লগে লগে আমিও গৌৰৱ অনুভৱ কৰিছিলোঁ। ১৯৬৫ চনত মাঘমাহত নলবাৰীত অসম সাহিত্য সভাৰ অধিবেশন কৃতকাৰ্যতাৰে সমাপন হোৱাৰ পিছত বহাগ সংক্ৰান্তিত উৰিষ্যা সাহিত্য সন্মিলনৰ নিমন্ত্ৰণ পাই প্ৰবীন সাহিত্যিক অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ সৈতে মই কটককৈ গৈছিলোঁ। ষ্টেচনত আমাক বহুলোকে অভ্যৰ্থনা জনাই মালা পিন্ধাই মটৰেৰে আগবঢ়াই নি কটক চাৰকুইট হাউচত ৰাখিছিল। কটকত উৰিষ্যা সাহিত্য সভা কেইবা-দিনো বহিছিল। আমাক দুয়োকো সদায় চাৰকুইট হাউচৰ পৰা সভাৰ স্থলীলৈ মটৰেৰে অনা-নিয়া কৰিছিল। সভাত আমাক দুয়োকো নি মঞ্চত বহুৱাইছিল। ডঃ হৰেকৃষ্ণ মেহতাৰে আমাক দুয়োকো দৰ্শকৰ মাজত পৰিচয় কৰি দিছিল। সেই সময়ত সভাৰ স্থলীত খুব হাত চাপৰিৰ শব্দ উঠিছিল। আমি দুয়ো সমাজৰ আগত মূৰ দোঁৱাইছিলোঁ। সভাত ত্ৰৈলোক্যনাথ গোস্বামী দেৱে মুখ্য অতিথি হিচাবে অসমীয়া ভাষাত শুৱলা বক্তৃতা দি সমজুৱাক মুগ্ধ কৰিছিল। সভাপতিৰ অনুৰোধক্ৰমে ময়ো অসমীয়াতে বক্তৃতা দিছিলোঁ। আমালোকৰ বক্তৃতা সকলোৰে মনোগ্ৰাহী হোৱা বুলি ভূয়সী প্ৰশংসা কৰিছিল। উৰিষ্যাৰ কটক, ভুবনেশ্বৰ, কৰ্ণাৰক, পুৰী আদি ঠাইবোৰ আৰু তীৰ্থস্থানবোৰ দেখাৰ সকলো ৰকমৰ সুবিধা কৰি দিছিল মেহতাৰে। উৰিষ্যা বাতৰি

কাকতত ফটো সহ আমাৰ নাম প্ৰচাৰিত হৈছিল। গোটেই উৰিষ্যাখন ভ্ৰমণ কৰোতে আমাৰ বিশ-পচিশ দিন লাগিছিল। পুৰীত সমুদ্ৰত বন্ধু ত্ৰৈলোক্যনাথ গোস্বামীৰ সৈতে দুয়ো হাতত ধৰা ধৰিকৈ স্নান কৰিছিলোঁ—সমুদ্ৰৰ ঢৌত মূৰ ডোৱাই অসীম আনন্দ লাভ কৰিছিলোঁ। সমুদ্ৰৰ পাৰত দুয়ো মুক্ত বায়ু উপভোগ কৰিছিলোঁ। মুক্ত বায়ু স্বাস্থ্যৰ কাৰণে ভাল। সেই যাত্ৰাত বন্ধু গোসাইৰপৰা বিভিন্ন গল্প শুনি মনত ভাল লাগিছিল। গোসাই কথা কোৱাত বৰ পৈণত আছিল। পুৰী, ভুবনেশ্বৰ আৰু কটকত থাকোতে আমাক সাংবাদিকসকলে মাতি নি কেইবা ঠাইতো চাহ-জলপান আদি খুৱাইছিল। পুৰীত মহাপ্ৰভু জগন্নাথ-মন্দিৰ দুয়োবেলা দৰ্শন কৰি ভোগ আদি আনন্দ বাজাৰত খাই তৃপ্তি লাভ কৰিছিলোঁ। পুৰীত ৭৫২ জন ব্ৰাহ্মণে দিনে সাতবাৰকৈ ভোগ পাক্ কৰে। পুৰী চহৰৰ লোকসকলে বেচিভাগে ভোগ কিনি খায়। পুৰীৰ ভোগৰ ধৰণ বহু ৰকমৰ আৰু বৰ তৃপ্তি দায়ক। ভাৰতবৰ্ষৰ আন মন্দিৰ বিলাকত পুৰীৰ জগন্নাথ মন্দিৰৰ নিচিনা উচ্চ খাপৰ ভোগ পোৱা নাযায়। শ শ তীৰ্থযাত্ৰীয়ে মহাপ্ৰভু জগন্নাথৰ মন্দিৰ ৰাতিপুৱাৰ পৰা দৰ্শন কৰে। যাত্ৰীসকলৰ যাতায়ত ৰচীৰে নিয়ন্ত্ৰণ কৰে। উৰিষাত বিশ-পচিশ দিনমান ভ্ৰমণ কৰাৰ অন্তত তেওঁলোকে আমাক ৰেলৰ প্ৰথম শ্ৰেণীত তুলি দি বিদায় দিছিল। আমি কলিকতা-হাৱৰা ষ্টেচনৰে প্ৰথম শ্ৰেণীৰ টিকেট কাটি ৰেলেৰে নিৰাপদে নলবাৰী পালোঁহি।

অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীদেৱে সাহিত্য অকাদেমীৰপৰা পুৰস্কাৰ পাইছিল। তেওঁ পূৰ্বাঞ্চল মাৰোৱাৰী সমাজৰপৰাও নগদ টকা লাভ কৰিছিল।

তেওঁ অসম প্ৰকাশন পৰিষদৰদ্বাৰা পুৰস্কৃত হৈছিল। তেওঁৰ 'নন্দন তত্ত্ব' ভাৰতীয় ভাষাৰ এটি বিৰল কৃতি। প্ৰথিতযশা সমালোচক গোস্বামীদেৱে প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যৰ সমন্বয় ৰাখি কেইবাখনো কিতাপ লিখি বিশিষ্ট সমালোচক ৰূপে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছিল। অসম সাহিত্য সভাৰ সভাপতিৰূপে লিখা তেওঁৰ অভিভাষণ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি হিচাপে নিৰ্বাচিত হৈছিল। ডিব্ৰুগড় বিশ্ববিদ্যালয়ে তেওঁক আংশিক বক্তা হিচাবে নিয়োগ কৰিছিল।

গোৱালপাৰা আৰু পলাশবাৰীত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিৱেশনৰ মূল সভা গোস্বামী দেৱৰ সভাপতিত্বত সম্পন্ন হৈছিল।

তেওঁ কোনো দিনে কোনো সময়ত অপ্ৰয়োজনীয় কথা কৈ নকটাইছিল। তেওঁ সাধু প্ৰকৃতিৰ লোক আছিল। তেওঁক নলবাৰী অঞ্চলৰ ৰাইজে সদায় শ্ৰদ্ধাৰে চাইছিল আৰু সন্মান কৰিছিল। নলবাৰী অঞ্চলৰ ৰাইজে সকলো সময়তে তেওঁক সকলোধৰণৰ ৰাজহুৱা সভাত সভাপতি হিচাবে বাচি লৈছিল। তেওঁৰ ভাষণত সকলো সন্তুষ্ট হৈছিল, আনকি বিপক্ষদলৰ লোকসকলো তেওঁৰ কথাত অসন্তুষ্ট নহৈছিল।

তেওঁ নলবাৰী কলেজত অধ্যক্ষ হৈ থকা কালত কোনো সমস্যাই তেওঁক জুকলা কৰিব পৰা নাছিল। তেওঁ আছিল ধৈৰ্যৰ প্ৰতিমূৰ্তি। আমাৰ দুয়োৰে মাজত ৰাজনৈতিক আদৰ্শৰ ফালৰপৰা মিল নাই। গোস্বামী ছ'ছিয়েলিষ্ট পাৰ্টিৰ লোক আৰু মই কংগ্ৰেছ দলৰ লোক। কিন্তু দুয়োৰে বন্ধুত্ব অচল-অটল, এৰাএৰি নাই। দুয়ো একেলগে কলেজৰ কাৰণে কাম কৰিছোঁ, সাহিত্য-সমাজৰ বাবে কাম কৰিছোঁ, অসম সাহিত্য সভাৰ হকে কাম কৰিছোঁ। প্ৰিয় গোসাঁই সদৃশ বন্ধু জীৱনত আৰু কোনো দিনে নাপাম। [ ]



ঘ. ছাত্ৰৰ দৃষ্টিৰে ত্ৰৈলোক্য গোস্বামী

কৃতী শিক্ষক ত্ৰৈলোক্য গোস্বামী

# শিক্ষাগুৰু ত্ৰৈলোক্যনাথ গোস্বামীৰ সোঁৱৰণত

## শ্ৰীঅজিত কুমাৰ শৰ্মা

আমাৰ চামৰ ছাত্ৰসকলৰ বাবে সৌভাগ্যৰ কথা আছিল যে আমি কেইবাজনো প্ৰতিভাশালী পুৰুষক আমাৰ শিক্ষাগুৰু হিচাপে পাইছিলোঁ। এইসকল শিক্ষকেই প্ৰকৃততে আমাৰ জীৱনৰ গঢ় দিলে। তেখেতসকলক আমি কেতিয়াও পাহৰিব নোৱাৰোঁ। এই কেইজনৰ আদৰ্শ, নিষ্ঠা, পাণ্ডিত্য সদায় স্মৰণীয় আৰু প্ৰেৰণাৰ উৎস হৈ থাকিব।

পৰম শ্ৰদ্ধেয় ত্ৰৈলোক্যনাথ গোস্বামীও হ'ল এনে এজন চিৰস্মৰণীয় শিক্ষক। অকল শিক্ষকেই নহয়, আমাৰ জীৱনৰ পথপ্ৰদৰ্শকো। তেখেতৰ সান্নিধ্যলৈ অহাৰ প্ৰথম সুযোগ পাইছিলোঁ যোৰহাট চৰকাৰী হাইস্কুলত। তেতিয়া আমি নৱমমান শ্ৰেণীৰ ছাত্ৰ। গোস্বামীদেৱক এবছৰমানৰ বাবে যোৰহাট হাইস্কুলত ইংৰাজীৰ শিক্ষক হিচাপে পাইছিলোঁ। তেখেতৰ ব্যক্তিত্বই তেতিয়াই মোৰ মনত এক গভীৰ সাঁচ বহুৱাইছিল। ছমহীয়া পৰীক্ষা এটাত তেখেতেই আমাৰ প্ৰশ্নোত্তৰ কাকত পৰীক্ষা কৰিছিল। মোৰ উত্তৰ কাকতত ভুলবোৰ শুধৰাই দি লগতে প্ৰশংসা আৰু পৰামৰ্শৰ দুশাৰীমানো লিখি দিছিল। সেয়াই আছিল মোৰ বাবে আপুৰুগীয়া উদগনি। তেতিয়াই তেখেতৰ সৈতে ব্যক্তিগত সম্পৰ্কৰ সূত্ৰপাত। তেতিয়াৰেপৰা শিক্ষক ছাত্ৰৰ এই সম্বন্ধ স্থায়ী হৈ ৰ'ল।

শ্ৰেণীত ইংৰাজী বিষয়ত শিক্ষাদান কৰাৰ উপৰিও গোস্বামীদেৱে শ্ৰেণীৰ বাহিৰত আমি কেবাজনো ছাত্ৰৰ সৈতে ভাষা-সাহিত্য আৰু অন্যান্য বিষয়ৰ আলোচনা কৰিছিল। তেখেতৰ আদৰ্শ আৰু স্বাধীন চিন্তাৰ সৈতে সেই সুযোগতে আমাৰ পৰিচয় ঘটে। সততে তেখেতে আমাক উপদেশ দিছিল গ্ৰন্থ অধ্যয়নৰ অভ্যাস কৰিবলৈ আৰু সহজ সৰল ভাষাত ইংৰাজী লিখিবলৈ। এইদৰে শ্ৰেণীৰ ভিতৰে-বাহিৰে তেখেতৰপৰা পোৱা উৎসাহ-উদগনিয়ে আমাৰ পৰৱৰ্তী জীৱনৰ পথতো অশেষ সহায় কৰিছিল। এইজন শিক্ষকৰ সংস্পৰ্শই বন্ধুবৰ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য (প্ৰখ্যাত সাহিত্যিক আৰু বৰ্তমান সাহিত্য অকাডেমিৰ সভাপতি) আৰু মোক বিশেষকৈ অনুপ্ৰাণিত কৰিছিল। গোস্বামীদেৱেও আমাক ছাত্ৰ হিচাপে সদায় মৰম কৰিছিল।

যোৰহাট হাইস্কুলৰপৰা আহি যেতিয়া কটন কলেজত ভৰ্তি হলোঁহি তেতিয়া পুনৰ গোস্বামীদেৱক অধ্যাপক ৰূপে পাইছিলোঁ। ইংৰাজী টিউটৰিয়েল গ্ৰুপৰ যিটো তেখেতে লৈছিল তাতে সৌভাগ্যক্ৰমে মোৰ নামটোও তালিকাভুক্ত হৈছিল। এই গ্ৰুপৰ প্ৰথম আৰম্ভৰ দিনাই আমাক ব্যাখ্যা কৰিবলৈ দিয়া কবিতা ফাকি আজিও মনত আছে। সেই ফাকি আছিল লং ফেলোৰ 'Life is real, life is earnest ; life is not an

empty dream'. এই কবিতা ফাকি যে অকল আমাক ব্যাখ্যা কৰিবলৈকে দিছিল এনে নহয় ; তাক হৃদয়ংগম কৰিবলৈও দিছিল। এই ফাকি কথাত নিহিত থকা অৰ্থৰ লগত তেখেতৰ জীৱন দৰ্শনৰ সম্বন্ধও আছিল। তেখেতে নিজৰ জীৱনত এক স্থিৰ আদৰ্শ অনুসৰণ কৰিছিল আৰু কোনো ক্ষেত্ৰতে আপোচ কৰিবলৈ সন্মত নাছিল। এনে আদৰ্শৰ বলতেই তেখেতে সকলো ঘাত-প্ৰতিঘাতৰ সন্মুখীন হৈছিল আৰু নিজ কৰ্তব্য সাহসেৰে সম্পাদন কৰিছিল। তেখেতে আনকো আদৰ্শৱান হোৱাটো বিচাৰিছিল। তেখেতৰ ছাত্ৰ হিচাপে আমাকো আদৰ্শৰ পথ অনুসৰণ কৰাটো তেখেতে আশা কৰিছিল।

ছাত্ৰ জীৱন সমাপ্ত কৰি যেতিয়া শিক্ষক হলোঁহি আৰু বাজহুৱা জীৱনত সোমালোঁহি তেতিয়া ঘটনাচক্ৰই আকৌ শিক্ষাগুৰু গোস্বামীদেৱৰ ওচৰ পোৱালেহি। ইতিমধ্যে তেখেতে চৰকাৰী মুৰাৰিচান্দ কলেজৰ অধ্যাপকৰ পদ এৰি দি নলবাৰীৰ বাইজেন-কৈ পতা নলবাৰী কলেজৰ অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰিলেহি। সেই সময়ত প্ৰাইভেট কলেজৰ অধ্যক্ষ হোৱা মানে অনিশ্চিত ভৱিষ্যতৰ সন্মুখীন হোৱা। তেনেস্থলতো নিৰাপদ চৰকাৰী চাকৰি ত্যাগ কৰি গোস্বামীদেৱে সেই পথকে বাছি লোৱাৰ মূলতে আছিল তেখেতৰ স্বাধীন মন আৰু স্বদেশপ্ৰেম। চৰকাৰী কলেজৰ বান্ধোনত গোস্বামীদেৱৰ মনে শান্তি নাপালে। নিজ জন্মস্থানলৈ উলটি আহি কলেজ পৰিচালনাৰ দায়িত্ব লৈ নলবাৰী অঞ্চলৰ গাঁৱলীয়া ডেকা-গাভৰুসকলৰ মাজত উচ্চশিক্ষা বিস্তাৰৰ বাবে মনপুতি লাগিলহি কিন্তু যি মহৎ আদৰ্শ লৈ কলেজৰ দায়িত্ব মূৰ পাতি লৈছিলহি তাক ৰূপায়িত কৰাৰ পথত অনেক কণ্টক ওলাইছিল। তেখেতৰ স্বাধীন মনেই বহুত ক্ষেত্ৰত তেখেতক বিপদত পেলাইছিল। সেই সময়ত শাসকদল কংগ্ৰেছৰ অখণ্ড প্ৰতাপ। কংগ্ৰেছ নেতৃত্বৰ ওচৰত অযথা সেও মানিবলৈ তেখেতে অস্বীকাৰ কৰাৰ বাবেই কলেজৰ অধ্যক্ষ হিচাপেও বহুত বাধাৰ বিৰুদ্ধে যুঁজিব লগা হৈছিল। কলেজ পৰিচালনা সমিতিৰ ভিতৰত কংগ্ৰেছৰ দলীয় সংকীৰ্ণতাৰ বিৰুদ্ধে যুঁজিব লগা হোৱাত অধ্যক্ষ গোস্বামীৰ অশেষ শক্তিৰ অপচয়ো হ'ল। অৱশ্যে গোস্বামীদেৱৰ অপৰাজেয় ব্যক্তিত্বৰ সন্মুখত বিপক্ষৰ অসহিষ্ণুতাই জয় লাভ কৰিব নোৱাৰিলে।

দেশ স্বাধীন হোৱাৰ পিছত, বিশেষকৈ মহাত্মা গান্ধীৰ তিৰোধানৰ পিছত যি এক ব্যাপক ৰাজনৈতিক পৰিস্থিতি উদ্ভৱ হ'ল আৰু শাসনত অধিষ্ঠিত হৈ কংগ্ৰেছ দলে যি ধৰণে অসহিষ্ণুতাৰ আশ্ৰয় ললে তেনে অৱস্থাত ৰাইজৰ গণতান্ত্ৰিক স্বাৰ্থ অটুট ৰাখিবৰ অৰ্থে কংগ্ৰেছৰ প্ৰতিপক্ষৰূপে দেশজুৰি সমাজবাদীদল এটা গঠনৰ আৱশ্যকতা আহি পৰিল। অসমতো সমাজবাদী আন্দোলনৰ সংগঠন হ'ল আৰু সমগ্ৰ প্ৰদেশতে ডেকা-গাভৰু, খেতিয়ক, শিক্ষক-শিক্ষয়িত্ৰী, উকীল-মুক্তিয়াৰে এই আন্দোলনত যোগ দিলে। যিসকল

স্বাধীনচিন্তীয়া নাগৰিকে সমাজবাদী আদৰ্শত উদ্বুদ্ধ হৈ এই আন্দোলনত যোগ দিছিল তাৰ ভিতৰত ত্ৰৈলোক্যনাথ গোস্বামী আছিল যাই। ১৯৫১ চনৰ সাধাৰণ নিৰ্বাচনত সমাজবাদী দলৰ অনুৰোধত গোস্বামী দেৱে নলবাৰী বিধানসভা সমষ্টিত সমাজবাদী প্ৰাৰ্থী হিচাপেও ঠিয় দিছিল। সামান্য ভোটৰ ব্যৱধানৰ বাবে তেখেত নিৰ্বাচন যুঁজত অসফল হ'ব লগা হ'ল। কিন্তু নিৰ্বাচন ক্ষেত্ৰত ভোট কম পালে যদিও প্ৰকৃততে তেখেতক পৰাজিত কৰিব নোৱাৰিলে। এই অসফলতাৰ বাবে গোস্বামীদেৱে নিজে কেতিয়াও আক্ষেপ কৰা নাছিল। সময়ৰ আহ্বানত তেখেতে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি কৰ্তব্য পালন কৰিছিল বুলিহে তেখেতে ধৰিছিল। তাৰ পিছতো জীৱনৰ শেষ সময়লৈকে সক্ৰিয় ৰাজনীতি নকৰিলেও তেখেতে সমাজবাদী আন্দোলনৰ পৃষ্ঠপোষক হৈ আছিল। সমাজবাদী আন্দোলনৰ সহকৰ্মী হিচাপেও সুদীৰ্ঘ কালজুৰি তেখেতৰ সৈতে আমাৰ অত্যধিক ঘনিষ্ঠতা স্থাপন হৈছিল। যি কোনো সময়তে আৱশ্যকমতে আমাক তেখেতে দিহা-পৰামৰ্শ দিছিল আৰু উদগনি দিছিল।

আৰু এক ক্ষেত্ৰত গোস্বামীদেৱক পথপ্ৰদৰ্শক ৰূপে পাইছিলোঁ। অসমৰ বেচৰকাৰী কলেজসমূহৰ উন্নতি সাধন আৰু শিক্ষক শ্ৰেণীৰ স্বাৰ্থ ৰক্ষাৰ্থে ১৯৪৯ চনত অসম কলেজ শিক্ষক সংস্থা প্ৰতিষ্ঠা কৰা হৈছিল। আৰম্ভণিৰে পৰা কেইবাবছৰলৈকে এই সংস্থাৰ সংগঠনৰ দায়িত্ব পালন কৰোঁতে অধ্যক্ষ গোস্বামীদেৱৰ দিহা-পৰামৰ্শ সততে লৈছিলোঁ। এই সময়ছোৱাত তেখেত আছিল এজন মুখ্য উপদেষ্টা। কলেজ শিক্ষক সংস্থাৰ প্ৰতি-ষ্ঠাপক সভাপতি আছিল অধ্যাপক আৰ. আৰ থমাচ. দ্বিতীয়জন সভাপতি হ'ল শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মা আৰু তৃতীয়জনেই আছিল অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী। অধ্যক্ষ গোস্বামী একেৰাহে দুবছৰ সভাপতি আছিল। সেই সময়ত তেখেতৰ স্বাধীন দৃষ্টিভংগী আৰু নেতৃত্বই সকলো শিক্ষক-শিক্ষয়িত্ৰীক স্বাধীন চিন্তা কৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল আৰু অসম কলেজ শিক্ষক সংস্থাকো শক্তিশালী কৰি তুলিছিল।

সাহিত্যিক, সমালোচক, ৰসিক, গল্পকাৰ আৰু চিন্তাবিদ ৰূপে ত্ৰৈলোক্য নাথ গোস্বামী অসমতে নহয় সৰ্বভাৰততে প্ৰখ্যাত আছিল। কিন্তু এই সকলোৰে ওপৰত তেখেত আছিল এজন মহান শিক্ষক। ☐

# কৃতী শিক্ষক ত্ৰৈলোক্যনাথ গোস্বামী

ডক্টৰ হৰিনাথ শৰ্মা দলৈ

শিক্ষক শিক্ষা-জগতৰ মূল-কেন্দ্ৰ। চিৰকলীয়া কথাযোগ্য-শিক্ষকে শিক্ষাৰ্থীক আকৰ্ষণ কৰে, নাইবা যোগ্য শিক্ষকৰ ফালে কেউপিনৰপৰা শিক্ষাৰ্থী ঢাল খায়। (কি কি গুণৰ যোগেদি শিক্ষকে যোগ্যতা লাভ কৰে, তাৰ উল্লেখ প্ৰসংগক্ৰমে আমি কৰিম) অতীতৰ কথা নকওৱেই, আজিৰ দিনতো দেখা যায়—যি স্কুল বা কলেজত ভাল ভাল শিক্ষক (যোগ্য শিক্ষক) থাকে, তাত ল'ৰা-ছোৱালীৰ ভিৰ বেছি, অভিভাৱকেও তেনে শিক্ষানুষ্ঠানত নিজৰ ল'ৰা-ছোৱালীক সুমাই দিব পাৰিলে বহু পৰিমাণে সকাহ পায় আৰু অলপ-অচৰপ গৌৰৱ অনুভৱো কৰে। এনেকুৱা এটা দিন আছিল—ব্যাকৰণ নিখুঁতভাৱে পঢ়িবলৈ খুজিলে গামেৰমুৰীয়া দেউ চন্দ্ৰকান্ত বিদ্যা-লংকাৰৰ ওচৰ চাপিছিল, স্মৃতি-শাস্ত্ৰত বিশেষজ্ঞ হবলৈ খুজিলে দতবীয়া দেউ শিৱনাথ বুজৰবৰুৱা বা কোচবিহাৰৰ মদননাথ স্মৃতিৰত্নৰ কাষলৈ গৈছিল আৰু ন্যায়-দৰ্শন আদিৰ ছাত্ৰক নৱদ্বীপৰ পণ্ডিত বিশেষেহে আকৰ্ষণ কৰিছিল। "মই সাতকড়ি বাবুৰ ছাত্ৰ" বুলি উপযুক্তভাৱেই গৌৰৱ কৰা সংস্কৃত-সাহিত্যৰ অধ্যাপকক আমি লগ পাইছোঁ। যোগ্য শিক্ষক বা অধ্যাপকৰ ওচৰত শিকা বিদ্যা যে অধিক শক্তিশালী আৰু ইয়াক লৈ যে মানুহে জীৱনত শৈক্ষিক-সমৰ জয় কৰিব পাৰে, ই নিশ্চিত।[১] কোনো কোনো শিক্ষানুষ্ঠান (বিশেষকৈ সংস্কৃত টোল) যোগ্য-শিক্ষক বিশেষৰ নামানুসৰি জনাজাত হোৱাৰ নিচিনা নলবাৰী কলেজখনকো কোনো কোনোৱে এটা সময়ত ত্ৰৈলোক্য গোস্বামীৰ কলেজ বুলিয়েই কৈছিল।

বিগত প্ৰায় ডুকুৰি বছৰীয়া অসমৰ শিক্ষা-জগতত ত্ৰৈলোক্যনাথ গোস্বামীৰ নামটো আছিল সকলোৰে পৰিচিত আৰু বহুতৰ কাৰণে শ্ৰদ্ধা আৰু আকৰ্ষণৰ বস্তু। ১৯৬০ চনৰো কিছু আগৰেপৰা গল্পলিখকৰূপে তেখেত প্ৰসিদ্ধ হৈ উঠিছিল "আৱাহন" আলোচনীৰ যোগেদি। পুৰণি "আৱাহনৰ" পাত লুটিওৱা অভ্যাস থকা কাৰণে হাই স্কুলৰ ষষ্ঠ-সপ্তম-শ্ৰেণীত পঢ়া অৱস্থাৰেপৰা তেখেতৰ নামটোৰ লগত মোৰ অলপ পৰিচয় হৈছিল। মই যেতিয়া দশম শ্ৰেণীৰ ছাত্ৰ, ১৯৪৫ চনৰ শেষৰ ফালে মই পঢ়া স্কুলখনৰ বাৰ্ষিক-অধিবেশনৰ সভাপতিৰ আসনত তেখেতক প্ৰথমতে দেখাৰ সুযোগ পাওঁ। সভাপতিৰূপে সিদিনা তেখেতে যি বক্তৃতা দিছিল, তাৰ সাৰমৰ্ম মনত নাথাকিলেও

---

১. বৈভ্য আৰু যৱক্ৰীতৰ আখ্যানৰ মাজেদি মহাভাৰতে এই সত্য প্ৰমাণ কৰি দেখুৱাইছে। [মহা, ৩/১৩৫—১৩৯]

তেখেতৰ মনোগ্ৰাহী কথন-ভংগিমা আৰু প্ৰকাশ-লালিত্য আজিও মোৰ মনত স্পষ্ট। ১৯৪৬ চনত মেট্ৰিকুলেছন্ পৰীক্ষা পাছ কৰি আই-এ খাপৰ বছৰ দুটা পঢ়াৰ উদ্দেশ্যে নৱ-প্ৰতিষ্ঠিত নলবাৰী কলেজতে নাম লিখোঁ। উল্লেখযোগ্য কথা– কলেজখন নৱ-প্ৰতিষ্ঠিত হলেও তালৈ আকৰ্ষণ হোৱাৰ এটা প্ৰধান কাৰণ আছিল ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ ছাত্ৰ হোৱাটো। তেখেতে শ্ৰীহট্টৰ মুৰাৰিচাদ কলেজৰ ইংৰাজী সাহিত্যৰ প্ৰৱক্তাৰ পদ এৰি আহি ১৯৪৫ চনত স্থাপিত নলবাৰী কলেজৰ অধ্যক্ষৰূপে ভৰি ধৰে।

আই-এ খাপত, কলেজীয়া শিক্ষা-লাভত দুবছৰৰ কাৰণে ত্ৰৈলোক্য গোস্বামীদেৱক মই শিক্ষকৰূপে পাওঁ। পদমৰ্যাদাত তেখেত আছিল কলেজৰ অধ্যক্ষ। কিন্তু শিক্ষা-দানত তেখেতৰ অনুপ্ৰেৰণা আৰু সচেষ্টতা দেখি আমাসবৰ মনোৰাজ্যত শিক্ষকৰূপেহে তেখেত অধিক স্পষ্টৰূপে বিৰাজিত হৈছিল। কিয়নো অধ্যক্ষৰ পদমৰ্যাদাত গহীন-গম্ভীৰহৈ প্ৰশাসনীয় দণ্ড হাতত লৈ বহি থকাতকৈ পঢ়ুৱা কামত ব্যস্তহৈ থকা আৰু পঢ়ুৱাব-লগীয়া বিষয়কেন্দ্ৰী নানা কথা আয়ত্ত কৰা কামতেই তেখেতক মনোনিৱেশ কৰা দেখা গৈছিল। সেই সময়ত দুয়োটা শ্ৰেণীৰেই গোটেইবোৰ ইংৰাজীৰ ক্লাছ তেখেতে অকলে লোৱাৰ উপৰিও সপ্তাহত দুটাকৈ Tutorial Classও লৈছিল। তাৰ উপৰিও, সেই সময়ত কলেজখনত অসমীয়াৰ সুকীয়া অধ্যাপক নথকা কাৰণে দুয়োটা শ্ৰেণীতে সপ্তাহত এটাকৈ অসমীয়াৰ ক্লাছো তেখেতে লৈছিল অকল সেই নতুন অৱস্থাতেই নহয়, পৰৱৰ্তী কালতো—যেতিয়া ইংৰাজী সাহিত্যৰ প্ৰৱক্তাৰ অভাৱ নাছিল, তেতিয়াও তেখেতে সপ্তাহত কেইবাটাও ক্লাছ লৈছিল বুলি শুনিছোঁ। ই তেখেতৰ শিক্ষা-দানৰ মাজত পোৱা বিমল আনন্দৰ পৰিচয়।

এজন কৃতী বা যোগ্য শিক্ষক হবলৈ হলে ব্যক্তিবিশেষ কিছুমান গুণৰ অধিকাৰী হব লাগে। প্ৰথম কথা—ভাল শিক্ষক হবলৈ হলে শিক্ষকৰ বিষয়জ্ঞান পূৰ্ণৰূপে থাকিব লাগে, অৰ্থাৎ তেওঁ যি বিষয় শিকায়, সেই বিষয়ৰ খুঁটি-নাটি সকলো কথা আঁৰ নথকাকৈ তেওঁ আয়ত্ত কৰিব লাগে। লগতে সেই বিষয়ৰ আনুষংগিক সকলো কথা তেওঁৰ মনোমুকুৰত জিলিকি থাকিব লাগে। এই কথা কিন্তু একেদিনে সম্ভৱ নহয়— ইয়াৰ কাৰণে লাগে জীৱনজোৰা অধ্যয়ন। আমাৰ দেশৰ ঐতিহ্যয়ো এই কথা কয়— "যাৱজ্জীৱমধীতে বিপ্ৰঃ।" আকৌ, গভীৰ বিষয়জ্ঞান থকা পণ্ডিত এগৰাকীও সাৰ্থক-শিক্ষক হব নোৱাৰিব পাৰে। তাৰকাৰণে তেওঁৰ লাগে সুস্পষ্ট প্ৰকাশিকাশক্তি, প্ৰত্যুৎপন্নমতি, চিত্তাকৰ্ষক নানা আখ্যান-উপাখ্যানৰ স্মৃতি আৰু গ্ৰন্থ বিশেষৰ অন্তৰ্গত কঠিন কথাবোৰ বুজাই দিয়াৰ ক্ষমতা।[২] কালিদাসেও অন্যপ্ৰকাৰে এই সত্য প্ৰতিপাদন

---

২. প্ৰবৃত্তবাক্ চিত্ৰকথ উহৱান প্ৰতিভানৱান্।
আশু গ্ৰন্থস্য বক্তা চ যঃ স পণ্ডিত উচ্যতে ॥ [মহাভাৰত, ৫।৩৩।২৮]

কৰিছে যে শাস্ত্ৰজ্ঞানত নিপুণ হ'ল বুলিয়েই ব্যক্তি বিশেষ মাত্ৰেই কৃতী শিক্ষক হব নোৱাৰে।[৩] অৰ্থাৎ, সাৰ্থক-শিক্ষকৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ কাৰণে অকল বিষয়জ্ঞানত পণ্ডিত হলেই নহয়, শিক্ষা-দান কৌশলতো শ্ৰেষ্ঠ হব লাগিব চতুৰ।[৪] ত্ৰৈলোক্যনাথ গোস্বামীদেৱ পূৰ্বসূৰি সমৰ্থিত এই গুণবোৰৰ আছিল পূৰ্ণ অধিকাৰী। তেখেত আছিল আজীৱন অধ্যয়নশীল, তাৰ যোগেদি তেখেতে লাভ কৰিছিল সাহিত্য আৰু সমালোচনা-বিদ্যাৰ উপৰিও আন বহুতো প্ৰাসংগিক-বিষয়ত গভীৰ জ্ঞান। নিজৰ অনুভূতি বা উপলব্ধিৰ মাজত থকা কথাবোৰ আনৰ উপলব্ধিগোচৰ কৰা যে এটা এটা বিশেষ আৰ্ট, এই তত্ত্ব গোস্বামীদেৱে বুজি পাইছিল। সেই মৰ্মে, ছাত্ৰৰ আগত যি কথা যি ধৰণে উপস্থাপন কৰিব লাগে আৰু যি ভাষাৰে তাক প্ৰকাশ কৰিব লাগে তাকেই কৰিব পাৰিছিল। সুস্পষ্ট কণ্ঠস্বৰ আৰু ভাৱানুযায়ী মুদ্ৰা-প্ৰদৰ্শনো শিক্ষকৰ অন্যতম গুণ। ছাত্ৰক শিকোৱাৰ সময়ত এই দুই গুণৰ সংযোগৰ মাজেদি তেখেতৰ শিক্ষাদান-আৰ্টে অধিক কলাত্মক-ৰূপ লৈ ছাত্ৰ-ছাত্ৰীৰ মন বিশেষভাৱে আকৰ্ষণ কৰিছিল। উল্লেখযোগ্য কথা--মুদ্ৰাদোষ আৰু দুৰ্বল বা অস্পষ্ট কণ্ঠস্বৰে শিক্ষক জীৱনলৈ আনে অকৃতকাৰ্যতা।

সময়নিষ্ঠা বা সময় তৎপৰতা আৰু নিয়মানুবৰ্তিতা—এই দুটাও শিক্ষক জীৱনৰ প্ৰধান গুণ। এই দুই গুণৰ অধিকাৰী হব নোৱাৰিলে শিক্ষকৰ ব্যক্তিত্ব কমি যায় আৰু লগতে নিজৰ কৰ্মসম্পাদনতো আউল লাগে। ত্ৰৈলোক্য গোস্বামীৰ পাত এই দুয়োটা গুণ পূৰ্ণৰূপত দেখা গৈছিল। আমি দেখিছিলোঁ– প্ৰথম অৱস্থাত তেখেতে ঠিক ১০ ৩০ বজাত কলেজলৈ আহিছিল আৰু আবেলি কলেজৰ সকলো কাম শেষ হোৱালৈকে, অৰ্থাৎ ৪/৫ বজালৈকে কলেজত আছিল। পৰৱৰ্তী কালত যেতিয়া নৈশ-শাখা আৰম্ভ হৈছিল, তেতিয়া তেখেত নৈশ-শাখাৰ অন্ততঃ দুটা ক্লাছ শেষ হোৱালৈকে কলেজত আছিল। ক্লাছলৈ পলমকৈ যোৱা বা নিৰ্দ্ধাৰিত সময়ৰ আগতে ক্লাছ এৰি অহা অভ্যাস তেখেতৰ নাছিল।

অধ্যক্ষ আছিল যদিও ত্ৰৈলোক্য গোস্বামীৰ প্ৰশাসনীয় অনুৰাগতকৈ শিক্ষকতাৰ প্ৰতি অনুৰাগহে দেখা গৈছিল বেছি, এই কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। নলবাৰী কলেজে যেতিয়া সকলো পিনেদি পূৰ্ণ ৰূপ লৈ উঠে, যেতিয়া শিক্ষকৰ কোনো অভাৱ নাছিল, তেতিয়াও তেখেতে স্বেচ্ছাই ছাত্ৰ-ছাত্ৰীক শিক্ষাদান কৰিছিল– বিশেষকৈ অনাৰ্ছ ক্লাছত। তেখেতে এই কাম কৰিছিল—কৰ্তব্যৰ কোনো দায়িত্বত নহয় –

৩. সুশিক্ষিতোঽপি সৰ্ব্বউপদেশদৰ্শনে ন নিপুণো ভৱতি। [মালবিকাগ্নিমিত্ৰ, ১ম অঃ]
৪. শ্লিষ্টা ক্ৰিয়া কস্যচিদাত্মসংস্থা সংক্ৰান্তিৰন্যস্য বিশেষযুক্তা।
যস্যোভয়ং সাধু সশিক্ষকানাং ধুৰি প্ৰতিষ্ঠাপয়িতব্য এৱ॥
[মালবিকাগ্নিমিত্ৰ, ১ম অঃ]

অনুৰাগত। ইয়াৰ উপৰিও, ত্ৰৈলোক্য গোস্বামীৰ ছাত্ৰ-ছাত্ৰীৰ প্ৰতি যি স্নেহ আৰু সহানুভূতি আছিল সিও ছাত্ৰ-ছাত্ৰীৰ মানস-পটত আৰু সামাজিক-পটভূমিত আদৰ্শ-শিক্ষকৰূপে তেখেতক প্ৰতিবিম্বিত কৰি তুলিছিল। লিখা পঢ়াৰ প্ৰতি অনুৰাগ থকা ছাত্ৰৰ প্ৰতি প্ৰয়োজন বিশেষে তেখেতৰ বিশেষ স্নেহ আৰু সহানুভূতি লক্ষ্য কৰা গৈছিল। আনকি মই নিজেই তেখেতৰ স্নেহ আৰু সহানুভূতিৰদ্বাৰা বহু পৰিমাণে অনুপ্ৰাণিত হৈছিলোঁ।

ক্লাছত ভিন্ন ৰুচিৰ বহু ধৰণৰ ছাত্ৰ থাকে। আলোচিত বিষয়ৰ প্ৰতি আকৰ্ষিত নহলে তেওঁলোকে স্বাভাৱিকতে গোলমাল কৰে। বিক্ষিপ্ত-ভাবত অস্থিৰ ছাত্ৰসকলৰ মন শিক্ষকে নিজে কোৱা কথাৰে আকৰ্ষণ কৰি ক্লাছটো সুশৃংখল কৰি ৰখাটো শিক্ষকৰ এটা ডাঙৰ কাম। তাৰকাৰণে শিক্ষকে ছাত্ৰৰ মনস্তত্ত্ব বুজিব লাগে। সেইমৰ্মে, কেতিয়াবা তেওঁ শিক্ষণীয় বিষয়ৰ লগত সংগতি ৰাখি উপকথাৰো অৱতাৰণা কৰিব লাগে, কেতিয়াবা হাস্যৰসৰো সৃষ্টি কৰিব লাগে আৰু প্ৰয়োজন হলে কেতিয়াবা কৃত্ৰিম ক্ৰোধ বা আনন্দও প্ৰকাশ কৰিব লাগে। এই কৌশলবোৰ প্ৰয়োগ কৰি গোস্বামীদেৱে ক্লাছ কমত যে ছাত্ৰ-শিক্ষক উভয়ৰ কাৰণে এটা সুখকৰ আৰু সন্তোষজনক পৰিবেশ সৃষ্টি কৰিব পাৰিছিল, এই কথা তেখেতৰ ছাত্ৰ মাত্ৰেই জানে। অকল ক্লাছ কমত বুলিয়েই নহয়, তেখেতৰ মৃদু আৰু তাৎপৰ্যপূৰ্ণ হাস্যৰসে আন কথা-বতৰাৰ মাজতো মানুহক আমোদ দিছিল।

পাণ্ডিত্য কৰ্মনিষ্ঠা, নিয়মানুবৰ্তিতা, সময়নিষ্ঠা, আদৰ্শনিষ্ঠা, কথাৰ সংগতিৰক্ষা আদি গুণবোৰে মানুহৰ ব্যক্তিত্ব সুদৃঢ় কৰে। এই গুণবোৰৰ যোগেদি গঢ় লৈ উঠা ব্যক্তিত্বই ত্ৰৈলোক্য গোস্বামীৰ শিক্ষক জীৱন মহীয়ান কৰি তুলিছিল।

সুস্বাস্থ্য অৱশ্যে শিক্ষক-জীৱনৰ অন্যতম বিশেষ সম্পদ। দুখৰ কথা—আদি অৱস্থাত কিন্তু গোস্বামীদেৱ এই সম্পদৰ পূৰ্ণ অধিকাৰী হব পৰা নাছিল। হাপানি ৰোগে (asthma) সেই সময়ত তেখেতক পীড়া কৰা দেখা গৈছিল। আনকি ক্লাচ কমতো কেতিয়াবাকানি হঠাতে সেই অসুখে তেখেতক অধ্যাপনা কাৰ্যত কিছু অসুবিধাত পেলাইছিল। কিন্তু সুখৰ কথা—বয়সৰ লগে লগে তেখেতৰ সেই অসুখ উপশম হৈ অহা দেখা গৈছিল।

কৃতী শিক্ষা-গুৰু ত্ৰৈলোক্য গোস্বামী আজি আৰু নাই। তেখেতৰ বিদেহী আত্মাই তেখেতৰ গুণমুগ্ধসকলক অনুপ্ৰাণিত কৰক, সেই শাশ্বত আত্মাই আমাৰ বিনম্ৰ শ্ৰদ্ধা গ্ৰহণ কৰক। □

# শিক্ষাগুৰু ত্ৰৈলোক্যনাথ গোস্বামী

## ডক্টৰ হেমন্ত কুমাৰ শৰ্মা

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, প্ৰথিতযশা সাহিত্যিক আৰু নলবাৰী কলেজৰ ভূতপূৰ্ব অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীদেৱক নলবাৰী কলেজত আই. এ. পঢ়োঁতে দুবছৰ কাল (১৯৪৯—১৯৫১) শিক্ষা-গুৰু হিচাপে লগ পোৱাৰ সৌভাগ্য ঘটিছিল।

গোস্বামীদেৱক শিক্ষক হিচাপে কেনে পাইছিলোঁ এই কথা আজি ভবাৰ লগে লগে মানুহজনৰ ব্যক্তিত্বৰ দুই এটি কথাও মনলৈ আহিছে। নিয়মীয়া ওখ আৰু শকত, কথাই-বতৰাই গহীন, বুদ্ধিদীপ্ত অথচ মিঠামুখৰ মানুহজন। পৰিধানত ধুতি, পঞ্জাৰী চোলাৰ ওপৰত ক'লা বঙৰ জহৰ-কোট আৰু ডবিত পামছু শোভিত—সেই সৰল অনাড়ম্বৰ ব্যক্তিজনলৈ মনত পৰিলে শ্ৰদ্ধাত মূৰ দো খাই যায়।

গোস্বামীদেৱক 'আৱাহন'ৰ অন্যতম প্ৰসিদ্ধ গল্পলিখক হিচাপেই প্ৰথমে জানিছিলোঁ; পিছতহে বুজিলোঁ, আৱাহন'তেই তেখেতৰ সাহিত্যিক প্ৰতিভা সীমিত নহয়, আৱাহনৰ কাল উকলি যোৱাৰ পিছতো তেখেতে আজীৱন নিয়মীয়াকৈ সাহিত্য সাধনা কৰি আহিছিল। তেখেতৰ লিখনীত গল্পৰ উপৰিও ব্যংগ উপন্যাস আৰু কেবাখনো আগশাৰীৰ সমালোচনামূলক গ্ৰন্থ প্ৰকাশ পাইছে। ১৯৬৭ চনত সাহিত্য অকাডেমিৰ-দ্বাৰা পুৰস্কৃত 'আধুনিক গল্প সাহিত্য' তেখেতৰ সাহিত্য-প্ৰতিভাৰেই যুগমীয়া স্বাক্ষৰ। অসম সাহিত্য সভাৰ সভাপতি ৰূপে (১৯৬১-৬৩) বিষয়বাছনী সভা পৰিচালনা কৰাৰ ক্ষেত্ৰতো তেখেতে যি অপূৰ্ব দক্ষতা দেখুৱাইছিল তাত তেখেতৰ মধুৰ ব্যক্তিত্বই প্ৰকাশ পাইছিল।

সাহিত্যৰ উপৰি খেলা-ধূলা, সংগীত আদি বিষয়তো গোস্বামীদেৱৰ ৰাপ আছিল। মাজতে তেখেতে ৰাজনীতিতো নামিছিল, কিন্তু সাহিত্য-প্ৰতিভা আৰু শিক্ষাদান ব্ৰতে যেন তেখেতৰ অন্য প্ৰতিভাৰ স্ফুৰণ হবলৈ নিদিলে। সেইহে গোস্বামীদেৱৰ ব্যক্তিত্বৰ দুটা দিশেই প্ৰধানকৈ আমাৰ চকুত পৰে; সাহিত্যিক হিচাপে আৰু শিক্ষাবিদ হিচাপে।

সাহিত্য সেৱাৰ লগতে গোস্বামীদেৱে শিক্ষাদানকেই জীৱনৰ ব্ৰত কৰি লৈছিল। ১৯৩২ চনত ইংৰাজীত এম. এ. আৰু ১৯৩৫ চনত বি. এল. পাছ কৰি প্ৰথমে কলিকতাত থকা অক্সফোৰ্ড ইউনিভাৰ্চিটি প্ৰেছত সহকাৰী মেনেজাৰ হিচাপে। চাকৰি জীৱন আৰম্ভ কৰে যদিও এই পদত অলপ দিন থাকি শেষত শিক্ষা-বিভাগলৈকে মন মেলে।

তেখেতে নলবাৰী কলেজত অধ্যক্ষ হিচাপে যোগদান কৰাৰ আগেয়ে নলবাৰী গৰ্ডন হাইস্কুলত সহকাৰী শিক্ষক, উত্তৰ গুৱাহাটীৰ কমলদেৱ হাইস্কুলত প্ৰধান শিক্ষক, যোৰহাট চৰকাৰী হাইস্কুলত সহকাৰী শিক্ষক আৰু কলেজত ইংৰাজী বিভাগত সহকাৰী অধ্যাপক হিচাপে কাম কৰিছিল। ১৯৪৫ চনত নলবাৰী কলেজ স্থাপিত হোৱাত গোস্বামীদেৱে চৰকাৰী চাকৰি এৰি উক্ত কলেজৰ অধ্যক্ষৰূপে কলেজখনৰ সৰ্বাংগীন উন্নতিৰ কাৰণে গুৰি বঠা ধৰি ১৯৬৮ চনৰ অক্টোবৰ মাহৰ ২ তাৰিখে চাকৰিৰপৰা অৱসৰ লয়।

নলবাৰী আজি নলবাৰী জিলাৰ সদৰ ঠাই হলেও প্ৰায় কুৰি বছৰ আগতে ৰেল ষ্টেচন আৰু বজাৰ থকা এখন উন্নত গাঁৱত বাহিৰে নলবাৰীৰ যেন আধুনিকতাৰ পৰশ পোৱা বিশেষ একোৱেই নাছিল, কিন্তু তথাপি তাৰ মাজত আছিল এটি জাগ্ৰত প্ৰাণ—যি অহৰ্নিশে অন্বেষণ কৰিছিল উচ্চ শিক্ষা আৰু জ্ঞান। সেই জ্ঞানান্বেষী প্ৰাণৰ ইচ্ছাৰ ফলতেই নলবাৰীৰ দৰে গাঁও এখনতো ১৯৩৮ চনত প্ৰতিষ্ঠা হৈছিল সংস্কৃত কলেজ আৰু তাৰ ঠিক সাত বছৰৰ পিছতেই প্ৰতিষ্ঠা হ'ল নলবাৰী কলেজখন। নলবাৰীৰ তেতিয়া আধাভগা আৰু কেঁচাঘৰটিৰ নাট্য মন্দিৰতে ২৮ জন ছাত্ৰক লৈ কলেজৰ শুভ আৰম্ভ হৈছিল। সেই সময়ত কলেজৰ পুঁজিও আছিল একেবাৰে নিশকতীয়া। প্ৰথম অৱস্থাত কলেজৰ গভৰ্ণিংবডিৰ চেক্ৰেটেৰী উপাধ্যক্ষ (পিছত অধ্যক্ষ) প্ৰভাতচন্দ্ৰ গোস্বামীদেৱ আছিল যদিও তেখেতৰ অসুস্থতাৰ কাৰণে ত্ৰৈলোক্যনাথ গোস্বামীদেৱকেই সেই ভাৰ দিয়া হৈছিল আৰু তেখেতে নিষ্ঠাৰে ১৯৬৭ চনলৈ সেই ভাৰ বহন কৰিছিল। কলেজৰ কাৰণে গাঁৱে গাঁৱে ঘূৰি ঘূৰি দান-বৰঙণি তোলা, ঘৰ-সজা, কলেজৰ নতুন বিষয় খোলাৰ কাৰণে বিশ্ববিদ্যালয় কৰ্তৃপক্ষক অনুৰোধ কৰা আদি কামত গোস্বামীদেৱে কিদৰে ব্যস্ত থাকিব লগা হৈছিল তাৰ আভাস তেখেতৰ 'অতীত স্মৃতি'তেই (নলবাৰী কলেজৰ ৰূপালী জয়ন্তীৰ 'স্মৃতিগ্ৰন্থত' প্ৰকাশিত) সুন্দৰভাৱে পাব পাৰি। এই সম্পৰ্কে তেখেতে এঠাইত লিখিছে– "নিচেই কম টকাৰে কলেজ আৰম্ভ কৰাৰ কাৰণে কলেজৰ আৰ্থিক অভাৱ দূৰ কৰা এটা কষ্ট-সাধ্য কাম আছিল। পাৰ্যমানে ব্যয় সংকোচ কৰাৰ উপৰিও বাহিৰৰপৰা ধন সংগ্ৰহ কৰাৰ আৱশ্যকতা ১৯৬২ চনলৈকে আঁতৰি যোৱা নাছিল। চেক্ৰেটেৰীৰ দায়িত্ব লোৱাৰ পিছত ধন সংগ্ৰহৰ গধুৰ বোজা মোৰ ওপৰতে বেছিকৈ পৰা স্বাভাৱিক, কিন্তু এই ক্ষেত্ৰত মই অকলশৰীয়া নাছিলোঁ।" এইবুলি গোস্বামীদেৱে উদাৰভাৱেই তেখেতৰ সহযোগীসকলৰ নাম আৰু সহায়ৰ কথা উল্লেখ কৰিছে।

১৯৪৫ চনত নলবাৰীত আই. এ. শ্ৰেণী খোলা হৈছিল যদিও গোস্বামীদেৱ আৰু তেখেতৰ সহযোগীসকলৰ যত্নতেই ১৯৪৯ চনত বি. এ. শ্ৰেণী আৰু ১৯৫৮ চনত বিজ্ঞান

শাখা আৰু কলেজৰ নৈশ শাখা খোলা হয়। এইদৰে তেখেতৰ অধ্যক্ষতাৰ সময় ছোৱাতেই নলবাৰী কলেজে প্ৰায় এহাজাৰৰো অধিক ছাত্ৰ-ছাত্ৰীক লৈ এটি পূৰ্ণাংগ ৰূপ লাভ কৰিছিল।

এনেহেন এগৰাকী মহান ব্যক্তিৰ এজন ছাত্ৰ হবলৈ পাই মই গৌৰৱ অনুভৱ কৰিছিলোঁ আৰু আজিও কৰোঁ। গোস্বামীদেৱ ইংৰাজী বিষয়ৰ এম. এ. হলেও কলেজত দেখিছিলোঁ যে অন্য বিভাগৰ অধ্যাপকৰ অনুপস্থিতিত তেখেতেই ইংৰাজীৰ উপৰিও তৰ্কবিদ্যা, অসমীয়া আনকি অংক বিষয়ো পঢ়ুৱাইছিল। ইয়াৰবাবে তেখেতে কোনো বিশেষ ভাট্টা ( এলাৱেন্স ) লোৱা নাছিল, ছাত্ৰৰ উপকাৰ হওক, কলেজৰ সুনাম হওক, এয়ে আছিল তেখেতৰ লক্ষ্য। গান-বাজনা, খেলা-ধূলাৰ দৰে কলেজৰ বিভিন্ন পাঠ্য বিষয়তো যে তেখেতৰ পাৰদৰ্শিতা আছিল—এয়ে প্ৰমাণ কৰে।

আমি ১৯৪৯ চনত প্ৰথম বাৰ্ষিক শ্ৰেণীত নাম লগোৱাৰ বহুদিন পিছলৈকে তৰ্ক-বিদ্যাৰ অধ্যাপক নথকাত গোস্বামীদেৱেই সেই বিষয়টো সুন্দৰভাৱে পঢ়ুৱাইছিল। তেখেতে প্ৰধানকৈ আমাৰ ইংৰাজী গদ্যাংশ অৰ্থাৎ 'Short Stories of the Nineteenth Century' আৰু 'Eight Essayists' ৰ ক্লাছহে লৈছিল। সহজ শব্দ আৰু চুটি বাক্য প্ৰয়োগ কৰি তেখেতে আমাক পাঠবোৰ বুজাই দৈছিল ; কেতিয়াবা আমি বুজি নোপোৱা যেন অনুভৱ কৰিলে অসমীয়াৰেও বুজাই দিছিল। তেখেতৰ ৰসাল বুজনি আৰু অগাধ ব্যক্তিত্বৰ কাৰণে কোনো ছাত্ৰই শ্ৰেণীত হাই-উকমি নকৰি মনোযোগেৰে কথাবোৰ শুনি লৈছিল। তেখেতে বক্তৃতাৰ মাজে মাজে হাস্যৰসৰো সৃষ্টি কৰি কথাবোৰ আকৰ্ষণীয় কৰি তুলিছিল। কেতিয়াবা আকৌ ছাত্ৰক প্ৰশ্ন কৰিছিল ; ছাত্ৰজনে উত্তৰ দিব নোৱাৰিলে মিঠা মুখেৰে ঠাট্টা কৰিও ছাত্ৰজনক ভৱিষ্যতৰ কাৰণে সাৱধান হবলৈ সকিয়াই দিছিল। তেখেতে ব্যংগ সুৰত ছাত্ৰক কোৱা কথা এষাৰি আজিও মনত পৰে। কোনো ছাত্ৰই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলে তেখেতে হাঁহি হাঁহি অসমীয়াতে কৈছিল, "নলবাৰীলৈ কেৱল ডালি ধ্বংস কৰিবলৈহে আহিছা নেকি ?" কথা শুনি আমি হাঁহিছিলোঁ যদিও লাজো পাইছিলোঁ। সঁচাকৈয়ে নলবাৰী কলেজত পঢ়া দুখীয়া ছাত্ৰ শ্ৰেণীয়ে ডালিৰ বাহিৰেনো আৰু কি খাবলৈ পাব ? ডালি হলেও তাকে খোৱাত ব্যস্ত নাথাকি ভালকৈ পঢ়া-শুনাও কৰিব লাগে—এই সাৰমৰ্মহে তেখেতৰ কথাৰপৰা বুজি লৈছিলোঁ।

গোস্বামীদেৱে পঢ়ুৱাওঁতে এটি বিষয়ে ছাত্ৰৰ মনোযোগ আকৰ্ষণ কৰিছিল- সেয়ে হ'ল বিস্তৃত অধ্যয়নৰ প্ৰয়োজনীয়তা। কোনে কিমান অসমীয়া, বঙলা নাইবা ইংৰাজী সাহিত্য পঢ়িছে, কোন কোন বিশ্ব সাহিত্যিকৰ লগত ছাত্ৰৰ পৰিচয় ঘটিছে এনে ধৰণৰ প্ৰশ্ন তেখেতে প্ৰায়ে কৰিছিল আৰু 'গুড আৰ্থ,' 'ৰাৰ এণ্ড পিছ,' 'দ্য ওল্ড্ মেন এণ্ড্ দ্য

ছি,' 'ক্ৰাইম্ এণ্ড্ পানিছমেণ্ট' আদি বিশ্ববিখ্যাত গ্ৰন্থৰ আভাস দি আমাক পঢ়িবলৈ উদগনি দিছিল। চাৰৰ এই উদগনিয়ে মোক যথেষ্ট প্ৰেৰণা দিছিল আৰু মই ভাবোঁ, যে নলবাৰী কলেজত পঢ়া যিসকল ছাত্ৰ-ছাত্ৰীয়ে সাহিত্য চৰ্চা কৰিবলৈ লৈছে তেওঁলোকৰ বহুতেই নিশ্চয় কলেজীয়া জীৱনত গোস্বামীদেৱৰপৰা এনেদৰে অনুপ্ৰেৰণা লাভ কৰিছিল। গোস্বামীদেৱৰ এই আদৰ্শ সকলো সাহিত্যিকৰেই অনুকৰণীয়।

গোস্বামীদেৱৰ যত্নতেই নলবাৰীত এটা সাহিত্যিক পৰিমণ্ডলৰ সৃষ্টি হৈছিল। নলবাৰী সাহিত্যসমাজ তেখেতৰেই কীৰ্তি বুলি কব পাৰি। তেখেতে বহুদিন ধৰি সভাপতিৰূপে থাকি এই অনুষ্ঠানটো পৰিচালনা কৰিছিল। ১৯৬৫ চনত নলবাৰীত ৰবি ডিম্বেশ্বৰ নেওগৰ সভাপতিত্বত অসম সাহিত্য সভাৰ ৩২ শ বাৰ্ষিক অধিবেশন বহে। এই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ত্ৰৈলোক্যনাথ গোস্বামীদেৱ। তেখেতৰ নেতৃত্বতই অধিবেশনখন অতি নিয়াৰিকৈ অনুষ্ঠিত হৈছিল। নলবাৰীৰ শিক্ষা-সংস্কৃতিৰ বিশিষ্ট অনুষ্ঠান পূৰ্বভাৰতী প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো তেখেতে আগভাগ লৈছিল : জীৱনৰ শেষ বয়সলৈকে তেখেতে নলবাৰী অঞ্চলত অনুষ্ঠিত শিক্ষা-ধৰ্ম আৰু সাহিত্য সংস্কৃতিমূলক প্ৰায়বোৰ অনুষ্ঠানত প্ৰায়ে সভাপতিত্ব কৰিছিল আৰু জনসমাজত কৰ্ম প্ৰেৰণাৰ সঞ্চাৰ কৰিছিল।

ব্যক্তিগত জীৱনত গোস্বামীদেৱে এজন এজনকৈ তিনিজন পুত্ৰৰ অকাল মৃত্যুত গভীৰ শোক পাইছিল। বিশেষকৈ জীৱনৰ শেষ বয়সত সুযোগ্য পুত্ৰ অধ্যাপক বিষ্ণু গোস্বামীৰ মৃত্যুই পৰিয়ালবৰ্গ, বন্ধু-বান্ধৱ, আত্মীয়-স্বজন সকলোকে ম্ৰিয়মান কৰি পেলাইছিল।ময়ো চাৰক সমবেদনা জনাওঁ বুলি এদিন নলবাৰীলৈ গৈছিলোঁ। চাৰক লগ ধৰি সমবেদনা জনালোঁ; কিন্তু দেখিলোঁ চাৰ, ধীৰ-স্থিৰ নিৰ্বিকাৰ ; মোৰ লগত ল'বাৰ কথা এৰি সাহিত্য বিষয়ক কথাহে পাতিছিল ; কিন্তু কথাৰ মাজতে কলে, "বুজিছা হেমন্ত, ঘৰখন শোকত ভাগি পৰিছে ; মই যদি ভাঠ নহওঁ, সিহঁতক ধৰি ৰাখিব কোনে ?" কথাষাৰ কওঁতে চাৰৰ মনটো যেন কঁপি উঠিছিল আৰু চাৰক দেখি অজানিতে মোৰো চকুলো ওলাইছিল। লগতে চাৰৰ ধৈৰ্য দেখি শ্ৰদ্ধাত মোৰ মূৰ নত হৈ গৈছিল।

এইগৰাকী শ্ৰদ্ধাভাজন শিক্ষাগুৰুৰ ১৯৮৮ চনৰ ২২ ফেব্ৰুৱাৰী তাৰিখে বিৰাশী বছৰ বয়সত পৰলোক প্ৰাপ্তি হয়। তেখেতৰ পুণ্যাত্মাৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি যাচিছোঁ। □

# মোৰ পূজনীয় শিক্ষাগুৰু ত্ৰৈলোক্যনাথ গোস্বামী

## শ্ৰীহিতেশ ডেকা

কৈশোৰ অতিক্ৰম কৰি যৌৱনৰ দুৱাৰদলিত উপস্থিত হৈ কলেজীয়া বয়সৰ ছাত্ৰ-সকলৰ মন বৰ অনুসন্ধিৎসু, আৱেগপ্ৰৱণ আৰু উত্ৰাৱল হৈ থাকে। এনে-তীব্ৰ অনুভূতি-প্ৰৱণ মনৰ মনস্তাত্ত্বিক বিশ্লেষণৰদ্বাৰা ছাত্ৰ-ছাত্ৰীৰ অৱচেতন আৰু সচেতন মনৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সম্যক উপলব্ধি কৰি তাক নিয়ন্ত্ৰণৰ পথত গতি কৰিবলৈ সুনিৰ্দিষ্ট পথৰ সন্ধান আৰু মনৰ প্ৰবৃত্তিৰ উন্নীতকৰণেৰে ছাত্ৰ-ছাত্ৰীৰ মন সুসংস্কৃত কৰি ধীৰ পদ-ক্ষেপেৰে ভবিষ্যত জীৱন সুসভ্য, সংস্কৃতিৱান কৰি গঢ়ি তুলিব পাৰে একমাত্ৰ কৃতী আৰু মহান শিক্ষকেহে। তেতিয়া তেওঁ হয় ছাত্ৰৰ বন্ধু, পথ-প্ৰদৰ্শক আৰু ভবিষ্যত স্ৰষ্টা, জীৱন নিৰ্মাতা।

শিক্ষা, শিক্ষক আৰু শিকাৰু এই তিনিটা ওতঃপ্ৰোতভাৱে জড়িত। শিক্ষক অবিহনে শিকাৰুৱে খৰচি মাৰি বিষয়বস্তুৰ তত্ত্ব আয়ত্ত কৰিবলৈ সক্ষম নহয়। সু-শিক্ষকৰদ্বাৰাহে প্ৰকৃত শিক্ষা লাভ হয়। জ্ঞান সঁচাৰকাঠি ভাণ্ডাৰৰ শিক্ষকৰ হাতত্তহে থাকে। অৱশ্যে তাক আয়ত্ত কৰিব লাগিলে শিকাৰু ছাত্ৰও বুদ্ধিমান, শ্ৰদ্ধাবান আৰু নম্ৰ হব লাগিব ঃ শ্ৰদ্ধাৱান্ লভতে জ্ঞানম্। নম্ৰতাৰেহে শিক্ষকৰপৰা শিকাৰুৱে বিদ্যা আহৰণ কৰিব পাৰে। কবলৈ গলে শিক্ষকে নিশিকায়—ছাত্ৰইহে শিকে। গুৰু বা শিক্ষকৰ ব্যক্তিত্বই শিষ্যৰ অন্তৰত জ্ঞান স্পৃহা জগাই তোলে আৰু সেই প্ৰেৰণাতে শিষ্যই গুৰু-হৃদয়ৰ গুহ্যতম বিদ্যাৰ জ্যোতি আহৰণ কৰি বিদ্যাপ্ৰাপ্ত হয়। মহাভাৰতৰ একলব্য তাৰ প্ৰকৃষ্ট নিদৰ্শন। জ্ঞানী আৰু নিষ্ঠাবান শিক্ষক লাভ কৰাটোও ছাত্ৰৰ পক্ষে কম ভাগ্যৰ কথা নহয়। সৌভাগ্য বশতঃ, মোৰ জীৱনত তেনে এজন শিক্ষকৰ সংগ-সান্নিধ্য লাভ কৰিবলৈ সক্ষম হৈছিলোঁ। আৰু তেৱেঁই আছিল মোৰ পৰম শ্ৰদ্ধাৰ শিক্ষাগুৰু, নলবাৰী মহাবিদ্যালয়ৰ অধ্যক্ষ, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, পণ্ডিতপ্ৰবৰ মাননীয় ৺ত্ৰৈলোক্যনাথ গোস্বামীদেৱ। মাননীয় অধ্যক্ষ চাৰৰ ব্যক্তিত্বই আমাক এনেভাৱে মোহিত কৰিছিল যে, তেখেতক দেখিলেই যেন আমাৰ দুৰ্বোধ্য বিষয়ো সহজসাধ্য হয়। ইংৰাজী ভাষাৰ দুৰ্বোধ্য বাক্যৰাজিও আমি সহজভাৱে হৃদয়ংগম কৰিবলৈ সক্ষম হৈছিলোঁ। চাৰৰ কথনভংগীৰ যাদুত।

সেয়া ১৯৪৮ চনৰ কথা। নলবাৰী কলেজ চালুকীয়া। আমি ছাত্ৰসকল গাঁৱলীয়া। মই মোৰ নিজ গাঁও সৰ্থেবাৰী হাইস্কুলৰপৰা মেট্ৰিক পাছ কৰি (গুৱাহাটী বিশ্ববিদ্যালয়ৰ

প্ৰথম মেট্ৰিক পৰিক্ষাৰ্থী দলৰ ছাত্ৰ) নলবাৰী কলেজত নাম ভৰ্তি কৰিছোঁ। আজিৰ সমৃদ্ধ কলেজৰ কলেবৰ তাহানি নাছিল। অফিছ ঘৰটো, শ্ৰেণীৰ কোঠা সম্বলিত হলটো আৰু হোষ্টেল দুটাৰ বাহিৰে আন ঘৰ নাছিল। বৰ্তমান কলেজৰ সন্মুখৰ জনবসতিপূৰ্ণ বিদ্যাপুৰ নগৰখন তেতিয়া ধাননি পথাৰহে আছিল। চহৰ আৰু গাঁৱৰ মাজতে থকা বিস্তীৰ্ণ পথাৰখনৰ বুকুতে কলেজখন, জন-প্ৰাণী বসতিহীন এখন কলেজ। মানুহৰ সমাগম সীমিত। আমি হোষ্টেলনিবাসী উৎপতীয়া ধৰণৰ ছাত্ৰকেইজনমানে এই পথাৰত বাৰিষা-গধূলি পৰত, দা, বঠি, লাঠি আদি লৈ লেমৰ পোহৰতে মাছ কাটিছিলোঁ আৰু হোষ্টেলত আনি সকলোৱে ভগাই খাইছিলোঁ। কাৱৈ, গৰৈ, মাগুৰ আদি মাছ কাটিবলৈ অধ্যাপকক নেদেখাকৈ মনে মনে গৈছিলোঁ; আৰু মনে মনে আহি কিতাপমেলি পঢ়া চুতা কৰি ভাগৰ জিৰাইছিলোঁ। তেতিয়াৰ হোষ্টেল চুপাৰিণ্টেনডেণ্ট আৰু পৰবৰ্তী কালত কলেজ-অধ্যক্ষ শ্ৰীযুত উমাকান্ত শৰ্মাদেৱক আমি বৰ ভয় কৰিছিলোঁ। তেখেত বৰ কটা লোক। শাসন কৰিছিল ভাল। গধূলি ৬ বজাত হোষ্টেলত উপস্থিত নহলে বৰকৈ ধমকিয়াইছিল।

প্ৰিন্সিপাল গোস্বামীদেৱে এদিন আমাৰ কাণ্ড-কাৰখানাৰ কথা শুনি হোষ্টেললৈ আহি মিচিকিয়া হাঁহি মাৰি কৈছিল ঃ "তোমালোকে বোলে গধূলি হোষ্টেলত নাথাকা? শুনিছোঁ বোলে 'জৰা' কাটিবলৈ যোৱা? হয়নে?" আমাৰ বৰ লাজ লাগিল। ইজনে সিজনৰ মুখলৈ চাওঁ। কি কওঁ? মিছা কথাতো কব নোৱাৰোঁ; গতিকে এজনে কলে ঃ "সদায় নহয় চাৰ, মাজে সময়েহে যাওঁ।" তেখেতে হাঁহি মাৰি কলে ঃ "মাছ মৰা ভাল, কিন্তু কলেজৰ পৰিবেশত ই শোভা নাপায়।" আমি মৰি যোৱা যেন পালোঁ। বৰ লাজ পালোঁ। সিদিনাৰপৰা আমি আৰু মাছ কাটিবলৈ এৰি দিলোঁ। তেখেতৰ একাষাৰ কথাই ধমক বা মাৰত কও বেছি আঘাত দিলে। এনেভাৱে মিহিসুৰত কথাকৈ অতি নিমজভাৱে শাসন কৰা শক্তি আছিল তেখেতৰ। দুষ্টক কঠোৰ শাসনেৰে দুষ্টালি এৰুৱাব নোৱাৰি, মৰমসনা উপদেশেৰেহে পাৰি, এই সত্য তেতিয়াই উপলব্ধি কৰিলোঁ।

প্ৰিন্সিপালচাৰে আমাক ইংৰাজী শিকাইছিল। আমি খেলুৱৈ ল'ৰাবিলাক সাধাৰণতে অন্য ক্লাচত সদায় উপস্থিত নাথাকোঁ; কিন্তু গোস্বামীচাৰৰ ক্লাচত সদায় উপস্থিত থাকোঁ। চাৰে এনে সুন্দৰ আৰু নিৰহংনিপাৰীকৈ বুজায় যে, আমি গাঁৱৰপৰা অহা ল'ৰাসকলে ইংৰাজী টান পালেও চাৰৰ মুখত ইংৰাজী শুনিলে অসমীয়া কোৱা যেন লাগে আৰু ভালকৈ বুজি পাওঁ। চাৰে ইমান সুন্দৰ আৰু সহজ-সৰলভাৱে ইংৰাজী শিকায় যেন আমি অসমীয়াহে শিকি থকিছোঁ, এনে ধাৰণা হয়। এটা ভাষাৰ

ওপৰত সম্পূৰ্ণ দখল থাকিলে তাক সহজ-সৰলভাৱে প্ৰকাশ কৰাৰ ক্ষমতা থাকে। গোস্বামীচাৰৰ যে ইংৰাজী ভাষাৰ ওপৰত হাত আছিল ইয়ে তাৰ প্ৰমাণ। তেখেত এজন এনে সুদক্ষ শিক্ষক আছিল যে, তেখেতৰ হাতত পৰি বিদেশী ভাষা এটাও মাতৃভাষা সদৃশ হৈ পৰিছিল।

খেলাত মোৰ বৰ ৰাপ আছিল। বিশেষকৈ ভলিবল আৰু ফুটবলত। এদিন আমি খেলি থাকোতে চাৰে আহি চাই গ'ল। আমি উৎসাহ পালোঁ যিমান, লাজো লাগিল সিমান। কিন্তু পিছদিনা দেখিলোঁ চাৰে আমাৰ লগত ফুটবল খেলিব ধৰিছে। মই অবাক। চাৰে ফুটবলো খেলিব পাৰে। তেখেতৰ সুন্দৰ খেল দেখি মই নিজে নিজে লাজ পালোঁ। তেখেতে কিন্তু এটি মধুৰ হাঁহি মাৰি মোক মাতিলে, "হিতেশ আহা, বল খেলোঁ আহা!" মই লাজ লাজকৈ খেলত নামিলোঁ। মোৰ মানসিক অৱস্থা লক্ষ্য কৰি চাৰে কলে : "খেলত লাজ কৰিব নাপায় কাৰণ তেতিয়া উদ্যম নাইকিয়া হয়। খেলৰ সময়ত শিক্ষক ছাত্ৰ একো নাই— খেলুৱৈহে।" এই কথাষাৰ কিমান সত্য আৰু কিমান প্ৰেৰণাদায়ক! গোস্বামীচাৰ যে, এজন মহান শিক্ষক আৰু সৎ উপদেষ্টা এই কথা তেতিয়া মৰ্মে মৰ্মে উপলব্ধি কৰিলোঁ। বাস্তৱিকতে মই এজন মহৎ ব্যক্তিক লগ পালোঁ।

তেখেতৰ বহু উপদেশ আজিও মোৰ স্মৃতি-পটত প্ৰতিফলিত হৈ আছে। আমি হোষ্টেলত থাকোতে দুই-তিনিদিনৰ মূৰে মূৰে এপাক আহি আমাক চাই গৈছিল আৰু আমাৰ অভাৱ-অভিযোগবোৰৰ নিবাকৰণৰ দিহা কৰিছিল। সেই সময়ত হোষ্টেল নিবাসী ছাত্ৰসকলে এখন পাচলিবাৰী পাতিছিলোঁ। মই তেতিয়া হোষ্টেলৰ মনিটৰ। আমি ৪৬ জন ছাত্ৰ। পাচলিবাৰীখনত পিয়াজ, আলু, কবি, গাজৰ, বঙালাও, কল আদি বৰি শস্য উৎপন্ন কৰিছিলোঁ। মালিবুছিৰপৰা বাঁহ খুজি আনি বেৰ দিছিলোঁ। দমকলটো মাজত ৰাখি বাগানখন কৰা হৈছিল যাতে দমকলৰ পানী সকলো শস্যৰ গুৰিত পৰে। তাতে ল'ৰাবিলাকে গা-ধোঁৱে। আজৰি সময়ত বিশ্ৰাম লয়; লগে লগে ইবিধ সিবিধ কামো কৰে; গতিকে কোনো কাম কৰা অন্য মানুহ নোহোৱাকৈ আমাৰ বাগান চলে। কবি, আলু, জিকা, বেঙেনা ভেণ্ডি, জলকীয়া, লাউ আদিৰ উপৰিও পালেং, চুকা, লাই আদি শাকো যথেষ্ট হৈছিল। আমি হোষ্টেলত তৰকাৰী নিকিনিলেও চলা হ'ল। আনকি বাগানৰ বস্তু আমি শিক্ষক মহাশয়সকলকো বিলাব পৰা হলোঁ। শিক্ষকসকলেও আমাক উৎসাহ দিলে। সেই সময়ৰ শিক্ষামন্ত্ৰী শ্ৰীযুত অমিয় কুমাৰ দাস ডাঙৰীয়া কলেজলৈ আহোঁতে আমাৰ বাগান দেখি ভূয়সী প্ৰশংসা কৰিছিল। সেই সময়ত হোষ্টেলৰ 'মেচভিউছ' মাহিলি প্ৰায় ৩৫ টকাকৈ দিব লাগিছিল। বাগানৰ বস্তু ওলোৱাত ২৫ টকাতে মেচ চলা হ'ল। মাহিলি ১০ টকাকৈ

প্রতিজন ল'ৰাই ৰেহাই পালে। তেতিয়া টকাৰ মূল্য আছিল বহুত। ৫ টকাত এমোন ধান পোৱা গৈছিল। গতিকে দহ টকাত ২ মোন ধান। আমি গাঁৱৰ দুখীয়া ছাত্রসকলে আৰ্থিকভাৱে বৰ উপকৃত হ'লোঁ। ইয়াকে দেখি গোস্বামীচাৰে আনন্দ পালে। তেখেতে কৈছিল: "বাগান কৰাত মই বৰ আনন্দ পাইছোঁ। ইয়াত তোমালোকৰ আৰ্থিক লাভৰ উপৰিও মানসিক লাভ হ'ব। পঢ়ি পঢ়ি আমনি লাগিলে বাগানলৈ গৈ শাক-পাচলি দেখিলে মনত তৃপ্তি পাবা আৰু সেউজীয়া দৃশ্যই মনটোৰ সজীৱতা আনিব। শ্যামল শস্যৰ দৃশ্যই চকুৰ দৃষ্টি শক্তিও বঢ়ায়।" তেখেতৰ উৎসাহ বাণী আমাৰ প্রেৰণাৰ উৎস হৈ থাকিব।

আমি নাটক কৰিছিলোঁ। 'শ্রীৰামচন্দ্র' নাটত মই ৰাৱণৰ অভিনয় কৰিছিলোঁ। দৰ্শকৰপৰা মই বৰ সমাদৰ পালোঁ। বহুতে মোক "ৰাজা" বুলিয়ে মতা হ'ল। গোস্বামীচাৰে অভিনয় চাই মোক বৰ প্রশংসাও কৰিছিল। এদিন কথা প্রসংগত তেখেতে ৰগৰ কৰি মোক কলে: "নাটকত ৰাৱণৰ অভিনয় ভাল কৰিছা, কিন্তু যেন জীৱনত ৰাৱণ নোহোৱা।" মই তলমূৰ কৰি হাঁহি মাৰি গুচি গলোঁ।

১৯৪৯ চনৰ শেষ ভাগত মোৰ গল্পৰ কিতাপ "প্ৰায়চিত্ত" প্রকাশ হৈ ওলাল। সেই বছৰতে মই কলেজৰ আলোচনীৰ সম্পাদক নির্বাচিত হলোঁ; সেই আলোচনীখনেই কলেজৰ প্রথম আলোচনী। মই যেতিয়া প্রবন্ধপাতি যোগাৰ কৰোতে অসুবিধা পালোঁ, তেতিয়া চাৰক মই জনালোঁ। চাৰে অধিচ কমৰ চিয়াৰত বহি হাঁহি মাৰি কলে: "তুমি নিজে লিখক। লিখকে লিখকক চিনিব লাগে।" চাৰৰ ইংগিত মই বুজিলোঁ। কাম হ'ল। আলোচনী ওলাল। আলোচনী ওলাওতে তেখেতে মোক অফিচলৈ মাতি নি কলে: 'হতাশ নহৈ কামত ধৰিলা কাৰণে আলোচনী ওলাল, কোনেও মহৎ কামত হতাশ হব নালাগে।" আজিও সেই কথাষাৰে মোৰ মনত শিলৰ ৰেখাৰ দৰে ৰেখাপাত কৰি আছে।

১৯৫০ চনৰ কথা। বৰ ভূঁইকপত অসমৰ উত্তৰ-পূর্বাঞ্চল বৰ বেয়াভাৱে ক্ষতিগ্রস্ত হয়। অসমৰ সকলোবোৰ ঠাইৰে ক্ষয়ক্ষতি প্রচুৰ। ব্রহ্মপুত্র নদীত মাছ-কাছ মৰি এনে দুৰ্গন্ধ ওলাইছিল যে, তাৰ ওচৰত মানুহ থকা টান হৈছিল। পাহাৰৰপৰা গছ-গছনি ইমান ভাহি আহিছিল যে, গছৰ ওপৰত খোজ দি ব্রহ্মপুত্ৰ ইপাৰ সিপাৰ হব পৰা অৱস্থা হৈছিল। জীৱ-জন্তু মৰি চাৰিওফালে দুৰ্গন্ধ বিয়পিছিল। মানুহৰ দুখৰ সীমা নাইকিয়া হৈছিল। সেই সময়ত ছাত্ৰসকলে দুৰ্গতসকলক যথেষ্ট সহায় সহযোগ আগবঢ়াইছিল। সেই সময়ত যথেষ্ট জনহিতকৰ কাৰ্যত গোস্বামীচাৰ ব্ৰতী হৈছিল। তেখেতে কৈছিল: 'জনসেৱাহে প্রকৃত শিক্ষাৰ উদ্দেশ্য। গতিকে দুখিত জনক আমি সেৱা নকৰিলে শিক্ষাৰ মূল্য ক'ত?' আজিও আমাৰ কাণত সেই কথা বাজি আছে।

১৯৫১ চনত কংগ্ৰেছ চৰকাৰে কমিউনিষ্টসকলক ধৰি-বান্ধি শাস্তি দিছিল। আমাৰ কলেজতো নলবাৰী অঞ্চলৰ কমিউনিষ্টসকলক ধৰি আনি কলেজৰ ভিতৰত শাস্তি দিছিল—মানে পিটিছিল বেয়াকৈ। সেইকাৰণে কলেজৰ নাম বহুতে 'পিটন কলেজ' দিছিল। তেতিয়া চি. পি. এমৰ জন্ম হোৱাই নাই। চি. পি আই দলহে আছিল। গোস্বামীচাৰ নিৰ্দলীয় লোক আছিল কাৰণে নিৰুপায় হৈছিল। বহু চেষ্টা কৰিহে এই কাৰ্যত বাধা দিব পাৰিছিল। সেই সংক্ৰান্তত এদিন তেখেত আমাৰ হোষ্টেললৈ আহি ছাত্ৰসকলক ঘৰলৈ যাবলৈ নিৰ্দেশ দিলে। মোক কিন্তু তেখেতে ঘৰলৈ মাতি নিলে। ঘৰত দুপৰীয়া মোক ভাত খাবলৈ দিলে আগে-পিছে দিয়াৰ দৰে। মোক মাজে মাজে খাবলৈ মাতিছিল। ভাত খাই উঠাৰ পিছত মোক কাষত বহুৱাই লৈ কলে : "হিতেশ তুমি এতিয়াই মনে মনে পলাই যোৱা কাৰণ তোমাৰ নামত ৱাৰেণ্ট আহিছে গ্ৰেপ্তাৰ কৰিবলৈ। তুমি পলম নকৰিবা। যদি পইচা নাই তেন্তে এই দহ টকা লৈ যোৱা।" তেখেতে মোক টকা দহটা দিলে আৰু তাৰাতাৰি বিদায় দিলে। মই অবাক। মই কলোঁ : "মই কমিউনিষ্ট নহয় চাৰ। কেনেকৈ "ৱাৰেণ্ট" আহিব পাৰে?" তেখেতে কলে : "তোমাৰ ওপৰত এজন মন্ত্ৰী খৰ্গহস্ত। তেওঁৰে হুকুম। মই ৰক্ষা কৰিব নোৱাৰিম। পলম নকৰিবা, যোৱা।" তেখেতে অতি করুণভাৱে মোক বিদায় দিলে। মই তেখেতক সেৱা এটা জনাই ওলাই আহিলোঁ। মোৰ মনত পৰিল মন্ত্ৰীজনৰ কথা। সৰুক্ষেত্ৰী মৌজাৰ বনিয়াকুছিৰ মিটিঙত মই এই মন্ত্ৰীজনক কিছুমান প্ৰশ্ন কৰিছিলোঁ আৰু তেওঁ উত্তৰ দিব নোৱাৰি খঙত টিঙিৰি তুলি হৈ মোক ধমক দিছিল কিন্তু ছাত্ৰসকলে তেওঁক অপদস্থ কৰিলে। সেই সময়ত মই "অসম ছাত্ৰসন্মিলনী"ৰ আঞ্চলিক সম্পাদক আছিলোঁ, আজিৰ ছাত্ৰ সন্থা তেতিয়া নাছিল, ছাত্ৰসন্মিলনীহে আছিল। সেই অপমানৰ পোটক তুলিবৰ বাবে কমিউনিষ্টৰ লিষ্টত মোৰ নামটো দি পুলিচৰদ্বাৰা পিটন দিয়াৰ ব্যৱস্থা কৰিলে। মই কলেজৰপৰা অপসাৰিত হবলৈ বাধ্য হলোঁ। মই পলাই গৈ তেতিয়াৰ অসমৰ ৰাজধানী শ্বিলঙত উঠিলোগৈ আৰু অসমৰ তেতিয়াৰ ৰাজহ মন্ত্ৰী শ্ৰীযুত মহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াৰ কাষ চাপি সকলো কথা বিবৰি কলোঁ। চৌধুৰীয়ে কলে : "মই যাক লগত লৈ ইলেকচন খেলিলোঁ, যিজন ল'ৰাই তিয়াল্লিচৰপৰা পঞ্চাল্লিচ চনলৈ ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ কাৰণে পলায়ন কৰিব লগা হৈছিল, সেই ল'ৰাজন কমিউনিষ্ট হ'ল? বাৰু মই ব্যৱস্থা কৰিম।" এইবুলি তেখেতে সেই মন্ত্ৰীজনলৈ ফোন কৰি ধমক দি মোৰ নামটো কটালে। মই ফিৰি আহিলোঁ।

কলেজ খোলাৰ পিছত মই যেতিয়া কলেজলৈ যাওঁ তেতিয়া তেখেতে মোক আশীৰ্বাদ কৰিলে আৰু কলে : "তোমাৰ বিপদ কাটি গ'ল। তোমাৰ নাম কটা

গৈছে।" গোস্বামীচাৰৰ তৎপৰতাত আৰু আশীৰ্বাদত সেইবাৰলৈ মই পুলিচৰ নিৰ্যাতনৰপৰা ৰক্ষা পৰিলোঁ। তেখেত ছাত্ৰৰ বিপদৰ বন্ধু আছিল।

বহুত দুখীয়া ছাত্ৰক তেখেতে টকা-পইচাৰেৰে গোপনে সহায় কৰিছিল। উদাহৰণ স্বৰূপে এবাৰ মই ব্যৱসায়ত ব্যস্ত থকা হেতু সময়মতে কলেজত উপস্থিত হব নোৱৰা বাবে পৰীক্ষাৰ ফিজ একশ টকা তেখেতে মোৰ নামত দিছিল। মই এভাবৰ ব্যৱসায় কৰিহে কলেজত পঢ়িছিলোঁ।

১৯৫২ চনৰ কথা। সামাজিক আৰু ৰাজনৈতিক চিন্তা কিছুমানে মোৰ মন বৰ চঞ্চল কৰি তুলিলে। মই পঢ়াত এনেয়ে সিমান ভাল ছাত্ৰ নাছিলোঁ, তাতে দেশৰ এই-বোৰ চিন্তাই মোক ব্যাকুল কৰি তুলিলে। মই শ্ৰেণীত মন দিব নোৱৰা হলোঁ। হোষ্টেলতো মন নবহে। কলেজতো মন নবহে। মানসিক ভাৰসাম্য হেৰুৱা যেন হ'ল। মই শ্ৰেণীত গৈ শিক্ষকৰ কথা নুশুনি শিক্ষকজনলৈহে চাই থকা হলোঁ। প্ৰিন্সিপালচাৰে ইংৰাজী বুজালে মই তেখেতৰফালে একেধ্যানে চাই থকা হলোঁ। কেইদিনমান তেখেতে মোক লক্ষ্য কৰিলে আৰু হঠাৎ এদিন তেখেতে মোক অফিচলৈ মাতি নি সুধিলে: "তোমাৰ কি হৈছে হিতেশ? তোমাৰ কিবা টকা-পইচাৰ অভাৱ হৈছে নে গা বেয়া কৰিছে?" মই "একো হোৱা নাই" বুলি কলোঁ। তেখেতে কলে "তোমাৰ অসুখৰ চিকিৎসা কৰিবা। তুমি পঢ়াত মন দিব পৰা নাই।" মই গুচি আহিলোঁ। পিছদিনা মই মালিকুছিলৈ ওলাই গলোঁ আৰু কলেজৰ ওচৰৰে এটা ঘৰ ভাৰালৈ বন্দবস্ত কৰি আহিলোঁ। তাৰ পিছদিনা মই হঠাৎ গৈ সেই ঘৰ ললোঁ। মোৰ কাণ্ড দেখি হোষ্টেলৰ ছাত্ৰসকলে তবধ মানিলে। তেওঁলোকে মোক যাবলৈ মানা কৰিলে, মই নুশুনিলো। মোৰ মানসিক অৱস্থা চাই তেওঁলোকে অন্য কিবা ধাৰণা ধৰিলে। মই তুলনামূলকভাৱে বেছি বয়সত কলেজলৈ অহা ছাত্ৰ বাবে সৰ্বসাধাৰণ ছাত্ৰৰ ধাৰণা অলপ বেয়াৰ ফালে গ'ল। সেই বছৰ মই বি-এ দিম কিন্তু মোৰ বয়স আছিল ২৮ বছৰ। মই অকলে অহাত মোৰ স্কুলৰ ল'ৰা দুজনো মোৰ লগত সংগী হ'ল আমি মেছ কৰি থাকিলোঁ। ল'ৰাবিলাকৰ সন্দেহ ঘনীভূত হ'ল। মই হেনো কোনো প্ৰণয়সংঘটিত ব্যাপাৰত ব্যৰ্থ হৈ চিন্তাৰ ভাৰসাম্য হেৰুৱাইছোঁ। কিন্তু আমাৰ সময়ত স্ত্ৰী শিক্ষা ইমান পিছপৰা আছিল যে, আমাৰ লগত স্কুলত আৰু কলেজত কোনো ছোৱালী পঢ়া নাছিল। তথাপি লোকৰ ধাৰণা। এই ধাৰণাই প্ৰিন্সিপালকো চুই গ'ল। মই বয়সীয়া ছাত্ৰ তাতে মোৰ স্বাস্থ্যও মজবুত। তেখেতে মোক বৰ মৰম কৰিছিল। প্ৰতিদিনে এবাৰ আহি খবৰ কৰি যায়। মই বন্ধতো ঘৰলৈ নাযাওঁ। মোৰ মনৰ গতি অন্যফালে ঢাল খালে। মই এদিন ৰাতি দোভাগত হঠাৎ উঠি কলম তুলি ললোঁ। একে ৰাহে দুদিন লিখিলোঁ। তাৰ পিছত মই লিখাতেই

ব্যস্ত হলোঁ। এনেভাৱে প্ৰায় ছয়মাহ অতিবাহিত হ'ল। মোৰ লিখা সমাপ্ত হ'ল। মোৰ অশান্ত মন শান্ত হ'ল। মই প্ৰকৃতিস্থ হলোঁ। তাৰ পিছত এজন বন্ধুৰপৰা টকা লৈ মই কিতাপখন আলোক প্ৰেছত দিলোঁ। এই কথা মই কাকো কোৱা নাছিলোঁ। কিতাপ দি উঠি মই আকৌ হোষ্টেললৈ আহিলোঁ। মোৰ বন্ধুসকলে ঠাট্টা কৰিলে: "বোধহয় ডেকাৰ কাম হাছিল হ'ল। কিন্তু আমাক সেইজনীক নেদেখুৱালে।" মই হাঁহি মাৰি কলো: "সেইজনী আলোক প্ৰেছত আছে, কিছুদিন পলমে আহিব। তেতিয়া দেখিব। হঠাৎ এদিন আলোক প্ৰেছত কিতাপখন চাৰে দেখা পালে আৰু প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীযুত বাসুদেৱ শৰ্মাক কৈ চাবলৈ লৈ আহিল। কিতাপ পঢ়ি উঠি পিছদিনা মোক কলেজৰ অফিচকমলৈ মাতি নি বহুৱাই লৈ কলে: "হিতেশ, তুমি যোৱা বাতি মোৰ টোপনি খতি কৰিলা আৰু আজি বাতি অতুলৰ (ডাঙৰ ল'ৰা) মাকৰো টোপনি খতি কৰিবা।" তেখেতে তেনেকৈ কৈ মোৰ ফালে চালে। মই থতমত খালোঁ। তেখেতে আকৌ সুধিলে—"বুজিছানে?"

মই তলমূৰ কৰি চিন্তা কৰি উত্তৰ দিলোঁ—'অলপ বুজিছোঁ চাৰ।'

'কি বুজিছা?'

"আপুনি চাৰ আলোক প্ৰেছলৈ গৈছিল নেকি?"

"হয় ঠিকেই বুজিছা। তোমাক আশীৰ্বাদ কৰিছোঁ, তুমি ইমান সুন্দৰ কিতাপখন লিখিছা কিন্তু মোক কিয় দেখুৱা নাই?"

"মোৰ লাজ লাগে চাৰ।"

"এতিয়া জানো লাজ নাপাবা?"

মই নিমাত।

কিছু সময়ৰ পিছত তেখেতে কলে: "কিতাপখন বাইণ্ডিং কৰা নাই?"

মই কলো: "তেনেহলে পাতনিটোকে লিখি দিয়ক চাৰ।"

তেখেতে হাঁহি মাৰি কলে: "বাৰু। তুমি তেওঁক বাইণ্ডিং কৰিবলৈ মানা কৰিবা।" মই মানা কৰি আহিলোঁ। ১৫ দিন মানৰ পিছত তেখেতে পাতনি লিখি দিলে আৰু মোৰ উপন্যাস "আজিৰ মানুহ" ওলাই আহিল।

হোষ্টেলত আহি তেখেতে এদিন কৈছিল: "হিতেশৰ বেমাৰ হোৱা নাছিল, তেওঁক এটা প্ৰেৰণাইহে লগ দিছিল। মই আশীৰ্বাদ কৰিছোঁ এই বেমাৰ যেন তেওঁৰ হৈয়ে থাকে।" মই নীৰৱে ওলাই গৈছিলোঁ। আজিও সেই দৃশ্য মোৰ আগত জলজল পটপটকৈ জ্বলি আছে। সেই কথা মনত পৰিলে আজিও মোৰ চকুলো ওলায়। এজন শিক্ষাগুৰু হিচাপে তেখেতৰ মৰম-চেনেহ আৰু ব্যক্তিত্বই মোক

যিমান মোহিত কৰিছিল আন কোনেও পৰা নাই। তেখেতৰ আদৰৰ ঋণ মই জীৱনত সুজিব নোৱাৰিম।

আজিও মোৰ চকুৰ সন্মুখত ভাহি উঠে তেখেতৰ ধুতি-পাঞ্জাবী, পামচু পৰিহিত গহীন গম্ভীৰ চেহেৰা, আজিও যেন নলবাৰী কলেজৰ তোৰণদ্বাৰত তেখেতৰ সেই সৌম্য-শান্ত-সমাহিত অৱয়ৱ, সদাপ্ৰফুল্লিত, হাস্য মধুৰ মুকতি, গহীন গম্ভীৰ খোজ। তেখেত সদায় মোৰ মনৰ মাজত জাগ্ৰত। বোধহয় মোৰ দৰে তেখেতৰ সকলো ছাত্ৰৰে অন্তৰত তেখেতৰ সৌম্যমূৰ্তি বিৰাজ কৰি আছে। তেখেত আজি আৰু পৃথিৱীত নাই—কিন্তু আমি ছাত্ৰসকলৰ হৃদয় মন্দিৰত তেখেত চিৰ বিৰাজমান। তেখেতৰ অদেহী আত্মাই যেন আজিও আমাক আশীৰ্বাদ দি আছে। এনেহেন মহৎ গুৰুৰ সান্নিধ্যই আমাৰ জীৱন ধন্য কৰিছে। □

# শিক্ষাগুৰু ত্ৰৈলোক্যনাথ গোস্বামী

শ্ৰীধৰ্মদাস চৌধুৰী

অসমৰ শিক্ষা আৰু সাহিত্য জগতৰ প্ৰাতঃস্মৰণীয় লোকসকলৰ অন্যতম পৰম শ্ৰদ্ধেয় ত্ৰৈলোক্যনাথ গোস্বামীদেৱ। তেখেতৰ বহুমুখী প্ৰতিভাৰ কথা সৰ্বজনবিদিত। আমি শিক্ষাগুৰু হিচাপে তেখেতৰ মহান গুণাৱলীৰ বিষয়ে যৎকিঞ্চিৎ উল্লেখ কৰিবলৈ প্ৰয়াস কৰিছোঁ মাত্ৰ।

গোস্বামীদেৱৰ কথা আমি গৰ্ডন হাইস্কুলত পঢ়ি থকা দিনৰেপৰা শুনিছিলোঁ। নলবাৰী কলেজৰ অধ্যক্ষ হিচাপে যোগদান কৰাৰ আগতে তেখেতে সাহায্যপ্ৰাপ্ত হাইস্কুল, চৰকাৰী হাইস্কুল আৰু চৰকাৰী কলেজত শিক্ষকতা কৰিছিল। নলবাৰী, উত্তৰ গুৱাহাটী, গুৱাহাটী, যোৰহাট, ধুবুৰী, শ্ৰীহট্ট আদি ঠাই তেখেতৰ কৰ্মক্ষেত্ৰ আছিল। এই সকলো ঠাইতে শিক্ষক হিচাপে তেখেতে সুখ্যাতি আৰ্জিছিল আৰু বিস্তৰ অভিজ্ঞতাৰ অধিকাৰী হৈছিল।

১৯৬৪ চনৰপৰা চাৰি বছৰ কাল তেখেতৰ এজন ছাত্ৰ হিচাপে শিক্ষা লাভ কৰাৰ সৌভাগ্য আমাৰ হৈছিল। আমি পঢ়াকালত নলবাৰী কলেজ চালুকীয়া অৱস্থাতে আছিল। এই অৱস্থাৰপৰা নলবাৰী কলেজক অসমৰ এখন আগশাৰীৰ কলেজত পৰিণত কৰাত তেখেতৰ অৱদান আছিল অপৰিসীম। অধ্যক্ষ হিচাপে তেখেতে দেখুৱা কৰ্তব্যনিষ্ঠা, দৃঢ়তা আৰু দূৰদৰ্শিতাই শিক্ষক ছাত্ৰ সকলোকে মুগ্ধ কৰিছিল।

শিক্ষকতাকে জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিম বুলি আমি ছাত্ৰ জীৱনতে মন বান্ধিছিলোঁ। এইবাবেই নিজৰ শিক্ষাগুৰুসকলৰ শিক্ষকতাৰ প্ৰতি থকা অনুৰাগ, শিক্ষাদান-কৌশল, বিষয়বস্তুৰ প্ৰতি থকা জ্ঞান, চাল-চলন, আচাৰ-নীতি, ছাত্ৰৰ আৰু আনৰ প্ৰতি আচৰণ, সহকৰ্মীসকলৰ লগত থকা সম্পৰ্ক, সমাজত তেখেতসকলৰ স্থান আদি ভালদৰে নিৰীক্ষণ কৰিছিলোঁ। নলবাৰী কলেজৰ ছাত্ৰ হিচাপে অধ্যক্ষ গোস্বামীদেৱৰ সান্নিধ্যলৈ অহাৰ সুযোগ পাইছিলোঁ।

অধ্যক্ষ গোস্বামীদেৱে আমাক প্ৰথম বাৰ্ষিক শ্ৰেণীৰপৰা চতুৰ্থ বাৰ্ষিক শ্ৰেণীলৈ ইংৰাজী আৰু অসমীয়া পঢ়ুৱাইছিল। এই দুটা বিষয়ৰ প্ৰতি আমাৰ বিশেষ ৰাপ থকাৰ কাৰণে তেখেতৰ শিক্ষাদানৰদ্বাৰা বৰ উপকৃত হৈছিলোঁ। ইংৰাজী বিষয়ৰ প্ৰতি থকা আমাৰ ভয় ক্ৰমাৎ আঁতৰিছিল। তেখেতৰ শিক্ষাদান পদ্ধতি, বিষয়বস্তুৰ ওপৰত গভীৰ জ্ঞান, প্ৰকাশ-ভংগী, বাক্‌পটুতা, ৰসিকতা, গাম্ভীৰ্য আৰু আমাৰ সকলো ছাত্ৰৰ প্ৰতি থকা মৰম আৰু সহানুভূতিয়ে আমাক মুগ্ধ কৰিছিল। আমাৰ জ্ঞানৰ পৰিসৰ যাতে অকল পাঠ্য-পুথিতে সীমাবদ্ধ হৈ নাথাকে তাৰ প্ৰতি তেখেতে সততে দৃষ্টি ৰাখিছিল।

শিক্ষকসকল জাতিৰ মেৰুদণ্ড, জাতি-নিৰ্মাতা। সুস্থ সবল জাতি গঢ়িব লাগিলে শিক্ষকসকল হব লাগিব বহু সদগুণৰ অধিকাৰী। শিক্ষকতাৰ প্ৰতি গভীৰ অনুৰাগ নাথাকিলে প্ৰকৃত শিক্ষক হব নোৱাৰি। শিক্ষকসকল হব লাগিব সুস্বাস্থ্যৰ অধিকাৰী, পোছাক-পৰিচ্ছদত পৰিপাটী, শ্ৰেণীত সদা সতৰ্ক অমায়িক, মিষ্টভাষী, সময়নিষ্ঠ, সহনশীল, ধৈৰ্যশীল, স্নেহময়, কৰ্তব্যপৰায়ণ, ছাত্ৰৰ সামৰ্থ্যত বিশ্বাসী, শিক্ষাদান কৰিব লগীয়া বিষয়ত সম্যকজ্ঞানসম্পন্ন, নতুন কথা শিকিবলৈ সদা আগ্ৰহী, সমাজৰ পৰিবৰ্তনৰ প্ৰতি সচেতন, বাস্তৱতাবাদী আৰু বলিষ্ঠ ব্যক্তিত্বৰ অধিকাৰী। অকল এয়ে নহয়, ভাল শিক্ষক হবলৈ হলে তেওঁলোক আৰু বহুগুণৰ অধিকাৰী হব লাগিব। তেওঁলোকে শিক্ষাৰ দৰ্শন শিক্ষাৰ আদৰ্শ, শিক্ষাৰ উদ্দেশ্য আৰু ছাত্ৰ-চৰিত্ৰৰ বৈশিষ্ট্য সম্বন্ধেও সম্যক জ্ঞান আহৰণ কৰিব লাগিব। তেওঁলোক হব লাগিব ছাত্ৰৰ কৰ্ম-প্ৰেৰণাৰ উৎস। ওপৰত উল্লেখ কৰা সকলো গুণেৰে বিভূষিত আছিল শিক্ষাগুৰু ত্ৰৈলোক্যনাথ গোস্বামী-দেৱ।। তেখেতে উন্নত আৰু সুন্দৰ জীৱন যাপন কৰিছিল। যি জীৱনত সত্য, শিৱ আৰু সুন্দৰক লাভ কৰাৰ হাবিয়াস আৰু চেষ্টা বিদ্যমান সেয়ে উন্নত জীৱন। এই জীৱনৰ অধিকাৰী হব লাগিলে মানুহ হব লাগিব মানৱ প্ৰেমিক, মানৱ দৰদী, সেৱা-পৰায়ণ, উদাৰচিত্ত, সাহসী, নৈতিক বলত বলীয়ান, কৰ্মক্ষম আৰু জগতৰ প্ৰতি শ্ৰদ্ধাশীল। তদুপৰি উন্নত জীৱনৰ অধিকাৰীয়ে অতীত বৰ্তমান আৰু ভৱিষ্যতৰ লগত ভাৰসাম্য ৰক্ষা কৰি চলাৰ যোগ্যতাও অৰ্জন কৰিব পাৰিব লাগিব। ছাত্ৰ-ছাত্ৰীক সৎ আদৰ্শৰ-দ্বাৰা উদ্বুদ্ধ কৰি উন্নত আৰু সুন্দৰ জীৱন গঢ়াৰ পথ প্ৰদৰ্শন কৰাত শিক্ষকৰ মহান দায়িত্ব আছে। অধ্যক্ষ গোস্বামীদেৱে সেই দায়িত্ব নিষ্ঠাৰে পালন কৰিছিল। যথাৰ্থতে তেখেতে বন্ধু, দাৰ্শনিক আৰু পথ-প্ৰদৰ্শক হিচাপে ছাত্ৰ-মনৰ অজ্ঞান-অন্ধকাৰ দূৰ কৰি জ্ঞানৰ পোহৰ বিতৰণেৰে নিজেও ধন্য হৈছিল, ছাত্ৰ-ছাত্ৰীসকলকো ধন্য কৰিছিল শিক্ষক জীৱনৰ সাৰ্থকতা আৰু গৌৰৱ সেইখিনিতেই।

উচ্চ চিন্তা, সহজ-সৰল জীৱন যাপন- ভাৰতৰ মহান লোকসকলৰ এই আদৰ্শ তেখেতে সাৰোগত কৰি চলিছিল। ছাত্ৰ-ছাত্ৰী আৰু সহকৰ্মীসকলৰ লগত তেখেতৰ সম্পৰ্ক আছিল মধুৰ। সমাজৰ সকলো শ্ৰেণীৰ লোকৰ লগতে তেখেতৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। মিছা গৰ্ব, দম্ভ, অহংকাৰ, অভিমান তেখেতৰ নাছিল। এজন মহান শিক্ষকৰ গাত থাকিবলগীয়া সকলো গুণে তেখেতক বিভূষিত কৰিছিল। এনে এজন গুৰুৰ ছাত্ৰ হিচাপে শিক্ষা লাভ কৰিবলৈ পাই নিজকে ধন্য মানিছিলোঁ। আমাৰ শিক্ষক সমাজে অধ্যক্ষ গোস্বামীদেৱৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ শিক্ষক-জীৱন সাৰ্থক কৰক।□

# কৃতী শিক্ষক ত্ৰৈলোক্যনাথ গোস্বামী

## শ্ৰীবসন্তকুমাৰ ভট্টাচাৰ্য

অসমৰ শিক্ষা আৰু সাহিত্য জগতৰ এটি স্মৰণীয় আৰু ৰমণীয় নাম ত্ৰৈলোক্যনাথ গোস্বামী। তেখেত আছিল একেধাৰে এগৰাকী কৃতীছাত্ৰ, কৃতীশিক্ষক, সুদক্ষ প্ৰশাসক, বিশিষ্ট কথাশিল্পী, লব্ধপ্ৰতিষ্ঠ সমালোচক, স্বনামধন্য নন্দনতত্ত্ববিদ, সুবক্তা আৰু সমাজ সচেতন ব্যক্তি। এটা বৈচিত্ৰ্যহীন পৰিৱেশত জন্ম গ্ৰহণ কৰিছিল যদিও নিচেই শিশুকালৰপৰা শিক্ষা লাভৰ প্ৰতি তেখেতৰ আছিল গভীৰ অনুৰাগ। এই অনুৰাগেই তেখেতক এগৰাকী কৃতী ছাত্ৰ হোৱাত বিশেষভাৱে সহায় কৰিছিল। ১৯২৬ চনত গৰ্ডন স্কুলৰপৰা স্বৰ্ণপদকসহ প্ৰথম বিভাগত প্ৰবেশিকা, ১৯২৮ চনত কটন কলেজৰপৰা প্ৰতিভামূলক বৃত্তি লাভ কৰি আই. এ., ১৯৩০ চনত দৰ্শন বিষয়ত সন্মান সহ বি. এ., ১৯৩২ চনত কটন কলেজৰ স্নাতকোত্তৰ শ্ৰেণীৰপৰা ইংৰাজী বিষয়ত এম এ. আৰু ১৯৩৫ চনত আইন বিষয়ৰ স্নাতক ডিগ্ৰী লাভ কৰি তেখেতে ছাত্ৰ জীৱনৰ সফল সামৰণি পেলায়।

শিক্ষালাভ আৰু শিক্ষাসেৱাৰ প্ৰতি থকা গভীৰ আৰু পবিত্ৰ অনুৰাগেই একো একোজন প্ৰতিভাশালী ব্যক্তিক অৰ্থ সম্পদৰ মোহৰপৰা মুক্ত কৰি শিক্ষকতাকে জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিবলৈ বাধ্য কৰায়। অৱশ্যে তেনে ব্যক্তি জগতত বিৰল। গোস্বামীদেৱে শিক্ষাদান কৰ্মক মানৱীয় পুণ্য কৰ্ম হিচাপে গ্ৰহণ কৰি সমগ্ৰ জীৱন শিক্ষানুষ্ঠান আৰু শিক্ষাৰ্থীৰ সংস্পৰ্শত কটোৱালৈ চাই অনুভৱ কৰিব পাৰি যে, তেখেত প্ৰকৃততে এগৰাকী সঁচা অৰ্থত শিক্ষাপ্ৰেমী আৰু শিক্ষাসেৱীয়েই আছিল।

১৯৪৫ চনত নলবাৰী কলেজ প্ৰতিষ্ঠিত হোৱাৰ পিছত গোস্বামীদেৱে তাত অধ্যক্ষ হিচাপে নিয়োজিত হয় আৰু সুদীৰ্ঘ একুৰি তিনিবছৰ কাল সুখ্যাতিৰে অধ্যক্ষ পদৰ গুৰু দায়িত্ব বহন কৰি ১৯৬৮ চনত অবসৰ গ্ৰহণ কৰে।

কোৱা নিষ্প্ৰয়োজন যে, নলবাৰী কলেজৰ অধ্যক্ষৰ দায়িত্ব বহন কৰাৰ উপৰিও গোস্বামীদেৱে নিয়মিত ইংৰাজী বিষয়ৰ পাঠদান কৰিছিল। প্ৰতিষ্ঠাকালত ইংৰাজীৰ লগতে তেখেতে দৰ্শন, তৰ্কশাস্ত্ৰ আৰু অসমীয়া বিষয়ৰো পাঠদান কৰিছিল। তেখেতৰ পাঠদান প্ৰণালী আছিল নিখুঁত, ৰসাল আৰু আকৰ্ষণীয়। বিষয়ৰ গভীৰতালৈ যোৱাৰ আগ্ৰহ তেখেতৰ যেনেদৰে আছিল প্ৰবল, তেনেদৰে বিশ্লেষণী শক্তিও আছিল চমকপ্ৰদ। শিক্ষাৰ্থীৰ মনোৰাজ্য জয় কৰাৰ কৌশল আছিল তেখেতৰ অভিনৱ। সেয়ে শ্ৰেণীত কোনোজন শিক্ষাৰ্থীয়েই অমনোযোগী হোৱাৰ উপায় নাছিল। ইংৰাজী

ৰোমাণ্টিক কবিতাৰ ব্যাখ্যা আগবঢ়োৱাত তেখেত যেনদৰে আছিল অসাধাৰণ তেনেদৰে ছন্দ আৰু অলংকাৰৰ তত্ত্ব আৰু পৰিভাষাৰ বিশ্লেষণতো আছিল অনন্য। ৰসিকতা আছিল গোস্বামীদেৱৰ চৰিত্ৰৰ এটা প্ৰধান বৈশিষ্ট্য। তদুপৰি বচা বচা শব্দ প্ৰয়োগেৰে হৃদয়গ্ৰাহীকৈ কথাকোৱাতো তেখেত অছিল সুদক্ষ। উক্ত দুয়োটাগুণে তেখেতক এগৰাকী কৃতী শিক্ষক হোৱাত যথেষ্ট সহায় কৰিছিল। ঘণ্টা বজাৰ লগে লগে হাজিৰা বহীটোসহ পাঠ্য-পুথিখন হাতত লৈ শ্ৰেণীত সোমাই ৰীতিমতে পাঠদান কাৰ্য আৰম্ভ কৰি পঞ্চল্লিশ মিনিট সময় শিক্ষাৰ্থীক তেখেতে কেনেদৰে মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল, কেনেদৰে তেখেত শ্ৰেণীত সোমোৱাৰ পিছত শিক্ষাৰ্থীসকলৰ মাজত কৌতুহল, ব্যস্ততা আৰু ভয়ৰ অন্ত নাইকিয়া হৈ পৰিছিল সেইকথা স্মৰণ কৰি আজিও তেখেতৰ গুণমুগ্ধ ছাত্ৰ-ছাত্ৰীসকলে গভীৰ প্ৰেৰণা আৰু নান্দনিক আনন্দ অনুভৱ কৰে।

গোস্বামী দেৱৰ প্ৰিয়ছাত্ৰ, বিশিষ্ট শিক্ষাসেৱী আৰু সাহিত্যিক শ্ৰীধৰ্মদাস চৌধুৰীয়ে লিখিছে: "শ্ৰদ্ধেয় গোস্বামীদেৱৰ এজন ছাত্ৰ হিচাবে মই উপলব্ধি কৰিব পাৰিছিলোঁ যে, এজন প্ৰকৃত শিক্ষকৰ গাত থাকিবলগীয়া সকলো সজ গুণৰেই তেখেত অধিকাৰী। তেখেতৰ নিখুঁত শিক্ষাদান প্ৰণালী, পাণ্ডিত্য, বিষয়বস্তুৰ ওপৰত গভীৰ জ্ঞান, প্ৰকাশ-ভংগী, ৰসিকতা আৰু ব্যক্তিত্বই আমাক মুগ্ধ কৰিছিল। নলবাৰী কলেজৰ এজন ছাত্ৰ হিচাপে সদায় মনত থাকিব তেখেতৰ শান্ত, সৌম্য মূৰ্তি, তেখেতৰ মহান গুণাৱলী, আমাৰ প্ৰতি তেখেতৰ আন্তৰিক মৰম-চেনেহ আৰু শুভাশিস।" বিশিষ্ট ঔপন্যাসিক হিতেশ ডেকাৰ ভাষাত: "কবিতা আৰু প্ৰবন্ধ লিখাত মোৰ বৰ ৰাপ আছিল। এই বীজ গৈ শেষত নলবাৰী কলেজত ছাত্ৰ হৈ থাকোতে গোস্বামীদেৱৰ প্ৰেৰণা পাই গজালি মেলিলে। আচলতে তেখেতে মোক কোনোদিন পোনে পোনে লিখিবলৈ কোৱা নাছিল; কিন্তু তেখেতৰ সাহিত্য আৰু ব্যক্তিত্বই মোক লিখিবলৈ অনুপ্ৰেৰণা যোগালে।" গোস্বামীদেৱৰ দৰে শিক্ষকৰ ব্যক্তিত্ব আৰু প্ৰতিভাই ছাত্ৰ-ছাত্ৰীক কেনেদৰে সৃষ্টিৰ প্ৰেৰণা যোগাব পাৰে সেই কথাৰেই আভাস এডেকাৰ কথাকেইষাৰে দাঙি ধৰিছে।

সঁচা শিক্ষকৰ গুণাৱলীৰে বিভূষিত হোৱা হেতুকেই গোস্বামীদেৱে অৱসৰ লোৱাৰ পিছতো বাৰ্দ্ধক্যজনিত জড়তাকো নেওচি নলবাৰী সাহিত্য সমাজত অসমীয়া বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণী খুলি শিক্ষাৰ্থীক পাঠদান কৰিবলৈ আগ্ৰহেৰে আগবাঢ়ি আহিছিল। প্ৰকৃত শিক্ষক যে শিক্ষাৰ্থীৰপৰা বিচ্ছিন্ন হব নোখোজে গোস্বামীদেৱ তাৰেই এটা সুন্দৰ উদাহৰণ।

বক্তা হিচাপে গোস্বামীদেৱ সমগ্ৰ অসমতেই সুবিদিত। নলবাৰী অঞ্চলৰ বিভিন্ন সভা সমিতিত তেখেতে সততে যোগদান কৰি সাৱলীল, শুৱলা বক্তৃতাৰে শ্ৰোতাৰ মনপ্ৰাণ জয় কৰিবলৈ সক্ষম হৈছিল। তেখেতে মৰ্মে মৰ্মে অনুভৱ কৰিছিল যে শিক্ষকে অকল

শ্ৰেণীৰ চাৰিবেৰৰ মাজতেই পাঠদান কাৰ্যত আৱদ্ধ হৈ নাথাকি বহল সমাজখনৰে সৈতে সম্বন্ধ ৰাখি চলিলেহে প্ৰকৃত শিক্ষকৰ দায়িত্ব পালন কৰা হয়। সেয়ে, তেখেতে মৃত্যুৰ প্ৰাক্ মুহূৰ্তলৈকে শিক্ষা, সাহিত্য আৰু সংস্কৃতি বিষয়ক সভা-সমিতিত উপস্থিত হৈ তেখেতৰ সাৰুৱা ভাষণেৰে শ্ৰোতাক আপ্যায়িত কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল। উল্লেখযোগ্য কথা এই যে গোস্বামীদেৱে বক্তৃতাৰ বাবেই বক্তৃতা দিয়া নাছিল--তেখেতে বক্তৃতা দিছিল জ্ঞানৰ উদ্ৰেক ঘটাবলৈ—বক্তৃতা দিছিল সমাজ আৰু জীৱনবিষয়ক নতুন সত্যৰ সন্ধেদ দিবলৈ। অকল যে সভা-সমিতিতে তেখেতে জ্ঞান উদ্ৰেককাৰী বক্তৃতা দিছিল তেনে নহয়, ঘৰুৱা আলাপ-আলোচনাতো তেখেতৰপৰা সহৃদয়জনে ভালেখিনি নজনাকথাৰ সন্ধেদ পাই নিজকে কৃতাৰ্থ মানিছিল। আদৰ্শ শিক্ষকৰ স্বভাবেই তেনেকুৱা।

নতুন চাম শিক্ষকৰ প্ৰতি তেখেতৰ পৰামৰ্শ আছিল এনে ধৰণৰ : "কৃতী শিক্ষক হবলৈ নিয়ত সাধনা, অধ্যয়ন আৰু অনুশীলনৰ প্ৰয়োজন। এজন শিক্ষক প্ৰকৃততে এজন দক্ষ অভিনেতা স্বৰূপ। অভিনেতাই যেনেকৈ কণ্ঠস্বৰৰ সাধনা কৰে শিক্ষকেও তেনেকৈ কণ্ঠস্বৰ সুস্পষ্ট আৰু প্ৰভাৱশালী কৰি তুলিবলৈ অনুশীলন কৰা উচিত। শ্ৰেণীৰ শেষৰ বেঞ্চৰ শিক্ষাৰ্থীয়েও যাতে শিক্ষকজনৰ প্ৰতিটো কথা স্পষ্টকৈ শুনে তালৈ তেওঁ লক্ষ্য ৰাখিব লাগে।"

শিক্ষকতা কৰি গোস্বামীদেৱে প্ৰচুৰ অৰ্থ সম্পদ অৰ্জন কৰিব পৰা নাছিল যদিও তাৰ বাবে তেখেতে কোনোধৰণৰ ক্ষোভ বা অভিযোগ কৰা নাছিল। শিক্ষকতা কৰি তেখেত যে সন্তুষ্ট সেইকথাই তেখেতৰ কথা-বতৰাত প্ৰায়েই প্ৰকাশ পাইছিল। তেখেতে কৈছিল : "শিক্ষক হৈ, ছাত্ৰক পঢ়ুৱাই বহুকথা খৰচ কৰিলোঁ। উকীল হোৱাহেঁতেন তাৰ আধা কথা খৰচ কৰিয়েই প্ৰচুৰ ধন ঘটিব পাৰিলোঁহেঁতেন। অৱশ্যে তেতিয়া কিজানি শান্তি নাপালোঁহেঁতেন। এতিয়া যি শান্তি লাভ কৰিছোঁ, মৃত্যুৰ পিছতো সি থাকি যাব।" গোস্বামীদেৱৰ এই উক্তিৰ মাজেদি প্ৰকাশ পাইছে এজন সঁচা শিক্ষকে শিক্ষকতা কৰি লাভ কৰা গভীৰ সন্তুষ্টি আৰু মানসিক তৃপ্তি। শিক্ষকৰ জীৱনৰ সফলতা, সেই তৃপ্তি, সেই সন্তুষ্টিৰ মাজেদিয়েই উদ্ভাসিত হয়। কিন্তু এই তৃপ্তি, এই সন্তুষ্টি লাভ কৰা শিক্ষক জগতত বিৰল। গোস্বামীদেৱ আকৌ সেই বিৰল শিক্ষকৰ মাজতেই অনন্য।

# অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীদেৱ

## শ্ৰীনগেন দত্ত

সকলো শিক্ষিত মানুহৰ জীৱনতে শিক্ষাগুৰুৰ জীৱন বিয়পা প্ৰভাৱ পৰে। মইয়ো তাৰ ব্যতিক্ৰম নহওঁ। যিসকল জ্ঞানী, গুণীলোকৰ অধ্যাপনাৰ কৃপা লাভ কৰি এখোজ দুখোজকৈ আগবাঢ়িব পাৰিছিলোঁ সেইসকলক আজিও শ্ৰদ্ধাৰে সোঁৱৰোঁ। যিগৰাকী মহান ব্যক্তিয়ে পাঠদানৰ উপৰিও, ব্যক্তিত্ব গঠনত অবিস্মৰণীয় প্ৰভাৱ পেলাইছিল, যিগৰাকী পৰম শ্ৰদ্ধেয় পুৰুষে কৰ্ম জীৱনতো মোক বাৎসল্য প্ৰেমেৰে আপ্লুত কৰিছিল সেইগৰাকী আছিল অসমৰ সাহিত্য আকাশৰ ভোটাতৰা, অসমৰ প্ৰথম গ্ৰাম্য কলেজৰ প্ৰাণ-প্ৰতিষ্ঠাতা ত্ৰৈলোক্যনাথ গোস্বামীদেৱ।

১৯৫১ চনৰ কথা। নলবাৰী তেতিয়া এখন তেনেই সৰু চহৰ। বৰ্তমান নলবাৰী কলেজৰপৰা চহৰলৈ প্ৰায় এমাইল বাট খোজ কাঢ়িব লাগে। কলেজলৈ যোৱা ঘাই পথটো তেতিয়াও কেঁচা আছিল। কলেজখনৰ তেতিয়া মাত্ৰ তিনিটা টিনপাটৰ ঘৰ। অধ্যক্ষ মহোদয়ৰ কোঠা, পুথিভঁৰাল আৰু অধ্যাপকসকলৰ কোঠাৰে সৈতে এটা সৰু ঘৰ—নগুলাৰপৰা সোমোৱা পথৰ সোঁপিনে অৱস্থিত। আনটো মূৰত ছাত্ৰসকলৰ শ্ৰেণীৰ কোঠাবোৰৰ এটা নাতিদীৰ্ঘ টিনৰ ঘৰ আৰু তাৰ মূৰতে লাগি আছিল কলেজৰ অনুষ্ঠানীয় সভাকক্ষটো। অদূৰত কেইটামান কোঠালিৰে এটা ছাত্ৰাবাস। ছাত্ৰৰ সংখ্যাও তেনেই তাকৰীয়া, বোধহয় মাত্ৰ দেৰশমান আছিল। আজিৰপৰা চাৰিটা দশকৰ আগতে, চৰকাৰী অনুদান বা তেতিয়ালৈ কোনো ধৰণৰ ৰাজ অনুগ্ৰহ লাভ নকৰাকৈ এই অনুষ্ঠানটি গঢ় দি তুলিছিল কেইগৰাকীমান স্থানীয় বিশিষ্ট সমাজসেৱীয়ে। নকলেও হব, সেইসকলৰ ভিতৰত ত্ৰৈলোক্যনাথ গোস্বামীদেৱ আছিল অন্যতম। কলেজৰ বাবে দান-বৰঙণি সংগ্ৰহ অভিযান চলোৱাৰ উপৰিও কলেজৰ নিৰ্মাণকাৰ্য ব্যক্তিগতভাৱে তেখেতে তদাৰক কৰা আমি দেখিছিলোঁ। কলেজৰপৰা প্ৰায় এমাইল দূৰত থকা নিজৰ বাসভৱনৰপৰা খোজ কাঢ়ি কলেজলৈ আহি তেখেত ব্যস্ত হৈ পৰিছিল কলেজৰ প্ৰশাসনিক কাম-কাজ বাবত আৰু বিভিন্ন শ্ৰেণীত পাঠদানৰ কামত। তাৰ মাজতে কলেজৰ নিৰ্মাণকাৰ্যবোৰ তদাৰক কৰিছিল। সন্ধিয়াৰ সময়খিনি তেখেতৰ নিজৰ সাহিত্য চৰ্চাৰ সময়। মাজে সময়ে সাহিত্য-আলোচনা চক্ৰত নিজে যোগদান কৰেহি। আলোচনা চক্ৰ বহিছিল নলবাৰী ৰাজহুৱা পুথিভঁৰালত। লেমৰ ক্ষীণ পোহৰত তেখেতে নিজৰ ৰচিত গল্প পাঠ কৰিছিল আৰু তেখেতৰ ছাত্ৰসকলকো সাহিত্য সৃষ্টিৰ বাবে উদগনি দিছিল। সাহিত্যকৰ্মৰ ক্ষেত্ৰত শ্ৰীহিতেশ ডেকাদেৱ আছিল চাৰৰ

অতি প্ৰিয় শিষ্য। অৱশ্যে ডেকাদেৱৰ বাকপটুতা আৰু ৰসাল ৰচনা ছাত্ৰবোৰৰো বৰ প্ৰিয় আছিল। শ্ৰীডেকাৰ উপৰিও নলবাৰীৰ সেই সময়ৰ কেইবাগৰাকী ছাত্ৰয়ো অধ্যক্ষ মহোদয়ৰ অকৃপণ স্নেহাশিস লাভ কৰিছিল। তেখেতসকলৰ কেইবাজনো এতিয়া সাহিত্য ক্ষেত্ৰত সুপ্ৰতিষ্ঠিত।

১৯৫১ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ নলবাৰী কলেজৰ আই. এ. শ্ৰেণীত নাম লগালোঁ। কলেজৰ সৰু কাৰ্যালয়টোত নাম লগোৱাৰ যাবতীয় কামখিনি সমাধা কৰি ঘৰলৈ বুলি খোজ দিবলৈ ওলাইছোঁ। এনেতে সিটো কোঠালিৰপৰা অধ্যক্ষদেৱে মোক মাতি পঠিয়ালে। সঁচাকৈয়ে মোৰ ভয় লাগিছিল। অধ্যক্ষ গোস্বামীদেৱৰ কথা সৰুৰেপৰা শুনি আহিছোঁ। এনেকুৱা এগৰাকী বিশিষ্ট ব্যক্তিৰ মুখামুখি হবলৈ সিদিনা যথেষ্ট সাহস গোটাবলগীয়া হৈছিল। আজিও তেখেতৰ সেই ঋষিতুল্য শান্ত-সৌম্য-মূৰ্তি চকুৰ আগত ভাহি উঠে। মোৰ বাবে সেইটো এটা চিৰস্মৰণীয় দিন—জীৱনত প্ৰথমবাৰৰ বাবে এগৰাকী মহান ব্যক্তিৰ লগত আপোনভাৱে দুষাৰ কথা পাতিব পাৰিছিলোঁ। 'চাৰে' মোৰ সকলো খা-খবৰ ললে। অন্যান্য কথাৰ লগতে উপদেশ দিলে কলেজৰ পুথিভঁৰালৰপৰা বচা বচা ইংৰাজী কিতাপ নি পঢ়িব লাগিব আৰু কলেজৰ জিৰণি কোঠাত থকা আলোচনী, বাতৰি কাকত আদিও নিয়মিতভাৱে পঢ়িব লাগিব। তেতিয়া জিৰণি কোঠা বুলিবলৈ তেনেকুৱা সুকীয়া এডোখৰ ঠাই নাছিল। অধ্যক্ষদেৱৰ কোঠালিৰ বাৰাণ্ডাতে ডেস্ক-বেঞ্চ পাৰি তাতেই আলোচনী আৰু বাতৰি কাকতবোৰ ৰাখিছিল। 'চাৰ'ৰ উপদেশ শিৰোধাৰ্য কৰি পুথিভঁৰালৰপৰা নিয়মিতভাৱে কিতাপ নিছিলোঁ আৰু জিৰণি কোঠাৰো সদ্ব্যৱহাৰ কৰিছিলোঁ।

মাজে সময়ে 'চাৰ'ৰ কোঠালৈ মাতি নি তেখেতে আমাৰ পঢ়া শুনাৰ খবৰ লয়। কোনোবা বিষয়ত পৰীক্ষাৰ ফলাফল আশানুৰূপ নহলে ভালকৈ পঢ়িবলৈ উপদেশ দিয়ে। 'চাৰ'ৰ দুই চাৰিষাৰ কথাৰপৰা যথেষ্ট উৎসাহ লাভ কৰোঁ। নিজে দিনে দহমাইল খোজ কাঢ়ি কলেজলৈ অহা-যোৱা কৰা কষ্ট সমূলি পাহৰি যাওঁ। পুনৰ চেষ্টা কৰোঁ যাতে চাৰৰ আশিস-নিৰ্মালি অথলে নাযায়। হয়তো সেইদৰে অনুপ্ৰাণিত হোৱা বাবেহে আই এ পৰীক্ষাত গুৱাহাটী বিশ্ববিদ্যালয়ত সপ্তম স্থান লাভ কৰাৰ আশাতীত আনন্দ লাভ কৰিব পাৰিছিলোঁ। সেইদৰে বি. এ. পৰীক্ষাতো 'ডিষ্টিংছন' পাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভিতৰত দ্বিতীয় স্থান লাভ কৰাৰ মূলতে আছিল চাৰৰ অন্তহীন অনুপ্ৰেৰণ আৰু সীমাহীন কৰুণা।

শ্ৰেণীত পাঠদানৰ উপৰিও প্ৰায়ে তেখেতে নিজৰ ঘৰতে ঘণ্টাৰ পিছত ঘণ্টা ধৰি নানা বিষয়ৰ আলোচনা কৰিছিল। সেয়া আছিল 'ৰামধেনুৰ' যুগ। চাৰৰো গল্প-প্ৰবন্ধ

'ৰামধেনু'ত প্ৰকাশিত হৈছিল অৱশ্যে 'আৱাহন'ৰ যুগতে চাৰে সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত অসমজোৰা আলোড়নৰ সৃষ্টি কৰিছিল। নিতান্ত ঘৰুৱাভাৱে কৰা আলোচনাবোৰৰ-পৰা সংস্কৃত, ইংৰাজী আৰু অসমীয়া সাহিত্যৰ ভালেমান কথা হৃদয়ংগম কৰিব পাৰিছিলোঁ। সাহিত্যসভাৰ সভাপতি হিচাপে নিজে দিয়া ভাষণতো ভালেমান দিশত তেখেতে আলোকপাত কৰিছিল। এজন ছাত্ৰৰ লগত অগাধ পাণ্ডিত্যৰে ভূষিত এগৰাকী গুৰুৰ এনে অবাৰিত স্নেহ মোৰ জীৱনৰ চিৰস্মৰণীয় ঘটনা!

সভা-সমিতিবোৰত 'চাৰ'ৰ ভাষণ শুনিছিলোঁ। গুৰু গম্ভীৰ কণ্ঠেৰে তেখেতে দিয়া নাতিদীৰ্ঘ ভাষণে সকলো শ্ৰোতাৰে অন্তৰ জয় কৰিছিল। চাৰৰ ভাষণ শেষ নোহোৱালৈকে সভাথলী নিজম-নিস্তব্ধ হৈ ৰয়—সেই সভাৰ ক্ষেত্ৰ লাগিলে চহৰেই হওক বা ভিতৰৰ গাঁৱেই হওক। ভাষণৰ বিষয়বস্তুও বিভিন্ন ধৰণৰ: সাহিত্য, সমাজসেৱা, ছাত্ৰৰ দায়িত্ব, ৰাজনীতি, দৰ্শন আৰু বহুতো। প্ৰত্যেকটো বিষয়তে চাৰৰ স্বকীয় বক্তব্য আছে। চাৰৰ স্বকীয় অনুপম উপস্থাপন ৰীতিয়ে তেখেতৰ বক্তৃতাবোৰ বৰ শ্ৰুতিমধুৰ কৰি তুলিছিল। ভাষাৰ লালিত্য, বিষয়ৰ গভীৰতা, মনোমোহা শব্দচয়ন আৰু শ্ৰোতাৰ লগত নিবিড় আন্তৰিকতা এই সকলোবোৰে মিলি বক্তা আৰু শ্ৰোতা উভয়কে একাত্মীয় কৰি তুলিছিল। সৰহভাগ ক্ষেত্ৰতে বক্তা আৰু শ্ৰোতাৰ মাজত অত্যাৱশ্যকীয় সেঁতু এখনৰ অভাৱ পৰিলক্ষিত হয়। 'ৰাজহুৱা বক্তৃতাৰ কলা কুশলতা' সম্পৰ্কে এতিয়া প্ৰশিক্ষণ লোৱা সময়তো 'চাৰ'ৰ ভাষণবোৰলৈ বাৰেপতি মনত পৰে। অধ্যয়ন আৰু অধ্যাপনাৰ মাজত সুৰুঙা উলিয়াই সমাজৰ বিভিন্ন সমস্যাৰ ওপৰত চিন্তা-চৰ্চা কৰি ৰাজহুৱাভাৱে উপস্থাপন কৰাৰ ক্ষেত্ৰত তেখেতে অকণো হেলা নকৰিছিল। কোনো 'ইজিম'ৰ গোন্ধ-ভাপ নথকা তেখেতৰ বক্তব্যবোৰ সমূহ শ্ৰোতাই আপ্তবাক্যৰ দৰেই গ্ৰহণ কৰিছিল। সেইবাবেই 'চাৰ'ৰ বক্তব্যৰ ওপৰত কেতিয়াও কোনো বিতৰ্কৰ সৃষ্টি হোৱা নাছিল। বৰঞ্চ উপলব্ধি কৰিছিলোঁ সমূহ শ্ৰোতাৰ মৌন প্ৰশস্তি।

ধুতি, পাঞ্জাৱী আৰু জাৰৰ দিনত এটি হাত-চুটি ক'লা কোট- এয়ে আছিল 'চাৰ'ৰ চিৰপৰিচিত পৰিধান। চাৰে নিতান্ত অনাড়ম্বৰভাৱে জীৱন যাপন কৰি তৃপ্তি লাভ কৰিছিল। ছাত্ৰৰ উশৃংখলতা, শালীনতাবোধৰ অভাৱ আদি পৰিলক্ষিত হ'লে তেখেতে বৰ দুখ পাইছিল। অৱশ্যে সেই সময়ত নলবাৰী কলেজৰ পৰিৱেশ আছিল 'গুৰুকুল' আশ্ৰমৰ দৰে। অধ্যক্ষ মহোদয়ৰ কথাই নাই, কোনো অধ্যাপকক দেখিলে কলেজৰ যিকোনো ছাত্ৰই অভিবাদন জনাইছিল—চাইকেলেৰে গৈ থাকিলে চাইকেল ৰখাই অভিবাদন জনাইছিল। শিক্ষকৰ উপস্থিতিত বিড়ী-চিগাৰেট আদি হাতত লোৱাটো সেই সময়ত অতি নিন্দনীয় কাম বুলি সকলোৱে গণ্য কৰিছিল। প্ৰত্যেকজন ছাত্ৰৰ লগতে প্ৰত্যেকজন অধ্যাপকৰ ব্যক্তিগত সম্পৰ্ক, প্ৰত্যেকজন ছাত্ৰৰে দুখ-কষ্টবোৰ

প্ৰতিভাৱান অধ্যাপকে উপলব্ধি কৰিছিল আৰু সেইদৰে সহায়-সহানুভূতিও আগবঢ়াইছিল। এইবোৰ ক্ষেত্ৰত 'চাৰ'ৰ লগত আমাৰ সম্পৰ্ক আছিল অতি ঘনিষ্ঠ প্ৰায় পিতা-পুত্ৰৰ সম্পৰ্কৰ দৰে। মোৰ বাহিৰেও কেইবাগৰাকী ছাত্ৰই তেখেতৰ মৰম-চেনেহ পাইছিল। তেখেতে আমাক শ্ৰেণীত বুজোৱা Wordsworthৰ Skylark নামৰ সেই কবিতা পংক্তিলৈ আজিও মনত পৰে :

" ... who soars but never roam
True to the kindred points of heaven and home."

জীৱনৰ সৰহভাগ সময় গভীৰ অধ্যয়ন আৰু সাহিত্যসৃষ্টিত ব্যস্ত থকা সত্বেও কিছুমান উঠি অহা ডেকাল'ৰাক জীৱনৰ বাটত এখোজ দুখোজকৈ আগবঢ়াই নিবলৈ তেখেতে যথেষ্ট পৰিশ্ৰম কৰিছিল। দূৰ-দূৰণিলৈ উভতি চাই মোৰ অনুমান হয় 'চাৰে' তেখেতৰ প্ৰিয়পাত্ৰ ছাত্ৰবিলাকৰ সুপ্ত সত্তাক জগাই তুলিবলৈ চেষ্টা কৰিছিল। মোক বিশেষকৈ উৎসাহ দিছিল প্ৰতিযোগিতামূলক পৰীক্ষাবোৰত ভাগ লবলৈ। ইংৰাজীত মই বৰ দুৰ্বল আছিলোঁ। মোৰ লিখা পঢ়ি এদিন শ্ৰেণীতে সকলোবোৰ সহপাঠীৰ সমূখত তেখেতে আক্ষেপ কৰিলে। চাৰৰ সেইখিনি কথাকে আশীৰ্বাদ হিচাপে লৈ নিজৰ দুৰ্বলতাখিনি গুচাবলৈ চেষ্টা কৰিলোঁ। কিমানদূৰ কৃতকাৰ্য হৈছোঁ কব নোৱাৰোঁ, কিন্তু অসম অসামৰিক সেৱাৰ (প্ৰথম শ্ৰেণী) পৰীক্ষাত মই যি সামান্য কৃতকাৰ্যতা অৰ্জন কৰিছিলোঁ তাৰ গুৰিতেই আছে চাৰৰ "নেপথ্য-ভাষণ"। কলেজত প্ৰৱেশ কৰা দিনৰেপৰা মূল্যবান কিতাপ-পত্ৰ পঢ়া, সাধাৰণ জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰা, অসমীয়া ভাষা-সংস্কৃতিৰ ঘাই সুঁতিৰ লগত নিজকে পৰিচয় কৰা আৰু তাৰোপৰি নিজৰ মনত প্ৰতিযোগিতাৰ মনোভাব জগাই তোলা —এই সকলো ক্ষেত্ৰতেই অনুভৱ কৰিছোঁ ব্যক্তিগঠনৰ প্ৰতি থকা চাৰৰ অসীম আগ্ৰহ। জীৱনৰ কোমল বয়সত তেখেতৰ সান্নিধ্য আৰু আশীৰ্বাদ লাভ নকৰা হলে মোৰ জীৱনধাৰাৰ কোনো উল্লেখযোগ্য পৰিবৰ্তন বোধ কৰোঁ নহলহেঁতেন।

শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত অসমৰ যিকেইখন অগ্ৰণী ঠাই আছে তাৰ ভিতৰত নলবাৰী অন্যতম। বহুতো বিশিষ্ট সংস্কৃত পণ্ডিতে এই ভূখণ্ড ধন্য কৰি গৈছে। এই শতিকাৰ চল্লিছৰ দশকৰপৰা আশীৰ দশকলৈ নিসন্দেহে অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীদেৱ, নলবাৰী তথা সমগ্ৰ অসমৰে বিদ্বৎমণ্ডলীৰ মাজত ভোটাতৰা। নলবাৰী অঞ্চলৰ অসাধাৰণ পাণ্ডিত্যৰ অধিকাৰী বহুতো স্বনামধন্য পুৰুষৰ দৰে 'চাৰে'ও নিৰাড়ম্বৰভাৱে জীৱন যাপন কৰি বহুতকে জীৱনৰ জখলাত আগবাঢ়ি যোৱাৰ সাহস আৰু সামৰ্থ্য দি গৈছে। তেখেতৰ ৰচনাৰাজিৰ বিষয়ে মন্তব্য কৰিবলৈ মোৰ ধৃষ্টতা নাই কিন্তু এইটো নিসন্দেহে কব পাৰোঁ বিশাল ব্যক্তিত্বৰ অধিকাৰী চাৰে এজোপা বিশাল বৰগছৰ দৰে তেখেতৰ ছত্ৰছায়াত আমাক স্থান দিছিল আৰু সেইখিনি পোৱাৰ গৌৰৱ সদায়ে শ্ৰদ্ধাৰে সোঁৱৰণ কৰিম। □

# শ্ৰদ্ধেয় শিক্ষাগুৰু ত্ৰৈলোক্যনাথ গোস্বামীদেৱ

**শ্ৰীগুণেশ্বৰ শৰ্মা**

১৯৫৩ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ আমি নলবাৰী কলেজত ভৰ্তি হওঁগৈ। তেতিয়ালৈ গুৱাহাটী কটন কলেজৰ বাহিৰে উচ্চ শিক্ষাৰ অনুষ্ঠান নাছিল। এনেকি গুৱাহাটী বি. বৰুৱা কলেজো টনকিয়াল হৈ উঠা নাছিল; নৈশ কলেজ হিচাপে কামৰূপ একাডেমী হাইস্কুলত ক্লাছবোৰ হৈ আছিল। গতিকে আৰ্থিক যোত্ৰবিহীন ছাত্ৰ-ছাত্ৰীয়ে উচ্চ শিক্ষালৈ মন মেলা একপ্ৰকাৰ দুৰাশাই আছিল। তেতিয়া অৱশ্যে নলবাৰী কলেজো চালুকীয়া; তথাপি আৰ্থিক যোত্ৰবিহীন ছাত্ৰ-ছাত্ৰীৰ বাবে ই আশাৰ প্ৰদীপ হৈ পৰিছিল। নলবাৰী ৰাজহুৱা নাট্য মন্দিৰত হৈ থকা কলেজখন জাপাৰকুছিৰ বৰ্তমানৰ ঠাইলৈ স্থানান্তৰিত হোৱাৰ তেতিয়া চাৰি বছৰমানহে হৈছে মাথোন। গতিকে শিক্ষাগুৰু অধ্যক্ষ গোস্বামীচাৰ আৰু উপাধ্যক্ষ প্ৰভাত চন্দ্ৰ গোস্বামীচাৰ দুয়োজনে কলেজখনৰ পৰিচালনা আৰু শিক্ষাদানতকৈও এই অনুষ্ঠানটিৰ সৰ্বাংগীন উন্নতিৰ বাবে পুঁজি সংগ্ৰহ আদিততে অধিক গুৰুত্ব দিবলগীয়া হৈছিল। প্ৰবক্তা ঈশ্বৰ চন্দ্ৰ বৰুৱাচাৰে গৃহাদি নিৰ্মাণত সততে চকু দিছিল। ৰাইজৰ ফালৰপৰা শ্ৰীহৰিচৰণ পাঠক, শ্ৰীহৰেকৃষ্ণ গোস্বামী, শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰী, নৰনাৰায়ণ গোস্বামী আদিয়ে আশাশুধীয়া চেষ্টাৰ সহাৰি দিছিল। কলেজখনৰ উন্নয়নত তেতিয়াৰ অৰ্থনীতিৰ প্ৰবক্তা শ্ৰীপ্ৰবোধ চন্দ্ৰ গোস্বামীচাৰ, ৰাজনীতিৰ প্ৰবক্তা পৰৱৰ্তী অধ্যক্ষ শ্ৰীউমাকান্ত শৰ্মাচাৰৰ মনোযোগ আৰু প্ৰচেষ্টাও সুঁৱৰিবলগীয়া। মঙলদৈ কলেজতগৈ অধ্যক্ষপদ লোৱাৰ আগলৈ শ্ৰীপ্ৰবোধচন্দ্ৰ গোস্বামীচাৰে এই নলবাৰী কলেজতে অধ্যাপনা কৰিছিল। শ্ৰীপ্ৰবোধ চন্দ্ৰ গোস্বামীচাৰৰ পিতৃ ডাঙৰ গোঁসাইদেৱৰো কলেজখনৰ প্ৰতি বিশেষ শুভেচ্ছা আছিল। শ্ৰীমান প্ৰফুল্ল গোস্বামীদেৱৰ প্ৰচেষ্টাও অন্যতম।

অধ্যক্ষ গোস্বামীচাৰ এগৰাকী সুশিক্ষক আছিল। ইংৰাজী, অসমীয়াৰ বাহিৰেও সংস্কৃত সাহিত্যতো তেখেতৰ হাত আছিল আৰু ইংৰাজী সাহিত্যৰ গদ্য, পদ্য, নাটক, উপন্যাস, চুটিগল্প আদি যিকোনো দিশতে তেখেতে সমানে শিক্ষাদান কৰিব পাৰিছিল। ইংৰাজীৰ শ্ৰেণীত নিয়মিত পাঠদান কৰাৰ উপৰিও অধ্যক্ষ গোস্বামীচাৰে অসমীয়া শ্ৰেণীতো পাঠদান কৰিছিল। তেখেতৰ জ্ঞানগৰ্ভ শিক্ষাই ছাত্ৰসকলক সততে মুগ্ধ কৰিছিল। টান কথা সহজ আৰু দুৰ্বোধ্য বিষয়বস্তুও সুবোধ্য কৰি শ্ৰেণীত শিক্ষা দিয়াত চাৰ আছিল সুদক্ষ।

শিক্ষক ছাত্ৰ-ছাত্ৰীৰ বন্ধু, মনবুজা দাৰ্শনিক আৰু সুপৰিচালক বা সহায়ক হ'ব লাগে। এয়ে প্ৰকৃত শিক্ষকৰ বৈশিষ্ট্য। অধ্যক্ষ গোস্বামীচাৰ এই তিনিওটা বৈশিষ্ট্যৰ অধিকাৰী আছিল। তেখেতে সকলো ছাত্ৰ-ছাত্ৰীকে পাৰিবাৰিকভাৱে চিনি পাইছিল বুলি কলেও অধিক কোৱা নহয়। বাটে-পথে লগ পালে ছাত্ৰ-ছাত্ৰীক মাত দি পঢ়া-শুনাৰ খা-খবৰ লৈছিল। কাৰোবাৰ কিবা দোষ-ত্ৰুটি দেখিলে ধেমেলীয়া সুৰত এনে কেতবোৰ সতৰ্কবাণী শুনাইছিল যে তেনে ছাত্ৰ ছাত্ৰীয়ে তলমূৰকৈ নিমাতে আঁতৰি যাবলৈ বাধ্য হৈছিল। তদুপৰি ভৱিষ্যতে যাতে চাৰৰ দৃষ্টিত নপৰে তাৰ প্ৰতি সততে সাৱধান হৈ পৰিছিল। এনেকৈ কাৰো নাম নধৰাকৈ ছাত্ৰক শাসন কৰাৰ ক্ষমতা অধ্যক্ষ চাৰৰ আছিল। তেখেতে ছাত্ৰ এজনৰ মুখৰ চেহেৰা দেখিয়েই তেওঁৰ অন্তৰৰ প্ৰভাৱ আৰু অভাৱ দুয়োটাকেই ঠাৱৰতে বুজি লব পাৰিছিল আৰু তাৰ নিৰাময় কৰিবও পাৰিছিল বিস্ময়কৰভাৱে। কোনো ছাত্ৰই কিবা কথাত কাষ চাপিলে সুপৰামৰ্শৰে তেখেতে আপ্যায়িত কৰি পঠাইছিল। কাৰো প্ৰতি চাৰ কঠোৰ নাছিল ; কিন্তু শাসনৰ ক্ষেত্ৰত কঠোৰতা পৰিহাৰ কৰা নাছিল। তেখেতে বগৰ কৰিছিল ; শ্ৰেণী-শিক্ষাতো সততে বগৰ কৰিছিল, কিন্তু বগৰ কৰি সবহ পৰ নকটাইছিল। একোটা গভাৰ পৰিস্থিতিকো বগৰ কৰি পাতল কৰি লৈ সহজে চম্ভালি লব পাৰিছিল।

অধ্যক্ষ গোস্বামীচাৰ এগৰাকী সুপৰিচালকো আছিল। কলেজখনৰ অধ্যক্ষতা কৰাৰ উপৰিও পৰিচালনা সমিতিৰ সম্পাদক বা সচিবৰ দায়িত্বও বহন কৰিবলগীয়া হৈছিল। গাতিকে নিৰ্মীয়মান কলেজখনৰ পূৰ্ণাংগ ৰূপ পোৱাৰ বাটত চাৰৰ ভূমিকা সততে সুঁৱৰিব লাগিব। আনকি 'পূৰ্বভাৰতী'ৰ পৰিচালনাৰ দায়িত্বও চাৰে নিষ্ঠাৰে বহন কৰিছিল। একেৰাহে দুবছৰ অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰা এইগৰাকী মহান সাহিত্যিক নলবাৰী সাহিত্য সমাজৰো প্ৰথমৰ বছৰচেৰেকৰ সভাপতিৰ আসনত অধিষ্ঠিত হৈছিল। সেই সময়তে নলবাৰী সাহিত্য সমাজে দাতা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ পিতৃৰ নামত উছৰ্গিত 'ৰাজেন্দ্ৰ ভৱন' লাভ কৰে। এইবোৰে চাৰৰ সুপৰিচালনা, সংগঠন আৰু নিৰ্মাণদক্ষতাকে সূচিত কৰে।

চিকুণ আৰু চকুতলগা বেশভূষাৰে অধ্যক্ষ গোস্বামীচাৰ এগৰাকী আগশাৰীৰ ব্যক্তিত্ব সম্পন্ন লোক। ব্যক্তিত্বই আনক প্ৰভাৱান্বিত আৰু পৰাভূত কৰে। আইনজ্ঞ অধ্যক্ষ গোস্বামীচাৰ ৰাজনীতিতো পিছপৰা নাছিল। চাৰ আছিল সমাজ সচেতন স্ৰষ্টা। অসমীয়া সাহিত্যৰ এগৰাকী লব্ধপ্ৰতিষ্ঠ গল্পকাৰ গোস্বামীচাৰৰ 'অৰুণা' আৰু 'মৰীচিকা'ৰ প্ৰতিটো গল্পতে সমাজ সচেতনতাৰ সাক্ষ্য সুস্পষ্ট। দ্বিতীয় মহাযুদ্ধৰ ঢৌ আৰু ভয়াবহতা, সমাজ বিৱৰ্তন আৰু ৰাজনৈতিক শিথিলতাৰ ফলশ্ৰুতি স্বৰূপে

ক্ৰমবৰ্দ্ধমান দুৰ্নীতি প্ৰৱণতাৰ প্ৰতিফলন এই গল্পবোৰত প্ৰকাশ পাইছে। স্বৰাজোত্তৰ ক্ৰমবৰ্দ্ধমান দুৰ্নীতিৰ প্ৰকোপে চাৰৰ সংস্কাৰধৰ্মী মনক উদ্বেলিত কৰি তোলে; চাৰৰ কাপত জন্ম পায় '*জীয়া-মানুহে*'। সুসাহিত্যিক চাৰ সুসমালোচকো। সাহিত্য সমালোচনাত চাৰৰ দক্ষতা সুপ্ৰতিষ্ঠিত। তদুপৰি অসমীয়া তদানীন্তন দুটি গল্পৰ সমালোচনাত চাৰে সন্মান আৰু যশস্যা দুয়োটাকে লাভ কৰিব পাৰিছে। তেখেতৰ নন্দন-তত্বৰ বিশ্লেষণ আৰু সমালোচনাই সাহিত্যজগতত সমাদৰ লাভ কৰাত চাৰৰ সূক্ষ্মানুভূতি প্ৰৱণতা, বিশ্লেষণ দক্ষতা আৰু গঠনমূলক সমালোচনাৰ সাক্ষ্য বহন কৰিব পাৰিছে।

অধ্যক্ষ গোস্বামীচাৰ এগৰাকী সুবক্তা। কিমান সভা-সমিতিত চাৰে সভাপতিত্ব কৰিছে, বিশিষ্ট অতিথিৰ আসন পাইছে, উদ্বোধনী ভাষণ দিছে তাৰ আজি লেখ দিয়া টান। বাগ্মিতা শক্তি থাকিলেও সভা-সমিতিৰ আগ্ৰহ, মনোযোগ আৰু ধাতু বুজিহে ভাষণ দিছিল। সভা-সমিতিত উপস্থিত হৈয়ে তেখেতে কেনে ভাষণৰ প্ৰয়োজন হব তাৰ গতি-বিধি স্থিৰ কৰি লৈছিল। তেখেতৰ প্ৰকাশভংগী, বিষয়বস্তুৰ উপস্থাপন, বিশ্লেষণ, সিদ্ধান্ত, উপসংহাৰ আৰু ৰগৰ প্ৰতিটোৰে এক অভিনৱত্ব আছিল। তেখেতে বক্তৃতাৰ সামৰণি মৰাৰ পিছতো শ্ৰোতাৰ অগৰত শুনাৰ আগ্ৰহ বৈ যোৱা হেতু শ্ৰোতাই বিশেষ তৃপ্তি পাইছিল। শ্ৰেণীশিক্ষাৰ ভংগীতে তেখেতে সভা-সমিতিতো ভাষণ আগবঢাইছিল। তেখেতৰ অভিজ্ঞতাৰ পৰিপক্কতা আৰু বিশ্লেষণ দক্ষতাই শ্ৰেণী শিক্ষাই হওঁক বা ভাষণেই হওঁক অধিক মনোগ্ৰাহী কৰি তুলিছিল। নলবাৰী অঞ্চলৰ উপৰিও অন্যান্য বহুতো সাংস্কৃতিক অনুষ্ঠান, পুথিভঁৰাল, সংঘ, শিক্ষানুষ্ঠান আদিৰ লগত তেখেত বিশেষভাৱে জড়িত হৈ আছিল।

অধ্যক্ষ গোস্বামীচাৰ এগৰাকী বহুমুখী প্ৰতিভাসম্পন্ন লোক। আমি ছাত্ৰ হিচাপে চাৰৰ গুণাৱলী কৈ অন্ত কৰিব নোৱাৰোঁ। সাহিত্যৰ কেউটা দিশৰ উপৰিও গীত, বাদ্য, নৃত্য, অভিনয়, খেতি-বাতি ইত্যাদি সাংস্কৃতিক আৰু বৈষয়িক সকলো দিশত তেখেতৰ অভিজ্ঞতা আছিল প্ৰগাঢ়।

বিদ্যোৎসাহী অধ্যক্ষচাৰৰ অন্যতম অৱদান নলবাৰীত স্নাতকোত্তৰ শ্ৰেণী খুলি পাঠদানৰ সূচনা কৰাটো। ১৯৬৮ চনত তেখেতে নলবাৰী কলেজৰ অধ্যক্ষ পদৰপৰা অৱসৰ লয় আৰু লগে লগে এই স্নাতকোত্তৰ শ্ৰেণী খোলাৰ ব্যৱস্থা কৰি নিজে তাৰ অধ্যক্ষতা কৰিবলৈ আগবাঢ়ে। নলবাৰী সাহিত্য সমাজৰ ৰাজেন্দ্ৰ চৌধুৰী ভৱনত গধূলি এই শ্ৰেণী বহিছিল। ১৯৬৮ চনৰ ১৩ আগষ্ট তাৰিখৰপৰা এম এ শ্ৰেণীত ছাত্ৰ-ছাত্ৰী ভৰ্তি আৰু পাঠদান আৰম্ভ কৰা হৈছিল। পাঠদানত গোস্বামীচাৰৰ সহকৰ্মী আছিল নলবাৰী কলেজৰ প্ৰবক্তা শ্ৰীশশী শৰ্মা আৰু ড° নৰেন্দ্ৰ নাথ শৰ্মা (বৰ্তমান অসম সংস্কৃত বৰ্ডৰ চেক্ৰেটাৰী)। প্ৰথমবছৰ বাসন্তৰগৰাকী ছাত্ৰ-ছাত্ৰী এম এ. শ্ৰেণীত ভৰ্তি

হৈছিল। ১৯৬৯ চনৰ পূৰ্বাৰ্দ্ধ পৰীক্ষাত (প্ৰিভিয়াচ) তাৰে বাৰগৰাকীহে বহিল। এই বাৰগৰাকীয়ে শেষপৰীক্ষা (ফাইনেল) দিয়াৰ যোগ্যতা অৰ্জন কৰে। নতুন প্ৰিভিয়াচ শ্ৰেণীতো ছাত্ৰ-ছাত্ৰী ভৰ্তি হয়। ১৯৭০ চনৰ ফাইনেল পৰীক্ষাত সেই বাৰগৰাকীৰ আঠগৰাকী বহেগৈ। তিনিগৰাকী উত্তীৰ্ণ হয়। তিনি বছৰ চলি এই শ্ৰেণীটো বন্ধ হয় যদিও চাৰৰ এই প্ৰচেষ্টা সততে সুঁৱৰিবলগীয়া। এম. এ. শ্ৰেণী খোলাৰ ক্ষেত্ৰত সদাশয় শ্ৰীহৰিচৰণ পাঠক, শ্ৰীহৰেকৃষ্ণ গোস্বামী, জয়দেৱ শৰ্মা, দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য, শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী, শ্ৰীপ্ৰভাত চন্দ্ৰ গোস্বামীচাৰ প্ৰমূখ্যে সদাশয় লোকৰ উৎসাহ উদ্দীপনাই প্ৰবক্তা আৰু ছাত্ৰ-ছাত্ৰী উভয়কে প্ৰেৰণা যোগাইছিল।ময়ো এই শ্ৰেণীৰে ছাত্ৰ আছিলোঁ। অধ্যক্ষচাৰৰ এই প্ৰচেষ্টাৰ প্ৰতি আমি সততে কৃতজ্ঞ। তেতিয়াই নলবাৰীত নৈশ বাণিজ্য মহাবিদ্যালয়, আইন মহাবিদ্যালয়, শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ৰ প্ৰয়োজনীয়তা অনুভৱ কৰা হৈছিল। সুখৰ কথা যে, এই তিনিওটা অনুষ্ঠানেই নলবাৰীত প্ৰতিষ্ঠিত হৈছে।



ঙ.    ৰাজনীতিত ত্ৰৈলোক্যনাথ গোস্বামী

# ৰাজনীতিত ত্ৰৈলোক্যনাথ গোস্বামী

## শ্ৰীপ্ৰমোদ বৰ্মণ

গভীৰ মানৱতাবোধ অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ চৰিত্ৰৰ মূল লক্ষণ আছিল। তেওঁৰ ৰাজনৈতিক চিন্তাধাৰা এই মানৱতাবোধৰে এটা অভিব্যক্তি বুলি কব পাৰি।

১৯৪৯ চনৰপৰাই অসমত ছ'চিয়েলিষ্ট (সমাজবাদী) দলে গা কৰি উঠে। অসমৰ ৰাজনীতিৰ ক্ষেত্ৰত এই দলে প্ৰধান বিৰোধীদল ৰূপে ভূমিকা গ্ৰহণ কৰিছিল। নলবাৰী অঞ্চলতো এই দলৰ সংগঠন তীব্ৰগতিত আগবাঢ়ে। ১৯৪৯ চনত অনুষ্ঠিত অসম বিধান সভাৰ নিৰ্বাচনত এই দলে অংশ গ্ৰহণ কৰে। শ্ৰীবাহাৰুল ইছলাম [উচ্চতম ন্যায়ালয়ৰ প্ৰাক্তন ন্যায়াধীশ আৰু বৰ্তমান কং (ই) সংসদী সদস্য] সমাজবাদীদলৰ প্ৰাৰ্থী আছিল। মঃ পাটাউৰ বৰ্তমান কংগ্ৰেছৰ প্ৰাৰ্থীৰূপে থিয় দিয়ে। কংগ্ৰেছদলৰ ধন আৰু জনৰ বলত সমাজবাদী প্ৰাৰ্থী ইছলাম চাহেব পৰাজিত হয়। এই উপলক্ষে অসমৰ বিভিন্ন ঠাইৰপৰা সমাজবাদী কৰ্মীসকলে উত্তৰ কামৰূপ তথা নলবাৰীত সমবেত হয়। এই সূত্ৰে সমাজবাদী দলৰ কাৰ্যকলাপৰ প্ৰতি ত্ৰৈলোক্য গোস্বামী আকৃষ্ট হৈ পৰে। তেওঁৰ সহকৰ্মী অধ্যক্ষ উমা শৰ্মা আৰু আন কৰ্মীসকলে ত্ৰৈলোক্য গোস্বামীৰদ্বাৰা সকলো ক্ষেত্ৰতে সাৰুৱা উপদেশৰ জৰিয়তে উপকৃত হৈছিল।

লাহে লাহে ত্ৰৈলোক্য গোস্বামী সমাজবাদীদলৰ কৰ্মপন্থাৰ লগত বিশেষভাৱে জড়িত হৈ পৰে আৰু এই প্ৰসংগত তেওঁ দলৰ বিভিন্ন কৰ্মপন্থাত যোগদান কৰে। তেওঁৰ সহজ-সৰল আৰু অনাড়ম্বৰ ব্যক্তিত্বই সকলোকে মুগ্ধ কৰিবলৈ সক্ষম হৈছিল। সত্ৰাধিকাৰৰ পৰিয়ালত গোস্বামীয়ে জন্মগ্ৰহণ কৰিলেও তেওঁৰ মন সদায়ে মুক্ত আৰু উদাৰ আছিল। কথা আৰু কামৰ মাজত বৈষম্য নথকা এইগৰাকী ব্যক্তি সেইবাবে সকলোৰে সন্মানৰ পাত্ৰ আছিল।

গোস্বামীয়ে সৰ্বপ্ৰকাৰৰ দমন নিষ্পেষণৰ বিৰুদ্ধে সাহস আৰু যুক্তিৰে প্ৰতিবাদ জনাইছিল। ১৯৫০-'৫১ চনত অসমত বিপ্লৱী সাম্যবাদী আন্দোলনে গা কৰি উঠে। সেই সময়ৰ কংগ্ৰেছ চৰকাৰে তীব্ৰ দমন নীতিৰ আশ্ৰয় লয়। নলবাৰী মহাবিদ্যালয় "পিতন কলেজত" পৰিণত হয়। বিপ্লৱী সাম্যবাদী দলৰ লগত জড়িত থকা বুলি মধ্যে মধ্যে ডেকাসকলক ধৰি আনি নলবাৰী মহাবিদ্যালয়ত অবৰ্ণনীয় অত্যাচাৰ কৰা হৈছিল। সমগ্ৰ অঞ্চলটোত সন্ত্ৰাসে দেখা দিছিল। মানুহে ঘৰবাৰী এৰি পলাবলৈ বাধ্য হ'ল। বিপ্লৱী সাম্যবাদীদলৰ বেছিভাগ সদস্যই আত্মগোপন কৰে। নিৰীহ জনসাধাৰণ ভয়ত

পেঁপুৱা লাগিল। তেতিয়াৰ অসমৰ সমাজবাদী দলে এই উৎপীড়নৰ বিৰুদ্ধে প্ৰতিবাদ কৰে। গোটেই অসমতে সভা-সমিতি পাতি স্বেচ্ছাচাৰী আৰু বে-আইনী কাৰ্যৰ প্ৰতিবাদ কৰা হৈছিল তীব্ৰভাৱে।

এই উপলক্ষে গুৱাহাটীৰপৰা কেইবাগৰাকী সমাজবাদী কৰ্মীয়ে মানুহৰ মনত সাহস যোগাবলৈ নলবাৰীত শিবিৰ পাতি থাকিবলৈ বাধ্য হৈছিল। এইসকলৰ ভিতৰত স্বৰ্গীয় হেমবৰুৱা, হৰেশ্বৰ গোস্বামী আদি ব্যক্তিসকল উল্লেখযোগ্য আছিল। ত্ৰৈলোক্য নাথ গোস্বামীয়েও জনসাধাৰণৰ মনোবল অটুট ৰাখিবৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল। কংগ্ৰেছ চৰকাৰৰ নিষ্ঠুৰ আৰু অমানৱীয় কাৰ্যৰ বিৰুদ্ধে গোস্বামীয়ে নিৰ্ভীকভাৱে প্ৰতিবাদ জনাইছিল। চৰকাৰৰদ্বাৰা নিষ্পেষিত আৰু ভীতি বিহ্বল লোকৰ অন্তৰত সাহস আৰু বিশ্বাস ঘূৰাই অনাৰ প্ৰসংগত গোস্বামীৰ ভূমিকা নিশ্চিতভাৱে গুৰুত্বপূৰ্ণ। চৰকাৰৰ নিৰ্দেশৰ বিৰুদ্ধে গৈয়ো আত্মগোপন কৰি থকা দলৰ বিশিষ্ট কৰ্মীসকলক গোস্বামীয়ে নিজৰ ঘৰতে আশ্ৰয় দি ৰাখিছিল। ইয়াৰবাবে তেওঁ ৰাজৰোষতো পৰিছিল। তেতিয়াৰ উৰিষ্যাৰ সংসদী সদস্য বিশ্বনাথ দাসে অসম চৰকাৰৰ অৱৰ্ণনীয় অত্যাচাৰৰ কাহিনী দিল্লীৰ সদনত উত্থাপন কৰে। ইয়াৰ পৰিণতি স্বৰূপে অসমৰ এই দমননীতিৰ অন্ত পৰে।

এইদৰে বিভিন্ন ঘটনাচক্ৰই ত্ৰৈলোক্য গোস্বামীক সক্ৰিয় ৰাজনীতিৰ মাজলৈ টানি আনে। সেই সময়ত নলবাৰীৰ ওচৰে পাজৰে সাম্প্ৰদায়িক উত্তেজনাৰ সৃষ্টি হৈছিল। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মাজত বুজাবুজিৰ ক্ষেত্ৰত ত্ৰৈলোক্য গোস্বামী এখনি সেঁতুৰ স্বৰূপ আছিল। সম্প্ৰদায় নিৰ্বিশেষে সকলোৱে ত্ৰৈলোক্য গোস্বামীৰ ব্যক্তিত্বৰ ওপৰত বিশ্বাস আৰু আস্থা স্থাপন কৰিব পাৰিছিল। মুঠতে বিভিন্ন ধৰ্ম সম্প্ৰদায়ৰ মাজত তেওঁ শান্তি আৰু সংহতি ৰক্ষা কৰাত তাৎপৰ্যপূৰ্ণ বৰঙণি আগবঢ়াইছিল।

১৯৫০ চনটো অসমৰ ৰাজনীতিৰ ইতিহাসত উল্লেখযোগ্য বছৰ। লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ দেহান্তৰৰ বাবে খালীহোৱা আসনখনৰ বাবে সমাজবাদীদল আৰু কংগ্ৰেছৰ মাজত তুমুল প্ৰতিদ্বন্দ্বিতা হৈছিল। কিন্তু পৰিশেষত মাত্ৰ চাৰিকুৰিটা ভোটৰ ব্যৱধানত সমাজবাদী দলৰ প্ৰাৰ্থী হৰেশ্বৰ গোস্বামী পৰাজিত হ'বলৈ বাধ্য হ'ল।

ইয়াৰ পিছতেই ১৯৫২ চনৰ সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। অনিচ্ছা সত্বেও ত্ৰৈলোক্যনাথ গোস্বামীয়ে নলবাৰী সমষ্টিৰপৰা সমাজবাদী দলৰ প্ৰাৰ্থী ৰূপে প্ৰতিদ্বন্দ্বিতা কৰে। তেওঁৰ দৰে সৰল মনৰ মানুহ নিৰ্বাচনৰ কূটনীতিত কোনো দিনে অভ্যস্ত নহয়। তথাপি টকা-পইচাকে আদি কৰি নানান অভাৱৰ মাজতো তেখেতে কংগ্ৰেছ প্ৰাৰ্থীৰ বিৰুদ্ধে তীব্ৰ প্ৰতিদ্বন্দ্বিতা কৰে। কংগ্ৰেছীসকলৰ ধনবল আৰু

বিপ্লৱী সাম্যবাদীদলক দমনৰ ক্ষেত্ৰত সৃষ্টি কৰা ত্ৰাসৰ সঞ্চাৰে কংগ্ৰেছক নিৰ্বাচনত জয়লাভ কৰাত সহায় কৰে। আনহাতে তেতিয়াৰ বিপ্লৱী সাম্যবাদী দলে ভোট বৰ্জন কৰি প্ৰকৃতপক্ষে সমাজবাদী দলক বিপদত পেলায়। সাতে পাঁচে ত্ৰৈলোক্য নাথ গোস্বামী প্ৰায় ১৫০ ( ডেৰ পঞ্চাছটা ) ভোটত পৰাজিত হয়। অৱশ্যে এই নিৰ্বাচনে অসমৰ ৰাজনীতিত এটা ঐতিহাসিক ঘটনাৰ ৰূপ ধাৰণ কৰিছিল; কাৰণ গোটেই অসমতে সমাজবাদীদলে ৭৫ খন আসনত প্ৰতিদ্বন্দ্বিতা কৰিছিল আৰু প্ৰায়বোৰতে অলপ ভোটৰ ব্যৱধানত পৰাজিত হৈছিল। নতুনকৈ গঠিত হোৱা কিষাণ-মজদুৰ প্ৰজা পাৰ্টিৰ লগত বুজাবুজি নোহোৱাৰ বাবেই সমাজবাদী দলৰ এনে পৰিণতি হয়। নিৰ্বাচনৰ বাবে আসনৰ ভাগ বাটোৱাৰাৰ ক্ষেত্ৰত একমত নোহোৱাত দুয়ো দলৰে বিস্তৰ ক্ষতি হয়।

১৯৫২ চনৰ নিৰ্বাচনত দেশত বেছ উত্তেজনাৰ সৃষ্টি হৈছিল। ত্ৰৈলোক্যনাথ গোস্বামী সেই সময়ত নগাৱঁৰ কলেজৰ অধ্যক্ষ পদত আছিল। সেইবাবে তেতিয়াৰ চৰকাৰে আওপকীয়াভাৱে ত্ৰৈলোক্যনাথ গোস্বামীক নিৰ্বাচনত উঠাৰ ক্ষেত্ৰত ভয় খুৱাবলৈ ব্যৰ্থ চেষ্টা কৰিছিল। কিন্তু গোস্বামীয়ে তেওঁৰ সংকল্পত অচল অটল হৈ আছিল। মিষ্টভাষী হলেও গোস্বামী অতি টান মনৰ মানুহ আছিল; আনহাতে তেওঁ এজন কৌতুকপ্ৰিয় ব্যক্তি আছিল। নিৰ্বাচনৰ সময়ত তেখেতৰ সৰু ভায়েক বিশ্ব গোস্বামী কৃষক মজদুৰ প্ৰজাপাৰ্টিৰ কমী আছিল। তেওঁ দদায়েকৰ ঘৰতে থাকি ( অৰ্থাৎ ত্ৰৈলোক্য গোস্বামীৰ ঘৰত থাকি ) ত্ৰৈলোক্য গোস্বামীৰ বিৰুদ্ধেই প্ৰচাৰ কাৰ্য চলাইছিল। কিন্তু এই কথাত ত্ৰৈলোক্যনাথ গোস্বামীয়ে কোনো দিনে আক্ষেপ কৰা নাছিল, কাৰণ ত্ৰৈলোক্য গোস্বামী প্ৰকৃত গণতান্ত্ৰিক মূল্যবোধসম্পন্ন মানুহ আছিল। সেইবাবে তেওঁ ব্যক্তি বিশেষৰ স্ব মত প্ৰকাশত হকা-বধা কৰা নাছিল। ১৯৫২ চনৰ নিৰ্বাচনৰ পিছত ত্ৰৈলোক্যনাথ গোস্বামীয়ে সক্ৰিয় ৰাজনীতিৰপৰা প্ৰায় অপসাৰণ কৰে, কিন্তু তথাপিও তেওঁ কোনো ৰাজনৈতিক দলৰ সভ্য হোৱা নাছিল। তেওঁ সদায়ে সমাজবাদী মনোবৃত্তিসম্পন্ন লোক আছিল। সেয়েহে তেওঁ অসমৰ সমাজবাদী দলৰ লগত নিবিড়ভাৱে সম্পৰ্ক ৰাখিছিল। বাস্তৱ ক্ষেত্ৰত তেখেতৰ জীৱন অতি সহজ আৰু সৰল আছিল। গোস্বামীক এগৰাকী প্ৰকৃত গান্ধীবাদী লোক বুলি কলে একো বঢ়াই কোৱা নহয়। কিয়নো সকলো ক্ষেত্ৰতে তেওঁ ন্যায়নিষ্ঠতা পালন কৰিছিল আৰু সত্যৰ একনিষ্ঠ সাধক ৰূপে পৰিগণিত হৈছিল। আনকি নিৰ্বাচনৰ ক্ষেত্ৰতো তেখেতে সৎ পথৰপৰা অকণমানো আঁতৰি নগৈছিল। সেয়ে ভেওঁক লৈ-তেওঁৰ সহকৰ্মীসকল মাজে মাজে বিপদত পৰিবলগীয়া হৈছিল। শিশু

সুলভ কোমল মনৰ ত্ৰৈলোক্যনাথ গোস্বামীয়ে নিৰ্বাচনক এটা সত্য সন্ধানৰ পথ হিচাপেহে গ্ৰহণ কৰিছিল। ক্ষমতাৰ থক তেখেতৰ মুঠেই নাছিল।

ত্ৰৈলোক্যনাথ গোস্বামীয়ে ৰাজনৈতিক কোনো দিনে আত্মপ্ৰতিষ্ঠাৰ আহিলা হিচাপে গ্ৰহণ কৰা নাছিল। বৰং সমসাময়িক ৰাজনীতিবিদসকলৰ এই ধৰণৰ কাৰ্যকলাপে তেওঁক ব্যথিত কৰি তুলিছিল। সেয়ে তেওঁৰ ৰাজনীতিত হকে বিহকে দলীয় স্বাৰ্থ ৰক্ষাৰ প্ৰচেষ্টাই স্থান পোৱা নাছিল। গান্ধীজীৰ ভাষাত কাৰ্যৰ উদ্দেশ্য আৰু পন্থাৰ মাজত গোস্বামীয়ে সমন্বয় ৰাখি চলিবলৈ সক্ষম হৈছিল। সৎ কাৰ্য, সৎ পন্থাৰে সাধন কৰাত তেওঁ সদায়ে বিশ্বাসী আছিল। সেয়ে তেওঁ এজন প্ৰকৃত গণতান্ত্ৰিক সমাজবাদী মনোবৃত্তিৰ আদৰ্শ পুৰুষ আছিল। জীৱনৰ শেষ সময়ত তেওঁ অসমৰ অস্তিত্বৰক্ষা আন্দোলনৰ প্ৰতি সহানুভূতিশীল হৈছিল। কিন্তু তেওঁ সদায়ে অহিংসা আৰু সাংবিধানিক কাৰ্য-কলাপত বিশ্বাস কৰিছিল। সক্ৰিয় ৰাজনীতিত নাথাকিলেও তেওঁ সমাজবাদী ৰাজনীতিৰ লগত সদায়ে জড়িত আছিল। ...



চ. প্রাবন্ধিক ত্রৈলোক্যনাথ গোস্বামী

# প্ৰবন্ধকাৰ ত্ৰৈলোক্যনাথ গো া মী

## ডক্টৰ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী

অসমীয়া সাহিত্যৰ প্ৰখ্যাত সমালোচক তথা প্ৰবন্ধ লিখক সুসাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামীয়ে সাহিত্যৰ কেবাটাও দিশত মূল্যবান অৰিহণা যোগাই গৈছে। আজীৱন শিক্ষকতা কৰি পবিত্ৰ জীৱন যাপন কৰিবলৈ গৈ তেখেতে সাহিত্য চৰ্চাক এটা অভ্যাসত পৰিণত কৰি লৈছিল। ইংৰাজী সাহিত্যৰ অধ্যয়নবিলাসী এইগৰাকী লোকৰ কিন্তু ভাৰতীয় দৰ্শন আৰু সংস্কৃত সাহিত্যৰ প্ৰতি স্পৃহাও কম নাছিল। সেই চিন্তা-চৰ্চাৰ বাবেই তেখেতৰ ৰচনাত প্ৰাচ্য আৰু পাশ্চাত্য উভয় দিশৰ প্ৰতি থকা প্ৰবল অনুৰাগ প্ৰকাশ পাইছে, *'সাহিত্য আলোচনা'* (১৯৫০) গ্ৰন্থই সেই কথাৰে স্বাক্ষৰ বহন কৰে।

প্ৰাচীন সংস্কৃত আলংকাৰিকসকলৰ আদৰ্শৰ আলম লৈ পাশ্চাত্যৰ ইংৰাজী সমালোচনাৰ ৰীতিৰ সমন্বয়ত আধুনিক সমালোচনাৰ তত্ত্ববিষয়ক ই এখনি মূল্যবান গ্ৰন্থ। অসমীয়া ভাষাত এই বিষয়ৰ উপযুদিশ সামৰি লোৱা সম্ভৱতঃ এইখনেই বহু প্ৰচাৰিত গ্ৰন্থ, আন যিদুই এখন আছে তুলনামূলকভাৱে সেইবোৰে জনপ্ৰিয়তা আৰু গুণগত দিশত বিশেষত্বপূৰ্ণ নহয়। তেখেতৰ *'আধুনিক গল্প সাহিত্য'* ( ১৯৬৫ ) বিশ্ববিখ্যাত গল্পকাৰসকলৰ গল্প ৰচনাৰ কলা কৌশল আৰু দৃষ্টিভংগীৰ সমীক্ষাৰ লগতে অসমীয়া সাহিত্যত সেই কলাৰ বিকাশ সম্পৰ্কীয় আলোচনাৰ তাৎপৰ্যপূৰ্ণ নিদৰ্শন। অসমীয়া সাহিত্যৰ এই বিষয়ক গ্ৰন্থৰ তালিকাত ইয়ো এক অভিলেখ। তেনে এটা বলিষ্ঠ পদক্ষেপৰ বাবেই বিশেষকৈ সমালোচনামূলক মৌলিক গ্ৰন্থৰ ক্ষেত্ৰত এই গ্ৰন্থৰ লেখকে ৰাষ্ট্ৰীয় তথা সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰি সাহিত্য অকাডেমিৰ পুৰস্কাৰ ( ১৯৬৭ ) প্ৰাপকৰ যোগ্যতা অৰ্জন কৰে। একেদৰে *'নন্দনতত্ত্ব : প্ৰাচ্য* আৰু *পাশ্চাত্য'* ( ১৯৮০ ) আন এখনি তথ্যবহুল চিন্তাশীল অতি উচ্চ পৰ্যায়ৰ সাহিত্যৰ তাত্ত্বিক বিষয়ৰ গ্ৰন্থৰ বাবে তেখেতে অসম প্ৰকাশন পৰিষদৰ পুৰস্কাৰ লাভ কৰে। আন আধুনিক ভাৰতীয় ভাষাত এইখনৰ দৰে সাহিত্যৰ নন্দনতাত্ত্বিক দিশৰ ইমান ব্যাপক আৰু বিশ্লেষণধৰ্মী পৰ্যালোচনামূলক দ্বিতীয় এখন গ্ৰন্থৰ নাম কৰবলৈ হলে বিমোৰত পৰিব লাগিব। এই কৃতি বিশেষ গোস্বামীৰ কালজয়ী সৃষ্টি। দৰাচলতে বিংশ শতিকাৰ অসমীয়া সাহিত্যত তেখেত অনুকৰণীয় সমালোচক তথা প্ৰবন্ধকাৰ।

অসমীয়া ভাষাত গোস্বামীয়ে প্ৰবন্ধ আৰু চুটি গল্প ৰচনাত প্ৰায় একে সময়তে হাত দিয়ে যদিও আচলতে তেখেত প্ৰথমে গল্পলিখক ৰূপেহে জনাজাত হৈ পৰে।

গোস্বামী ডাঙৰীয়াৰ আগৰ কালৰ প্ৰবন্ধৰ তুলনাত পিছৰ কালৰ প্ৰবন্ধ তথ্যগত, ভাবগত আৰু ভাষাগত সৌন্দৰ্যৰ উপৰিও বক্তব্য আৰু উপস্থাপন ৰীতি আদিৰ দিশত চমকপ্ৰদ হৈ উঠিছে। তদুপৰি প্ৰাসংগিক মন্তব্য প্ৰদানত তেখেতৰ নিচিনা নিৰ্ভীক আৰু স্পষ্টবাদী ব্যক্তি অসমীয়া সাহিত্যিকৰ মাজতে খুব কমেই ওলাব। প্ৰবন্ধ ৰচনাৰ ক্ষেত্ৰত অধ্যয়ন আৰু অনুশীলনৰ গভীৰতা বাঢ়ি যোৱাৰ বাবেই আমি তেখেতৰ পূৰ্বৰ '*সাহিত্য আলোচনা*'ৰ পৰবৰ্তী সংস্কৰণবোৰত আগৰ কথাৰ ভালেখিনি পৰিবৰ্তন হোৱা দেখিবলৈ পাওঁ। নতুন চিন্তা আৰু তাৎপৰ্যপূৰ্ণ মতামতৰ সুসমাৱেশত গ্ৰন্থখনিয়ে যে উন্নত ৰূপ দিয়া হৈছে এনে নহয় প্ৰকাৰন্তৰে নবীন তথা উদীয়মান লিখকক প্ৰবন্ধাদি লিখাৰ বিষয়ত যে ঐকান্তিক সাধনাৰ দৰকাৰ সেই কথাও উনুকিয়াই গৈছে। একেদৰে পৰৱৰ্ত কালৰ প্ৰবন্ধসমূহৰ মাজত তেখেতৰ চিন্তাতৰংগৰ বিশালতা আৰু প্ৰকাশভংগীৰ বিচিত্ৰতাও চকুত পৰে! চমুকৈ কবলৈ হলে গোস্বামী ডাঙৰীয়াৰ প্ৰবন্ধ ৰচনাৰ প্ৰয়াস আজৰি সময়ৰ কোনো চখ্ বা বিলাসিতাৰ বস্তু নহয়, অসমীয়া সাহিত্য চৰ্চাৰ অনুশীলনৰ মাজেদি মূৰ্ত হৈ উঠা তেখেতৰ ই এক সাধনাৰহে বস্তু।

যি কোনো প্ৰবন্ধলিখকৰ লক্ষ্য হ'ল বিষয়বস্তুৰ তাৎপৰ্যৰ কষ্টোপলব্ধি আৰু তাৰ সামগ্ৰিক দিশ ভালদৰে উপলব্ধি কৰা আৰু সৰু বৰ সকলো কথা বিচাৰ কৰি, তাক যথাৰীতি ৰুচিবিশিষ্ট ভাষাৰ মাধ্যমেৰে প্ৰকাশ কৰা। তাকে কৰোতে কেৱল তেওঁৰ দৃষ্টি থাকিব বিষয় তথা বক্তব্য উপস্থাপনত, ক'তো যাতে খোকোজা নালাগে, কিম্বা বিষয়টোৱে যাতে ক'তো জটিল ৰূপ ধাৰণ নকৰে সেই কথাৰ প্ৰতিও লিখকৰ চোকা দৃষ্টি থাকিব। মুঠতে প্ৰবন্ধ লিখকৰ প্ৰকাশভংগীৰ প্ৰধান গুণ হ'ল স্পষ্টতা আৰু সৰলত। অৱশ্যে ভাষা কঠিন তথা সংস্কৃতীয়া হবও পাৰে, ভাব প্ৰকাশতহে কোনো জটিল মেৰপেচ থকা উচিত নহয়। বিষয়ৰ তথ্যাদি উপমা আৰু ভাবৰ হেন্দোলনিৰ মাজেদি সমুদ্ৰ তৰংগৰ দৰে অৱলীলাক্ৰমে উথলি উঠিব তেওঁৰ প্ৰবন্ধৰ বক্তব্য বিষয়। প্ৰবন্ধ লিখকৰ দৃষ্টিও সততে আবদ্ধ থাকে বিষয়বস্তুৰ পৰিধিৰ পৰিসীমাত আৰু কাপ বিচৰণ কৰে বিষয়বস্তু উজ্জ্বলৰপৰা উজ্জ্বলতৰ কৰাৰ প্ৰসংগত। কিয়নো প্ৰবন্ধৰ ধৰ্মই হ'ল 'প্ৰকৃষ্টৰূপে বন্ধন বিষয়'। নিবন্ধও প্ৰবন্ধৰ সমপৰ্যায়ৰ, কিন্তু তাত সমধিক প্ৰাসংগিক কথা, বিষয় আদিৰ উত্থাপনৰ মাত্ৰাধিক্য ঘটে আৰু লগে লগে উদ্ধৃতিয়েও এক তাৎপৰ্যপূৰ্ণ স্থান অধিকাৰ কৰি সমগ্ৰ বক্তব্য বিষয়টোকে বহুলাংশে তত্ত্ব গধুৰ কৰি তোলে! প্ৰবন্ধও চিন্তাশীল বিষয়ক ৰচনা, কিন্তু ই কিছু তৰল আৰু জনপ্ৰিয় যাক popular articl. বা সাধাৰণভাৱে paper আখ্যা দিব পাৰি। আনহাতে নিবন্ধ বুলিলে যথেষ্ট চিন্তাশীল, গভীৰ, তত্ত্বগধুৰ প্ৰবন্ধৰ কথা

সূচায়, ইয়াক serious article বা serious paper বুলিবও পাৰি। নিবন্ধ যথেষ্ট পৰিমাণে বিদ্যায়তনিক প্ৰবন্ধৰ দৰেই কিন্তু ই প্ৰবন্ধতকৈ বহু বেছি একাডেমিক আৰু ইয়াত পাদটীকা, প্ৰাসংগিক উদ্ধৃতি আদিৰো মাত্ৰাধিক্য ঘটে। নিবন্ধত প্ৰবন্ধতকৈ জটিলতাই প্ৰাধান্য লাভ কৰে আৰু নিবন্ধত লিখকে বিষয়বস্তুৰপৰা কিম্বা তাৰ পৰিসৰৰপৰা আঁতৰি যোৱাৰ অকণো সুযোগ নাপায়। প্ৰবন্ধত লিখকৰ ওপৰত বাধ্য বাধকতা কম, কিন্তু নিবন্ধত লিখকৰ বিদ্যায়তনিক সূক্ষ্ম বিচাৰ আৰু গৱেষকৰ মননশীলতা সম্পূৰ্ণৰূপে নিহিত থকা দৰকাৰ। পাদটীকা দুয়োবিধৰে অংগ যদিও নিবন্ধত তাৰ বিস্তৃতি চকুত লগা। বহু সময়ত আকৌ পাদটীকা একেবাৰেই নিদিয়াকৈয়ে প্ৰবন্ধ লিখা হয়, নিবন্ধতো কেতিয়াবা পাদটীকা দিয়া নহয়, কিয়নো পাদটীকা দিলে জটিল তথা কঠিন ৰচনা বুলি বহু পাঠকে ধৰি লৈ তাৰ প্ৰতি বিশেষ মনোযোগ নিদিব পাৰে। সেই ধাৰণা আঁতৰাবৰ কাৰণেহে পাদটীকা ভিন্ন আন লক্ষণবোৰ অটুট ৰাখি নিবন্ধ যুগুত কৰে, হয়তো অসমীয়া ভালেমান প্ৰবন্ধ লিখকৰ প্ৰবন্ধাদি ভালদৰে বিচাৰ কৰি চালিজাৰি চালে এনেকুৱা নিবন্ধ বহু ওলাব। হিন্দীত কিন্তু নিবন্ধ popular প্ৰবন্ধ অৰ্থত ব্যৱহৃত হয়। আনহাতে প্ৰবন্ধ serious ৰচনাৰ ক্ষেত্ৰত ব্যৱহৃত হয় আৰু research paper অৰ্থত 'শোধ প্ৰবন্ধ' শব্দ ব্যৱহৃত হয়। অসমীয়াত প্ৰবন্ধ শব্দটোহে খাইকৈ প্ৰচলিত, নিবন্ধৰ প্ৰচলন সৰ কম। অসমীয়া ভাষাত পদ্ৰটিৰ প্ৰয়োগ বৈশিষ্ট্যলৈ লক্ষ্য কৰি কব পাৰি যে popular অৰ্থতহে 'প্ৰবন্ধ' পদৰ ব্যৱহাৰ তুলনামূলকভাৱে বেছি। গভীৰ বা চিন্তাশীল তথ্যবহুল হলে প্ৰবন্ধ শব্দৰ আগত তেনে গুণগত বিশেষণ ব্যৱহাৰ কৰা হয়। যেনেঃ চিন্তাশীল প্ৰবন্ধ, গধুৰ প্ৰবন্ধ ইত্যাদি সেইপিনৰপৰা চালে নিবন্ধৰ প্ৰয়োগহে এই ক্ষেত্ৰত অধিক তাৎপৰ্যপূৰ্ণ, অৰ্থাৎ serious প্ৰবন্ধহে নিবন্ধ বোলাৰ যোগ্য।

এই কথাখিনি আগত ৰাখি বিচাৰ কৰিলে আমি ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ প্ৰবন্ধসমূহৰ মাজত এনেকুৱা দুয়োবিধ ৰচনাৰে সমাবেশ ঘটা দেখিবলৈ পাওঁ কেৱল যে পিছৰ কালৰ ৰচনাবোৰ নিবন্ধ আৰু আগৰ ৰচনাবোৰ প্ৰবন্ধ এনেও নহয়, ৰচনাৰ কলাকৌশল তথ্যাদিৰ পৰিবেশন তথা উপস্থাপন আৰু পৰ্যবেক্ষণশীলতাৰ বাবে আদি ভাগত লিখা কেতবোৰ প্ৰবন্ধও নিবন্ধৰ স্তৰলৈ উন্নীত হৈছে আৰু একেদৰে পিছৰ কালৰ কিছুমান ৰচনাইহে নিবন্ধৰ মৰ্যাদা লাভ কৰাৰ যোগ্যতা লাভ কৰিছে। উদাহৰণ স্বৰূপে 'যুদ্ধৰ পাছৰ অসমীয়া সমালোচনা (সাহিত্য ৯৮) শীৰ্ষক ৰচনাত গোস্বামীয়ে সাহিত্য-সমালোচনাৰ প্ৰধান ভাগ দুটাৰ উল্লেখ কৰি সেই দৃষ্টিকোণৰপৰা এই আলচটি যুগুত কৰি দিনলৈকে অসমীয়া ভাষাত প্ৰকাশিত সমালোচনামূলক বিবিধ ৰচনাৰ ধাৰাবাহিকতা দেখুৱা হৈছে। ইয়াত কিছু তথ্যৰ সমাৱেশ কৰা হৈছে,

প্ৰাসংগিক কথা বা বিষয়ৰ উল্লেখ নোহোৱাও নহয় ; এইবিলাক কথাৰ সমাৱেশত গোস্বামীয়ে কাৰ্পণ্য কৰা নাই, বাহুল্যৰ ভাবো প্ৰকাশ পোৱা নাই। মূঠতে আলচটিৰ অন্তৰালত আছে ইয়াক popular touch তথা জনপ্ৰিয় ৰূপ দিয়াৰ এটা সজ্ঞ প্ৰচেষ্টা। সেইবাবে ই প্ৰবন্ধৰ স্তৰতে থাকিল। আনহাতে *"ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ"* (১৯৭০) নামৰ গ্ৰন্থত এই দুয়োটা বিষয়ৰ দুটা সুকীয়া আলোচনা সন্নিবিষ্ট কৰা হৈছে। ঐতিহাসিক দৃষ্টিভংগীৰে আলোচনা দুটি যুগুতাবলৈ পৰিকল্পনা কৰা হৈছিল। প্ৰথমবটিত প্লেটো, এৰিষ্টটলৰপৰা আৰম্ভ কৰি ড্ৰাইডেন, জনছন, কলেৰিজ, মেথু আৰ্নল্ড, টি এছ. এলিয়ট, হেনৰি জেমছ আদি ইংৰাজী সাহিত্যৰ সমালোচনাৰ ক্ষেত্ৰত কৃতিত্ব অৰ্জন কৰা সাহিত্যিকসকলৰ সাহিত্যকৰ্মৰ আভাস দিয়া হৈছে। তেনেদৰে দ্বিতীয়টি প্ৰবন্ধত, পীতাম্বৰ দ্বিজৰ ওপৰত শংকৰদেৱে কৰা মন্তব্যৰ আঁত ধৰি ঊনবিংশ শতিকাৰ শেষ ভাগত সত্যনাথ বৰা, লক্ষ্মীনাথ বেজবৰুৱা, বাণীকান্ত কাকতি, ডিম্বেশ্বৰ নেওগ, বিৰিঞ্চিকুমাৰ বৰুৱা, হেম বৰুৱা, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰনাথ শৰ্মা আদিৰ হাতত অসমীয়া সমালোচনাই কেনে ৰূপ ললে আৰু তাত ইংৰাজী সমালোচনাৰ প্ৰভাৱ কিমানদূৰ এই বিষয়ে যথাযথ পৰিচয় দিবলৈ যত্ন কৰিছে। দুয়োটা আলোচনাৰে প্ৰধান দৃষ্টিভংগী ঐতিহাসিক অৰ্থাৎ আৰম্ভণিৰেপৰা বৰ্তমানলৈকে ধাৰাবাহিক পৰম্পৰাৰ ওপৰত ভিত্তি কৰি ৰচিত। ৰচনা দুখনি পাদটীকাৰে ভাৰাক্ৰান্ত কৰিবলৈ যত্ন কৰা নাই, কিম্বা ৰচনাৰ মাজত তথ্যাদিৰ বহু উদ্ধৃতি দাঙি ধৰি বিশ্লেষণ বহুল কৰিবলৈ যত্ন কৰা নাই। সাধাৰণ পাঠক আৰু স্নাতকোত্তৰ ছাত্ৰসকলৰ প্ৰতি লক্ষ্য ৰাখি যে প্ৰবন্ধটি ৰচনা কৰা হৈছিল—তাত সন্দেহ নাই। গ্ৰন্থৰ 'পাতনি'ত অৱশ্যে ইয়াৰ ইংগিত দিয়া হৈছে—স্নাতকোত্তৰ ছাত্ৰসকলৰ উপযোগিতাৰ প্ৰতি লক্ষ্য ৰাখি এই টান বিষয় সাধ্যানুসৰি যিমান সহজ ৰূপত দিব পাৰি তাকেহে যত্ন কৰিছে (প্ৰভাৱ / ৮)। এইবাবেই আকাৰ-প্ৰকাৰ তথা বিষয়বস্তু পৰিৱেশন প্ৰণালীৰ ফালৰপৰা নিবন্ধৰ সম্পূৰ্ণ ৰূপটো ইয়াত পৰিস্ফুট হৈ নুঠিল। ইয়াক serious প্ৰবন্ধ অৰ্থাৎ নিবন্ধ আখ্যা দিব নোৱাৰি।

একেদৰে 'বক্তা : বক্তৃত্ব : সাহিত্য' (স্মৃতিমালা, ১৭২) গোস্বামীদেৱৰ এই লেখীয়া প্ৰবন্ধ। ইয়াৰ প্ৰতিপাদ্য বিষয় দেশভক্ত তৰুণৰাম ফুকন। আনহাতে 'আধুনিক গল্প সাহিত্যৰ ক্ৰমবিকাশ' (নিবন্ধমালা / ৩৩) গোস্বামীদেৱৰ যথেষ্ট তথ্যসমৃদ্ধ ভাবগধুৰ প্ৰবন্ধ যিটো পাদটীকা নাথাকিলেও ৰচনাৰীতি, তথ্য পৰিবেশন আৰু প্ৰাসংগিকতাৰ সমাৱেশ আদিৰ বাবে নিবন্ধৰ স্তৰলৈ উন্নীত হোৱাৰ যোগ্য।

গোস্বামী ডাঙৰীয়াৰ প্ৰবন্ধৰাজি 'আৱাহন'ৰ যুগৰপৰা আৰম্ভ কৰি 'অসম বাণী'

'মণিদীপ'লৈকে ভালেমান অসমীয়া আলোচনীৰ পাতত সিঁচৰিত হৈ আছে। সিবিলাকৰ কিছু সংখ্যক পুথি আকাৰে ক্ৰমে *সমুদ্ৰ মন্থন* (১৯৮৮), *সাহিত্য কলা আৰু তাৰ বিচাৰ* (১৯৭২), আৰু *চিন্তা তৰংগ* নামেৰে সুকীয়া গ্ৰন্থৰূপে পোহৰলৈ আহিছে। ইয়াত সন্নিবিষ্ট প্ৰবন্ধবিলাকৰ উপৰিও আৰু কিছু প্ৰবন্ধ আলোচনী আৰু বিবিধ সংকলনৰ পাতত্তেই আছে।

ঘাইকৈ ওপৰত উনুকিয়াই অহা প্ৰবন্ধ সংকলনৰ আধাৰতে এই প্ৰবন্ধটি যুগুত কৰিবলৈ যত্ন কৰা হৈছে। প্ৰকাশৰ বছৰ, তাৰিখ আদিৰ উল্লেখ নাথাকিলেও *চিন্তা তৰংগ*কে তেখেতৰ পূৰ্বতে অ'ত ত'ত প্ৰকাশিত প্ৰবন্ধৰ শেহতীয়া সংকলন বুলিব পাৰি। ইয়াত ঠাই পোৱা যোল্লটা প্ৰবন্ধৰ ভিতৰত মাত্ৰ চাৰিটাহে সাহিত্য বিষয়ক, দুটা দৰ্শনমূলক, আন দহোটাই সমসাময়িক সমাজ-ৰাজনীতি আৰু জাতীয় ভাববিশিষ্ট। 'জাতীয় ঐক্য', 'গ্ৰাম্যজীৱনত অশান্তিৰ সূত্ৰপাত' আৰু 'দুৰ্নীতি আৰু ব্যক্তি জীৱনৰ সংস্কাৰ' এই প্ৰবন্ধ তিনিটাৰ মাজেদি প্ৰবন্ধ লেখকৰ সমাজ সচেতন মনৰ পৰিচয় পোৱাৰ উপৰিও সংস্কাৰকামী চিন্তাধাৰৰ আভাস পোৱা যায়। 'মোৰ সাহিত্য সেৱাৰ প্ৰেৰণা' আৰু 'কেইজনমান কলিকতা প্ৰবাসী অসমীয়া লোকৰ সান্নিধ্য' প্ৰবন্ধ দুটাৰ মাজেদি সুন্দৰ সুন্দৰ কেইবাটাও সত্য অথচ আন ক'তো উল্লেখ নকৰা কথাৰ সন্ধান পোৱা যায়। 'সত্যনাথ বৰাৰ ৰচনাৱলী' শীৰ্ষক *আৱাহন*ত প্ৰকাশিত প্ৰবন্ধটোৱেই যিমানদূৰ সম্ভৱ গোস্বামীদেৱৰ প্ৰথম লেখত লবলগীয়া সমালোচনামূলক প্ৰবন্ধ, অৱশ্যে সেই সময়ত অৰ্থাৎ ইংৰাজীত এম. এ. পাছ কৰা কালত 'ইংৰাজী সমালোচনা সাহিত্যৰ জগত মোৰ সামান্য পৰিচয় ঘটিছে' বুলি তেখেতে কোৱাৰ উপৰিও 'মই লিখা সমালোচনাটোও যে উন্নত হোৱা নাছিল তাক বুজি পাওঁ' বুলি নিজেই কৈ গৈছে। একে প্ৰসংগতে কোৱা 'মই বৰাৰ দৃষ্টিভংগী বুজিবলৈ আৰু বুজাবলৈ চেষ্টা কৰিছিলোঁ।' এই কথাষাৰ কিন্তু আজি তাৎপৰ্যপূৰ্ণ। কিয়নো সত্যনাথ বৰাৰ *সাৰথি* সম্পৰ্কে "সাদিনীয়া অসমীয়া'ৰ পাতত প্ৰকাশিত ডিম্বেশ্বৰ নেওগৰ কেইটামান বিৰূপ সমালোচনাৰ প্ৰতিক্ৰিয়া আছিল সম্ভৱতঃ গোস্বামীৰ উক্ত প্ৰবন্ধটি। নেওগৰ সেই 'সমালোচনাবোৰ একদেশদৰ্শী যেন লাগিছিল' বাবেই হয়তো তেখেতে আধুনিক বিশেষকৈ ইংৰাজী সমালোচকৰ আদৰ্শ লৈ উক্ত প্ৰবন্ধটি যুগুত কৰিছিল (*তৰংগ* / ২১)। গোস্বামী ডাঙৰীয়াৰ সমালোচনাৰ বিষয়ত এই প্ৰবন্ধটোৱেই আছিল শুভাৰম্ভ ; এই ক্ষেত্ৰত দেখা যায় যে, এটা অতি সজ আদৰ্শৰে কলম লৈ তেওঁ আগবাঢ়ি আহিছিল সমালোচনা-জগতলৈ। সেইয়া হ'ল সহানুভূতিশীল দৃষ্টিভংগী, লিখকৰ ৰচনাৰ বিষয়বস্তুআৰু তাৰ শৈলী তথা প্ৰকাশভংগীৰ বিচাৰ বিশ্লেষণ কৰি কাকো ক'তো ক্ষুণ্ণ নকৰি প্ৰকৃত মূল্যায়নৰ প্ৰচেষ্টা আৰু সৰ্বোপৰি তাৰ আঁৰত থকা লিখকৰ

দাৰ্শনিক দৃষ্টিভংগীৰ ব্যাখ্যা দাঙি ধৰাই হব লাগে সমালোচনাৰ লক্ষ্য। কিয়নো তেওঁহে লিখকৰ বাবে পৰিবেশ সৃষ্টি কৰে। মূঠতে সমালোচনা পঢ়ি পাঠক, যাক সমালোচনা কৰা হয় স্বয়ং তেওঁ আৰু সমসাময়িক ন-পুৰণি লিখক-লিখিকা এই তিনিৰ আটায়ে ৰস পাব লাগিব ; তেতিয়াহে সমালোচনাক সাৰ্থক বুলিব পাৰি বা সমালোচকক সেই কাৰ্যৰ বাবে অতি যোগ্য ব্যক্তি বুলি কব পাৰি। আক্ৰমণাত্মক বিদ্বেষমূলক, প্ৰশংসাসূচক, স্তুতিমূলক উক্তি সমালোচনাৰ ক্ষেত্ৰত অপ্ৰয়োজনীয়। গোস্বামীয়ে যি উদ্দেশ্য আগত ৰাখি সমালোচনাৰ ক্ষেত্ৰত নামিছিল তাত তেওঁ নিয়তভাৱে অচল-অটল হৈ আছিল।

তেখেতৰ গ্ৰন্থৰ ওপৰত সাংঘাতিক আঘাত হানি বিষোদগাৰ কৰা সৌ সিদিনাৰ আলোচনায়ো বিশেষ একো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব নোৱৰা কথা অসমীয়া সাহিত্যৰ পাঠকে বাৰুকৈয়ে জানে। গোস্বামী ডাঙৰীয়াৰ প্ৰবন্ধৰাজিৰ মাজতো সমালোচনা-সুলভ দৃষ্টিভংগী আৰু বহু অধ্যয়নপুষ্ট মনটোৰ পৰিচয় পোৱা যায়। ‘ভাৰত আমাৰ জননী আমাৰ’ প্ৰবন্ধ ৰচনাৰ ক্ষেত্ৰত গোস্বামীদেৱে চীনে ভাৰত আক্ৰমণ কৰা ঘটনাৰপৰা প্ৰেৰণা পাইছিল ; তেনে এটা ভাৱৰদ্বাৰা উদ্বুদ্ধ হৈ লিখা বাবে লিখাখিনি কিছু আবেগিক হৈছে।

*সমুদ্ৰ মন্থন*ৰ প্ৰবন্ধ, সংখ্যাত বাইশটা আৰু প্ৰায়খিনি প্ৰবন্ধই সাহিত্য সম্বন্ধীয়। তাৰ বাহিৰেও তিনিটামান প্ৰবন্ধ সামাজিক আৰু ৰাজনৈতিক বিষয়ৰ আধাৰত যুগুত কৰা আৰু মাত্ৰ এটা প্ৰবন্ধহে শিক্ষা বিষয়ক। আনহাতে দুটা প্ৰবন্ধ ‘ৰামায়ণ’ আৰু মহাভাৰতৰ’ বিষয়বস্তুৰ ওপৰত ৰচিত। ইয়াত থকা ‘ভাৰতীয় আৰু পাশ্চত্য সমালোচনাৰ আদৰ্শ’, ‘ভুক্তি আৰু সমালোচনা’, ‘সমসাময়িক সাহিত্য আৰু সমালোচনা’ উক্ত পৰ্যায়ৰ প্ৰবন্ধ-নিবন্ধৰে পৰ্যায়ভুক্ত কৰিব পাৰি। এই সংকলনটো ‘শত্ৰুৰ কবলত পুণ্যভূমি ভাৰতবৰ্ষ’ প্ৰবন্ধটি ১৯৬২ চনত চীনে হঠাৎ ভাৰতৰ ওপৰত কৰা আক্ৰমণৰদ্বাৰা অনুপ্ৰাণিত হৈ যুগুত কৰা হৈছে। এই প্ৰবন্ধটিত যুক্তিতকৈ আৱেগৰ ওপৰতহে অধিক গুৰুত্ব দিয়া দেখা যায়।

‘লক্ষশক্তিৰ উৰ্ণনাভ’ প্ৰবন্ধটিতো ৰচয়িতাৰ ৰাজনৈতিক আৰু সামাজিক চেতনাপুষ্ট মনটোৰ প্ৰতিফলন লক্ষ্য কৰিব পাৰি। ‘সমুদ্ৰ মন্থন’, ‘ভাৰতীয় বুদ্ধিজীৱীৰ মানসিক সংকট’, ‘বৰ্তমান সমাজত দুৰ্নীতি আৰু তাৰ নিবাৰণৰ উপায়’ আৰু ‘শিক্ষা ব্যৱস্থাত নৈতিক দৃষ্টিভংগী’ প্ৰবন্ধ কেইটিৰ মাজত সাহিত্যিক তথা লিখকৰ সামাজিক দায়বদ্ধতাৰ কথা প্ৰকাৰন্তৰে প্ৰকাশ কৰাৰ লগতে গোস্বামীদেৱৰ সামাজিক চিন্তা আৰু সমাজ সংস্কাৰৰ প্ৰতি থকা ভাবধাৰাৰ সন্ধেদ পোৱা যায়। প্ৰবন্ধ কেইটি উঠি অহা চামৰ বাবে অতি লাগতিয়াল আৰু অনুকৰণীয়। ‘অসমীয়া সাহিত্যত

ভাৰতীয় ঐক্যৰ সংবোধ'ৰ মাজত গোস্বামীদেৱৰ এটি নতুন চিন্তাৰ সন্ধেদ পোৱা যায়। থুলমূলকৈ প্ৰায়বোৰ প্ৰবন্ধৰ মাজেদি গোস্বামীয়ে তত্ত্বমধুৰ আলোচনা দাঙি ধৰিবলৈ প্ৰয়াস কৰিছে।

*সাহিত্য কলা আৰু তাৰ বিচাৰ* তেৰটা প্ৰবন্ধৰ এটি সংকলন। ইয়াৰ আটাইকেইটা প্ৰবন্ধই সাহিত্য সম্বন্ধীয়। ইয়াতো 'আধুনিক সমালোচনাৰ ধাৰা', 'আধুনিক অসমীয়া সমালোচক আৰু সমালোচনা, সাহিত্য সমালোচনাৰ নীতি আৰু অসমীয়াত তাৰ প্ৰয়োগ' শীৰ্ষক প্ৰবন্ধ দুটি যথেষ্ট ওখ খাপৰ। 'এৰিষ্টটলৰ পোয়েটিকছ' আৰু 'টলষ্টয়ৰ *What is Art* পুথিৰ আলোচনামূলক পৰিচয়' দুটিৰ উদ্ধৃতিসমূহ গৱেষণা নিবন্ধৰ আহিত দিয়া হলে দুয়োটা ওখ খাপৰ নিবন্ধ ৰূপে গৃহীত হ'লহেঁতেন। দুয়োটা প্ৰবন্ধতে প্ৰতিপাদ্য বিষয়ক প্ৰাঞ্জলভাৱে ৰূপায়িত কৰা হৈছে। লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্য কৃতি, ৰজনীকান্ত বৰদলৈ আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ সাহিত্য চৰ্চাৰ আধাৰত ৰচিত যি চাৰিটা প্ৰবন্ধ গ্ৰন্থত সন্নিবেশিত হৈছে তাৰ মাজেদি গোস্বামীদেৱৰ অধ্যয়নৰ গভীৰতা আৰু সূক্ষ্ম দৃষ্টিভংগীৰ পৰিচয় পোৱা যায়। আন তিনিটা প্ৰবন্ধ 'সৃষ্টি আৰু ৰুচি', 'আমাৰ বাস্তৱবাদী নাটক' আৰু 'মহৎ সাহিত্য'ৰ মাজতো তেখেতৰ অধ্যয়ন আৰু চিন্তাৰ গভীৰতা আৰু স্বচ্ছতাৰ সুন্দৰ পৰিচয় পোৱা যায়।

গোস্বামীৰ প্ৰবন্ধসমূহৰ মাজত তেখেতৰ ভাৰতীয় বিশেষকৈ প্ৰাচীন সাহিত্য আৰু ইংৰাজী সাহিত্যৰ যথেষ্ট অধ্যয়নৰ পৰিচয় পোৱা যায়। তদুপৰি প্ৰতিটো আলোচ্য বিষয়ৰ চিন্তাৰ গভীৰতা সিবিলাকৰ অৰ্থোদ্ধাৰ বা তাৎপৰ্য ব্যাখ্যাৰ সূক্ষ্ম দৃষ্টিভংগীও তেখেতৰ প্ৰবন্ধত বিদ্যমান। নিজে যিটো উপলব্ধি কৰে তাক চালিজাৰি চাই উপযুক্ত শব্দচয়ন আৰু বাক্যৰ মাজেদি মনোগ্ৰাহীভাৱে বাঙ্ময় ৰূপ দিবলৈ তেখেতে যত্ন কৰিছে। সেইবাবেই তেখেতৰ ৰচনাত বক্তব্য উপস্থাপন ৰীতিত ক'তো সংকোচভাৱ বা দ্বিধাবোধ চকুত নপৰে। সমালোচক হবলৈ হলে প্ৰতিভা, বিস্তৃত অধ্যয়ন, সূক্ষ্ম পৰ্যবেক্ষণ, গুণগ্ৰাহিতা, সংবেদনশীলতা আৰু বিশ্লেষণ ক্ষমতা আদি গুণৰ অধিকাৰী হোৱা দৰকাৰ। তদুপৰি তেওঁৰ থাকিব লাগিব গভীৰ আত্মপ্ৰত্যয়, সুচিন্তিত আদৰ্শ আৰু সমাজৰ প্ৰতি দায়িত্ববোধ। অভিজ্ঞতা, উপলব্ধি আৰু ভাষাৰ ওপৰতো যথেষ্ট দখল থকা দৰকাৰ। গোস্বামী কম বেছি পৰিমাণে এইবিলাক গুণৰ অধিকাৰী আৰু সেইবাবেই তেখেতৰ সমালোচনাত তোষামোদ কিম্বা প্ৰশংসাসূচক উক্তি-প্ৰত্যুক্তি মুঠেই নাই। তেখেতে গুণগত দিশৰ যথাৰ্থ বিচাৰ আৰু তাত দেখা দিয়া দুৰ্বল তথা ত্ৰুটীজনিত কথাৰ প্ৰতি সহানুভূতিসূচক মন্তব্য দাঙি ধৰিবলৈ সদায়েই তৎপৰ।

অধ্যয়ন আৰু অনুসন্ধিৎসা গোস্বামীদেৱৰ প্ৰবন্ধ বা অন্যান্য ৰচনাৰাজিৰ বিশেষ মনকৰিবলগীয়া কথা। ইয়াৰ গুৰিতে হ'ল তেখেতৰ প্ৰবল অধ্যয়ন স্পৃহা। আধুনিক পাশ্চাত্য তথা ইংগ-মাৰ্কিন সমালোচনাৰ ধাৰাৰ লগত তেখেতৰ ভাল পৰিচয় আছে। সেই সূত্ৰেই তেখেতৰ আলোচনাবিলাক যথেষ্ট শৃংখলাবদ্ধ। তেখেতে ঘিথিনি পঢ়ে খুঁটিনাটি বিচাৰ কৰি বিষয়বস্তুৰ যথেষ্ট গভীৰতালৈ আগবাঢ়ি যায়, পল্লবগ্ৰাহী অধ্যয়ন তেখেতৰ ৰুচিবিৰুদ্ধ কথা।

প্ৰবন্ধৰাজি বা আলোচনামূলক ৰচনাৰাজি আৰু গল্পসমূহৰ ভাষাৰ মাজত বিশেষকৈ ৰচনাৰীতিৰ ক্ষেত্ৰত অলপ পাৰ্থক্য চকুত পৰে। গল্পৰ ভাষাতকৈ প্ৰবন্ধৰ ভাষা কিছু গহীন। প্ৰবন্ধৰ ভাষাত কঠিন শব্দ, সন্ধি-সমাসযুক্ত তৎসম শব্দৰ প্ৰয়োগ কিছু বেছি। প্ৰবন্ধৰ ৰচনাৰীতি নিসন্দেহে মানবিশিষ্ট আধুনিক অসমীয়া গদ্যৰীতিৰ নিদৰ্শন হিচাপে লব পাৰি। আনহাতে গল্পৰ গদ্যৰীতি নিৰাভৰণ, সৰল আৰু কথাশিল্পীৰ শিল্পকৰ্মৰ পৰিচায়ক। শব্দচয়নৰ ক্ষেত্ৰত তৎসম শব্দৰ প্ৰতি গোস্বামীদেৱৰ আকৰ্ষণৰ প্ৰৱণতা চকুত পৰে। স্থান বিশেষে ন-পুৰণি বাক্যাংশ তথা জতুৱা ঠাঁচ ব্যৱহাৰ কৰি তেখেতে বক্তব্য বিষয় অধিক ৰসাল কৰি তোলে। আকৌ ঠাই বিশেষে অপ্ৰয়োজনীয় শব্দৰ প্ৰয়োগো চকুত নপৰাকৈ নাথাকে। প্ৰবন্ধবিলাকৰ প্ৰতিপাদ্য বিষয় তথ্য আৰু তত্ত্বৰে বহু পৰিমাণে সমৃদ্ধ। সেইবাবেই ঠায়ে ঠায়ে ভাষাৰ সাৱলীলতাৰ গতি কিছু মন্থৰ হৈ পৰা দেখা যায়। এইটো সঁচা কথা যে আলোচনামূলক নিবন্ধৰ ভাষা সদায়ে একেদৰে শক্তিশালী হৈ নাথাকে! তেখেতৰ ৰচনাত চুটি-দীঘল দুয়োবিধ বাক্যৰ সুপ্ৰয়োগৰ উপৰিও ইংৰাজী গদ্যৰীতিৰ প্ৰভাৱো চকুত পৰে। ইংৰাজী ভাষা সাহিত্যৰ ছাত্ৰ হিচাপে সেই বিষয়ৰ অধ্যয়ন অধ্যাপনাৰ ফলত তেনে প্ৰভাৱ তেখেতৰ ৰচনাত কিছু কিছু আহি পৰাটো অতি স্বাভাৱিক। আনকি কৃষ্ণকান্ত সন্দিকৈ বাণীকান্ত কাকতিৰ নিচিনা গদ্যকাৰ সকলো এই প্ৰভাৱৰপৰা মুক্ত হব পৰা নাই। এনেকুৱা গদ্যৰীতিৰ সুসমাৱেশৰদ্বাৰা দেশীয় ভাষাৰ গদ্যৰীতি বৈচিত্ৰ্যপূৰ্ণ হোৱাৰ উপৰিও লিখক-পাঠক উভয়ৰে কৌতূহল বৃদ্ধিহে কৰে। অৱশ্যে এনেকুৱা প্ৰভাৱ ইচ্ছাকৃত হলে সেই ৰচনা বা প্ৰবন্ধ সুখপাঠ্য নহয়, আৰু সেই গদ্যৰ লালিত্যও হ্ৰাস পায়, অৰ্থৰ স্বাভাৱিক প্ৰকাশতো বিজুতি ঘটে। গোস্বামীৰ গদ্যৰীতি তেনেকুৱা নহয়। অৱশ্যে সেই গদ্যৰীতিৰ মাজত কামৰূপী কথিত ভাষাৰ প্ৰভাৱৰ বাবেই সম্ভৱতঃ ঠাই বিশেষে শব্দ বিভক্তিৰ প্ৰয়োগহীনতাও চকুত পৰে। সেই একেদৰে কৰ খোজা কথাৰ পৰিচ্ছন্নতাৰ বাবে ইংৰাজী শব্দৰ প্ৰয়োগ কৰাও দৃষ্টিগোচৰ হয়। বক্তব্য উপস্থাপনত তেখেত যথেষ্ট সাৱধান আৰু সংযত; ক'তো অযথা কিম্বা অদৰকাৰী কথা কবলৈ সামান্যকণো চেষ্টা কৰা নাই। বহু

বহুৱা শব্দৰ যথোপযুক্ত প্ৰয়োগত চুটি দীঘল বাক্যৰ সমাবেশৰদ্বাৰা প্ৰবন্ধত কবলগীয়া কথা তেখেতে অতি স্পষ্টভাৱে প্ৰকাশ কৰিবলৈ যত্ন কৰিছে। ৰচনাৰীতি তথা প্ৰকাশভংগীৰ এই সংযমশীলতা তেখেতৰ আন এটি অনুকৰণীয় গুণ। সেইদৰে স্পষ্টবাদিতা, ভাব প্ৰকাশৰ স্বচ্ছতা তেখেতৰ প্ৰবন্ধৰ আন মনকৰিবলগীয়া কথা। তেখেতৰ যি কোনো কেইটামান প্ৰবন্ধৰ ওপৰত চকু ফুৰালেই সেই কথাৰ প্ৰমাণ পোৱা যায়। গোস্বামীদেৱক সেইকাৰণেই এগৰাকী সহানুভূতিশীল সাহিত্যিক বুলি কোৱা হয়। তেখেতে দিয়া মন্তব্য সদায় যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত। সেইবাবে গোস্বামীদেৱৰ মন্তব্য সহজে উলাই কৰিব নোৱাৰি। সমালোচনাৰ ক্ষেত্ৰত সেইবাবেই সম্ভৱতঃ গোস্বামীদেৱৰ মন্তব্য বা Judgement সকলোৱে নিৰ্ভৰযোগ্য বুলি গ্ৰহণ কৰে। গদ্যৰীতি, তথ্য উপস্থাপন আৰু যুক্তিনিষ্ঠ মতামতৰ বাবে পাঠক-পাঠিকাৰ মাজত তেখেতৰ প্ৰবন্ধৰ যথেষ্ট সমাদৰ। অৱশ্যে এটা কথা কব লাগিব যে, বহু সময়ত তেখেতৰ বক্তব্য-কথনভংগী অধিক মন্তব্য ব্যাপক হৈ পৰিছে, যথাৰ্থ ব্যাখ্যা দাঙি নধৰাকৈয়ে মতামত দিবলৈ চেষ্টা কৰাও দেখা যায়। গোস্বামীৰ প্ৰকাশৰীতি তথা ৰচনাশৈলী বিশেষত্বপূৰ্ণ। এই বিশেষত্বৰ অন্তৰালত গোস্বামীদেৱৰ প্ৰবন্ধৰ গদ্যৰীতিত থকা গুণগত লক্ষণবোৰেই প্ৰধান কথা। তাৰ মূলতো হ'ল প্ৰবন্ধসমূহৰ প্ৰতিপাদ্য বিষয়, তথ্য সমাবেশ আৰু সুশৃংখল পৰিবেশন পদ্ধতি। 'সাহিত্য বিষয়ক সকলো প্ৰকৃত তথ্যই মূল্য সম্পৰ্কীয়' ধাৰণাৰ বশৱৰ্তী হৈ গোস্বামীয়ে সাহিত্যৰ পৰিসীমাত দৰ্শন, ইতিহাস আৰু ভাবাদৰ্শৰ অস্তিত্ব অনুভৱ কৰিবলৈ সক্ষম নোহোৱাকৈ থকা নাই। সেইবাবেই তেখেতে সাহিত্যৰ প্ৰকৃত গুৰুত্ব আৰু মূল্য উপলব্ধি বা মূল্যবোধ অনুভৱ কৰিব পাৰে। গোস্বামীদেৱৰ প্ৰবন্ধৰাজি এইবিলাক কাৰণতে অসমীয়া ভাষাৰ মূল্যবান ৰচনাৰূপে পৰিগণিত হৈছে। [...]

# ত্ৰৈলোক্যনাথ গোস্বামীৰ প্ৰবন্ধ

## ডক্টৰ লীলা গগৈ

ত্ৰৈলোক্যনাথ গোস্বামী অসমীয়া সাহিত্যৰ এটি পুৰণি চিনাকি নাম। *আৱাহনৰ* পাততে গল্পকাৰ হিচাপে গা-দেখা দিয়া ডেকা ত্ৰৈলোক্যনাথ গোস্বামী পৈণত বয়সত এজন কৃতী প্ৰবন্ধকাৰ হিচাপে প্ৰতিষ্ঠিত হয় আৰু আলোচনা আৰু সমালোচনাত্মক কেইবাখনিও গ্ৰন্থ ৰচনা কৰি সময়বালিত খোজ থৈ যায়। গোস্বামীদেৱে কৈছিল: 'মোৰ জীৱন তেনেই গতানুগতিক,—অভাৱ, অনাটন আৰু দুখ-দুৰ্গতিৰ ঠেলা-হেঁচাত বাগৰি নপৰি থিয় হৈ থকাটোৱেই মোৰ বৈশিষ্ট্য।' নিজৰ চিন্তা, ধাৰণা, জ্ঞান আৰু অভিজ্ঞতাৰে গোস্বামীদেৱে চিন্তাশীল প্ৰবন্ধ ৰচনা কৰি নিজৰ বৈশিষ্ট্য দাঙি ধৰিছিল। গোস্বামীদেৱৰ ভাষা সৰল, পোনপটীয়া আৰু বক্তব্য স্বচ্ছ। ১৯২৯ চনত *বাঁহীত* প্ৰকাশিত 'প্ৰতিশোধ' নামৰ গল্পৰে গল্পকাৰ হিচাপে ভূমুকি মৰাৰ দৰেই ১৯৩২ চনতে *বাঁহীৰ* পাততে 'ৰবাৰ্ট ব্ৰাউনিঙৰ কবিতাত প্ৰেমৰ চিত্ৰ' নামৰ এটি প্ৰবন্ধ লিখিছিল। সমসাময়িক কালৰ আন এটি প্ৰবন্ধ *আৱাহনত* (১৯৩৩) প্ৰকাশিত হৈছিল; নাম 'সত্যনাথ বৰাৰ ৰচনাৱলী'। সেইদৰেই *বাঁহীত* আন এটি প্ৰবন্ধ প্ৰকাশ পাইছিল, নাম 'সাহিত্যৰ মূল উপাদান'। ত্ৰিশৰ দশকৰ আৰম্ভণিতে *বাঁহী-আৱাহনৰ* পাতত ভূমুকি মৰা ত্ৰৈলোক্যনাথ গোস্বামীয়ে আশীৰ দশকলৈকে গভীৰ চিন্তা আৰু ব্যাপক, চিন্তাৰ পৰিচয় দি অসমীয়া ভাষা-সাহিত্যলৈ বৰঙণি দি থৈ গ'ল।

ইংৰাজী সাহিত্যৰ এম-এ গোস্বামী ডাঙৰীয়াৰ ভাৰতীয় অলংকাৰ শাস্ত্ৰৰ বিভিন্ন দিশৰ গভীৰ জ্ঞান আছিল। *সাহিত্য-আলোচনা* আৰু *নন্দন-তত্ত্ব* পুথি দুখনিত প্ৰাচ্য-পাশ্চাত্য উভয় আদৰ্শৰে আলোচনা সামৰি লোৱা হৈছে। ১৯৬১ চনত প্ৰকাশিত *সাহিত্য-আলোচনা* পুথিখনত পাঁচোটা অধ্যায় ভাগ কৰি নতুন-পুৰণি উভয় ৰীতিৰ বিভিন্ন দিশ সম্পৰ্কে সমালোচনা আগবঢ়োৱা হৈছে। সেইদৰে ১৯৬৫ চনত প্ৰকাশিত *আধুনিক গল্প সাহিত্য* নামৰ পুথিখনিও লেখকৰ গভীৰ আৰু ব্যাপক অধ্যয়নপুষ্ট মনৰ প্ৰতিফলন মাত্ৰ। অসমীয়া গল্প সাহিত্যই কি পটভূমিত জন্ম লাভ কৰিলে আৰু কেনেকৈ বিবৰ্তনৰ বাটচ'ৰা গৰকি আজিৰ যুগত উপস্থিত হ'লহি তাৰ এটি বিবৰণ আছে। চিন্তাৰ স্ফুৰণ ঘটা আন দুখনি গ্ৰন্থ হ'ল *ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ* আৰু *সাহিত্য কলা আৰু তাৰ বিচাৰ*। জীৱনৰ শেষ বয়সৰ পুৰঠ মনৰ, বিস্তৃত জ্ঞানৰ পৰিচয় দিব পৰা গ্ৰন্থখন হ'ল *নন্দন তত্ত্ব*। সাহিত্য, তাৰ ৰূপ আৰু ৰীতি, বৈচিত্ৰ্যময় বিভিন্ন দিশ সম্পৰ্কে

অধ্যয়ন আৰু মনোনিৱেশ কৰাই আছিল গোস্বামী ডাঙৰীয়াৰ বৈশিষ্ট্য। সেই বিষয়তে একাগ্ৰভাৱে লাগি থাকি এজন কৃতী সমালোচক হিচাপে নিজকে প্ৰতিষ্ঠিত কৰিব পাৰিছিল। সকলো সময়তে গোস্বামীদেৱৰ আলোচনা আৰু বিচাৰ আছিল সমালোচনামূলক। সেইদৰে দৃষ্টিভংগী আছিল বস্তুনিষ্ঠ আৰু নিৰপেক্ষ।

গোস্বামীদেৱৰ বাকী সমালোচনামূলক মৌলিক গ্ৰন্থ কেইখনৰ উপৰিও *সমুদ্ৰ-মন্থন* আৰু *প্ৰবন্ধ-মঞ্জৰি* নামৰ প্ৰবন্ধ-সংগ্ৰহ দুটিত চিন্তা আৰু চৰ্চাৰ পৰিচয়জ্ঞাপক ৰচনাসমূহ থুপাই থোৱা হৈছে। পুৰাণৰ দেৱাসুৰৰ সাগৰ-মন্থনৰ কাহিনীটো গোস্বামীদেৱে আধুনিক সামাজিক সাংস্কৃতিক দৃষ্টিভংগীৰে বিশ্লেষণ কৰিছে। সাগৰ-মন্থনত ওলোৱা সেই সমলবোৰেই আধুনিক জীৱনত কেনেকৈ প্ৰভাৱ বিস্তাৰ কৰিছে, তাৰ স্বকীয় বিচাৰ দাঙি ধৰিছে। সেয়েহে লক্ষ্মীৰ কৃপাদৃষ্টিৰ বলত যি লৌকিক উন্নতি নৱসমাজত সাধিত হব ধৰিছে, বিজ্ঞানৰ অৱদানৰ ফলত যি সুখ-স্বাচ্ছন্দ্য বাঢ়িছে তাৰ আঁৰে আঁৰে আছে বিষৰ জ্বালা, অন্তৰৰ পোৰণি, অতৃপ্তিৰ তুষানল। ...যান্ত্ৰিক সভ্যতাৰ জখলাৰ তলতে পৰি থাকি কোটি কোটি লোকে পাথিৱ সকলো সম্পদ এমুঠি লোকৰ হাতত তুলি দি নানান নিৰ্যাতনৰ মাজেৰে দাস্য-ভক্তিৰ মাহাত্ম্য উপলব্ধি কৰিছে।' আধুনিক সমাজত তথাকথিত জ্ঞানৰ বিস্তাৰ ঘটিলেও প্ৰকৃত মানৱ গঢ় দিব পৰা নাই। গোস্বামীদেৱে লিখিছে: 'আজিৰ যুগত পণ্ডিত-মূৰ্খৰ অভাৱ নাই। আনহাতে মূৰ্খ-পণ্ডিতৰ জ্ঞানৰ নিদৰ্শন হাজাৰ হাজাৰ পুথিৰ পাতত জিলিকি উঠি সেয়েই এদল লোকক বিভ্ৰান্ত আৰু পথভ্ৰষ্টও কৰিছে।' *সমুদ্ৰ-মন্থন* নামৰ এই ৰচনাখনত গোস্বামীৰ সমাজবাদী মনৰ মানৱমুখী চিন্তাধাৰা ফুটি ওলাইছে। ৰচনাখনে গোস্বামী ডাঙৰীয়াৰ মৌলিক প্ৰতিভাৰ চানেকী দাঙি ধৰিছে।

গোস্বামী ডাঙৰীয়াৰ প্ৰবন্ধসমূহৰ বিষয়-বস্তু গতানুগতিক নহয়। 'সাহিত্যত সামাজিক আদৰ্শ' শিতানৰ ৰচনাখনিত ব্যক্তিৰ সমষ্টি সমাজ অথচ ব্যক্তি-চিন্তা আৰু সমাজ-চিন্তাৰ স্বৰূপ যে বিশিষ্ট সাহিত্য তাক অনুধাৱন কৰিছে। শেষত কৈছে: 'কৰ্মনিষ্ঠা, উৎসাহ, উদগনি উন্নত জাতীয় জীৱনৰ পৰিচায়ক। যি জাতিয়ে উন্নত জাতীয় জীৱনৰ পৰিচয় নিদিয়ে সেই জাতিৰ আগত মহৎ আদৰ্শ থকা বুলি কোৱা নিৰৰ্থক। সাহিত্যিকসকল প্ৰচাৰক নহয় পথপ্ৰদৰ্শক। তেওঁলোকৰ আবেদন আধ্যাত্মিক, পথ-নিৰ্দেশ দ্যোতনাত্মক। এই দ্যোতনা সত্যৰ, সাম্যৰ।'

এতিয়ালৈকে প্ৰকাশ হৈ ওলোৱা গোস্বামী ডাঙৰীয়াৰ প্ৰবন্ধ-সংকলন দুটি। তাৰে *প্ৰবন্ধ-মঞ্জৰি* নামৰ সংকলনটিত লাইকৈ সাহিত্য-বিষয়ক প্ৰবন্ধ কেইটিমান সন্নিবিষ্ট কৰা হৈছে। 'অসমীয়া সমালোচনাৰ সাম্প্ৰতিক ধাৰা', 'মহাপুৰুষ শঙ্কৰদেৱৰ বৰগীতত ভক্তি-ৰস,' 'বিহগী কবি ৰঘুনাথ চৌধাৰী', 'পুৰণি অসমীয়া

সাহিত্য-ভাগৱত', 'কোলোৰিজৰ দৃষ্টিত কবি-কল্পনা', 'জ্যাঁ পল ছাত্ৰৰ অস্তিত্ববাদী আদৰ্শৰ চমু আভাস' এই কেইটা বিশেষ প্ৰণিধানযোগ্য। আনপিনে *সমুদ্ৰ-মন্থন* নামৰ পুথিখন যথাৰ্থতে সাহিত্যৰ সাগৰ-মন্থনৰ এটি আভাস বুলিব পাৰি। ইয়াত বিশিষ্ট লেখকৰ সাহিত্যৰ বিভিন্ন দিশৰ আলোচনা কৰাৰ উপৰিও কেইটিমান অন্য চিন্তামূলক প্ৰবন্ধও সন্নিবিষ্ট হৈছে। 'অসমীয়া সাহিত্যত ভাৰতীয় ঐক্যৰ সংবোধ', 'গান্ধাৰীৰ অভিশাপ', 'দশৰথৰ আদৰ্শনিষ্ঠা', 'ভাৰতীয় বুদ্ধিজীৱীৰ মানসিক সংকট', 'বৰ্তমান সমাজত দুৰ্নীতি আৰু তাৰ নিবাৰণৰ উপায়', 'শিক্ষা-ব্যৱস্থাত নৈতিক দৃষ্টিভংগী' আদিলৈ আঙুলিয়াব পাৰি। বিষয়-বস্তুৰ গভীৰতা অনুসৰি ভাষাৰ সামঞ্জস্য ৰখা টান বাবেই বিশিষ্ট সমালোচক হীৰেন গোহাঁয়ে মন্তব্য দিছে : 'লেখকৰ গদ্য মনোগ্ৰাহী নহয়। সাধাৰণ পাঠকৰ বাবে তাৰ গতি গম্ভীৰ আৰু লয়হীন। সম্ভৱতঃ বিচাৰ আৰু পৰীক্ষাৰ ওপৰত অত্যধিক গুৰুত্ব দিয়াৰ বাবেই লেখকৰ গদ্যই এনে ৰূপ লৈছে।'' *

ত্ৰৈলোক্যনাথ গোস্বামী যথাৰ্থতে এজন সমালোচক। *সাহিত্য-আলোচনা*, *আধুনিক গল্প সাহিত্য*, *ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ*, *নন্দন-তত্ত্ব*, *সাহিত্য কলা আৰু তাৰ বিচাৰ* এই আটাই কেওখনেই সমালোচনাত্মক গ্ৰন্থ। প্ৰাচ্য-পাশ্চাত্য উভয় দৃষ্টিভংগীৰে গোস্বামীদেৱে সাহিত্যৰ বিচাৰ কৰিছিল। ওপৰত উল্লেখ কৰা পুথি কেইখনৰ বিচাৰ-পদ্ধতিৰ পৰাই গোস্বামী ডাঙৰীয়াৰ বিষয়-বস্তুৰ প্ৰতি আগ্ৰহ আৰু মূল্যায়নৰ স্বকীয় পদ্ধতিৰ উমান পাব পাৰি।

*সাহিত্য কলা আৰু তাৰ বিচাৰ* পুথিখনিৰ প্ৰবন্ধ কেইটিয়েই গোস্বামীৰ বিষয়-বস্তু আহৰণৰ দক্ষতাৰ প্ৰমাণ দিয়ে। তদুপৰি প্ৰাচ্য-প্ৰাশ্চাত্যৰ ৰীতি আৰু পদ্ধতি উভয়কে গোস্বামীৰ দখললৈ আনি স্বকীয় দৃষ্টিৰে বিচাৰ কৰিছিল। এই পুথিখনৰ বিষয়-বস্তুক দুটা ভাগত ভগাব পাৰি। এক, সাহিত্য আৰু সমালোচনাৰ সাধাৰণ বিচাৰ আৰু অসমীয়া সাহিত্যৰ কেইটিমান বিশিষ্ট দিশ। 'আধুনিক আলোচনাৰ ধাৰা', 'সৃষ্টি আৰু ৰুচি', 'মহৎ সাহিত্য', 'সাহিত্যৰ ৰস সৰ্বস্বতা কলা-কৈৱল্যবাদ', 'এৰিষ্টটলৰ *Poetics* গ্ৰন্থৰ চমু আলোচনা' আদি প্ৰবন্ধত গোস্বামীদেৱৰ জ্ঞানৰ গভীৰতা আৰু বিস্তৃতিৰ উপৰিও স্বকীয় চিন্তাৰ পৰিচয় পাব পাৰি। দ্বিতীয় পৰ্যায়ৰ প্ৰবন্ধ কেইটিত অসমীয়া সাহিত্যৰ বিভিন্ন দিশ আৰু জনাচেৰেক লেখকৰ বৈশিষ্ট্য সম্পৰ্কে বিচাৰ কৰা হৈছে। 'আধুনিক অসমীয়া চুটিগল্প,' 'অসমীয়া

---

* অৱশ্যে ড° হীৰেন গোহাঁইৰ এই মন্তব্যটি নিৰ্বিচাৰে গ্ৰহণ কৰিব নোৱাৰি।
- সম্পাদক

ৰাস্তৱবাদী নাটক', 'লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্য প্ৰতিভাৰ চমু পৰিচয়', 'বেজবৰুৱাৰ তত্ত্বমূলক প্ৰবন্ধ', 'চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতা', 'ৰজনীকান্ত বৰদলৈৰ উপন্যাস' এই প্ৰবন্ধকেইটি উল্লেখযোগ্য। তদুপৰি গোস্বামীদেৱৰ আগৰয়সৰ ৰচনা কেইটিমান লেখৰ প্ৰবন্ধ আছে। তদুপৰি সংকলনত সন্নিবিষ্ট নোহোৱা কেইটিমান প্ৰবন্ধও দেখা যায়। 'আধুনিক অসমীয়া সাহিত্যলৈ গোহাঞিবৰুৱাৰ অৱদান,' 'বিজ্ঞান আৰু মানৱতা', 'লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতা', 'অসমত অনুন্নত জাতি', 'সত্যনাথ বৰাৰ ৰচনাৱলী', 'সাহিত্যৰ মূল উপাদান', 'আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ সমালোচনা', 'চুটিগল্প', 'গান্ধীজীৰ সামাজিক আদৰ্শ' আদি বিশেষভাৱে উল্লেখ কৰিব পাৰি।

জীৱনৰ আগ বয়সৰেপৰা সাহিত্য-চৰ্চাত মনোনিৱেশ কৰি গোস্বামী ডাঙৰীয়াই বৃজন পৰিমাণৰ ৰৰঙণি আগবঢ়াবলৈ সক্ষম হয়। তাৰে ভিতৰত প্ৰবন্ধৰ সংখ্যাও যথেষ্ঠ। বিষয় বস্তু নিৰ্বাচন আৰু উপস্থাপন ৰীতিত গোস্বামীদেৱৰ বৈশিষ্ট্য লক্ষ্য কৰিবলগীয়া। কোনো এটি বিষয়-বস্তু নিৰ্বাচন কৰি লৈ গোস্বামী ডাঙৰীয়াই পঢ়ি শুনি তথ্য-পাতি সংগ্ৰহ কৰি লয় আৰু প্ৰবন্ধটোৰ আকাৰ প্ৰকাৰ মনত লৈ প্ৰবন্ধটো লিখিবলৈ ধৰে। গতিকে গোস্বামী ডাঙৰীয়াৰ উদ্ধৃতিৰ পৰিমাণ তাকৰীয়া। তেখেতৰ বক্তব্য পোনপটীয়া আৰু সৰল। গোস্বামীয়ে ভাষা আৰু লালিত্যৰ পাগত তুলি বক্তব্যখিনি ঘূৰাই-পকাই দাঙি ধৰাৰ ৰীতি গ্ৰহণ নকৰিছিল। তেখেতৰ এটা প্ৰবন্ধ পঢ়িলে থোৰতে বিষয়টো সম্পৰ্কে এটি মুকলি ধাৰণা গ্ৰহণ কৰিবলৈ পাঠক সক্ষম হৈছিল। গোস্বামী ডাঙৰীয়া প্ৰকৃততে এজন চিন্তাশীল সমাজবাদী শিক্ষক আছিল আৰু শিক্ষকতাৰ মাজেদিয়েই সাহিত্য সেৱা কৰি এজন কৃতী প্ৰবন্ধকাৰ হিচাপে প্ৰতিষ্ঠিত হৈছিল। □

# প্ৰাবন্ধিক গোস্বামী
## শ্ৰীদীপ্তি ফুকন পাটগিৰি

বৈচিত্ৰ্যময় মানৱজীৱনৰ বিভিন্ন অভিজ্ঞতাৰ মাজেৰে বাটকুৰি বাই যাওতে হৰ্ষ-বিষাদ, অনুকম্পা, ক্ৰোধ, ভীতি আদিয়ে আনুভূতিক জগতখন আলোড়িত কৰে। আনুভূতিক জগতৰ সূক্ষ্মতম প্ৰকাশতে সাহিত্য সৃষ্টিৰ মূল প্ৰেৰণাও নিহিত হৈ থাকে। সাহিত্য এনে এক সুন্দৰতম কলা যাৰ লক্ষ্য সত্যক সুন্দৰভাৱে প্ৰতিষ্ঠা কৰা। কলা-সাহিত্যৰ সাধনাত ব্ৰতী হৈ ওৰে জীৱন সৃষ্টিশীল প্ৰতিভাই বিকাশ লাভ কৰাৰ দৃষ্টান্ত পৃথিৱীৰ ইতিহাসত অলেখ আছে। অসমীয়া সাহিত্যৰ দীঘলীয়া ইতিহাস অনুধাৱন কৰিলে দেখা যায় আজীৱন সাহিত্য সাধনাকে জীৱনৰ ব্ৰতৰূপে গ্ৰহণ কৰা অগ্ৰণী লেখকসকলৰ ভিতৰত ত্ৰৈলোক্যনাথ গোস্বামীৰ নাম অন্যতম। কবিতা, উপন্যাস, চুটি-গল্প, প্ৰবন্ধ এই সকলো দিশতে গোস্বামীদেৱে মনোনিবেশ কৰিলেও বিশেষভাৱে সমালোচনামূলক ৰচনা আৰু চুটিগল্প লেখাতহে তেখেতৰ পাৰদৰ্শিতা অধিক। আধুনিক অসমীয়া সাহিত্যত প্ৰবন্ধকাৰৰূপে গোস্বামীদেৱৰ স্থান একক আৰু অনন্য।

গোস্বামীৰ প্ৰবন্ধৰাজি প্ৰধানকৈ চিন্তামূলক। মৌলিক আৰু সমালোচনামূলক এই দুই ধৰণৰ প্ৰবন্ধ ৰচনাই তেখেতৰ হাতত প্ৰকাশ লাভ কৰে। অৱশ্যে সমালোচনা-মূলক প্ৰবন্ধৰ সংখ্যাহে অধিক। প্ৰবন্ধৰ পুথিসমূহ হ'ল (১) *সাহিত্য-আলোচনা* (১৯৫০), (২) *আধুনিক গল্প সাহিত্য* (১৯৬৫), (৩) *সমুদ্ৰ-মন্থন* (১৯৬৮), (৪) *ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ* (১৯৭০), (৫) *সাহিত্য কলা আৰু তাৰ বিচাৰ* (১৯৭২), (৬) *নন্দনতত্ত্ব ঃ প্ৰাচ্য আৰু পাশ্চাত্য* (১৯৮০)। এই কেইখন গ্ৰন্থ ৰচনাৰ উপৰিও তেখেতে কেইখনমান গ্ৰন্থ সম্পাদনাও কৰিছে। তাৰ ভিতৰত (১) *প্ৰবন্ধ-চয়ন* (১৯৬৫), (২) *সাহিত্য চিন্তা* (১৯৭৬) *অন্যতম*। *আধুনিক অসমীয়া গল্প সংগ্ৰহ* (১৯৭২) সম্পাদনা আৰু *মন্দাকিনী* (১৯৬৬) নামৰ আলোচনী সম্পাদনাও তেখেতৰ উল্লেখযোগ্য সম্পাদিত পুথি। *বাঁহী, আবাহন, জয়ন্তী, অসমীয়া, অসম সাহিত্য সভা পত্ৰিকা* আদি আলোচনীত প্ৰকাশিত বিভিন্ন প্ৰবন্ধ-ৰাজিয়ে গোস্বামীদেৱৰ ৰচনাশৈলীৰ চানেকি দাঙি ধৰে।

*সাহিত্য-আলোচনা* গোস্বামীদেৱৰ উল্লেখযোগ্য প্ৰবন্ধ ৰচনা, সাহিত্যৰ সৃষ্টি, ইয়াৰ বিভিন্ন উপাদান, প্ৰাচীন কালৰে পৰা আধুনিক যুগলৈকে সাহিত্য সম্বন্ধে ভিন ভিন ধ্যান-ধাৰণা আদিৰ তাত্ত্বিক দিশৰ পৰ্যালোচনা ইয়াত সন্নিবিষ্ট কৰা হৈছে। মুঠ

ছটা অধ্যায়েৰে সমৃদ্ধ এই গ্ৰন্থখনি অসমীয়া সাহিত্যৰ অনুপম সম্পদ। অসমীয়া সমালোচনা সাহিত্যৰ ধাৰাটোত অৰুণোদয় যুগৰে পৰা যি কেইজন লেখকে অৰিহণা যোগাইছে তাৰ ভিতৰত গোস্বামীৰ *সাহিত্য-আলোচনাৰ* স্থান সুউচ্চত। সাহিত্যৰ মূল উপাদানসমূহৰ ভিতৰত কবিতা, নাটক, উপন্যাস, চুটিগল্প আদিৰ সম্যক ধাৰণা দিয়াৰ লগতে প্ৰাচীন সংস্কৃত আলংকাৰিকসকলৰ সাহিত্য সম্বন্ধে মতবাদ, সাহিত্যৰ বিভিন্ন ধাৰাত পাশ্চাত্য প্ৰভাৱ, প্ৰাচীন আৰু আধুনিক সাহিত্যৰ স্বৰূপ আদি সুন্দৰভাৱে গ্ৰন্থখনিত আলোচিত হৈছে। আধুনিক সাহিত্য যে সদায় প্ৰাচীন সাহিত্যৰ গাত আঁউজি প্ৰতিষ্ঠিত হয় আৰু সেইবাবে প্ৰাচীন সাহিত্য আৰু সাহিত্যিক-সকলৰ অৱদানৰ কথা আমি সৌঁৱৰণ কৰিব লাগিব সেইকথা গ্ৰন্থখনিৰ পাতনিতে লেখকে উল্লেখ কৰিছে। 'প্ৰাচীন সাহিত্যিকসকলৰ মতামত আমি দলিয়াই পেলাব নোৱাৰোঁ।বিশেষকৈ আমাৰ ভাষা আৰু সাহিত্যৰ জনক সংস্কৃত। এনেস্থলত সংস্কৃত আলঙ্কাৰিকসকলৰ চিন্তাধাৰাৰ লগত পৰিচিত নহলে আধুনিক সাহিত্যৰ বিকাশৰ সম্যক জ্ঞান সম্ভৱ নহয়।' প্ৰাচীন সংস্কৃত সাহিত্যৰ লগত পাশ্চাত্য সাহিত্যৰ সুন্দৰ সমন্বয়েই আমাৰ আধুনিক সাহিত্যক গঢ় দিছে, এইকথা লেখকৰ ৰচনাৰ প্ৰতিপাদ্য বিষয়।

*আধুনিক গল্প সাহিত্য* লেখকৰ দ্বিতীয়খন সমালোচনা মূলক প্ৰবন্ধপুথি যিখনে অসম সাহিত্য সভাৰ শ্ৰেষ্ঠ গ্ৰন্থবঁটা (১৯৬৫) আৰু সাহিত্য অকাডেমীৰ বঁটা (১৯৬৭) লাভ কৰিবলৈ সক্ষম হয়। চুটিগল্পৰ সংজ্ঞা, পাশ্চাত্য গল্প সাহিত্যৰ পৰিচয়, ভাৰতীয় গল্প সাহিত্যত ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু প্ৰেমচন্দৰ গল্প—এইকেইটি ৰচনাৰ লগতে অসমীয়া চুটিগল্পৰ ক্ৰমবিকাশৰ ইতিহাস সম্বন্ধে লেখা প্ৰবন্ধ গ্ৰন্থখনিৰ অন্যতম আকৰ্ষণ। বিশ্ব সাহিত্যৰ পৰা অসমীয়া সাহিত্যলৈকে চুটিগল্পৰ ভূমিকা সম্পৰ্কে সম্যক ধাৰণা যোগোৱাত *আধুনিক গল্প সাহিত্য* সম্পূৰ্ণ সফল হৈছে। বিজ্ঞানসম্মত আলোচনাই গ্ৰন্থখনিক অভিনৱত্ব দান কৰিছে।

*সমুদ্ৰ-মন্থন* ১২ টি বিভিন্ন বিষয়ৰ প্ৰবন্ধৰ সঙ্কলন। ইয়াৰ প্ৰবন্ধ কেইটিক মৌলিক ৰচনাৰূপে অভিহিত কৰিব পাৰি। সমুদ্ৰ-মন্থন, ভাৰতীয় বুদ্ধিজীৱীৰ মানসিক সঙ্কট, শত্ৰুৰ কবলত পুণ্যভূমি ভাৰতবৰ্ষ, শিক্ষা ব্যৱস্থাত নৈতিক দৃষ্টিভঙ্গী, অসমীয়া সাহিত্যত ভাৰতীয় ঐক্যৰ সংবোধ আদি প্ৰবন্ধৰাজিত সাহিত্য সম্বন্ধীয়, সামাজিক, ৰাজনৈতিক, শৈক্ষক, জ্ঞান-বিজ্ঞান বিষয়ৰ মধুৰ চিন্তাশীল আলোচনাই স্থান পাইছে। পৰৱৰ্তীকালত গোস্বামীদেৱৰ ভালেকেইটা বাংকৰনীয়া মৌলিক প্ৰবন্ধ (বিভিন্ন আলোচনী আদিত প্ৰকাশিত) *চিন্তা তৰঙ্গ* নামৰ পুথিখনিত সন্নিবিষ্ট কৰি জাৰ্নাল

এস্পাৰিয়ামে প্ৰকাশ কৰিছে। প্ৰবন্ধাজিৰ ভিতৰত বিজ্ঞান আৰু মানৱতা, জাতীয় ঐক্য, আৰ্ট, গীতা, গান্ধীজীৰ সামাজিক আদৰ্শ, জীৱন-তৃষ্ণা আদি উল্লেখযোগ্য।

*প্ৰবন্ধ-চয়ন* (অসম সাহিত্য সভা) *সাহিত্য-চিন্তা* (অসম সাহিত্য সভা), *মন্দাকিনী* (আলোচনী) তেওঁৰ সম্পাদিত প্ৰবন্ধ সঙ্কলন আৰু আলোচনী সম্পাদনা। ইয়াৰ মাজেৰেও প্ৰবন্ধ ৰচনাৰ দক্ষতা প্ৰকাশ পাইছে। অন্যান্য প্ৰবন্ধ ৰচনাৰ ক্ষেত্ৰত আসামত অনুন্নত জাতি (*অসমীয়া*),সত্যনাথ বৰাৰ ৰচনাৱলী(*আৱাহন*),সাহিত্যৰ মূল উপাদান (*বাঁহী*) গদ্য আৰু পদ্য (*বাঁহী*), চুটিগল্প (*আৱাহন*), সপ্তম দশকত অসম (*নীলাচল*), মহাশক্তি আৰাধনাৰ তাৎপৰ্য (*দৈনিক অসম*), Edmund Bunke's Contribution to Aesthetics, Deterioration of Result in University (*Assam Tribune*), Criticism in Assamese Literature (*Eastern Horizon*) আদিয়ে ত্ৰৈলোক্য নাথ গোস্বামীৰ প্ৰবন্ধ ৰচনাৰ ব্যাপকতা আৰু বিভিন্নতাৰ কথাকে সূচায়। এই প্ৰবন্ধ সমূহৰ উপৰিও অন্যান্য কিছুসংখ্যক প্ৰবন্ধ বিভিন্ন আলোচনীত প্ৰকাশ পাইছে, যিবোৰ প্ৰায়ে সমালোচনামূলক। অসম সাহিত্য সভাৰ সভাপতি পদৰ পৰা (ডুবাৰকৈ) প্ৰদান কৰা অভিভাষণ আৰু অন্যান্য অনুষ্ঠান আদিত প্ৰদান কৰা ভাষণসমূহো তেখেতৰ সাহিত্য-প্ৰেমী মনৰ অপূৰ্ব্ব চানেকি।

*ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ* প্ৰবন্ধ পুথিখনি গোস্বামীদেৱে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত প্ৰদান কৰা বক্তৃতাৰ আধাৰত ৰচনা কৰা। ইয়াৰ প্ৰথম ভাগত আছে ইংৰাজী সমালোচনাৰ ধাৰা আৰু দ্বিতীয় ভাগত আছে অসমীয়া ভাষাত ইয়াৰ প্ৰভাৱ। সমালোচনা সাহিত্যৰ ধাৰাটো পশ্চিমীয়া সাহিত্যৰ যাইকৈ ইংৰাজী সাহিত্যত বিভিন্ন সমালোচকৰ হাতত কিদৰে প্ৰবাহিত হৈছে সেইকথা পুথিখনত বৰ্ণিত হৈছে। বিভিন্ন সমালোচকৰ ৰচনাত গ্ৰীক, জাৰ্মান, ফৰাচী, ইংৰাজী আদি পণ্ডিতৰ প্ৰভাৱৰ কথাও ইয়াত আলোচিত হৈছে। ইংৰাজী সমালোচনাৰ ধাৰাত ড্ৰাইদেন, ইলিয়ট, আৰ্ণল্ড, হেনৰী জেমছ, কলেৰিজ আদিৰ নাম উল্লেখযোগ্য— যিসকলৰ প্ৰভাৱ সমগ্ৰ বিশ্ব সাহিত্যতে প্ৰতিফলিত হোৱা দেখা যায়। ভাৰতীয় সাহিত্যৰ অংশ বিশেষ অসমীয়া সাহিত্যৰ দীঘলীয়া ইতিহাসত সমালোচনা সাহিত্য বিশেষ প্ৰাচীন নহয়। আধুনিক অসমীয়া সাহিত্যৰ অন্যান্য দিশৰ দৰে সমালোচনা সাহিত্যতো ইংৰাজী সাহিত্যৰ প্ৰভাৱ পৰে। অৱশ্যে সংস্কৃত আলংকাৰিক সকলৰ প্ৰভাৱো ভাৰতীয় সাহিত্যত এমুঠি জ্ঞান পিপাসুলোকৰ প্ৰচেষ্টাত পৰিছিল বুলিব পাৰি। অসমীয়া সমালোচনা সাহিত্যৰ ধাৰা উনবিংশ শতাব্দীৰ শেষাৰ্দ্ধতহে আৰম্ভ হয়। 'অৰুনোদই'ৰ পৰা বৰ্তমানলৈকে অসমীয়া সমালোচনা সাহিত্যৰ ৰচনাত মনোনিৱেশ কৰা লেখকসকলৰ ভিতৰত বেজবৰুৱা, বাণীকান্ত কাকতি, ডিম্বেশ্বৰ নেওগ,

বিৰিঞ্চিকুমাৰ বৰুৱা, হেম বৰুৱা, অতুলচন্দ্ৰ বৰুৱা, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰনাথ শৰ্মা, হোমেন বৰগোহাঞি, হীৰেন গোঁহাই, ভবেন বৰুৱা আদিৰ নাম উল্লেখযোগ্য। ইংৰাজ সমালোচক আৰ্ণল্ড, জনছন, ইলিয়ট আদিৰ প্ৰভাৱ অসমীয়া সমালোচকসকলৰ ওপৰত কম-বেছি পৰিমাণে পৰিস্ফুট হৈছে। ত্ৰৈলোক্যনাথ গোস্বামীৰ উক্ত গ্ৰন্থখনিত এই বিষয়সমূহ সুন্দৰ ভাৱে বৰ্ণিত হৈছে। গোস্বামীদেৱ নিজেও সমালোচনা সাহিত্যৰ অন্যতম লেখক।

*সাহিত্য-কলা আৰু তাৰ বিচাৰ* গ্ৰন্থখনিও সমালোচনামূলক প্ৰবন্ধৰে সঙ্কলন। সংকলিত ১৩ টি প্ৰবন্ধৰ ভিতৰত কেইটিমান অসমীয়া সাহিত্যৰ বিভিন্ন বিষয়ৰ (চুটিগল্প, নাটক, উপন্যাস, কবিতা), আৰু বাকীকেইটি ভিন ভিন বিষয়ৰ। বিশেষকৈ এৰিষ্টটলৰ *পয়েটিক্‌চ*, টলষ্টয়ৰ *What is Art* পুথিৰ আলোচনামূলক প্ৰবন্ধদুটি উল্লেখযোগ্য। কলা-সাহিত্যৰ দিশত ভাব, ৰূপ-সৌন্দৰ্য্যৰ সূক্ষ্মতম প্ৰকাশতে শিল্পকৰ্ম্ম বিচাৰৰ প্ৰচেষ্টা পৰিলক্ষিত হয়। গ্ৰন্থখনিৰ জৰিয়তে কলা-সাহিত্যৰ সম্যক ধাৰণা আৰু সমালোচনা দাঙি ধৰা হৈছে।

গোস্বামীদেৱৰ ভাটিবয়সৰ ৰচনা *নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য* গ্ৰন্থখনি অসমীয়া সাহিত্যৰ পৰম সম্পদ – যিখনত প্ৰকাশিত হৈছে তেখেতৰ সৃষ্টিশীল প্ৰতিভাৰ অনুপম স্বাক্ষৰ। ৬২৪ পৃষ্ঠা জোৰা এই সুবৃহৎ গ্ৰন্থখনি বাৰটা অধ্যায়ত বিভক্ত। বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰ সহায়ত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত প্ৰদান কৰা বক্তৃতাৰাজি এই বিভাগৰ যোগেদি অধ্যাপক ড° মহেন্দ্ৰ বৰাদেৱে প্ৰকাশ কৰি উলিওৱা এই গ্ৰন্থখনিয়ে পূৰ্বোত্তৰ মাৰোৱাৰী সম্মাৰ বঁটা আৰু প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰে। গ্ৰন্থখনৰ প্ৰথম ছোৱাত পাশ্চাত্য নন্দনতত্ত্বৰ আলোচনা আৰু পিছৰ ছোৱাত প্ৰাচ্য নন্দনতত্ত্বৰ আলোচনা দাঙি ধৰা হৈছে। তুলনামূলক নন্দনতত্ত্বৰ সুন্দৰ আৰু তত্ত্বগধুৰ আলোচনাই মনীষী জনাৰ সমগ্ৰ জীৱনৰ গভীৰ অধ্যয়ন স্পৃহা আৰু সাধনাৰ পৰিচয় দাঙি ধৰিছে। ইংৰাজী সাহিত্য আৰু সংস্কৃত সাহিত্যৰ নন্দনতত্ত্ব বিশ্লেষণত গোস্বামীৰ অপূৰ্ব্ব দক্ষতা প্ৰকাশ পাইছে। *Aesthetic* ইংৰাজী শব্দটোৰ অসমীয়া প্ৰতিশব্দৰূপে গ্ৰহণ কৰা 'নন্দনতত্ত্ব' শব্দটোৰ প্ৰয়োগো অতি অৰ্থবহ। কলা-সৌন্দৰ্য্যৰ সূক্ষ্মতম অনুভূতি জ্ঞানৰ অন্বেষণৰ দ্বাৰা বিশ্লেষণ হব ধৰাৰ লগে লগেই সাহিত্যত নন্দনতত্ত্বৰ বিবিধ আলোচনা সৃষ্টি হয়। পাশ্চাত্য নন্দনতাত্ত্বিক প্লেটো, এৰিষ্টটল, লংগিনাচ প্লটিনাচ, ছিদনি, জনছন, কাণ্ট, হেগেল, ওৱৰ্ডছৱৰ্থ, কলেৰিজ শ্বেলী, আৰ্নল্ড, এডগাৰ এলেনপো, টলষ্টয়, ক্ৰোচে, ফ্ৰয়দ, ইলিয়ট, জাঁপল ছাৰ্ট্ৰে, কেমু আদিয়ে কলা-সাহিত্যৰ বিশ্লেষণ কিদৰে কৰিছে তাৰ আভাস গ্ৰন্থখনিত সুন্দৰভাৱে পৰ্য্যালোচনা কৰা হৈছে। প্ৰাচ্য নন্দনতাত্ত্বিক সকলৰ ভিতৰত ভৰত,

শ্ৰীশঙ্কুক, ভট্টনায়ক, অভিনৱগুপ্ত, বামন, ভামহ, দণ্ডী, বিশ্বনাথ, আনন্দবৰ্দ্ধন, মন্মথ ভট্ট আদিয়ে সাহিত্যৰ ক্ষেত্ৰত গুণ, ৰীতি, ধ্বনি, অলঙ্কাৰ ৰস আদি প্ৰয়োগৰ প্ৰয়োজনীয়তাৰ দিশত স্ব-অভিমত কিদৰে দাঙি ধৰিছে তাৰ আভাসো গ্ৰন্থখনিৰ অন্যতম আকৰ্ষণ। দ্বাদশ অধ্যায়ত প্ৰাচ্য-প্ৰাশ্চাত্য পণ্ডিত সকলৰ মত-অভিমতৰ তুলনা দাঙি ধৰা হৈছে। নন্দনতত্ত্বৰ দৰে গভীৰ আৰু জটিল বিষয়বস্তুৰ উপস্থাপন কৰোঁতে প্ৰবন্ধকাৰে যথাসম্ভৱ সৰল, প্ৰাঞ্জল ভাষা প্ৰয়োগকৰিবলৈ চেষ্টা কৰিছে দৰ্শনৰ গভীৰ জ্ঞান নাথাকিলে নন্দনতত্ত্বৰ আলোচনা ইমান সূক্ষ্মভাবে কৰা সম্ভৱ নহয়। প্ৰকৃতাৰ্থত ইংৰাজী সাহিত্য, সংস্কৃত সাহিত্য আৰু দৰ্শন এই তিনিওৰে প্ৰতি থকা লেখকৰ অনুসন্ধিৎসু মন আৰু জ্ঞানৰ অপূৰ্ব্ব সংমিশ্ৰণ ঘটিছে এই গ্ৰন্থ খনিত। প্ৰতিভা, প্ৰজ্ঞা আৰু অনুশীলনৰ অপূৰ্ব নিদৰ্শন 'নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য' গ্ৰন্থখনি।

প্ৰবন্ধকাৰৰূপে ত্ৰৈলোক্যনাথ গোস্বামীৰ স্থান অসমীয়া প্ৰবন্ধ-সাহিত্যৰ বুৰঞ্জীত নিঃসন্দেহে একক আৰু অনন্য। সমালোচনা মূলক প্ৰবন্ধৰ উপৰিও যিখিনি মৌলিক প্ৰবন্ধ তেখেতে ৰচনা কৰিলে, এই সকলো প্ৰবন্ধই অসমীয়া প্ৰবন্ধ সাহিত্যক ভাৰতীয় সাহিত্যৰ লগত পৰিচয় কৰাৰ লগে লগে বিশ্ব সাহিত্যৰ লগতো পৰিচয় কৰি অসমীয়া সাহিত্যক চহকী কৰিলে। সাহিত্যত প্ৰাচীন আৰু আধুনিক এই দুয়োৰে সমন্বয়ৰ প্ৰতি আগ্ৰহী আজীৱন ক'লা-সাহিত্যৰ সাধক গোস্বামীৰ প্ৰবন্ধাৱলীৰ মাজেৰে সাহিত্যৰ সত্য নিয়তভাবে প্ৰতিভাত হৈছে। □



ছু.　গাল্পিক ত্রৈলোক্যনাথ গোস্বামী

# গোস্বামীৰ গল্পত এভুমুকি

## শ্ৰীচানাৰাম কলিতা

আৱাহন যুগৰ প্ৰথিতযশা গল্পকাৰ ত্ৰৈলোক্যনাথ গোস্বামীৰ আৱাহন কাকতৰ উপৰিও তেখেতৰ সাময়িক বিভিন্ন আলোচনীত ভালেমান গল্প প্ৰকাশ হৈছিল। অকণা, মৰীচিকা, জীয়াজুই, শিল্পীৰ জন্ম আদি তেখেতৰ বিশিষ্ট গল্প সংকলন।

গোস্বামীদেৱৰ প্ৰথম গল্প পুথি অকণাৰ অন্তৰ্গত 'অকণা' শীৰ্ষক গল্পত লেখকে মৃতা প্ৰেয়সী অকণাক পাহৰি নকৈ বিয়া কৰালে যদিও ৰাতি নিৰ্জন অৱস্থাত তেওঁক কৈ গ'ল 'কৈফিয়ৎ দিব লাগিব'। ই লেখকৰ প্ৰথম গল্প যেন লাগে, কাজেই গল্পটিত চেঙেলীয়া মনৰ ভাবোচ্ছ্বাসৰ প্ৰতিধ্বনি প্ৰকাশ পাইছে। অঘৰী ৰতনী গল্পত ৰতনীয়ে ভিক্ষাৰী জীৱনত পোৱা অনাদৰ-অৱহেলা আদি মন চুই যোৱাকৈ বৰ্ণনা কৰিছে। বাস্তৱতাৰ ভেঁটিত ৰচিত ই এটা বৰ্ণনাত্মক গল্প। গল্পটোৰ পটভূমি হৈছে গুৱাহাটী চহৰ। গুৱাহাটীৰ বাটে-পথে দোকানে-পোহাৰে তথা বাসভৱনৰ দুৱাৰে-দুৱাৰে নানা লাঞ্ছনা গঞ্জনা সহ্য কৰি এটি পইচা বা এমুঠি চাউলৰ বাবে ঘূৰি ফুৰা ভিক্ষাৰীৰ জীৱন্ত চৰিত্ৰৰ যোগেদি সমাজ-জীৱনৰ চিত্ৰ প্ৰতিফলিত হৈছে। গল্পটোৰ প্ৰকাশভংগী মনোৰম। ভাষাৰ জটিলতা নাই, সহজ-সৰল ভাষাৰে গল্পটোৰ আৰম্ভণীৰেপৰা পৰিণতিলৈ আগুৱাই নিব পাৰিছে। কাহিনীভাগ সদায় চকুৰ আগত দেখি থকা ঘটনা হোৱাৰ বাবে পাঠকক আনন্দ দান কৰিব পাৰিছে। পিতৃ-পৰিচয়হীন ৰতনৰ মানসিক সংঘাতৰ ছবি সম্বলিত 'জাৰজ' এটা উল্লেখযোগ্য গল্প। উৎসাহী, কৰ্মপ্ৰাণ, পৰিশ্ৰমী ডেকা ৰতন। ৰতনৰ একেটাই মাথোন দুখ যে মানুহে তাক 'জাৰজ' বোলে। পিতৃ-পৰিচয় জানিবলৈ ৰতন বৰ আগ্ৰহী হৈ পৰে যদিও মাকক সি সেই কথা সুধিব নোৱাৰে। সাগৰৰ ঢৌ সাগৰতে মাৰ যোৱাৰ দৰে ৰতনৰ মনৰ বেদনা মনতে উপজি মনতে মাৰ যায়। লাজে-অপমানে ভাৰাক্ৰান্ত হৃদয় লৈ এদিনাখন ভোজৰপৰা সি নোখোৱা-নোবোৱাকৈয়ে ঘৰলৈ ঘূৰি আহিল। আহি দেখিলে, দেখি তবধ মানিলে। ঘৰত সোমাই ৰতনে হিয়াখিনি জিয়াখিনিকৈ কান্দি থকা মাকৰ ওচৰত ৰবীন্দ্ৰ কেৰাণীক বহি থকা দেখিলে। ৰতন ধৈৰ্যচ্যুত হৈ হাতুৰীৰে ৰবীন্দ্ৰ কেৰাণীক মাৰিবলৈ উদ্যত হ'ল। যেতিয়া মাকে— 'ৰতন ই পিতৃহত্যা' বুলি কৈ বাধা দিলে, তেতিয়া ৰতনৰ হাতৰ হাতুৰী সুলকি পৰিল আৰু অজানিতে নিগৰি ওলাল দুধাৰি তপত চকুলো। দৰাচলতে যি সমাজ প্ৰক্ৰিয়াই ৰতনৰ মাকৰ লেখীয়া মানুহক সীমাহীন দুৰ্ভাগ্যৰ পথলৈ ঠেলি দিছে, সেই সমাজ

ব্যৱস্থাৰ স্বৰূপ পৰিস্ফুট কৰাৰ প্ৰসংগত গল্পটো সাৰ্থক হৈছে। খুউব কম কথাৰ মাজেদি ৰতনৰ মানসিক সংঘাতৰ চিত্ৰপ্ৰকাশ কৰিব পৰাৰ জৰিয়তে গল্পকাৰ গোস্বামীৰ কৃতিত্ব প্ৰকাশ পাইছে। 'পিপিনী' গল্পৰ মাজেৰে গাঁৱলীয়া পিপিনী পখিলাৰ মনত নগৰীয়া বিলাস-সুখৰ মাদকতাৰ তুলনাত শুকান তাঁতশালৰ বুকু উদঙাই ওলাই অহা বিহা মেখেলাৰ বাবে ৰহনীয়া ফুলৰ মাজেদি জিলিকি থকা সৃষ্টিৰ আনন্দ অধিক লোভনীয়। 'শিল্পী'ত ত্যাগ আৰু আদৰ্শৰ প্ৰতীক স্বৰূপ শিল্পী কমলে বাস্তৱতাৰ প্ৰতি উদাসীন হোৱা নাই সঁচা কিন্তু বিভিন্ন প্ৰসংগত স্তম্ভিত নোহোৱাকৈও থকা নাই। 'মুক্তি'ত পলায়নবাদী মনোবৃত্তিৰ পৰিচয় পোৱা যায়। যুক্তি আৰু অনুভূতিৰ দ্বন্দ্ব ফুটি উঠিছে পৰাজয় গল্পত। অধ্যাপকৰ প্ৰৱল অনুভূতিৰে সিক্ত মানস পটত মৃতপ্ৰায় বৃদ্ধ আৰু নিজৰ পত্নীয়েও নতুন ৰূপত দৃষ্টিগোচৰ হৈছে। 'অপৰাধৰ দাম' গল্পত শান্তিৰ সাহসিকতা আৰু প্ৰণয়ৰ গভীৰতাৰ লগে লগে প্ৰেমিকৰ অন্তৰত জাগি উঠা ক্ষন্তেকীয়া তৃপ্তিৰ বৰ্ণনা ৰসপূৰ্ণ। কিন্তু এই তৃপ্তিয়ে পিছলৈ নায়কৰ মনোৰাজ্য দখল কৰিব পৰা নাই। সন্দেহৰ বিষাক্ত কীটে তেওঁৰ অন্তৰৰ শান্তি কুৰুকি কুৰুকি খাইছে। উপন্যাস উপন্যাস লগা এই গল্পটি মৰ্মস্পৰ্শী। 'পূজাৰ আয়োজন'ত কন্দৰ্প বৰুৱাৰ চকুৰ আগত ভাঁহি উঠিছে দুখন চিত্ৰ— এখন চাকৰি, আনখন কেঁচুৱা। নিম্ন মধ্যবিত্ত শিক্ষক শ্ৰেণীৰ সামাজিক আৰু অৰ্থনৈতিক জীৱনৰ ই হুবহু প্ৰতিচ্ছবি। অৰ্থনৈতিক নিৰ্যাতনৰ তাড়নাত বৰুৱাৰ চকুত কেঁচুৱা হৈ পৰিল অতিকৈ নগণ্য। পঠা ছাগলীৰ মঙহেৰে বৰুৱা মাষ্টৰে ডেপুটি ইনস্পেক্টৰক পূজি সন্তুষ্ট কৰি চাকৰিটো বজাই ৰাখিলে যদিও, সেই ৰাতি পূজাৰ পৰতে মাষ্টৰৰ ল'ৰাটো মৰি থাকিল চিকিৎসাৰ অভাৱত। গল্পটোৰ পৰিণতি কৰুণ। 'দৰিদ্ৰৰ বিননি' গল্পত সমাজৰ দুই শ্ৰেণীলোকৰ ছবি পোৱা যায়— একশ্ৰেণী হৈছে : দয়া-মমতা-মনুষ্যত্বহীন আৰু আন শ্ৰেণী সহানুভূতিশীল। গল্পৰ ৰাজখোৱা ধনী, শোষক, মায়ামমতাহীন আৰু বুঢ়া মানুহজন ধৈৰ্য, সাহস আৰু আদৰ্শৰ জ্বলন্ত প্ৰতীক। 'প্ৰতিক্ৰিয়া' গল্পটিৰ মাজেদি ৰক্ষণশীল সমাজৰ বাস্তৱচিত্ৰ প্ৰকাশ পাইছে। সমাজৰ ঘৃণাৰ পাত্ৰ ৰঞ্জনৰ শৱদেহ সংকাৰ কৰিবলৈ গৈ ডেকা এজনে চাৰিবছৰ কিদৰে সমাজৰ নিপীড়ন সহ্য কৰিব লগা হৈছিল তাৰ বাস্তৱ চিত্ৰণ ইয়াত প্ৰকাশ পাইছে। অন্ধতা তথা গোড়ামিৰে ভৰা গাঁৱলীয়া সমাজৰ ই এখন বাস্তৱ চিত্ৰ। 'অজ্ঞাতবাস' গোস্বামীদেৱৰ এক সাৰ্থক সৃষ্টি। দৰাচলতে থানেশ্বৰ পণ্ডিতৰ একো অপৰাধেই নাছিল—মাত্ৰ তেওঁ শিক্ষক হিচাপে ধনীৰাম মেলকীৰ ল'ৰাৰ গাত হাত দিছিল। ফলত ঘৰৰপৰা প্ৰায় পঁচিশ মাইল দূৰৈৰ এখন স্কুললৈ বদলি হৈ তেওঁ অজ্ঞাতবাস খাটিব লগা হৈছিল। গল্পটিত নেতৃস্থানীয় ডা-ডাঙৰীয়াৰপৰা গাঁৱৰ সাধাৰণ মুখিয়াল মানুহলৈকে সকলোৰে অন্তৰত ক্ষমতা লোভৰ খক্ প্ৰকট হৈ উঠিছে।

'মৰীচিকা' গল্পটো মূলতঃ এটা প্ৰেমৰ গল্প যদিও এই গল্পত নায়কৰ প্ৰেমকে অকল ব্যংগ্য কৰা নাই, নাৰী চৰিত্ৰৰ জটিলতা প্ৰেমে আৰু জটিল কৰাৰ বিশ্লেষণো ইয়াত আছে। গল্পৰ শেষত বুঢ়া শইকীয়াই কোৱা—'ডাক্তৰ বোপা, চাইচিতি খোজ দিব লাগে, তোমাৰ দৰে জনা বুজা মানুহ পিচলিব লাগিলে আনে নাইঁহিবনে ? 'কণ্ট্ৰোলৰ চেনি'ত দেখিবলৈ পাওঁ মাণিকচন্দ্ৰ মহাজনে চেনিৰ চোৰাং কাৰবাৰ কৰি গাঁৱৰ ডেকা ল'ৰাইতক চলাহি দি সাৰি যোৱাৰ চিত্ৰ। ইয়াত 'এক বৰাই ধান খায়, এক বৰাই হান খায়'-ৰ দৰে চেনি কিনোতা গ্ৰাহক মনাইৰ বদনাম আৰু চোৰাং ব্যৱসায়ী মহাজনৰ টেঙৰালিৰ বৰ্ণনা পোৱা যায়। গোস্বামীদেৱৰ আন এটি গল্প 'ৰক্তবীজ'ত সন্তানৱতী বিধবা পমিলাক সঞ্জয়ে যাতে গ্ৰহণ কৰে তাৰবাবে গোটেই সমাজে হেঁচা দিছে। সঞ্জয়ৰ পশু শক্তি জনশক্তিৰ ওচৰত পৰাভূত হৈছে। 'পতিত আৰু পতিতা' গল্পত খাউণ্ডৰ বিধবা বোৱাৰী জাহ্নৱী আৰু পূজাৰী উভয়ে সমাজৰদ্বাৰা অযথা লাঞ্ছিত হৈ শেষত উভয়ে উভয়ক স্বামী-স্ত্ৰী ৰূপে গ্ৰহণ কৰিছে। বিধবা বিবাহৰ প্ৰচলনৰ উদ্দেশ্য আগত ৰাখি পূজাৰীয়ে বিধবা বিয়া কৰোৱা দেখুৱা হৈছে। গল্পটি নিৰ্যাতিতা যুৱতী বিধবাৰ মূক বেদনাৰ মূৰ্ত প্ৰকাশ। গোস্বামীদেৱৰ 'বিধবা' গল্পটো অসমীয়া সাহিত্যৰ এক উল্লেখযোগ্য সৃষ্টি। প্ৰমিলাক বিপদৰপৰা উদ্ধাৰ কৰিবলৈ গৈ আদৰ্শ যুৱক যোগেনে দেখুৱা আদৰ্শ, কু-সংস্কাৰাচ্ছন্ন মণ্ডলৰ লগত হোৱা সংঘাত, সমাজত সদা-সৰ্বদা ঘটি থকা ঘটনাৰ বাস্তৱ চিত্ৰ। ইয়াত গাঁৱলীয়া ৰক্ষণশীল সমাজৰ নিষ্ঠুৰ মনোবৃত্তি প্ৰকাশ পাইছে। 'প্ৰতিধ্বনি' গল্পত প্ৰকাশ পাইছে টকাৰ মৰীচিকাত আত্মবিস্মৃত ঠিকাদাৰৰ প্ৰায়শ্চিত্তৰ ছবি। 'বোৱাৰীৰ পৰাজয়' আৰু 'তীৰ্থকৰ প্ৰতিজ্ঞা' গল্পত গাঁৱলীয়া সমাজৰ খুতি-নাতিৰ চিত্ৰ ; 'লপীয়া তৰা' আৰু 'খানা মেৰামাভ'ত সমাজৰ ব্যংগ্যাত্মক চিত্ৰৰ আভাস পোৱা যায়। আকৌ 'প্ৰতিধ্বনি' গল্পত ৰাজৰতন ঠিকাদাৰে যুদ্ধৰ দিনত ঠিকা কৰি পৰ্যাপ্ত পৰিমাণে ধন ঘটিছিল, ৰং-ৰহইচ কৰিবৰ বাবে এদিন ঘৰলৈ ডেওঁ এজনী যুৱতী আনিলে। অন্যায় কাৰবাৰত সহায় কৰা ডেকা কৰ্মচাৰী শম্ভুনাথৰ সৈতে জীয়েক ৰূপহীক বিয়া দিবলৈ ঠিৰাং কৰিলে ; কিন্তু পিছত এদিনাখন কামনা-বাসনা সংগিনী সেই যুৱতীক লৈ পলাই পতং মাৰিলে। 'প্ৰায়শ্চিত্ত' গল্পটোত নায়কে দুটি নাৰী চৰিত্ৰৰ দোমোজাত নিজৰে ভাৰসাম্য থিৰেৰে ৰাখিব পৰা নাই। যৌৱনৰ সমস্ত মৰম-স্নেহ, ভালপোৱা ফুলৰ ওচৰত অৰ্পণ কৰিছিল যদিও বৈবাহিক জীৱনত সৰলাৰ আগমনীত নায়কৰ জীৱন অসহনীয় হৈ পৰিল। বিবাহিতা পত্নীৰ ওচৰত নিজকে অপৰাধী যেন লাগিল। শেষত, অনুতাপত দগ্ধ হৈ নায়কে পত্নী সৰলাৰ ওচৰত পৰাজয় স্বীকাৰ কৰিছে। মহীয়সী সৰলাই সকলো কথাকে সহজভাৱে গ্ৰহণ কৰি স্বামীৰ বুকুত মূৰ গুজি কৈছে—

'তথাপি আপুনি মোৰ স্বামী'। গল্পটোত সন্নিৱিষ্ট ঘটনা কিছু পৰিমাণে বিক্ষিপ্ত। ঘটনা প্ৰৱাহৰ লগে লগে নায়কৰ মানসিক সংঘাতৰ গভীৰতাও প্ৰকাশ পাইছে।

অস্কাৰ অৱাইল্ডৰ ছাঁ লৈ লিখা 'সুখী ৰাজকুমাৰ' গল্পটি সাধুকথাৰ ঠাঁচত ৰচিত ব্যংগ্যাত্মক কৰুণ গল্প। পৰম্পৰাগত ৰীতিৰ মাজেদি ইয়াত ৰাজসত্তাৰদ্বাৰা ঘোষিত সুখ-স্বাচ্ছন্দ্যৰ অন্তৰালত লেখকে পাঠকক দিছে প্ৰজাৰ দাৰিদ্ৰ্য আৰু মানুহৰ দুখত জৰ্জৰিত হোৱা বিষণ্ণ প্ৰাণ।

'দুটকীয়া নোট' গল্পটোত সন্ত্ৰৰ গোঁসাইজনা আৰু আলধৰা ভদীয়াৰ সততাৰ বিপৰীতে তেওঁ সমাজৰ ঠগ প্ৰৱঞ্চকবোৰৰ ভণ্ডামিৰ বাস্তৱ ছবি এখন দাঙি ধৰিছে। দিনে চাৰিটকাকৈ দৰমহা পোৱাৰ গভীৰ প্ৰত্যয় বুকুত বান্ধি গোঁসাইৰ লগত যাবলৈ সন্মত হোৱা ভদীয়াক শিষ্যৰ ঘৰত মাননি স্বৰূপে পোৱা দুটকীয়া নোটখন দি দিয়াত ভদীয়াই আপত্তি কৰিলে—'আপোনালৈ থাকিল কি জগন্নাথ? মিনতিৰ সুৰত ক'লে—'আপোনালৈকে। এটকা ৰাখক জগন্নাথ। আটাইখিনি নিলে মোক পাপে চুব।' ভদীয়াৰ আপত্তিৰ ওপৰত গোঁসায়ে কোৱা—'কিহৰ পাপ অ' ভদীয়া? অনাচাৰ অবিচাৰতহে পাপ নাই। অথচ তোৰ ন্যায্য দাবীত পাপ। তোৰ থাকিবলৈ খাবলৈ অধিকাৰ আছে; লৈ যা মুখ। সমাজৰ ওপৰত ভূমিকম্পৰ জোকাৰণি পৰিছে। মৰো তাৰ ওপৰত ধুমুহা বোৱাই দিম। অন্নহীন গুৰু, অন্নহীন শিষ্য, দুয়োৰে একেই স্বাৰ্থ। দুয়ো খাবই লাগিব, জীয়াই থাকিবৰ উপায় পাবই লাগিব—' কথাকেইষাৰ যেনিবা তেওঁৰ বিবেকৰহে দুৰ্বোৰ প্ৰতিবাদ। ইয়াত সমাজৰ সোপাটিলা বন্ধন চুৰমাৰ কৰি গোঁসায়ে নিজৰ ব্যক্তিত্বৰ যুক্তি বিচৰা দৃঢ়তাৰ পৰিপ্ৰেক্ষিতত ভদীয়াৰ প্ৰাচীন সংস্কাৰৰ ওপৰত থকা অটল বিশ্বাস উপাহাসৰ বাহিৰে আন একো নহয়।

গোস্বামীদেৱৰ বিশিষ্ট গল্প প্ৰতিভাৰ স্বাক্ষৰ হৈছে 'গৰমকোট' গল্পটো। শিক্ষকৰ দাৰিদ্ৰ্য পীড়িত জীৱনৰ অন্তৰালত কাৰুণ্য আৰু সৰলতা বিৰাজ কৰা দেখা যায়। গভীৰ মানৱীয় সহানুভূতি, বিদ্ৰোহী মন, সূক্ষ্ম ব্যংগ্য, সহানুভূতিশীল চৰিত্ৰ চিত্ৰণ সংযত আবেগে গল্পটিক হৃদয়স্পৰ্শী কৰি তুলিছে। গল্পটোৰ নায়ক শিক্ষক ৰমেন বৰুৱা নিৰ্বিবাদে এজন গুণী মানুহ, কাজেই মন্ত্ৰীয়েও তেওঁক সমীহ কৰি চলে। শিক্ষক ৰমেন বৰুৱা আদৰ্শবাদী; সেয়েহে মুখৰ কথাতে আনক লাখ টকাৰ ঠিকাৰ যোগাৰ কৰি দিবও পাৰে আৰু দিয়েও, কিন্তু তেনেহেন ব্যক্তি এজনৰ দাৰিদ্ৰতা কিয়? তথাপি তেনে এজন মানুহেও ঠিকাদাৰ সদানন্দ হাজৰিকাক ঠিকা যোগাৰ কৰি দিয়াৰ পুৰস্কাৰ স্বৰূপে ললে এটা গৰম কোট। সদানন্দ হাজৰিকাই কোৱা 'বুজিছে মাষ্টৰ বাবু, মই এক কথাৰ মানুহ। মৰিব পাৰোঁ—তথাপি জবান এৰিব নোৱাৰোঁ—' বুলি চলাহী কথা কোৱা লোভ আৰু অশুভ শক্তিৰ প্ৰতীক এয়া সদানন্দ হাজৰিকা। শিক্ষক ৰমেন

বৰুৱাৰ দুৰ্বল আদৰ্শবাদ—'ভোট নহয় অ'—পুৰস্কাৰ। তইতে একো নুবুজ দেখিছোঁ—' এইদৰে তেওঁ কৰ নোৱৰাকৈয়ে অসতৰ লগত আপোচ কৰিলে—যাৰ ফলত তেওঁৰ আদৰ্শৰ মৃত্যু ঘটিল। কিন্তু পুতেক কণকৰ সৎসাহস আৰু বলিষ্ঠ প্ৰতিবাদ কেনে চাওঁক -'দেউতা আপুনি এতিয়াই এই কোট-টো ওভোতাই দিয়ক গৈ। ইমান দিনে আপোনাৰ কোট নোহোৱাকৈ চলিছে আজিও চলিব, দগাবাজ লম্পটে আন উপায় নাপাই শেষত এই অস্ত্ৰ প্ৰয়োগ কৰিছে। আমি ডেকাদলে অনাচাৰ অত্যাচাৰ ধ্বংস-কৰিবলৈ ওলাইছোঁ নতুন দেশ গঢ়াৰ কল্পনা কৰিছোঁ।' গল্পটো যুক্তিপূৰ্ণ আদৰ্শ বাদেৰে ঋদ্ধ।

এনেকৈ দেখা যায়—গোস্বামীদেৱৰ গল্পত সমাজৰ দুখ-দৈন্য, অনাচাৰ-অবিচাৰৰ বুকুত নিস্পেষিত স্ত্ৰী-পুৰুষৰ চৰিত্ৰ চিত্ৰিত হৈছে। নিৰ্যাতিত-নিপীড়িত, অনাদৃত-অবহেলিত, মৰম আকলুৱা লোকৰ প্ৰতি তেখেতৰ সহানুভূতি দেখা যায়—অধিকাংশ গল্পতে অৰ্থনৈতিক শোষণ আৰু সামাজিক অন্যায় চিত্ৰিত হৈছে অত্যাচাৰৰ ছবি। নিষ্পেষণ, অন্ধ সমাজ ব্যৱস্থা, সমাজৰ অন্ধ গোড়ামী, ক্ষমতাৰ অপপ্ৰয়োগ, আদিৰ বিৰুদ্ধে প্ৰতিবাদ ধ্বনিত হোৱা দেখা যায়। তদুপৰি গল্পবাজিৰ মাজেদি সামন্ত যুগীয় সমাজৰ গ্ৰহণীয় আৰু নিন্দনীয় প্ৰমূল্যসমূহ ফুটি উঠিছে। ন-বুৰ্জোৱা সমাজৰ ধনতান্ত্ৰিক বিকৃতি আৰু অন্যায় অসমতাৰ প্ৰতিও বীতৰাগৰ ভাব কোনো গল্পত প্ৰকাশ পাইছে। সমাজৰ বিভিন্ন স্তৰৰ মানুহ, বিভিন্ন সমাজব্যৱস্থা আদিৰ বাস্তৱচিত্ৰ গল্পবাজিৰ মাজেদি মূৰ্তিমন্ত হৈ উঠিছে। নিৰ্যাতন, নিপীড়নৰে পীড়িত আৰু অভাৱ অনাটনৰে জৰ্জৰিত চৰিত্ৰৰ কাৰ্যকলাপৰ মাজেদিও মানৱীয় মহত্ত্ব আৰু প্ৰমূল্য ফুটাই তুলিবলৈ কৰা যত্ন নিশ্চিতভাৱে প্ৰশংসনীয়। নিৰ্যাতনে চেপি খুন্দি গুৰি কৰিব খোজা শক্তিৰ তাড়নাতে যে কথা আৰু কামৰ মাজেদি বলিষ্ঠ মনৰ চিনাকি দিব পাৰি তাৰ আভাসও গল্পবাজিৰ মাজত দেখিবলৈ পোৱা যায়। বাক্‌সংযম গল্পবোৰৰ বিশেষ বৈশিষ্ট্য। গল্প বাবত অনাৱশ্যক কথা এৰি মূল বিষয়বস্তুৰ ওপৰত গুৰুত্ব আৰোপ কৰা দেখা যায়। কাৰুণ্য মিশ্ৰিত ব্যংগ্য প্ৰলেমান গল্পত পৰিস্ফুট হৈ উঠিছে। মুঠতে, গল্পবাজিৰ মাজেদি আদৰ্শবাদী ত্ৰৈলোক্যনাথ গোস্বামী মানুহজনৰ ব্যক্তিসত্তা বাঙ্ময় হৈ উঠা দেখা যায়।।

# গোস্বামীৰ গল্পত সমাজৰ প্ৰভাৱ

## ডক্টৰ পৰাগকুমাৰ ভট্টাচাৰ্য্য

আধুনিক শিক্ষাৰ প্ৰসাৰ, ন ন চিন্তাধাৰাৰ উন্মেষ শিল্প বিপ্লৱ তথা ৰাজনৈতিক আৰু অৰ্থনৈতিক ব্যৱস্থাৰ ৰূপান্তৰৰ ভেটিত মানৱ সমাজৰ যি অন্তহীন জটিল বিন্যাস আৰম্ভ হল তাৰ পটভূমিতেই জন্ম হ'ল আধুনিক চুটিগল্পৰ। বিংশ শতাব্দীৰ ভাৰতত সাম্ৰাজ্যবাদী সভ্যতাৰ বুকুত প্ৰথম মহাসমৰৰ প্ৰতিক্ৰিয়া অনুভূত হ'ল। যুদ্ধৰ অব্যৱহিত পৰৱৰ্তী কালত সাম্ৰাজ্যবাদীৰ অধিকৃত দেশত অৰ্থনৈতিক সংকটৰ মাজত মূৰ্ত হৈ উঠিল সামাজিক ব্যভিচাৰ, অন্যায়, অত্যাচাৰ আৰু শোষণ। ইতিমধ্যে শাসকসকলৰ ছলনা, মিথ্যাচাৰে জনসাধাৰণৰ মন বিক্ষুব্ধ কৰি তুলিছিল। ৰাজনৈতিক আন্দোলনৰ প্ৰখৰতাৰে প্ৰদৰ্শিত হব ধৰিলে জনসাধাৰণৰ মুক্তিস্পৃহা। শাসকৰ সোহাত হৈ শোষণৰ বাঘজাল ভৰা মহাজন, কানি বেপাৰী, ঠিকাদাৰ আদিৰপৰাও সমাজক ৰক্ষা কৰাৰ বাবে আৰম্ভ হ'ল সামাজিক বিপ্লৱ। এই সময়তে বিশ্বৰ ইতিহাসত এক নতুন অধ্যায় সংযোজিত কৰিলে ৰুছ বিপ্লৱৰ সাফল্যই। জনসাধাৰণৰ উত্থানে যে শোষণৰ বাঘজাল ভৰা শাসক শক্তিক ছিন্নমূল কৰিব পাৰে তাৰেই দৃষ্টান্ত দাঙি ধৰিলে এই বিপ্লৱে। সংগ্ৰামী শিল্পী-সাহিত্যিক সকলোৰে মানসত ইয়ে যোগালে নতুন প্ৰেৰণা।

অসমীয়া সাহিত্যৰ 'আৱাহন' যুগৰ গল্প সাহিত্যৰ পটভূমি নিৰ্মাণ কৰিলে এই প্ৰভাৱসমূহে। সেয়ে এই যুগৰ উৎকৃষ্ট সৃষ্টি চুটিগল্পসমূহে পূৰ্বৰ চুটিগল্প সমূহতকৈ নিজৰ উৎকৰ্ষতা আৰু স্বকীয়তা প্ৰতিপন্ন কৰিলে তাৰ বিষয়বস্তু আৰু আংগিকৰ দিশত। ৰোমাণ্টিক আবেশৰ ঢৌত বিলীয়মান সাহিত্যজগতত উদ্ভাষিত হ'ল নতুন বাস্তৱবোধ। ৰোমাণ্টিক ভাবোচ্ছ্বাসৰ কাষে কাষে বিৰাজ কৰিলে সামাজিক বাস্তৱতাই। সমাজ-জীৱন সম্পৰ্কে ইতিমধ্যে ন ন চিন্তাধাৰাৰ সূত্ৰপাত হৈছিল আৰু তাৰ ৰেঙনি বিশ্ব সাহিত্যৰ বুকুত উদ্ভাষি উঠিছিল। মানুহৰ মুক্তি চেতনাক সমাদৰ জনাইছিল গল্প আৰু উপন্যাস সাহিত্যই। মানুহৰ মনোজগতৰ গোপন খবৰো লাহে লাহে পোহৰলৈ আহিছিল ফ্ৰয়েদৰ মনোস্তাত্ত্বিক বিশ্লেষণৰ যোগেদি। ইয়াৰ প্ৰভাৱেও সাহিত্যক বেছি বাস্তৱধৰ্মী কৰি তুলিলে।

এই নতুন সাহিত্যিক বীক্ষাৰে আধুনিক শিক্ষাৰে শিক্ষিত আৱাহন যুগৰ গল্পকাৰ সকলৰ বিশেষ পৰিচয় ঘটে। সেয়ে এই যুগৰ গল্প সাহিত্য সমাজ জীৱনৰ বাস্তৱ ছবিৰে প্ৰোজ্জ্বল হৈ পৰাৰ লগে লগে পুৰণি ৰক্ষণশীলতাৰ প্ৰতি বিদ্ৰোহেৰে সৰৱ হৈ পৰিল।

এই প্ৰসংগত ত্ৰৈলোক্যনাথ গোস্বামীদেৱে কৈছে "বাঁহী আৰু চেতনাৰ আপেক্ষিক ৰক্ষণশীল সুৰৰ তুলনাত আৱাহনৰ গল্পৰ মাজেদি বাজি উঠিছে মুক্তিৰ উন্মাদনা,কল্পনাৰ স্বতন্ত্ৰতা। সমাজৰ তাড়নাত নিভৃততম কোণত লুকাই থকা অনেক ভাবে গল্পৰ মাজেদি "জিলিকি উঠা সংস্কাৰৰ উৰুলি যাবধৰা অসংখ্য প্ৰাচীৰৰ ভগ্নাৱশেষ দেখুৱাই দিছে।"
[ *আধুনিক গল্প সাহিত্য,* পৃ ১৫৪ ]

সমালোচক ত্ৰৈলোক্যনাথ গোস্বামী আৱাহন যুগৰ এগৰাকী উল্লেখযোগ্য গল্পকাৰেই নহয় এই যুগ বৈশিষ্টৰ তেওঁ সাৰ্থক প্ৰকাশকো। ৰোমাণ্টিক চেতনাৰে ঋদ্ধ আছিল আৱাহন যুগৰ কবিতাৰাজি। সেই ৰোমাণ্টিক প্ৰেমেই আৱাহন যুগৰ গল্পৰো উপজীব্য আছিল। কিন্তু তাৰ মাজতে হলিৰাম ডেকা, লক্ষ্মীধৰ শৰ্মা, মহীচন্দ্ৰ বৰা আৰু ত্ৰৈলোক্যনাথ গোস্বামীৰ গল্পসমূহ আছিল ব্যতিক্ৰম। এওঁলোকৰ গল্পত মুখ্যভাৱে প্ৰকাশ পাইছিল সামাজিক চেতনা। এইসকলৰ মাজত লক্ষ্মীধৰ শৰ্মাই প্ৰদৰ্শন কৰা বৈপ্লৱিক চেতনা দৰাচলতে অনুপম। লক্ষ্মীধৰ শৰ্মাৰ নিচিনাকৈ গোস্বামীৰো আছিল এক বিদ্ৰোহীমন। তেওঁৰ পূৰ্ববৰ্তী গল্প স্ৰষ্টা শৰৎচন্দ্ৰ গোস্বামীৰ দৰে অদৃষ্টৰ ওচৰত হাৰ নামানি সমাজ-জীৱনৰ গ্লানি আঁতৰাবলৈ তেওঁ বিদ্ৰোহৰ ধ্বনি তুলিব খুজিছিল। অৱশ্যে বিদ্ৰোহৰ নামত মানবতাবাদী চেতনাহে তেওঁৰ গল্পত প্ৰোজ্জ্বল হৈ পৰিছিল। সময়ে সময়ে মৃদু আৰু নম্ৰ ব্যংগ্যৰ কশাঘাতেৰেও তেওঁ স্পৰ্শ কৰিছে দুৰ্বল সমাজ ব্যৱস্থা তথা ব্যক্তিৰ কপটাচাৰক। তেওঁ এজন পৰিপূৰ্ণ অৰ্থত বাস্তৱবাদী লিখক আছিল। সমাজৰ আগত দেখা দিয়া সমস্যাৰ বাস্তৱ সমাধানৰ পন্থাও তেওঁ বিচাৰিছিল। পুথিগত বিদ্যা বা ভাব কল্পনাৰ মাজত ডুবাই ৰখাৰ পৰিবৰ্তে তেওঁ জাগ্ৰত কৰিব বিচাৰিছিল পাঠক হৃদয়ত বাস্তৱ সমাধানৰ ইংগিত। ভৱিষ্যতৰ প্ৰতিও আছিল তেওঁৰ এক আশাব্যঞ্জক দৃষ্টিভংগী সেয়ে তেওঁ নতুন যুগৰ আগমনক অধীৰ আগ্ৰহেৰে অপেক্ষা কৰিছিল।

ত্ৰৈলোক্যনাথ গোস্বামীৰ গল্পত তেওঁৰ সময়ৰ সামাজিক দ্বন্দ্বৰ প্ৰভাৱ আছে। অৱশ্যে তেওঁ শ্ৰেণী দ্বন্দ্বতকৈ ব্যক্তিৰ সতে সামাজিক দ্বন্দ্বৰ চিত্ৰহে ফুটাই তুলিছে। প্ৰাচীন সংস্কাৰ আৰু নতুন মুক্তি চেতনাৰ মাজত চলা সংগ্ৰামক তেওঁ স্পষ্ট কৰি তুলিছে। শ্ৰমিক-কৃষক তথা নিম্ন শ্ৰেণীৰ সমাজখনৰ তেওঁ বৰ বেছি ওচৰ চপা নাছিল, তেওঁ ঘনিষ্ঠভাৱে জড়িত আছিল তেওঁৰ চৌপাশৰ উচ্চবৰ্ণৰ সমাজ তথা মধ্যবিত্ত শ্ৰেণীৰ লগতহে। এই সমাজত থকা কলুষ-কালিমা ভেম-ভণ্ডামিৰ স্বৰূপ তেওঁ ভালদৰে বুজি পাইছিল। এইবোৰকে তেওঁ নিজ অভিজ্ঞতাৰ কষটি পাথৰত পৰীক্ষা কৰি গল্পত ফুটাই তুলিছে।

ত্ৰৈলোক্যনাথৰ গল্প সাধনাৰ সময় প্ৰাক্ স্বাধীনতা কাল। অৱশ্যে স্বৰাজোত্তৰ

কালতো দুই এটা গল্প তেওঁ লিখিছে যদিও বৰ্তমানৰ যুগ চেতনাক তেওঁ বিশ্বাসযোগ্য ৰূপত গল্পত অংকিত কৰিব পৰা নাই। দ্বিতীয় মহাযুদ্ধৰ আগে আগে তেওঁ বেছি ভাগ গল্প ৰচনা কৰিছিল। সেই সময়ৰ আৰ্থ-সামাজিক জীৱনৰ চিত্ৰ অস্পষ্টভাৱে প্ৰকাশ পাইছে তেওঁৰ দুই এটা গল্পত। সেই সময়ৰ সমাজত সৃষ্টি হোৱা অভাব-অনাটন, অৰ্থনৈতিক শোষণৰ স্বৰূপ তেওঁ ফুটাই তুলিবলৈ চেষ্টা কৰিছে। ৰাজনৈতিক আন্দোলনৰ ফলত সৃষ্টি হোৱা ব্যক্তি জীৱনৰ দুখ-দৈন্য, কানি ৰৰবিহৰ প্ৰচলনে ব্যক্তিক জীৱনলৈ কঢ়িয়াই অনা দাৰিদ্ৰ্যৰ ছবি আদি দুই এটা গল্পত দাঙি ধৰিছে। পৰাধীন দেশত বৃটিছ আশ্ৰিত মহাজন, আমোলা, ঠিকাদাৰ আদিৰ অৰ্থনৈতিক শোষণৰ স্বৰূপো তেওঁ ফুটাই তুলিছে। শিল্পৰ প্ৰসাৰে তাঁতশিল্পৰ ওপৰত কেনে মাধমাৰ শোধাইছিল তাৰ ইংগিত তেওঁ ৰবীন্দ্ৰনাথে তেওঁৰ 'পনৰক্ষা' গল্পত দিয়াৰ দৰে কতো দিবলৈ চেষ্টা কৰা নাই যদিও অসমৰ শিপিনীসকলৰ দুখ-দাৰিদ্ৰ্য আৰু সংগ্ৰামৰ চিত্ৰ তেওঁ গল্পত সন্নিবিষ্ট কৰিছে।

এই সামাজিক তথা অৰ্থনৈতিক অৱস্থাৰ পৰিপ্ৰেক্ষিতত সেই সময়ৰ সৰ্বহাৰা, নিম্ন মধ্যবিত্ত আৰু মধ্যবিত্তৰ মানসিক প্ৰতিক্ৰিয়াৰ মিশ্ৰ অনুভূতিও তেওঁ প্ৰদৰ্শন কৰিছে। অভাৱ-অনাটন আৰু শোষণত অতীষ্ঠ হৈ কেতিয়াবা কোনো চৰিত্ৰই আত্মহত্যা কৰিবলৈ ওলাইছে। 'দৰিদ্ৰৰ বিননি' গল্পত এসময়ত অসহযোগ আন্দোলনত নামি পংগু হৈ পৰা নায়কে ধনী মানুহৰ ওচৰত হাত পাতি সহায় নাপাই অৱশেষত আত্মহত্যাৰ সংকল্প লৈছে। কিন্তু এজন মানব দৰদী মানুহৰ সাহায্যত তেওঁ জীৱনত পুনৰ থিয় দিবলৈ চেষ্টা কৰিছে। "অধৰী ৰতনী"ত কিন্তু সৰ্বহাৰ, ৰতনীয়ে বুজি পাইছে সাপ এটাই তাইৰ সঞ্চিত খাদ্য নষ্ট কৰিছে বুলি। এই সাপটো তাই দুই হাতেৰে খামোচ মাৰি ধৰি কি শাস্তিৰে তাক মাৰিব তাকে চিন্তা কৰিছে। নোপোৱাৰ হাহাকাৰেৰে ক্ষুব্ধ তাইৰ হৃদয়ে শান্তি পাইছে সাপডাল হাকিমলৈ দলি মাৰি দি কিন্তু পিছ মুহূৰ্তত তাই হাকিমৰ গুলীত প্ৰাণ হেৰুৱাইছে।

মধ্যবিত্ত শ্ৰেণীয়ে আকৌ দাৰিদ্ৰ্যৰ পীড়নৰপৰা পীড়িতসকলক মুক্ত কৰাৰ সপোন দেখে 'দাচ কেপিটেল' পঢ়ি অথচ নিজ চকুৰ আগত অনাহাৰে মৰিব ওলোৱা ভেজ মণ্ডহৰ দৰিদ্ৰক ঘৰৰপৰা উলিয়াই দিয়ে। তাৰ মৃত্যুৰ ক্ষণত অৱশ্যে অধ্যাপকৰ চেতনা আহে। মানৱ প্ৰেমে হৃদয় আগুৰি ধৰে। সেয়ে তেওঁ চিন্তা কৰিছে "জানো নিয়তিৰ লগত যুঁজ কৰি কেতিয়া জয়ী হব নোৱাৰে, তথাপি চেষ্টা কৰিম। নিয়তিক বুজাই দিম এই জীৱন-মৰণৰ ৰণক্ষেত্ৰত এই হতভগা অকলশৰীয়া নহয়। তাকো সহায় কৰিবলৈ দুৰ্বল হলেও সৈনিক আছে।"

শোষণৰ পাকচক্ৰৰপৰা জনগণক ৰক্ষা কৰাৰ পৰিবৰ্তে শোষকৰ শোষণৰ হাতিয়াৰ হৈ মধ্যবিত্তই ভোগ কৰা যন্ত্ৰণা "এটা গৰম কোট" গল্পত ফুটি ওলাইছে। ইয়াত আদৰ্শবাদী শিক্ষক ৰমেন বৰুৱাই ঠিকাদাৰ সদানন্দ হাজৰিকাৰ ফুচলনিত ভোল গৈ তেওঁক যোগাৰ কৰি দি.ছ লাখটকীয়া ঠিকা। তাৰ বিনিময়ত পুৰস্কাৰ স্বৰূপে লাভ কৰিছে এটা গৰম কোট। বৰুৱাৰ বি.ৰকক জগাই দিছে তেওঁৰে পুতেক কনকে। কনকহঁতৰ দৰে ডেকা শক্তিয়ে সদানন্দ হাজৰিকাহঁতৰ ভণ্ডামি মষিমূৰ কৰাৰ সংকল্প লৈছে।

স্বৰাজোত্তৰ কালত ধূৰ্ত ৰাজনৈতিক নেতাৰ কপটাচাৰ আৰু চাৰিত্ৰিক ভ্ৰষ্টতাই সমাজ জীৱন কেনেদৰে কলুষিত কৰি পেলাইছে তাকো গোস্বামীয়ে লক্ষ্য কৰিছে। গল্প-বোৰত ব্যংগ্যৰ সুৰেৰে সমাজপতিসকলৰ কাৰ্যৰ সমালোচনা কৰাৰ লগতে তেওঁ আশা কৰিছে নতুন পুৰুষে এইবোৰৰ অৱসানেৰে এক নতুন যুগ আদৰি আনিব। 'যুযুধানৰ জন্ম' গল্পত বিনোদ নামৰ আদৰ্শবান মানুহজনে সত্তুৰৰ সন্তান গৰ্ভত ধাৰণ কৰা বিজয়াক পত্নী হিচাপে গ্ৰহণ কৰি আশা কৰিছে বিজয়াৰ সন্তানে এই দুষ্কৃতিৰ অৱসান ঘটাব। সেয়ে ক্ৰুদ্ধা বিজয়াক তেওঁ বুজাইছে। "অপেক্ষা কৰিব লাগিব। শক্তিক শক্তিৰেহে ওফোৰাব পাৰি। শিশুক শক্তিমান কৰি তোলা। সি পাৰিব। সি যে যুযুধান। ক্ৰুদ্ধা প্ৰতিহিংসা পৰায়ণা মাতৃৰ সন্তান।"

স্বাধীন দেশত ঠিকাদাৰ-মহাজনসকলৰ দুৰ্নীতিৰ বেহুত আবদ্ধ হৈ কেনেকৈ খাটি খোৱা মানুহ সৰ্বস্বান্ত হব লগা হৈছে তাকে দেখুৱাইছে "পানীমলৰ মৃত্যু" গল্পত। ঠিকাদাৰৰ ভুৱা বিলৰ কথা প্ৰকাশ কৰা অপৰাধত পানীমলে কাম হেৰুৱাই তিলে তিলে মৃত্যুৰ মুখলৈ আগবাঢ়ি যাব লগা হৈছে। পানীমলৰ মৃত্যুৰ পাছত পানীমলৰ নিঠৰুৱা ভতিজাকক ঠিকাদাৰৰ দেউতাকে আনি পোহপাল দি ডাঙৰ-দীঘল কৰিছে, হয়তো তেওঁ আশা কৰিছে এদিন সি ডাঙৰ হৈ পানীমলৰ দৰে মানুহবোৰক দুৰ্ভোগৰপৰা ৰক্ষা কৰিব।

মিত্ৰদেৱ মহন্তই তেওঁৰ চোপাশৰ সত্ৰীয়া সমাজখনৰ ভেম-ভণ্ডামিবোৰ গল্পৰ জৰিয়তে স্পষ্ট কৰি তুলিবলৈ সত্ৰাধিকাৰ, কেৰলীয়া আদিৰ স্বৰূপ প্ৰকাশ কৰাৰ দৰে গোস্বামীয়ে তেওঁৰ অভিজ্ঞতাৰ মাজেদি অহ' পূজাৰী, মহন্ত সন্ন্যাসী আদিৰ ভেম ভণ্ডামিক ব্যংগ্য কৰিছে কিন্তু ইয়াৰ মাজতে ব্যতিক্ৰম হল 'পতিত আৰু পতিতা' গল্পৰ পূজাৰীজন। তেওঁ দেৱতাৰ পূজা এৰি পতিতাৰ উদ্ধাৰৰ পূজাত নিজকে আত্মনিয়োগ কৰাৰ সংকল্প প্ৰকাশ কৰি কৈছে "বিধবাক উদ্ধাৰ কৰি মই জগতক দেখুৱাম পীড়িতাৰ প্ৰতি স্নেহ-দয়াত বাহিৰে মোৰ হিয়াত কামনাৰ লেশমাত্ৰও নাই।" বিধবাক গ্ৰহণ কৰি সমাজচ্যুত হৈ তেওঁ সমাজ এৰি গুচি গৈছে।

ত্ৰৈলোক্যনাথ গোস্বামীৰ গল্পৰ মূল বিষয়েই হল বিধবা-পতিতাৰ সমস্যা আৰু সামাজিক কু-সংস্কাৰৰ বুকুত জাহ যোৱা ব্যক্তিৰ মৰ্মন্তুদ বেদনা। তেওঁৰ পূৰ্ববৰ্তী গল্পকাৰ শৰৎচন্দ্ৰ গোস্বামীৰো গল্পৰ বিষয়বস্তু আহৃত হৈছিল এই একেখন সমাজৰ পৰাই। তেওঁৰ গল্পত এনে চৰিত্ৰবোৰে সঁচা দাৰিদ্ৰ্য, কু সংস্কাৰ পুৰণি সমাজ ব্যৱস্থাৰ মাজত দিশহাৰা হৈ নিজকে অদৃষ্টৰ অদৃশ্য হাতত এৰি দিছে। ত্ৰৈলোক্যনাথৰ গল্পৰ চৰিত্ৰবোৰে সেই একে সামাজিক পৰিবেশৰে যদিও সেইবোৰ কুহিলাৰ পুঙাৰ দৰে উটি যোৱা নাই। কেতিয়াবা নিৰাশাত পৰ্যবসিত হৈছে যদিও সেইবোৰে মূৰ দাঙি চেষ্টা কৰিছে। ত্ৰৈলোক্যনাথ গোস্বামীৰ সময় শৰৎচন্দ্ৰ গোস্বামীৰ সময়তকৈ কিছু পিছৰ। এই সময়ৰ সামাজিক পৰিবৰ্তন নতুন দৃষ্টিভংগীৰ প্ৰসাৰেও ত্ৰৈলোক্যনাথক এক সুকীয়া বাটেৰে আগবঢ়াই নিছিল।

ত্ৰৈলোক্যনাথ গোস্বামীয়ে সৰুৰেপৰা সত্ৰীয়া পৰিবেশত বাস কৰিছিল। কিন্তু তেওঁলোকৰ বংশত পূৰ্বৰেপৰা এক সমাজ সচেতনতাৰ জন্ম হৈছিল। শৰৎচন্দ্ৰ গোস্বামী আৰু ত্ৰৈলোক্যনাথ গোস্বামীৰ গল্পৰ বিষয়বস্তুৰ মিল থকাৰ ইয়েই এক কাৰণ হব পাৰে। শৰৎচন্দ্ৰৰ অগ্ৰজ প্ৰতাপচন্দ্ৰ গোস্বামীৰ 'কামৰূপী সমাজ' শীৰ্ষক ৰচনাখনৰ পৰা তেওঁলোকৰ সামাজিক পৰিবেশৰ বিষয়ে আমি গম পাওঁ। তেওঁ লিখিছিল "আজি কালি ধৰ্ষিতা নাৰীসকলক সমাজত গ্ৰহণ কৰা এটা সমস্যা হৈয়ে আছে। পিতাই প্ৰায় ৫০ বছৰ আগতে মনুসংহিতা আদি আলোচনা কৰি 'ৰজা শুধ্যতে নাৰী যথাপূৰ্বা তৈথবসা' ইত্যাদি শ্লোক উদ্ধাৰ কৰি ধৰ্ষিতা নাৰীক সমাজত গ্ৰহণ কৰাৰ ব্যৱস্থা দিছিল। আমাৰ দেশত ঘাটীয়াৰ জাতি আগেয়ে সমাজত অচল আছিল অৰ্থাৎ তেওঁলোকে অনা পানী, ধোৱা চাউল আদি বামুণসকলে নাখাইছিল। পিতাই নানা পুৰাণ আদিৰপৰা বচন উদ্ধৃত কৰি এখন 'জাতি নিৰ্ণয়' বুলি নতুন পুথি ৰচনা কৰি তেওঁৰ মোমায়েকৰ পুতেক কৈৰাৰা সত্ৰৰ বগা গোসাঁইৰদ্বাৰাই ঘাটীয়াৰ ঘৰত নাম প্ৰসংগ পাতি প্ৰসাদ আদি খুৱাইছিল।"

বিধবা-পতিতাসকলৰ সমস্যা সৃষ্টি হোৱাৰ মূলতে সেই সময়ত সমাজত চলি থকা পণ প্ৰথাকেই তেওঁ দায়ী কৰিছিল। এনে সামাজিক কু-প্ৰথাই মহাজনসকলৰ শোষণৰ পথো মুকলি কৰিছিল। খুব বেছি সুতত ধন ধাৰে দি তেওঁলোকে ব্ৰাহ্মণসকলক পণৰ টকা দিয়াইছিল আৰু বিয়াৰ পাছত সেই ধাৰ মাৰিবলৈ ব্ৰাহ্মণসকলে বিদেশ খাটিব লগা হৈছিল। ইয়াৰ ফলত তিৰোতাবিলাকৰ বিলৈ বিপত্তি হৈছিল। তেওঁ লিখিছিল "বুঢ়া কালত বামুণবিলাকে বিয়া কৰাব লগা হোৱাত সমাজত বিধবাৰ সংখ্যা বেছি আছিল। ব্যভিচাৰৰ মাত্ৰাও অতি বৃদ্ধি হৈছিল।"

[সংজ্ঞা, তৃতীয় সংখ্যা, ১৯৭৫, পৃঃ ১৩০]

ত্ৰৈলোক্যনাথ গোস্বামীয়ে তেওঁৰ সমাজত এইবোৰ দেখি এক উদাৰনৈতিক আদৰ্শৰ দ্বাৰা প্ৰভাৱিত হোৱাৰ লগতে কলিকতাত পঢ়ি থকা কালত নাৰীমুক্তিৰ চেতনাৰে বিশেষভাৱে অনুপ্ৰাণিত হয়। ইতিমধ্যে ৰবীন্দ্ৰনাথৰ দৰে গল্পকাৰে হৈমন্তী স্ত্ৰীৰ পত্ৰ, নষ্টনীড় আদি গল্পত অবাধ নাৰীমুক্তিৰ কথা ঘোষণা কৰিছিল। এইবোৰৰ লগতে পাশ্চাত্য সাহিত্যত জাগি উঠা নাৰীমুক্তিৰ আদৰ্শৰ সম্ভেদো তেওঁ পশ্চিমীয়া সাহিত্যৰ যোগেদি পাইছিল। এইবোৰৰ প্ৰভাৱে তেওঁক নাৰীমুক্তিৰ হকে বলিষ্ঠ দৃষ্টিভংগী আগবঢ়াবলৈ অনুপ্ৰেৰণা দিছিল। প্ৰাক্‌স্বাধীনতা কালৰপৰা বৰ্তমান কাললৈ লিখা গল্পবোৰত নাৰীমুক্তিৰ আদৰ্শক ত্ৰৈলোক্যনাথ গোস্বামীয়ে ৰূপায়ন কৰিবলৈ প্ৰয়াস কৰিছে, যদিও লক্ষ্মীধৰ শৰ্মা বা ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে চকুত লগা বলিষ্ঠ নাৰী চৰিত্ৰৰ সৃষ্টি কৰিব পৰা নাই। পুৰুষৰ অবিচাৰ অত্যাচাৰত আহত নাৰীসত্তাৰ পুঞ্জীভূত ক্ষোভ প্ৰকাশৰ কাৰণে তেওঁ সচেষ্ট হৈছে ; কিন্তু এইক্ষেত্ৰত তেওঁলোকে কিবা নতুন দৃষ্টি সু উপস্থাপিত কৰিব পৰা নাই। পুৰুষৰ ওপৰত প্ৰতিশোধ লোৱাৰ দৃঢ় মানসিকতাও তেওঁলোকে অৰ্জন কৰিব পৰা নাই।

সেই সময়ৰ সমাজত বিধবা-পতিতাসকলৰ দুখময় চিত্ৰ তেওঁ কেইবাটাও গল্পত মূৰ্ত কৰি তুলিছে। 'বিধবা' গল্পত নিসংগ বিধবাক সমাজে পতিত আখ্যা দি তাইৰ জীয়েক প্ৰমীলাকো নিঠৰুৱা কৰিছে। প্ৰমীলাৰ গিৰিয়েকে তাইক এৰি দিছে সমাজৰ ভয়ত। প্ৰমীলাও এদিন বিধবা হ'ল। দুই বিধবাৰ ওপৰতে সমাজ খৰ্গহস্ত। প্ৰমীলাৰ মাকৰ বেমাৰৰ সময়তো কোনো মানুহে খবৰ নকৰিলে। সমাজৰ ওপৰত ভয়ো বিদ্ৰোহী হৈ উঠে যদিও দুৰ্বলাই অৱশেষত সমাজৰ স্থিতিশীল ৰীতি কই সত্য বুলি মানিব লগীয়া হয়। নতুন ডেকা সমাজৰ মাজৰ উদ্যমী যোগেন কিন্তু বিধবাৰ এই দুখত সহানুভূতিশীল হৈ পৰে। সিইতক সি সহায় কৰিবলৈ আগবাঢ়ি আহে আৰু লগতে সমাজকো তাৰ পথ অনুসৰণ কৰিবলৈ বাধ্য কৰায়। অৱহেলিত বিধবাৰ মৃতদেহ দাহন কৰাৰ বাবে কোনো আগবাঢ়ি নহাত যোগেন ৰাইজক সচকিত কৰিবলৈ শৰদেহ সভা মণ্ডপৰ ওচৰলৈ লৈ যায় য'ত ৰাইজে ঢলীয়া চাই মছগুল হৈ আছিল। সমাজপতি মণ্ডলৰ পুতেক খগেন আগবাঢ়ি আহিল যোগেনক সহায় কৰিবলৈ। তাৰ পাছে পাছে আহিবলৈ বাধ্য হ'ল ইমান দিনে বিধবাক অৱজ্ঞা কৰি থকা সমাজপতিমণ্ডল।

'জাৰজ' গল্পত জাৰজ ৰতনে অৱহেলা গঞ্জনা খাই মাকৰ প্ৰতি অবিচাৰ কৰা পুৰুষৰ প্ৰতি বিদ্ৰোহী হৈ পৰে। যাৰ কাৰণে মাক পতিতা হৈ সমাজচ্যুত হব লগা হয় সেই ৰবীন্দ্ৰ কেৰাণীক সেয়ে ৰতনে হাতুৰীৰে হত্যা কৰিব খুজিছে কিন্তু পিছ মুহূৰ্তত পতিতা মাকৰ মুখেৰেই পিতৃ পৰিচয় ওলাই পৰাত তাৰ হাতৰপৰা হাতুৰী

সুমকি পৰিছে আৰু ৰবীন্দ্ৰলৈ জাগি উঠিছে পিতৃত্বজনিত শ্ৰদ্ধা। 'ৰক্তবীজ' গল্পত পথিলাৰ সৈতে অবৈধ সংসৰ্গত লিপ্ত হৈ সমাজত ভাল মানুহ হৈ থাকিব বিচৰা সঞ্জয়ক তাইক গতাই দিয়াৰ সিদ্ধান্ত কৰিছে নতুন ডেকা শক্তিয়ে। সঞ্জয় নামৰ এটা চৰিত্ৰৰ এনে নাৰী সংঘটিত কেলেংকাৰীৰ কাহিনীক চৰ্বিত চৰ্বন কৰা হৈছে কেইবাটাও গল্পত। আদৰ্শবাদ আৰু বিপ্লৱবাদৰ যোগেদি নাৰীৰ ওপৰত কৰা এই অন্যায়ৰ অবসান বিচাৰিছে এইবোৰ গল্পত।

সমাজৰ মিছা নীতি-নিয়মতকৈ মানৱীয় মৰ্যাদাক ওখত স্থান দি তেওঁ মানৱতাবাদী ধাৰাটোক সবল কৰি তুলিছে। এই ধৰণৰ গল্পবোৰত পুৰণি আৰু নতুনৰ দ্বন্দ্ব দেখুৱাই লিখকে নতুনৰ গলত জয়মাল্য পিন্ধাইছে। 'প্ৰতিক্ৰিয়া' গল্পত সমাজচ্যুত কুষ্ঠ ৰোগী ৰঞ্জনক দাহ কৰিবলৈ আগবাঢ়ি আহিছে এজন প্ৰগতিবাদী যুবক। তাৰ পৰিণাম স্বৰূপে সি সমাজচ্যুত হৈ থাকিব লগা হৈছে। "অৱশেষত পণ্ডিতৰ সভা বহিল। দহটা চাঙৰ পুথি উলিয়াই পণ্ডিতমণ্ডলীয়ে নানা তৰ্ক-বিতৰ্কত দুদিন কটালে। তৃতীয় দিনা সিদ্ধান্ত হ'ল ডেকা নিৰ্দোষী।" ব্ৰাহ্মণ পণ্ডিত, পূজাৰী, গণক দেউ-আদিয়ে তেওঁৰ এই এটা গল্পত প্ৰাচীন সংস্কাৰৰ পোষণকৰ্তা হৈ হাস্যৰস আৰু ব্যংগ্যৰ সৃষ্টি কৰিছে। 'চিতাভস্ম' গল্পত আকৌ সন্ন্যাসী এজনৰ প্ৰবঞ্চনাৰ যোগেদি ধনী ভোগমনৰ আত্ম চেতনাৰ উদয় হৈছে। অইনক ঠগ-প্ৰবঞ্চনা কৰি উপাৰ্জন কৰা ধন-সোণ অন্য এক প্ৰবঞ্চকে লৈ গল বুলি ভোগমনে উপলব্ধি কৰিছে।

গোস্বামীৰ প্ৰেমৰ গল্পবোৰো সমাজ সচেতনতাৰে সমৃদ্ধ। এই ধৰণৰ গল্পবোৰত ৰোমাণ্টিক উচ্ছ্বাসতকৈ বাস্তৱবোধে অগ্ৰাধিকাৰ লাভ কৰিছে। শিপিনী, এটা এই ধৰণৰ গল্প। এজনী গাভৰুৰ প্ৰেমৰ উচ্ছ্বাসৰ পৰিবৰ্তে তাইৰ বাস্তৱ চেতনাহে ইয়াত প্ৰকাশিত হৈছে। গল্পৰ নায়িকা পথিলি সুন্দৰ শিপিনী। চৰকাৰী চাকৰি কৰা ৰমানে তাইক প্ৰেম নিবেদন কৰিবলৈ আগবাঢ়ি আহিছিল যদিও তাই গাঁৱলীয়া কৰ্মঠ যুৱক ধৰণীকহে পছন্দ কৰিলে। তাই ফুলবচা কাপোৰ বব আৰু সেই কাপোৰবোৰ ধৰণীয়ে বিক্ৰী কৰিবলৈ নি গাঁৱৰ ঘৰে ঘৰে ওপোচাই দিব। দুয়োৰে মিলিত প্ৰচেষ্টাৰে এই শিল্পই জীপ লৈ উঠিব। 'নিমাতী'কইনা গল্পতো' বোৰা ছোৱালীজনীৰ প্ৰতি সহানুভূতিশীল হৈহে নায়কে বিয়া কৰাব খুজিছে প্ৰেমৰ আবেগৰ বশবৰ্তী হৈ নহয়।

গোস্বামীৰ গল্পত ৰোমাণ্টিক উচ্ছ্বাসতকৈ যৌৱনৰ মত্ততাহে ঘাইকৈ প্ৰকাশিত হৈছে। কিন্তু যৌৱনৰ উন্মত্ততা প্ৰকাশত 'আৱাহন' যুগৰ ৰমাদাশে যি সজীৱতা দেখুৱাইছে তাৰ কাষত ত্ৰৈলোক্যনাথৰ যৌন চেতনাসম্ভূত গল্পসমূহ যথেষ্ট নিষ্প্ৰভ। গোস্বামীৰ

আছিল এক সংস্কাৰকামী মন সেয়ে যৌৱনৰ মত্তাক তেওঁ সংযম অংকুশেৰে নিয়ন্ত্ৰণ কৰিছে। কেতিয়াবা আত্মোপলব্ধিৰে আৰু কেতিয়াবা বাহিৰৰ হেঁচাত এই ধৰণৰ চৰিত্ৰবোৰে সৎ পথলৈ আহিছে। সামাজিক দিশটোৰ প্ৰতি চৰিত্ৰবোৰক সততে তেওঁ সচেতন কৰি তোলা দেখা যায়। ত্ৰৈলোক্যনাথ গোস্বামীয়ে অসমীয়া গল্প সাহিত্যলৈ যি যুগ চেতনা সম্ভূত গল্পৰাজি আগবঢ়ালে সিয়ে অসমৰ সামাজিক জীৱনৰ এক দলিল স্বৰূপ হৈ ৰ'ব। □



ড. কবি আৰু নাট্যকাৰ ত্ৰৈলোক্যনাথ গোস্বামী

# কবি ত্ৰৈলোক্যনাথ গোস্বামী

## সুশীল শৰ্মা

ত্ৰৈলোক্যনাথ গোস্বামী মূলতঃ শিক্ষাবিদ। ইয়াৰ পিছতে গল্পকাৰ আৰু সমালোচক ৰূপেও তেখেতে ইতিমধ্যে স্বীকৃতি লাভ কৰিছে। কিন্তু কথা হ'ল এইজনা গোস্বামীয়ে অসমীয়া সাহিত্যৰ আনবোৰ দিশত মনোনিৱেশ কৰিছিল নে নাই? কৰিছিল— তেখেতে উপন্যাসো লিখিছে, নাটকো প্ৰণয়ন কৰিছে, কবিতাও লিখিছে।

গোস্বামীদেৱে থূলমূলকৈ তিনিখন হাতেলিখা কবিতাৰ পাণ্ডুলিপি এৰি গৈছে। এই তিনিওখন বিভিন্ন সময়ত লিখা কিছুমান খণ্ড বা চুটি কবিতাৰ সমষ্টি। তিনিওখনৰে কবিতাসমূহৰ বিভিন্ন বিষয়-সূচী আৰু সিবোৰৰ ৰচনাৰ সময় চন-তাৰিখ দিয়া আছে। অৱশ্যে সিবোৰৰ গ্ৰন্থ হিচাবে কোনো নাম গ্ৰন্থকাৰে আভাস দি যোৱা নাই। গ্ৰন্থ কেইখনৰ কবিতাসমূহ তেখেতে জীৱনৰ বিভিন্ন স্তৰ বা সময়ত লিখিছিল। গতিকেই প্ৰতিখন গ্ৰন্থৰ প্ৰতিটো স্তৰতে তেখেতৰ গল্প সাহিত্যৰ দৰেই সমসাময়িক চাপ বা সময়ৰ খোজৰ চিন পাওঁ।

পাণ্ডুলিপি কেইখনৰ প্ৰথম দুখনৰ কবিতাসমূহ সময় সূচী অনুযায়ী তেখেতৰ স্কুলীয়া আৰু কলেজ-বিশ্ববিদ্যালয়ৰ জীৱনৰ ৰচনা। ইবোৰৰ ৰচনা কাল যাইকৈ ১৯২৫ চনৰ পৰা ১৯৩২ চনলৈকে। গতিকে স্বাভাৱিকতেই লিখকৰ স্কুল আৰু কলেজীয়া জীৱনত গঢ় লৈ উঠিব খোজা মন এটাৰ ই নতুন প্ৰকাশৰ নমুনা মাথোন বুলি কব পাৰি, অথবা লিখকৰ সাহিত্যিক জীৱনৰ পাতনিৰ ইয়াক আদিপাঠ আখ্যা দিব পাৰি। অসমীয়া সাহিত্যত এই সময়ছোৱা *আৱাহন* যুগৰ সময়। গতিকে অসমীয়া সাহিত্যই ইতিমধ্যে *জোনাকী*, *উষা*, *বাঁহীৰ* যুগ পাৰ হৈ আহিছে; আৰু অসমীয়া সাহিত্যত বেজবৰুৱা, গোহাঞি বৰুৱাকে আদি কৰি ইতিমধ্যে ৰঘুনাথ চৌধাৰী, যতীন দুৱৰা আদিক জন্ম দি গৈছে। আন কথাত কবিতাত ৰোমান্টিক ভাব আদৰ্শ : যেনে, কবিতা বুলিলে তাৰ বিষয়-বস্তু, প্ৰেম-প্ৰীতি, প্ৰকৃতি-প্ৰীতি, স্বদেশ-প্ৰীতি, চৰাই-বিহংগ আদিয়ে প্ৰতিষ্ঠা লাভ কৰি লৈছে। গতিকে স্বাভাৱিকতেই আমাৰ আলোচ্য কবিয়েও তেখেতৰ সাহিত্যৰ আদি-পাঠ আওৰাওতে কবিতাৰ বিষয়বস্তু হিচাবে এই চৰাই-প্ৰকৃতি আদিকেই আকোৱালি লৈছে; আৰু সেইবোৰৰ ছন্দ-প্ৰকৰণতো সিসময়ৰ গতানুগতিক মিত্ৰাক্ষৰী ছন্দ-পদ্ধতিকেই গ্ৰহণ কৰি কবিয়ে তেখেতৰ সবল মনৰ সহজ প্ৰকাশ বিচাৰি ফুৰিছে। এই ক্ষেত্ৰত কবিয়ে

তেখেতৰ প্ৰথম বাৰ্ষিক শ্ৰেণীতেই লিখা 'বীনাপাণি' কবিতাৰেই আমি আমাৰ এই উক্তিৰ সাৰ্থকতা লক্ষ্য কৰিবলৈ প্ৰয়াস কৰিম :

"কিহেৰে পূজিম আই
মূৰুখ সন্তান
কিমতে বন্দিম, অতি জ্ঞানহীন।
অজান হিয়াটি আৰু
বননিৰ ফুল
সেয়ে মাথো ভকতিৰ চিন॥"

আনহাতে নবমমান শ্ৰেণীতেই লিখা "চৈতন্যদেৱ" কবিতাত :

"কোৱাচোন দয়াকৰি
প্ৰেমিক পাগল
ক'ত পালা এনে শিক্ষা
পৰম নিৰ্মল ?"

আদি কবিতাই কবিৰ কবিতাৰ ৰাজ্যত সহজ সৰল প্ৰৱেশৰেই ইঙ্গিত দিয়ে। এই একে সময়তেই কবিয়ে যেন সেই সময়ৰ আন এটি ছন্দ-ৰীতি 'অমিতাক্ষৰ-ছন্দ'ৰো অনুশীলন কৰিবলৈ চেষ্টা কৰিছিল তাৰ স্বাক্ষৰ আমি তেখেতৰ প্ৰথম পুথিত সন্নিবিষ্ট—'ভীম আৰু দুৰ্যোধন' আৰু 'কুৰুক্ষেত্ৰ যুদ্ধৰ আৰম্ভত 'শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুন' নামৰ কবিতা দুটিত লক্ষ্য কৰিব পাৰি।

ইয়াৰ পিছত কবিয়ে কিন্তু ধীৰেধীৰে অসমীয়া ৰোমান্তিক কবিতাৰ জগতখনত প্ৰায় প্ৰৱেশ কৰিছিলেই আৰু কিছু কৃতকাৰ্যতাও লাভ কৰিছিল। উদাহৰণ স্বৰূপে কবিৰ কিছু পৈণত বয়সৰ ৰচনা (কবিৰ পঞ্চম আৰু ষষ্ঠ শ্ৰেণীৰ) 'মাতৃহাৰা পখী' আৰু 'মইনা সোণাই' আদিত কবিয়ে সেই সময়ৰ বিহগী কবি ৰঘুনাথ চৌধাৰীৰ খোজত খোজ মিলাবৰ প্ৰয়াস কৰা যেন লাগে আৰু এই ক্ষেত্ৰত কৃতকাৰ্যতাৰ স্বাক্ষৰ বহন কৰাও দেখা যায়। উদাহৰণ স্বৰূপে 'মাতৃহাৰা পক্ষী'ত কবিয়ে প্ৰায় বিহগী কবিৰ ভাষাতেই গাইছে এনেদৰে :

"বসন্তৰ হাঁহি পাই          আপোন পাহৰা হই
অতি নিমাষিত,
বনৰ পখীটি অই          গছৰ ডালত বই
গায় কিনো গীত।"

আৰু 'মইনা সোনাই'ত :

"মইনা অকণি　　　বিশ্বাসী পখিটি
অতি সাদৰৰ
পচিমৰ পিনে　　　যাবি উৰি উৰি
নকৰিবি ডʼৰ ।　　　—আদি ।

কবিৰ আন এটি কবিতা "পীড়িতৰ প্রার্থনা'ত কবিয়ে তেওঁৰ এই প্ৰথম প্ৰয়াসৰ ৰোমান্তিক চেতনাৰ প্ৰায় পূৰ্ণ প্ৰকাশেই কৰিছে :

"দিছা যদি শত শত　　বৃশ্চিক দংশন
দিছা যদি যাতনা অপাৰ
দিয়া তাকো দয়াময়　　লম মূৰ পাতি
দিয়া মাথো শক্তি সহিবৰ···"

কবিয়ে ইয়াত যেন অসমীয়া ৰোমান্তিক চেতনাৰ উপৰিও প্ৰতিবেশী বঙালী কবিতাৰ ৰবীন্দ্ৰনাথৰ 'গীতাঞ্জলি'ৰ সুৰো হৃদয়ঙ্গম কৰিবলৈ বিচাৰিছিল । কিন্তু, কিয় জানো এনেকৈ কবিতা ৰাজ্যত বিচৰণ কৰিবলৈ লওতেই—তেখেতক যেন হঠাতে বাটৰ কাষৰ নিষ্ঠুৰ গদ্যইহে হাত-বাউল দি মাতিলে ; আৰু কবিয়েও কবিতাদেৱীক সিমানতে প্ৰত্যাখ্যান কৰি গদ্যৰ ৰাজ্যত গল্পৰ সৈতে উমলিবলৈ ললে ; আৰু তাৰ পিছতেই আহিল অসমীয়া গদ্যৰ শেহতীয়া থলী সমালোচনাৰ ক্ষেত্ৰলৈ ।

কিন্তু হঠাৎ কি হ'ল জানো ! কবিয়ে সুদীৰ্ঘ ত্ৰিশ বছৰৰ পাছত পুনৰ যেন আকৌ সাৰ পাই উঠিল আৰু ১৯৩২ চনৰে পৰা সুদীৰ্ঘ ত্ৰিশ বছৰৰ পিছত ১৯৬২ চনত তেখেতে আকৌ লিখি পেলালে আৰু তিনিটি সম্পূৰ্ণ নতুন কবিতা । এৰা নতুন কবিতাই । কিয়নো এই সুদীৰ্ঘ ৩০ বছৰে অসমীয়া কবিতায়ো তাৰ মোট সলাইছিল ; আৰু ৰোমান্টিক কবিতাৰ সলনি অসমীয়া কবিতাত আৰম্ভ তথাকথিত আধুনিক কবিতাৰ পৰম্পৰা । সচেতন সমালোচক গোস্বামীদেৱে বোধকৰোঁ এই ৩০ বছৰে তেখেতৰ এককালৰ ৰোমান্টিক কবিতাৰ গোপন অনুশীলনীৰদৰে কবিতাৰ এই নতুন ৰূপৰ ধাৰাটোৰো গতিৰ গোপন অনুশীলনী অব্যাহত ৰাখিছিল ; আৰু সেয়ে সুদীৰ্ঘ ৩০ বছৰৰ পিছত তেখেতে লিখি উলিয়াইছিল তিনিটি প্ৰায় সম্পূৰ্ণ নতুন আৰু পূৰ্ণাংগ কবিতা : 'চয়তানৰ স্বপ্ন', 'সোণৰ তাবিজ' আৰু 'বসন্তৰ আগমন' আদি ; আৰু এই কবিতা-বোৰতো একপ্ৰকাৰে কৃতাকাৰ্য্যই হৈছিল । কবিৰ এই শেষ জীৱনৰ প্ৰথম কবিতা 'চয়তানৰ স্বপ্ন'ত কবিয়ে যেন প্ৰথমবাৰৰ বাবে আধুনিক জীৱনৰ জটিল মানসিকতা আৰু জটিল সামাজিক অৱস্থাক ৰূপ দিবলৈ বিচাৰিছিল ; আৰু দ্বিতীয় কবিতা 'সোণৰ তাবিজ'ত তেখেতৰ সামাজিক চেতনাই একেবাৰে মূৰ্তিমানেই হৈ উঠিছিল :

পোৱা-নোপোৱাৰ দ্বন্দ্বৰ মাজতে জীৱন চকৰি ঘূৰে।
কিবা পালোঁ কিবা কিবা
নাপালোঁ দিনে ৰাতিয়ে ভাবেই খতিয়ান
লেখি লাভ লোকচানৰ হিচাপ কৰোঁতে, কব নোৱাৰোঁ
চোতালৰ চুকৰ ৰ শেৱালি জুপিয়ে কেতিয়া মুকুতা গাথে...”
“জীপৰ চকাৰ দৰে মোৰ ৰথৰ চকৰি ঘূৰি ঘূৰি যায়
হাছমৎ, নদৰাম, আদ্যনাথ, ৰণজিৎ, বেদব্ৰত
চহৰৰ চুকত, গাঁৱৰ বোকাত পাহাৰৰ দাঁতিত
গন্ধহীন ফুলপাহৰ দৰে কেৱে
নুশুঙাকৈ কালৰ গতিত
লেৰেলি শুকায়।.........”

মুঠতে জীৱনৰ শেষ বয়সত কবিয়ে যেন অসমীয়া কবিতাৰ আধুনিকতাত প্ৰায় প্ৰৱেশ কৰিছিলেই। কবিয়ে আধুনিক জীৱনৰ জটিলতা আৰু তাৰ অন্তঃসাৰ শূন্যতাত প্ৰায় বিদ্ৰোহ কৰি উঠিছিল. আৰু আধুনিক ধন দৌলতে আনি দিয়া জীৱনৰ বীভৎস আৰু কদৰ্য ৰূপত উদ্বিগ্ন হৈ উঠিছিল :

“কুৰি শতিকাৰ কৰ্মব্যস্ত জীৱনৰ ৰথৰ চকৰি
বোকা পানীৰ সেমেকা বাটেৰে বেগেৰে বাগৰি যায়।
পশ্চিমৰ পিনে সাগৰৰ তলীত থকা মাণিকৰ আশা কৰি।”
“নগৰৰ মেয়ৰ চন্দন সেনৰ ঘৰত আজি বহিব এক
উলহ মালহৰ মহা-মহোৎসৱ। বিলাৎ-ফেৰৎ
অনন্ত ডাক্তৰ বহুতো উপাধিধাৰী
দেশ-বিদেশ ঘূৰি স্পঞ্জৰ দৰে বিদ্যাৰ সাগৰ তেনেই আনিছে চুহি।.. ....”

কবিয়ে আধুনিক জীৱনৰ কদৰ্যৰূপৰ সাৰ্থক ৰূপায়ণ প্ৰায় কৰিছিলেই। কিন্তু, ঠিক এনে সময়তেই নিষ্ঠুৰ কালে কবিক আমাৰ মাজৰ পৰা হৰণ কৰি লৈ যায়; আৰু লগে লগেই কবিৰ সুদীৰ্ঘ জীৱনৰ নীৰৱ কাব্যসাধনাও নীৰৱেই কালৰ বুকুত বিলীন হৈ গ'ল। □

# নাট্যকাৰ ত্ৰৈলোক্যনাথ গোস্বামী

## ডক্টৰ শৈলেন ভৰালী

ত্ৰৈলোক্য নাথ গোস্বামী সমালোচক আৰু গল্পকাৰ হিচাপেই পৰিচিত। গোস্বামীয়ে বোধকৰোঁ সাহিত্যিক জীৱনৰ পাতনি মেলিছিল, কবিতা আৰু নাটকেৰে। কিন্তু এই দুয়োবিধতে তেওঁ বৰ স্বচ্ছন্দতা অনুভৱ নকৰিলে আৰু সোনকালে কবিতা আৰু নাটকৰ পৰা আঁতৰি গল্প আৰু সমালোচনাৰ পিনে মনোযোগ দিলে।

নাট্যকাৰ গোস্বামীৰ পৰিচয় আছে, তেওঁৰ অপ্ৰকাশিত নাটক, 'পদ্মী'ৰ পাতত। উত্তৰ গুৱাহাটীত শিক্ষকতা কৰি থকা সময়তেই তেওঁ এই নাটকখন ৰচনা কৰিছিল। 'পদ্মী' পাঁচ অংকীয়া ঐতিহাসিক নাটক—শ্বেক্সপীয়েৰীয় পদ্ধতিৰে, ইতিহাস প্ৰসিদ্ধ হৰদত্ত-বীৰদত্তৰ বিদ্ৰোহক কেন্দ্ৰ কৰি লিখা। বদন বৰফুকনৰ অত্যাচাৰৰপৰা নিৰীহ কামৰূপীয়া প্ৰজাক উদ্ধাৰ কৰাৰ কাৰণে হৰদত্ত-বীৰদত্তই কামৰূপীয়া প্ৰজাক সংগঠিত কৰি আহোমৰ বিৰুদ্ধে যুঁজ দিছিল। যুঁজত জয়ী হৈ হৰদত্ত-বীৰদত্তই আহোমৰ হাতৰপৰা কামৰূপ কাঢ়ি লয়। বদন বৰফুকনে কোনোপধ্যে এই বিদ্ৰোহ দমাব নোৱাৰিলে। বদন বৰফুকনক উজনিলৈ নিয়াৰ পাছত কলীয়া ভোমোৰা নামনিলৈ বৰফুকন হৈ আহে। কলীয়া ভোমোৰাই অনেক কূট-কৌশলেৰে যুদ্ধত হৰদত্তৰ সৈন্যক পৰাস্ত কৰে। বীৰদত্তই অসীম বিক্ৰমেৰে যুঁজি মৃত্যু বৰণ কৰে। হৰদত্তই সপৰিয়ালে পলাই গৈ হাৰিত আশ্ৰয় লয়। আহোম সৈন্যই হৰদত্তক ধৰি আনিলত বৰফুকনে তেওঁক বধ কৰায়।

হৰদত্ত বীৰদত্তৰ এই ঐতিহাসিক ঘটনাটোক লৈ আগতে লক্ষ্মীনাথ বেজবৰুৱাই 'পদ্ম কুঁৱৰী' আৰু ৰজনীকান্ত বৰদলৈয়ে 'দন্দুৱা দোহ' উপন্যাস ৰচনা কৰিছিল। এই দুয়োখন উপন্যাসৰে অলপ অচৰপ প্ৰভাৱ নাটকখনত আছে—মাথোন কাহিনীৰ পৰিকল্পনাতেই নহয়, চৰিত্ৰৰ ৰচন আদিতো। বৰদলৈৰ উপন্যাস বুৰঞ্জীৰ বেছি ওচৰ চপা। বেজবৰুৱাৰ উপন্যাসত বুৰঞ্জীৰ সত্য সামান্য পৰিমাণে বিকৃত হৈছে। কিন্তু দুয়োখন উপন্যাসতে বুৰঞ্জীৰ ঘটনাৰ লগতে হৰদত্তৰ জীয়াৰী আৰু তোলনীয় পুত্ৰক লৈ একোটিকৈ কাল্পনিক প্ৰণয় কাহিনী সংযোগ কৰা হৈছে। বেজবৰুৱাৰ উপন্যাসত প্ৰণয়-কাহিনীটো গঢ়ি উঠিছে, পদ্ম আৰু সূৰ্যকুমাৰক লৈ আৰু বৰদলৈৰ উপন্যাসত পদ্মকুমাৰী আৰু মহীৰামক লৈ। বেজবৰুৱাৰ উপন্যাসত প্ৰণয়-কাহিনীটো উপন্যাসৰ প্ৰাণবস্তু, বুৰঞ্জীৰ ঘটনা গৌণ। আনহাতে, বৰদলৈৰ উপন্যাসত বুৰঞ্জীৰ ঘটনাই

লেখকৰ মনোযোগ অধিক পৰিমাণে আকৰ্ষণ কৰিছে। বেজবৰুৱাৰ উপন্যাসত হৰদত্তই পদুম আৰু সূৰ্যৰ প্ৰণয়ৰ কথা শুনি সূৰ্যক ঘৰৰপৰা উলিয়াই দিয়ে। হৰদত্ত আৰু বীৰদত্তৰ মৃত্যুৰ পাছত সূৰ্যই পদুমক কুমেদান বঙালৰ হাতৰপৰা ৰক্ষা কৰে। কিন্তু তাই বিহ খাই আত্মহত্যা কৰে আৰু তাইৰ মৃত্যুৰ লগে লগে সূৰ্যয়ো নিজৰ বুকুত তৰোৱাল সুমুৱাই দি মৃত্যু বৰণ কৰে। শেক্সপীয়েৰৰ ৰোমিও জুলিয়েটৰ ৰোমাণ্টিক প্ৰেমৰ আদৰ্শ কাহিনীটোৰ মাজত স্পষ্ট হৈ আছে। ৰবদলৈৰ উপন্যাসত পদ্মকুমাৰী আৰু মহীৰামৰ প্ৰণয়ৰ ফলস্বৰূপে দুয়োজনৰ স্বামী-স্ত্ৰীৰূপে মিলন হোৱা দেখা গৈছে। কিন্তু আহোমৰ লগত যুঁজি মহীৰামে প্ৰাণত্যাগ কৰিলত পাছত ব্ৰহ্মপুত্ৰত জঁাপ দি মৃত্যুক সাৱটি লৈছে।

গোস্বামীৰ নাটকত বেজবৰুৱাৰ উপন্যাসৰ ঐতিহাসিক ত্ৰুটি নাই। ৰবদলৈৰ উপন্যাসৰ দৰে ইয়াতো ঘটনা বদন বৰফুকনৰ দিনত আৰম্ভ হৈ কলীয়া ভোমোৰাৰ দিনত শেষত হৈছে। কিন্তু প্ৰণয়-কাহিনীৰ ক্ষেত্ৰত বেজবৰুৱাৰ প্ৰভাৱ অধিক স্পষ্ট। ঐতিহাসিক ঘটনাই নাটকৰ সৰহ অংশ অধিকাৰ কৰিলেও বেজবৰুৱাৰ উপন্যাসৰ দৰে সূৰ্য-পদুমীৰ প্ৰণয় তথা পদুমীৰ চৰিত্ৰ নাট্যকাৰৰ প্ৰধান লক্ষ্য। নাটকখনৰ নামকৰণতেই ইয়াৰ ইংগিত আছে। তদুপৰি, বেজবৰুৱাৰ উপন্যাসৰ দৰে ইয়াতো নায়ক-নায়িকাৰ মিলন সম্ভৱ হৈ উঠা নাই। কিন্তু দুয়োখন উপন্যাসৰ বিপৰীতে, ইয়াৰ প্ৰণয়-কাহিনীটোত সংঘাত সৃষ্টি কৰা হৈছে, সূৰ্যৰ প্ৰতিদ্বন্দ্বী চৰিত্ৰ সৃষ্টি কৰি। এই প্ৰতি-দ্বন্দ্বীয়েই নাটকত হৰদত্তৰ পৰাজয়ৰো প্ৰধান কাৰণ ৰূপে দেখা দিছে। সূৰ্যৰ মৃত্যু হৈছে, প্ৰতিদ্বন্দ্বী ভবেনৰ বিহ তৰোৱালৰ আঘাতত আৰু ভবেনৰো মৃত্যু হৈছে সূৰ্যৰ হাতত্তেই। নাটকত পদুমীয়ে আত্মহত্যা কৰিছে, ব্ৰহ্মপুত্ৰত জঁাপ দি—বৰফুকনে চাউদাঙৰ হতুৱাই বধ কৰোৱা পিতাকৰ মৃতদেহ নদীৰ দাঁতিত পৰি থকা দেখাৰ লগে লগে কুমেদানৰ হাতৰপৰা নিজক বচাবলৈ।

ঐতিহাসিক নাটকত ইতিহাসৰ একোটি ঘটনাৰ আধাৰত জাতীয় চেতনা উদ্ৰেক কৰিবলৈ বিচৰা হয়। কিন্তু মনত ৰাখিব লাগিব, ঐতিহাসিক নাটক ইতিহাসৰ পুনৰাবৃত্তি নহয়। কলাৰ উৎকৰ্ষতাৰ বাবে নাট্যকাৰে ইয়াত ভালেখিনি সুবিধা ল'ব পাৰে, ইতিহাসৰ বিষয়বস্তুত নতুন পোহৰ পেলাব পাৰে। তাৰ বাবে প্ৰয়োজনীয় বুলি ভাবিলে তেওঁ ঐতিহাসিক সত্য বিকৃত নকৰাকৈ ইতিহাসৰ সৰু-সুৰা ঘটনাৰ সামান্য ইফাল-সিফালো কৰিব পাৰে। কাৰণ, নাটকত পাঠক আৰু দৰ্শকে ইতিহাস নিবিচাৰে, বিচাৰে ঐতিহাসিক ৰস আৰু এই ৰস পৰিবেশন কৰা হয়, সাধাৰণ মানুহৰ কথাৰে, সামাজিক জীৱনৰ পৰিচয়ৰ জৰিয়তে ইতিহাসৰ ফাঁক পূৰ কৰি। দৰাচলতে, ইতিহাসৰ একোটি ঘটনাই সাধাৰণ মানুহৰ জীৱনক কিদৰে চুই যায়, তাৰ পৰিচয় ফুটি

উঠিলেহে ঐতিহাসিক নাটক অৰ্থপূৰ্ণ হয়। প্ৰতিভাশালী, নাট্যকাৰৰ হাতত প্ৰণয়-কাহিনীৰ সংযোগো সেইফালৰ পৰাই তাৎপৰ্যপূৰ্ণ হৈ উঠে। 'পদুমী'ত নাট্যকাৰে এই দিশটোলৈ চকু দিছে। বদন বৰফুকনৰ অত্যাচাৰে কামৰূপীয়া জনসাধাৰণৰ জীৱন-ধাৰা কিদৰে বিপৰ্যস্ত কৰিছিল, হৰদত্তই আহোমৰপৰা কামৰূপ কাটি লোৱাৰ পাছত প্ৰজাৰ দুখ-দুৰ্গতি কিদৰে বাঢ়িছিল আৰু ৰাজ্যত চোৰ-ডকাইত আদিৰ উৎপাতত শান্তিপ্ৰিয় জনসাধাৰণে কিদৰে অশান্তিত দিন কটাবলগীয়া হৈছিল—এই সকলোবোৰৰ বিষয়ে নাটকখনৰপৰা ভালদৰে অনুমান কৰি ল'ব পৰা যায়। কিন্তু নাট্যকাৰৰ বাবে এইটোৱেই একমাত্ৰ কথা নহয়। ঐতিহাসিক পৰিবেশ-সৃষ্টি, ঐতিহাসিক নাটকৰ আন এটি গুৰুত্বপূৰ্ণ দিশ। নামে-ধামে, কথাই-বতৰাই এই পৰিবেশ ফুটি উঠিব লাগে। গোস্বামীৰ নাটকখনে এই চৰ্ত পূৰণ কৰিব পাৰিছে বুলি ক'বলৈ সংকোচ বোধ কৰিব-লগীয়া হয়। আন নালাগে, চৰিত্ৰৰ দুই-এটা নামৰ পৰাই (দৃষ্টান্ত, ভবেন) এই ক্ষেত্ৰত নাট্যকাৰৰ সতৰ্কতাৰ অভাৱৰ কথা বুজিব পাৰি।

নাটক একোখনৰ সফলতা-বিফলতা চূড়ান্তভাৱে নিৰূপিত হয়, চৰিত্ৰ-সৃষ্টিত প্ৰদৰ্শন কৰা দক্ষতাৰদ্বাৰা। নাটকৰ স্থায়িত্বও নিৰ্ভৰ কৰে ইয়াৰ ওপৰতেই। আনহাতে, নাটকেই একমাত্ৰ কলা, য'ত লেখকে সম্পূৰ্ণ নিৰ্লিপ্তভাৱে, মাথোন চৰিত্ৰৰ মুখত দিয়া বচনৰ সহায়েৰে কাহিনী আগবঢ়াই নিবলগীয়া হয় আৰু তাৰ মাজেদিয়েই চৰিত্ৰবো পূৰ্ণ পৰিস্ফুটন ঘটাবলগীয়া হয়। সিমানেই নহয়, নাটক অতি সংযত আৰু ঘনীভূত কলা। সংক্ষিপ্ততা ইয়াৰ ধৰ্ম। ইয়াত বিস্তাৰিত ৰূপত চৰিত্ৰৰ সকলো কথা উদঙাই দিয়াৰ অথবা জোখতকৈ অধিক চৰিত্ৰ আৰু বচন সংযোগ কৰাৰ অৱকাশ নাই। নাটকত নিচেই কম কথাৰ জৰিয়তে একোটা চৰিত্ৰৰ বৈশিষ্ট্য উদঘাটন কৰিব লাগে আৰু এনেদৰে কৰিব লাগে যাতে চৰিত্ৰটোৱে দৰ্শক-পাঠকৰ মনলৈ আত্ম বিশ্লেষণৰ মনোভাব অনাত সহায় কৰে। ইয়াতেই প্ৰকাশ পায়, নাট্যকাৰৰ নিজস্ব সৃষ্টিভংগী আৰু ইতিহাস-চেতনা—অতীতৰ লগত বৰ্তমানক সংযুক্ত কৰাৰ প্ৰচেষ্টা। গোস্বামীৰ ৰচনাত এনেধৰণৰ ঐতিহাসিক চেতনা একেবাৰে নথকা নহয়। নাট্যকাৰৰ বাবে প্ৰয়োজনীয় সংক্ষিপ্ততাৰ অভাৱ দুই-এটা দৃশ্যত থাকিলেও অনাৱশ্যকীয় চৰিত্ৰ আৰু দৃশ্যই গোস্বামীৰ নাটক অনাহকত গধুৰ কৰা নাই। দেখা যায়, আমাৰ সৰহভাগ ঐতিহাসিক নাট্যকাৰে জাতীয়তাবোধৰ নামত ভাবপ্ৰৱণতা প্ৰদৰ্শন কৰে। গোস্বামী ইয়াৰপৰা কিছুপৰিমাণে মুক্ত হ'ব পাৰিছে। হৰদত্ত-বীৰদত্ত চৰিত্ৰৰ সবলতা আৰু দুৰ্বলতা—দুয়োটাৰ প্ৰতি তেওঁ দৃষ্টি ৰাখিছে। হৰদত্তৰ সৎচিন্তাৰ লগতে অসহায়তা আৰু নিষ্ক্ৰিয়তা যিদৰে প্ৰকাশ পাইছে, বীৰদত্তৰ বীৰত্বৰ লগে লগে অবিবেচনা আৰু অদূৰদৰ্শিকাও সেইদৰে ওলাই পৰিছে। তথাপি, ক'ব লাগিব, বেজবৰুৱা আৰু

ৰবদলৈৰ উপন্যাসত ফুটি উঠা হৰদত্ত-বীৰদত্ত চৰিত্ৰৰ বিশেষ কোনো উল্লেখনীয় সাল-সলনি নাট্যকাৰে কৰিবলৈ পৰা নাই। অৱশ্যে, পদ্মমী চৰিত্ৰৰ প্ৰতি নাট্যকাৰে নিজৰ দৃষ্টি ৰাখিছে। চৰিত্ৰটো সম্পূৰ্ণভাৱে আৱেগপ্ৰৱণ হৈ পৰিবলৈ দিয়া নাই। গোস্বামীৰ পদ্মমীয়ে ঘোৰ সংকটৰ সময়তো ধৈৰ্য ধৰিছে আৰু ভাবাৱেগত উটি নগৈ কিছু পৰিমাণে হ'লেও পৰিস্থিতি নিয়ন্ত্ৰণ কৰাৰ চেষ্টা কৰিছে।

'পদ্মমী' ত্ৰৈলোক্য নাথ গোস্বামীৰ পৈণত অভিজ্ঞতাৰ সৃষ্টি নহয়। কলাৰ শ্ৰেষ্ঠতাৰ বাবে গতানুগতিকতা অতিক্ৰম কৰাৰ চেষ্টা আৰু কল্পনা ইয়াত চকুত পৰা ধৰণে প্ৰতিফলিত হোৱা নাই। জীৱনৰ প্ৰথম-পৰ্যায়ৰ ৰচনা হিচাপে 'পদ্মমী'ত সিমানখিনি আশা কৰাটোও বোধকৰোঁ সমীচীন নহ'ব। □

# কান্তিবিজ্ঞানী গোস্বামী

## ডক্টৰ মহেন্দ্ৰ বৰা

ত্ৰৈলোক্যনাথ গোস্বামীৰ সাহিত্যকীৰ্তিৰ যি কোনো মূল্যায়ন কৰাৰ আগতে মানুহজনৰ বিষয়ে দুটামান কথা কৈ লোৱা প্ৰয়োজনীয়। মানুহ হিচাপে তেখেত একেটা সময়তে দুখন বেলেগ জগতৰ অধিবাসী আছিল। সেই দুখন জগতৰ এখন আছিল, কিতাপৰ জগত ; আনখন মানুহৰ জগত। ভাৰ্জিনিয়া উলফে এই দুয়োখন জগতৰ মাথোন এখনৰে লগত সম্পৰ্কিত মানুহবোৰৰ বিষয়ে এবাৰ বৰ ধুনীয়া কথা কৈ থৈ গৈছে, "He is either a bookwarm or an earthworm"। গোস্বামীয়ে একেটা সময়তে কিতাপো পঢ়িছিল পাচিয়ে পাচিয়ে, মানুহৰো খবৰ লৈছিল প্ৰতিটো স্তৰৰে। মনত নৰখা মানুহ নাই, তেখেত ইংৰাজী সাহিত্যৰ এজন বিদগ্ধ অধ্যাপক আছিল। কিন্তু বহুতে হয়তো পাহৰিছে, গোস্বামী এটা সময়ত প্ৰজা-চচিয়েলিষ্ট, পাৰ্টিৰ অসম ৰাজ্যিক শাখাৰ সক্ৰিয় নেতাই নহয়, দলৰ চেয়াৰমেনৰ আসনতো সমাসীন আছিল। মানুহজনৰ লগত মিল আছিল, আচাৰ্য নৰেন্দ্ৰ দেৱৰ। দুয়োৰে কিতাপৰ লগত একেটা ধৰণৰ সম্বন্ধ। মাথোন তথ্য-পাতি আহৰণৰ বাবে কিতাপ নপঢ়ে। পঢ়িছিল, তথ্য-পাতিৰ অন্তৰালত থকা তত্ত্বকথাৰ অন্বেষণস্পৃহাৰে। জীৱন আৰু জগতৰ মৌল সত্যবোৰ জনাৰ আগ্ৰহতেই কিতাপৰ লগত দুয়োজনৰ সম্বন্ধ। অথচ, দুয়োজনেই একে ধৰণেৰে জনসাধাৰণৰ নিত্যদিনৰ সুখ-দুখৰ সমস্যাবোৰৰ প্ৰতি আগ্ৰহী আছিল। জীৱনৰ কলৰোলৰপৰা পলাই গৈ 'metaphysical villa' এটাত ঋষিৰ জীৱন যাপন কৰাৰ আদৰ্শই কোনোজনকে উদ্বুদ্ধ কৰা নাছিল।

জনসাধাৰণৰ জীৱনৰ লগত গোস্বামীৰ এই নিবিড় পৰিচয়টো আছিল সেয়ে তেখেতৰ সৃষ্টিধৰ্মী লেখাবোৰক বাস্তৱৰ মেৰুদণ্ডটোৰ যোগান ধৰিছিল। তেখেতৰ যুগৰ অন্য বহুতো লেখকৰ গল্পবোৰৰ দৰে 'অৰুণা' আৰু 'মৰীচিকা'ৰ গল্পবোৰত লেহুকা প্ৰেমৰ উপাসনা পাবলৈ নাই। সিবোৰৰ প্ৰতিটো গল্পতে সমাজ জীৱনৰ বাস্তৱ সমস্যাৰ ধূলি-মাটিৰ পৰশ আছে। সেইটো গুণেই তেখেতক লেখাৰ জগতত 'আৱাহন' যুগৰ এগৰাকী অগ্ৰণী চুটিগল্প-লেখক হিচাপে প্ৰতিষ্ঠিত কৰিছিল। কথাশিল্পী হিচাপে গোস্বামীৰ লেখাৰ প্ৰধান গুণটো হ'ল, ভাষাৰ মিতবাক্ সংযম। অন্য এটা গুণ হ'ল, ৰচনাশৈলীৰ পৰিশীলিত ৰূপ। তেখেতৰ সেই এমুঠি মাথোন চুটিগল্পৰ প্ৰত্যেকটোৱেই অসমীয়া গল্প-সাহিত্যৰ অজৰ-অমৰ সৃষ্টি।

তেখেতৰ সৰ্বশ্ৰেষ্ঠ কীৰ্তি হ'ল, তিনিখন সমালোচনা-গ্ৰন্থ। প্ৰথমখন হ'ল, 'আধুনিক গল্প সাহিত্য'। এই কিতাপখনে অসমীয়া সাহিত্য-বুৰঞ্জীৰ এটা দিশৰ

আনুপুংখিক আলোচনা দাঙি ধৰিছে। ঐতিহাসিক সমালোচনা-সাহিত্যৰ বিষয়ত এইখন নিঃসন্দেহে এখন শ্ৰেষ্ঠ গ্ৰন্থ। এটা বিশেষ সাহিত্যৰূপৰ সমালোচনাধৰ্মী এই বুৰঞ্জীখনৰ নৈৰ্ব্যক্তিক মূল্যায়ন প্ৰণিধানযোগ্য। প্ৰসংগক্ৰমে নিজৰো গল্পবিলাকৰ সমালোচনা এটি এই পুথিখনত দাঙি ধৰিছে। সম্পূৰ্ণ এজন নিৰপেক্ষ দৰ্শকৰ মনোভংগীৰে নিজৰ গল্পবোৰৰ আংশিক আৰু ৰচনা-ৰীতিৰ সম্পৰ্কে মন্তব্য দিছে। 'গোস্বামীৰ ৰচনা-ৰীতি সৰল, অনেক সময়ত বিচিত্ৰতাহীন। তেওঁৰ বস্তু-উত্থাপন ৰীতিও অজটিল। বৰ্ণনাৰ আতিশয্যৰ মোহ তেওঁৰ নাই। বাক্-সংযম তেওঁৰ আছে, বৰং বেচিকৈয়ে আছে। ইয়াৰ ফলত কোনো কোনো ক্ষেত্ৰত গল্প-সৌন্দৰ্য ভালকৈ পৰিস্ফুট হ'ব পৰা নাই।" পঢ়ি উঠি ধাৰণা হয়, লেখিবৰ সময়ত সিজনে যেন গল্পলেখক গোস্বামীক বেলেগ কোনোবা এজন লেখক বুলি ধৰি লৈছে। সেইকাৰণেই, গোস্বামীয়ে গল্পলেখকজনৰ বিষয়ে প্ৰাপ্য প্ৰশংসাৰপৰা যিদৰে নিৰস্ত হোৱা নাই সেইদৰে যুক্তিযুক্ত প্ৰতিকূল সমালোচনাৰ পৰাও বিৰত হোৱা নাই। খুব কম সমালোচক আছে, যি নিজৰ সৃষ্টিকৰ্মৰ বিষয়ে এনেদৰে পক্ষপাতহীন সমালোচনাৰ যোগান ধৰিব পাৰে! গোস্বামী এই বিষয়ত শতকৰা শতাংশই সফল।

গোস্বামীৰ দ্বিতীয়খন সমালোচনা-গ্ৰন্থ "সাহিত্য আৰু সমালোচনা' সাহিত্যতত্ত্বৰ এখন অতি নিৰ্ভৰযোগ্য গ্ৰন্থ। আচলতে এইখন হাডচনৰ 'Introduction to the study of Literature' আৰু আপহাসৰ 'Types of Literature'ৰ লেখীয়া সেই বিষয়ৰ বাটকটীয়া অসমীয়া সাহিত্যতত্ত্বৰ পুথি। গোস্বামীৰ লেখাত মাজে মাজে ই সাহিত্য-দৰ্শনৰ প্ৰান্তসীমা চুই গৈছে।

গোস্বামীৰ তৃতীয়খন তত্ত্ব গ্ৰন্থ হ'ল, "নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য'। জীৱনত যদি তেখেতে অন্য একো গ্ৰন্থ নিলিখি মাথোন এইখন গ্ৰন্থকেই লিখি থৈ গ'লহেঁতেন, তথাপি তেখেত অমৰ হৈ ৰৈ গ'লহেঁতেন কেৱল এইখন গ্ৰন্থৰ ৰচয়িতা বুলি। আৰু এটা কথা, গ্ৰন্থখনৰ গৌৰৱ এইখিনিতে যে, ইয়াত তিনিটা ভিন্নমুখী দৃষ্টিকোণৰ অপূৰ্ব মিলন ঘটিছে। অধ্যয়নশীল মানুহ হিচাপে তেখেতৰ তিনিটা বিষয়ৰ গভীৰ জ্ঞান আছিল : ইংৰাজী সাহিত্য, সংস্কৃত সাহিত্য আৰু তুলনামূলক দৰ্শনৰ আধাৰত নন্দনতত্ত্ব। যেয়েই যি নকওক, এই কেইটা বিষয়ৰ ওপৰত তেখেতৰ অধিকাৰ পল্লৱগ্ৰাহীৰ জ্ঞান নাছিল। মই ব্যক্তিগত সংস্পৰ্শৰ পৰা জানিছিলোঁ, তেখেতে এই তিনিওটা বিষয়ৰ জ্ঞান প্ৰাথমিক সূত্ৰৰ পৰাই সংগ্ৰহ কৰিছিল। তদুপৰি, তেখেত নন্দনতত্ত্বৰ ছাত্ৰ হিচাপে এনে এটা দিশৰ লগত পৰিচিত আছিল, যিটোৰ জ্ঞান খুব কমসংখ্যক নন্দনতত্ত্ব বিদৰেই থাকে। সেয়া হ'ল, তেখেত নিজেই সৃষ্টিধৰ্মী সাহিত্যৰো লেখক আছিল। এই গুণটো আধুনিক ভাৰতীয় নন্দনতত্ত্ববিদ্‌সকলৰ ভিতৰত

মাথোন তিনিজনৰেই আছে : আবু শয়ীদ আইয়ুব, ড° নীহাৰৰঞ্জন ৰায় আৰু ক' ন' সুব্ৰাহ্মণিয়ম্। ইয়াৰ ভিতৰত শেষৰজন দৰাচলতে নন্দনতত্ত্ববিদতকৈ সাহিত্যতত্ত্ববিদ্ হিচাপেহে অধিক পৰিচিত আছিল।

গোস্বামীৰ ক্ষেত্ৰত কিছবাৰ নাটনি যদি আছিল, সেয়া হ'ল তেখেত কবিশিল্পী নাছিল। সৃষ্টিৰ উৎসৰ লগত কবি যিদৰে পৰিচিত, কথাশিল্পীসকল সেইদৰে পৰিচিত নহয়। তাৰ কাৰণ হ'ল, কবি একাধাৰে শব্দৰ ভাস্কৰ আৰু চিত্ৰস্তনিত সংগীতৰ স্ৰষ্টা। কথাশিল্প সৃষ্টিৰ মৌল প্ৰেৰণাৰ পৰা উৎসাৰিত হোৱাতকৈ বাণীৰ স্পন্দনশীল সংগ্ৰথনৰ ওপৰতহে অধিক নিৰ্ভৰশীল।

ভাৰতীয় নন্দনতত্ত্বৰ প্ৰধান গুণ অথবা ক্ৰুটিটো হ'ল ইয়াৰ অত্যধিক বিশ্লেষণ-প্ৰবণতা। তুলনাত য়ুৰোপীয় নন্দনতত্ত্বৰ প্ৰধান গুণ অথবা ক্ৰুটিটো হ'ল, ইয়াৰ সংশ্লেষণধৰ্মিতা। স্বাভাৱিকতে ইয়াত অনেক 'অনুমানসঞ্জাত তাৎক্ষণিক অতিক্ৰমণ' ( leap in the hazard ) আছে। কবিশিল্পী নাছিল কাৰণেই ত্ৰৈলোক্যনাথ গোস্বামী দৰাচলতে এগৰাকী কান্তিবিজ্ঞানৰহে পণ্ডিত আছিল। কান্তিবিজ্ঞান আৰু নন্দনতত্ত্ব-দুয়োটাই যদিও ইংৰাজী aesthetics শব্দটোৰ প্ৰতিশব্দৰূপে গৃহীত, দৰাচলতে দুয়োটাৰ মাজত অতি সূক্ষ্ম প্ৰভেদ এটা আছে। কান্তিবিজ্ঞান সৌন্দৰ্যৰ অংগসংস্থানৰ লগতহে অধিক সংশ্লিষ্ট, ঠিক যিদৰে নন্দনতত্ত্ব সৌন্দৰ্যৰ স্বৰূপটোৰ লগত অধিক জড়িত। এই গ্ৰন্থখনৰ প্ৰথম ছ'টা অধ্যায়ত প্লেটোৰপৰা লুই আৰ্ণল্ড ৰীডলৈকে য়ুৰোপীয় ধ্যান-ধাৰণাৰ আলোকত সৌন্দৰ্যৰ অংগসংস্থান আৰু সাহিত্যত তাৰ প্ৰতিফলনৰ আনুপূংখিক আলোচনা কৰিছে। তাৰ পাচৰ পাঁচোটা অধ্যায়ত ভৰতৰ পৰা অভিনৱ গুপ্তলৈকে ভাৰতীয় ধ্যান-ধাৰণাৰ আলোকত সাহিত্যৰ ৰসতত্ত্ব আলোচনা কৰিছে। আৰু, শেষ অধ্যায়ত পূব আৰু পশ্চিমৰ সাহিত্যতত্ত্বৰ এটি তুলনামূলক আলোচনাৰ যোগান ধৰিছে। মন কৰিবলগীয়া যে, গোস্বামীৰ ক্লাইভ বে'ল আৰু কুন্তক—দুয়োগৰাকীৰ সম্পৰ্কে প্ৰায় নীৰৱ হৈ বৈ গৈছে। কাৰণটো সহজেই অনুমেয়। তেখেতে যেন বৌদ্ধিক বিলাসপূৰ্ণ তুলনামূলক নন্দনতত্ত্বৰ প্ৰতি কিছু পৰিমাণে অনীহা দেখুৱাই সাহিত্যৰ কান্তি বিজ্ঞাননিৰ্ভৰ আলোচনাতে নিজক সীতাৰ সতীৰেখা আঁকি তাৰ বাহিৰলৈ যাব খোজা নাই। এখোজ সিপাৰেই সেইখন নন্দনতত্ত্বৰ নন্দনবন। কিন্তু, যিটো সংযমশীলতা গোস্বামীৰ গল্পবিলাকত অনুভূত, সেই একেটা সংযমশীলতাৰ বাবেই তেখেতে নিজক সেই খোজটো দিয়াৰপৰা বিৰত ৰাখিছে। কাৰণ, সেই খোজটো দিয়াৰ আগতে তেখেত নিজে যিটো নাছিল সেই কবিশিল্পীৰ হাত ধৰি সেই খোজটো দিবলৈ অপ্ৰস্তুত আছিল। তাৰ বিনিময়ত আমি পালোঁ, অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠতম তুলনামূলক সাহিত্যতত্ত্বৰ গ্ৰন্থখন।

# গোস্বামীৰ নান্দনিক দৃষ্টি

## ডক্টৰ হৰিদত্ত শৰ্মা

সুন্দৰ আৰু সৌন্দৰ্য্য সম্পৰ্কে জ্যোতিপ্ৰসাদে যিমানখিনি লিখিছে—আমাৰ অসমীয়া সাহিত্যত আজিলৈ তেনেধৰণে কোনেও লিখা নাই ; তত্ৰাচ সুন্দৰ আৰু সৌন্দৰ্য্যৰ ধাৰণা সম্পৰ্কে জ্যোতিপ্ৰসাদো বৰ স্পষ্ট যেন নালাগে। চন্দ্ৰকুমাৰ আগৰৱালাৰ "সুন্দৰৰ আৰাধনাই জীৱনৰ খেল" বোলা পংক্তিটোও কবি কীটচৰ Truth is beauty—beauty truth" ৰ দৰে ৰহস্যময়ী। সৌন্দৰ্য্যৰ ধাৰণাটো ইমান অস্পষ্ট আৰু কষ্টসাধ্য যে, ইয়াক কোনো এটা নিৰূপিত তত্বৰ মাধ্যমেদি ব্যাখ্যা কৰিব নোৱাৰি। সৌন্দৰ্য্য সগুণ অথচ গুণাতীত, মন্ময় অথচ তন্ময়, স্থূল অথচ সূক্ষ্ম আৰু মৃত্যুশীল অথচ শাশ্বত। সৌন্দৰ্য্যৰ এই দ্বৈতাদ্বৈতবাদী অৱস্থিতিয়ে যুগে যুগে সাহিত্যিক আৰু দাৰ্শনিকসকলক চিন্তান্বিত কৰি আহিছে। সৌন্দৰ্য্যসম্পৰ্কে যথেষ্ট বিতৰ্ক আছে - কিন্তু কোনো সৰ্বজনসন্মত সিদ্ধান্ত নাই।

ত্ৰৈলোক্যনাথ গোস্বামীয়ে তেখেতৰ 'নন্দনতত্ব: প্ৰাচ্য আৰু প্ৰতীচ্য' শীৰ্ষক গ্ৰন্থৰ মাজেদি প্লেটোৰ দিনৰ পৰা আজিলৈ মানৱৰ প্ৰবহমান সৌন্দৰ্য্য জিজ্ঞাসাৰ এটা সুন্দৰ বিশ্লেষণ দাঙি ধৰিছে। কান্তিবিদ্যা, ৰুচিবিজ্ঞান আদি সমাৰ্থক নাম আৰু আমাৰ বোধেৰে নন্দনতত্ব নামাঙ্কন বেছি গ্ৰহণীয় হৈছে। ৬১৯ পৃষ্ঠাত সমাপ্ত এই গ্ৰন্থখন ৰচনাৰ বাবে লিখকৰ যি দীৰ্ঘদিনীয়া অধ্যয়ন আৰু মানসিক প্ৰস্তুতিৰ প্ৰয়োজন হৈছিল গ্ৰন্থখনৰ প্ৰতিটো পৃষ্ঠাই তাৰ স্বাক্ষৰ বহন কৰিছে। যদিও দুই চাৰিয়ে প্ৰবন্ধ অথবা বিভিন্ন খণ্ড আলোচনাৰ যোগেদি বিষয়টো স্পৰ্শ কৰিছে—তত্ৰাচ প্ৰাচ্য-প্ৰতীচ্যৰ বিস্তৃত নন্দনতাত্বিক আলোচনা সম্বলিত এইখনেই আজিপৰ্য্যন্ত একমাত্ৰ পূৰ্ণাঙ্গ গ্ৰন্থ।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰা উচিত হব যে, ত্ৰৈলোক্যনাথ গোস্বামীদেৱে বৰ্তমান গ্ৰন্থ প্ৰণয়ণ কৰাৰ বহুদিন আগেয়ে নান্দনিক নহলেও প্ৰাচ্য-প্ৰতীচ্য সাহিত্য আলোচনাত প্ৰবৃত্ত হয়। তেখেতৰ 'সাহিত্য আলোচনা', 'আধুনিক গল্প সাহিত্য', 'পাশ্চাত্য সমালোচনা আৰু অসমীয়া সমালোচনাৰ ওপৰত ইয়াৰ প্ৰভাৱ' আদি গ্ৰন্থত নিহিত আছিল তেখেতৰ বৰ্তমান গ্ৰন্থৰ বীজ। 'অকণা', 'মৰীচিকা'ৰ সময়ৰ ভাবাবেগ আৰু কল্পনাপ্ৰৱণতাৰ অন্তত সূক্ষ্মবিচাৰ-বুদ্ধি, যুক্তি-সংযম আৰু বিশ্লেষণপ্ৰিয়তাই তেখেতৰ পৰবৰ্তীকালৰ সকলো ৰচনাক পৰিচালিত কৰিছে। মৌলিক সৃষ্টি আৰু সমালোচনা এই দ্বৈত প্ৰতিভা যিসকল ব্যক্তিৰ লিখনীত সমানে পৰিস্ফুত হৈছে সেইসকলৰ ভিতৰত গোস্বামী অন্যতম।

নন্দনতত্ত্ব কলাত্মক সৌন্দৰ্য্যৰ বিচাৰ আৰু বিশ্লেষণতত্ত। বাগিছাত দেখিবলৈ পোৱা গোলাপৰ বিমল কান্তি, ৰাজপথত লগ পোৱা হেলেনৰ সৌন্দৰ্য্য সুষমা, নন্দনতত্ত্বৰ পৰিসীমাৰ ভিতৰত নপৰে। সুকুমাৰ কলা আৰু সাহিত্যত মূৰ্ত্ত হৈ উঠা কলাত্মক সৌন্দৰ্য্যই হল ইয়াৰ বিষয়বস্তু। অন্যান্য সুকুমাৰ কলাৰ ওপৰত অ'ত ত'ত ৰেখাপাত কৰিলেও গোস্বামীয়ে সাহিত্যৰ সৌন্দৰ্য্য আৰু সমালোচনাৰ মাজতে নিজকে আবদ্ধ কৰি ৰাখিছে বুলি তেখেতে গ্ৰন্থখনৰ পাতনিত নিজে উল্লেখ কৰিছে।

পাশ্চাত্য নন্দনতত্ত্বেৰে কিতাপখন আৰম্ভ কৰা হৈছে।— চৰম ভাববাদী প্লেটোৰ পৰা আৰম্ভ কৰি মাৰ্কস্ আৰু এংগেল্‌চৰ বস্তুবাদলৈ হাজাৰ হাজাৰ মাইল পথ গোস্বামীয়ে অতিক্ৰম কৰিছে। গোস্বামীয়ে ডাঙি ধৰা প্লটীনাচৰ সৌন্দৰ্য্যানুভূতিৰ বিশ্লেষণ উল্লেখযোগ্য :

"সৌন্দৰ্য্য ৰূপাশ্ৰিত নহয়-ই ৰূপাতীত। সৌন্দৰ্য্যৰ উপলব্ধি এক আধ্যাত্মিক কাৰ্য। গতিকে নন্দনতাত্ত্বিক অভিজ্ঞতাও ব্যক্তিত্বৰ নিমজ্জন হোৱা মিষ্টিক অভিজ্ঞতা সদৃশ। কেৱল যৌগিক পদাৰ্থ এটাহে সুন্দৰ হ'ব পাৰে। যিবোৰ বস্তুৰ অংশ নাই সেইবোৰ সুন্দৰো নহয়। এটা গোট বস্তুৰ বিভিন্ন অংশবোৰৰো সৌন্দৰ্য্য আছে—কিন্তু বিচ্ছিন্নভাৱে নহয়। যেতিয়া এই অংশবোৰ মিশ্ৰিত হৈ এটা সামগ্ৰিক ৰূপ গ্ৰহণ কৰিব তেতিয়াহে এইবোৰ হব সৌন্দৰ্য্যমণ্ডিত। কেৱল সামঞ্জস্য আৰু ঐক্যৰ মাজতে সৌন্দৰ্য্য আবদ্ধ নহয়। যিবোৰ অংশেৰে সৌন্দৰ্য্য গঠিত হৈছে সিবোৰৰ সৌন্দৰ্য্যও অৱজ্ঞা কৰিব নোৱাৰি। সৌন্দৰ্য্যৰ উপলব্ধি এক আধ্যাত্মিক কৰ্ম। উপযোগিতাৰ বিচাৰ নথকা ই এটা নিৰাসক্ত—ভালপোৱা"।

ইউৰোপীয় সাহিত্যত মধ্যযুগ ধৰ্মীয় চিন্তাৰ যুগ হোৱা হেতুকে তেওঁ বিষয়বস্তুৰ সাধাৰণ আভাস নৱজাগৰণৰ লিখক ফিলিপ ছিদনী, দাৰ্শনিক ৰেনে ডেকাৰ, বেন জনচন, ড্ৰাইদেন, জন লক এডিচন, আৰ্ল অব ছেফ্‌ট্‌চবাৰী আৰু এডমাণ্ড বাৰ্ক আদিৰ কাব্যতত্ত্ব সৰসভাৱে আলোচনা কৰিছে। বাৰ্কৰ প্ৰসঙ্গত তেওঁ কৈছে : "বাৰ্কৰ মতে সৌন্দৰ্য্য বস্তুৰ একপ্ৰকাৰ গুণ যি গুণে ইন্দ্ৰিয়াদিৰ সহায়ত মানুহৰ মনোৰাজ্যত সোমাই একপ্ৰকাৰ আনন্দদান কৰিব পাৰে। উপযোগিতাৰ জ্ঞান লাভ হোৱাৰ আগতেই সৌন্দৰ্য্যই মানুহক অভিভূত কৰে। তাৰোপৰি সৌন্দৰ্য্য বুদ্ধি শক্তিৰ সৃষ্টি নহয়। ই এনে এটা গুণ যাক সম্পূৰ্ণৰূপে ব্যাখ্যা কৰা নাযায়।" বস্তুধৰ্মী বিষয় বস্তুতকৈ আধ্যাত্মিক তথা দাৰ্শনিক বিষয়ে গোস্বামীদেৱক বেছি আকৰ্ষণ কৰা যেন অনুমান হয়। সেই হেতুকে লাইবনিজ, বমগাৰ্টেন, কাণ্ট, শ্বিলাৰ, শ্বেলি হেগেল চোপেনহাৱাৰ, ফ্ৰেডাৰিক হাৰ্বাৰ্ট আদি জাৰ্মান দাৰ্শনিক পণ্ডিতসকলৰ মতবাদ

বিশেষকৈ কাণ্ট আৰু হেগেলৰ নন্দনতত্ত্ব তেওঁ অধিক বিশদভাৱে বৰ্ণনা কৰিছে। হেগেলৰ দৃষ্টিত সৌন্দৰ্য্য কি ?

"সৌন্দৰ্য্য আইডিয়াৰ প্ৰত্যক্ষ ৰূপ। গতিকে সৌন্দৰ্য্য আৰু সত্য একেই। যেতিয়া আইডিয়াক আইডিয়া হিচাপে গ্ৰহণ কৰা হয় তেতিয়া ই সত্য। সত্যৰ ইন্দ্ৰিয়গ্ৰাহ্য ৰূপ নাই। কিন্তু যেতিয়া এটা ৰূপৰ মাধ্যমেদি আইডিয়াক প্ৰকাশ কৰা হয় তেতিয়া ই সত্য হোৱাৰ উপৰিও হয় সুন্দৰ।"

নন্দনতত্ত্ব আলোচনা কৰাটো অতি দুৰূহ কাম। সাধাৰণ অধ্যয়নৰদ্বাৰা এই কামত হাত দিয়াটো ধৃষ্টতা মাথোন। অধ্যয়নৰ লগতে চিন্তন-মনন আৰু সংযোজন ক্ষমতাৰো অতিকে প্ৰয়োজন। প্ৰণিটনাচে কোৱাৰদৰে বিভিন্ন অংশৰ মাজত ঐক্য-সংহতি স্থাপন কৰিলেই সৌন্দৰ্য্য মূৰ্ত্তমান হৈ উঠে। বিভিন্নতাৰ মাজত ঐক্য আবিষ্কাৰ কৰা অথবা বিক্ষিপ্ত চিন্তাৰাশিক একত্ৰিত কৰি সংহতিৰ এনাজৰীৰে একীভূত কৰাৰ কাৰণে অকল শ্ৰমেই যথাসৰ্বস্ব নহয়—ইয়াৰ কাৰণে কিছুপৰিমাণে মৌলিকতাৰো প্ৰয়োজন। লিখকৰ হৃদয়ত ৰসসঞ্চাৰ নহ'লে পাঠকৰ হৃদয়ত তেওঁ অনুৰূপ ৰসসঞ্চাৰ কৰাটো সম্ভৱ নহয়। আৰ্টৰ প্ৰকৃতি সম্পৰ্কে টলষ্টয়ে কৈছে যে, কলাৰ কাম হৈছে কলাকাৰৰ সঞ্চিত অনুভূতিক জাগ্ৰত কৰি বিভিন্ন মাধ্যমৰ যোগেদি পাঠক, দৰ্শক তথা শ্ৰোতাৰ হৃদয়ত সেই অনুভূতি সঞ্চাৰ কৰা। ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ ৰসোদীপ্ত মন আৰু তীব্ৰ অনুভূতি প্ৰৱণতাই নীৰস সমালোচনাতো কিছুপৰিমাণে সৰস কৰি তুলিবলৈ সক্ষম হৈছে। গ্ৰন্থপঞ্জীত অন্তৰ্ভুক্ত কিতাপসমূহৰ সাৰমৰ্ম উদ্ধাৰ কৰি নিজৰ সমালোচনাত খটোৱাটো কিমান কষ্টসাধ্য তাক যি কোনো পাঠকে উপলব্ধি কৰিব পাৰিব। এখন কিতাপৰ এটা পংক্তিও যদি উদ্ধৃত কৰিব লগা হয় তেতিয়াহলেও সেই কিতাপ খনৰ থুলমূলভাৱে এটা স্পষ্ট ধাৰণাৰ প্ৰয়োজন হয়। এনেধৰণে তেখেতে নিজৰ সৃষ্টিত ব্যৱহাৰ কৰা গ্ৰন্থৰ সংখ্যা হল প্ৰায় এশ দহ খন আৰু ইবিলাকৰ আটাইকেউখনেই প্ৰতিনিধিত্বমূলক।

গোস্বামীদেৱ বিশেষভাৱে প্ৰভাবান্বিত হোৱা দেখা যায় ক্ৰোচেৰ *Aesthetic* আৰু টলষ্টয়ৰ *What is Art* দ্বাৰা। এই দুই গৰাকী নন্দনতাত্বিকৰ সঘন উদ্ধৃতিয়ে উক্ত সিদ্ধান্তৰ সত্যতা প্ৰমাণ কৰিছে। নৈৰাশ্যবাদ চোপেনহাৱাৰৰ নন্দনতত্ত্ব বিশ্লেষণ কৰি তেওঁ কৈছে : "নন্দনতাত্বিক অভিজ্ঞতা নিৰাসক্ত। এনে অভিজ্ঞতাত কৰ্তা আৰু কৰ্মৰ মিলন ঘটে। এই অভিজ্ঞতাই কৰ্তাৰ চৈতন্য সম্পূৰ্ণৰূপে অভিভূত কৰে আৰু সাময়িকভাৱে কৰ্তা-কৰ্মৰ চৈতন্য বিলোপ কৰি পেলায়।" ইংৰাজ কবি ৱৰ্ডচৱৰ্থ, কলেৰিজ, শ্বেলী, কীটচ আৰু মেথুআৰ্নল্ড আদিক ৰেখাপাত কৰি তেওঁ ৰাস্কিনৰ ওপৰত এইদৰে মন্তব্য কৰিছে "ৰাস্কিনৰ প্ৰকৃতি কলাকাৰৰ প্ৰকৃতি—যিহেতু তেওঁ

সহজতে উদ্দীপিত আৰু অভিভূত হয় শক্তিকে তেওঁৰ ভত্তালোচনাৰ মাজত দেখিবলৈ পোৱা যায় তথ্যৰ পৰিবৰ্তে সপোন আৰু কল্পনা।" লিখকে কোনোধৰণৰ নিজস্ব নন্দনতত্ত্ব আগবঢ়োৱা নাই। গ্ৰন্থখনিৰ অ'ত ত'ত সিচৰতি হৈ থকা মন্তব্য বাশি একত্ৰিত কৰিব পাৰিলে তেওঁৰ নন্দনতাত্ত্বিক ধাৰণা সম্পৰ্কে হয়তো আমি কিছুপৰিমাণে অৱগত হবলৈ সুবিধা পাম।

প্ৰাচ্য-পাশ্চাত্য প্ৰায় সকলো প্ৰতিনিধিত্বমূলক নন্দনতাত্ত্বিক আলোচনা বৰ্তমান গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে। হিপোলাইট টেইন, মাৰ্কস আৰু এঙ্গেলচ, এডগাৰ এলান পো, ফ্ৰেডাৰিক নিৎচে, এ. চি. ব্ৰেডলি, ফ্ৰয়েদ, ইউঙ আৰু আধুনিক নব্য সমালোচনাৰ প্ৰতিভূ আই এ ৰিচাৰ্ডচ, উইলিয়াম এম্পছন, হেনৰী বাৰ্গছ, জন দিউৰি, টি.এচ. এলিয়ট, ছাট্ৰে, কেমু, থিয়ডৰ মেয়াৰ গ্ৰীন আৰু লুই আৰ্নড ৰীডৰ চমু আলোচা ইয়াত সন্নিবিষ্ট কৰা হৈছে। টলষ্টয় আৰু ক্ৰোচেৰ ওপৰত কৰা আলোচনা বিস্তৃত ৰূপত পৰিৱেশন কৰাৰ মূল কাৰণ হ'ল উক্ত দুগৰাকী লিখকৰদ্বাৰা গোস্বামীদেৱ বিশেষ ভাবে অনুপ্ৰাণিত হৈছে। সেইদৰে কাণ্ট, হেগেল, এৰিষ্টটলৰ আলোচনা পূৰ্ণাংগ বুলি কব পাৰি। মাৰ্কসীয় নন্দনতত্ত্ব সংক্ষিপ্ত হোৱাৰ কাৰণ এইটোও হব পাৰে যে, ইয়াৰ বাবে আৱশ্যকীয় গ্ৰন্থ সময়ত দুষ্প্ৰাপ্য হৈ বল।

প্ৰাচ্য নন্দনতত্ত্বও প্ৰতীচ্যৰ দৰে বিস্তৃত ৰূপত প্ৰকাশ পাইছে। ৰস, অলংকাৰ, ধ্বনি, বক্ৰোক্তি, গুণ-ৰীতি আৰু দোষ-ঔচিত্যৰ বিচাৰ *সাহিত্য-আলোচনা*তকৈ বহুগুণে উন্নত হোৱা যেন সাধাৰণ পাঠকৰ ধাৰণা হয়—অৱশ্যে বিদগ্ধসকলৰ কথা সুকীয়া। আটাইতকৈ ডাঙৰ কথা কঠিন ধাৰণাবিলাক সহজ আৰু সৰল ভাষাৰে অন্ততঃ মধ্যৱৰ্ত্তী পাঠকৰ বাবে *বোধগম্য* কৰি তোলা।

'সাহিত্য আলোচনা'ত গোস্বামীদেৱে শৈক্ষিক দিশ চকুৰ আগত ৰাখি সকলো কথা খৰচি মাৰি আলোচনা কৰিছিল। কিন্তু বৰ্তমান গ্ৰন্থ তেওঁ ৰচনা কৰিছে সম্পূৰ্ণ দাৰ্শনিক দৃষ্টিৰে। বিভিন্ন বাদ-মতবাদৰ সমাহাৰ আৰু তুলনামূলক সমালোচনাই প্ৰাচ্য নন্দনতত্ত্বকো প্ৰতীচ্যৰ দৰে আকৰ্ষণীয় কৰি তুলিছে। প্ৰাচ্যনন্দনতত্ত্বৰ *নাট্যশাস্ত্ৰ ধ্বন্যালোক, বক্ৰোক্তি জীৱিত, দশৰূপক, কাব্যপ্ৰকাশ, সাহিত্যদৰ্পণ, ঔচিত্য বিচাৰ চৰ্চা, ৰস গংগাধৰ* আদি মূল গ্ৰন্থৰ বাহিৰেও বিভিন্ন প্ৰাচ্য আৰু পাশ্চাত্যৰ পণ্ডিতসকলৰ টীকা-টীপ্পনীৰে বৰ্তমান গ্ৰন্থ সমাহিত হৈছে। তত্ৰাচ প্ৰাচ্য নন্দনতত্ত্বৰ তুলনাত পাশ্চাত্য নন্দনতত্ত্ব অধিক বিশদ আৰু বিশ্লেষণাত্মক হোৱা বুলি যিকোনো পাঠকে অনুভৱ কৰিব পাৰিব। আন এটা মন কৰিবলগীয়া কথা হ'ল গোস্বামীদেৱৰ সমন্বয়ধৰ্মিতা। ৰুডিয়াৰ্ড কিপলিঙ-এ ভেদবাদৰ পৰিবৰ্তে প্ৰাচ্য-পাশ্চাত্যৰ তুলনামূলক সমালোচনাৰদ্বাৰা এক ৰাখিন্ত্ৰিক সমন্বয় সাধন কৰিবলৈ সমৰ্থ হৈছে।

উদাহৰণ স্বৰূপে "ক্লাইব বেলে যিটোক নন্দনতাত্ত্বিক ভাব বুলিছে সেইটো ভাৰতীয় আলংকাৰিক সকলৰ ৰসৰ প্ৰত্যয়ৰ লগত খাপ খুৱাই লব পাৰি। এই দিশত বেলৰ আলোচনা পৰ্য্যাপ্ত নহয়। নন্দনতাত্ত্বিক ভাববোৰ যে সাধাৰণ লৌকিক ভাবৰপৰা বেলেগ এই কথাটো তেওঁ কোনো ঠাইত দৃষ্টান্ত সহকাৰে প্ৰমাণ কৰাৰ যত্ন কৰা নাই। ৰসবাদী আলংকাৰিকসকলে অনুসৰণ কৰা বাটেদি তেওঁ আগবঢ়া হলে তেওঁৰ বিপক্ষে তোলা অস্পষ্টতাৰ অভিযোগ তেওঁ খণ্ডন কৰিব পাৰিলেহেঁতেন।"

ত্ৰৈলোক্যনাথ গোস্বামীৰ সকলো সমালোচনাই কম বেছি পৰিমাণে তুলনামূলক আৰু সৰহভাগ ক্ষেত্ৰতে সমন্বয়ধৰ্মী আৰু সমন্বয়ধৰ্মিতাই জ্ঞানবৈদগ্ধ্যৰ একমাত্ৰ স্বাক্ষৰ। জ্ঞান তথা কলা-কৃষ্টিৰ জগতত প্ৰাচ্য পাশ্চাত্যৰ মাজত কোনো বিৰোধ নাই। Longinusৰ Sublimity আৰু ভাৰতীয় ৰস মূলতঃ এটা বস্তু। দৃষ্টিভংগী আৰু বিশ্লেষণ ৰীতিৰ প্ৰভেদ হেতুকে ইয়াক পূব-পশ্চিম যেন অনুভূত হয়। এটা ক্ষুদ্ৰ প্ৰবন্ধৰ যোগেদি গোস্বামীদেৱৰ নান্দনিক দিশ সামৰিব খোজাটো সম্ভৱপৰ নহয়। গ্ৰন্থখনৰ অন্যান্য দিশৰ বিশদ আলোচনাৰ এতিয়াও বহু থল আছে। □

# ত্ৰৈলোক্যনাথ গোস্বামীৰ ৰচনাত ব্যংগ্য

## শশী শৰ্মা

বিশিষ্ট কথা সাহিত্যিক, সমালোচক আৰু নিবন্ধকাৰ ত্ৰৈলোক্য নাথ গোস্বামী অন্যতম বিশিষ্ট ব্যঙ্গ্য সাহিত্যিক ৰূপেও জনাজাত। তেওঁৰ ভালেমান গল্প ব্যংগ্যাত্মক, একমাত্র উপন্যাস 'জীয়ামানুহ'খন ব্যঙ্গ্যৰ কাৰণেই আকৰ্ষণীয়, কেবাটাও নিবন্ধ ব্যংগ্যাত্মক, আনকি কবিতাও ব্যঙ্গ্যৰ ছিটিকনিৰপৰা আঁতৰি থাকিব পৰা নাই।

সমাজ সংস্কাৰ তেওঁৰো ব্যঙ্গ্যৰ কেন্দ্ৰীয় আদৰ্শ। যুদ্ধৰ আগতে ৰচনা কৰা গল্পত তেওঁ অন্ধ সংস্কাৰ, ৰক্ষণশীলতা, মতান্ধতা আদিক ব্যঙ্গ্য কৰিছিল। উদাহৰণ স্বৰূপে 'প্ৰতিক্ৰিয়া' আৰু 'ভূত' বোলা গল্প দুটালৈ আঙুলিয়াব পাৰি। 'ভূত' ক ভ্ৰম বুলি প্ৰতিপন্ন কৰি বেজবৰুৱা-গোহাঞিবৰুৱা আদিয়েও ভিন ভিন ৰচনাৰ সৃষ্টি কৰিছিল। কিন্তু মাথোঁ সিদিনালৈকে ভূতৰ ভয় আঁতৰি যোৱা নাছিল। ভূতৰ ভয়ে মানুহক ভীৰু কাপুৰুষ কৰিছিল; ইয়ে সমাজৰ বিকাশত বাধাৰ সৃষ্টি কৰিছিল। ভূতৰ অন্ধবিশ্বাস আঁতৰোৱাৰ আকাংক্ষাৰেই তেওঁ 'ভূত' বোলা গল্পটো ৰচনা কৰি ভূতৰ ভয়ত সশংকিত সমাজক উপলব্ধি কৰাব বিচাৰিল যে ভূত কেৱল ভ্ৰমহে। গল্পটোত ভূতৰ ভয়ত লটিঘটি হোৱা বৃন্দাবন বাপুৰ উপলব্ধি—ভূতকো ভূতে পালে। "কান্তিৰামৰ মনত হয়তো তেওঁলোকেই ভূত আছিল। সেইবাবে সি দা লৈ খেদিবলৈ আগবাঢ়িছিল। কিন্তু ভাগ্য বিপৰ্যয়ৰ ফলত সেই ভূতকো কেতিয়াবা গছে খেদা মাৰি অহাটো একো অসম্ভৱ নহয়।" গল্পটোৰ মাজেদি গভীৰ জীৱন-জিজ্ঞাসাৰ আভাস পোৱা নাযায় সঁচা, কিন্তু ৰচনা কালৰ একাংশ সামাজিকৰ মনৰপৰা 'ভূতৰ' ভ্ৰম আঁতৰোৱাত হয়তো সহায় কৰিব পাৰিছিল। 'প্ৰতিক্ৰিয়া'ৰ মাজেদি সামাজিক কুসংস্কাৰৰ ছবি চিত্ৰিত কৰি মানৱীয় অনুভূতিৰে উদ্দীপ্ত সংস্কৃতিসম্পন্ন সমাজৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিব বিচাৰিছে। আজিও কুষ্ঠৰোগীৰ প্ৰতি সামাজিক দৃষ্টি আদৰণীয় বুলিব নোৱাৰি। প্ৰাকস্বাধীনতা কালত কুষ্ঠৰোগী পেলি-পচি অকলে-নীৰলে তিল তিলকৈ নিঃশেষ হৈ যাব লগাত পৰিছিল। কুসংস্কাৰৰ বশৱৰ্তী সমাজে কুষ্ঠৰোগী বজনলৈও কোনো প্ৰকাৰৰ সহায়-সাহায্য আগবঢ়োৱা নাছিল। আনকি তাৰ মৃত্যুৰ পিছত এজন 'ডেকা'ত বাহিৰে শসংকাৰ কৰিবলৈ আন কোনো আগবাঢ়ি অহা নাছিল। সমাজে 'ডেকা'জনক শুদাই নেৰিলে।" ডেকাজনৰ বিপক্ষে থিয় হোৱা প্ৰবল দল এটিয়ে ডেকাজনক এঘৰীয়াকৈ ৰাখি দীঘল চাৰি বছৰ কাললৈ তাৰে আলোচনাত ব্যস্ত থাকিল।" আনকি 'ডেকা' জনৰ দোষৰ বিচাৰ কৰিবলৈ বুলি বহুওৱা পণ্ডিতৰ সভাই ডেকাক নিৰ্দোষ বুলি ৰায়

দিয়াৰ পিছতো সংস্কাৰাচ্ছন্ন সমাজ তুষ্ট হ'ব নোৱাৰিলে,—বিতুষ্টভাবে মনৰ ক্ষোভ প্ৰকাশ কৰিবলৈও নেৰিলে"—"তাৰ মইমতালিখনকে চাচোন। দহজনক মানিব নোখোজে; নষ্ট পাব।" আচলতে 'প্ৰতিক্ৰিয়া'ত লেখকে নিন্দাৰ ছলেৰে উদাৰ আৰু সাহসী এই 'ডেকা' জনকহে প্ৰশংসা কৰিছে আৰু অন্ধসংস্কাৰাচ্ছন্ন সমাজখনক কৰিছে নিন্দা। ইয়াত ব্যাজস্তুতিৰ আদৰ্শ স্পষ্ট।

তেওঁ অন্ধবিশ্বাস আৰু কুসংস্কাৰক ব্যঙ্গ্য কৰি গল্প ৰচিছে কম; মানৱীয় চাৰিত্ৰিক দুৰ্বলতাৰ বিৰুদ্ধেহে ব্যঙ্গ্যৰ সহায়ত বেছিকৈ থিয় দিয়া দেখা যায়। দুই-এঠাইত বিপ্লৱী ৰূপতো অৱতীৰ্ণ নোহোৱাকৈ থকা নাই। 'সুখীৰাজকুমাৰ' এটা বিশিষ্ট গল্প। ওস্কাৰ ৱাইল্ডিৰ একে নামৰ গল্প এটাৰ ছাঁলৈ এই গল্পটো ৰচনা কৰিছিল বুলি ভবাৰ থল আছে যদিও, গল্পটোৰ মাজেদি ব্যঞ্জিত ব্যঙ্গ্যৰ এক সুকীয়া মাধুৰ্য আছে। ৰাজকুমাৰে কুলিচৰাইজনীৰ সহায়ত নিজৰ যথাসৰ্বস্ব দুখী-দৰিদ্ৰৰ মাজত বিতৰণ কৰি সৰ্বস্বান্ত হোৱাৰ পিছত দেখিবলৈ অশুৱনি হোৱা স্বাভাৱিক। লেখকে ক'ব বিচাৰিছে যেন সমাজত গুণী-জ্ঞানী-মানী খিতাপী ৰূপে জনাজাত সকলো যেন কেৱল বাহ্যিকতাৰ প্ৰতিহে আকৃষ্ট। ৰাজকোঁৱৰৰ প্ৰতিমূৰ্তিটোৰ বাহ্যিক সৌন্দৰ্যলোপ পোৱাৰ লগে-লগে তাক ভাঙি পেলোৱালে। বিশ্ববিদ্যালয়ৰ সুকুমাৰ বিভাগৰ অধ্যাপকেও যেন অভিমত দিলে,—"যেহেতু এইটো দেখিবলৈ ধুনীয়া নহয়, সেইবাবে ই দৰ্কাৰীও নহয়।" আচলতে এই মন্তব্যৰ মাজেদি কলাকৈৱল্যবাদী আদৰ্শৰ স্বৰূপেই ব্যক্ত হৈছে। লেখক কলাকৈৱল্যবাদী নহয়, জানিবা মানৱীয়বাদীহে। স্বয়ং ভগবানৰ বিচাৰত ৰাজকুমাৰ আৰু প্ৰেমৰ প্ৰতিমূৰ্তি স্বৰূপ কুলি চৰাইজনীক সবাতোকৈ ওখ স্থান দি প্ৰকৃততে বিশ্ববিদ্যালয়ৰ বৰ বৰ ওখ উপাধীধাৰী পণ্ডিতসকলৰ অন্তদৃ'ষ্টিহীন বাহিৰ শুৱনি দৃষ্টিক ব্যঙ্গ্য কৰিছে আৰু মানৱতাবাদৰ প্ৰতি দেখুৱা হৈছে গভীৰ শ্ৰদ্ধা। 'কলা কলাৰ কাৰণে নহয়, কলা মানৱতাৰ কাৰণেহে' এই আদৰ্শকে 'সুখী ৰাজকুমাৰ বোলা এই গল্পটোৰ মাজেৰে ব্যঙ্গ্যৰ সহায়ত প্ৰতিষ্ঠা কৰিছে। 'অঘোৰী ৰতনী' আন এটা ব্যঙ্গ্যাত্মক গল্প। এই গল্পটোত প্ৰকৃততে সামন্তযুগীয়া মনোবৃত্তিক ব্যঙ্গ্য কৰিছে। হাকিমে গুলিয়াই হত্যা কৰিলে ৰতনীক; অথচ ডাক্তৰে পৰামৰ্শ দিলে হাকিমে কেইমাহমান জিৰণি ল'ব লাগে। তেওঁ ঘঁহিয়াই দেখুৱাইছে জানিবা সমাজখন সামন্তযুগতেই আছে।

'পূজাৰ গৰাহত নীৰৱ কবি ডাক্তাৰ শইকীয়া' বোলা গল্পটোও ব্যঙ্গ্যাত্মক। কবিতা বা সুকুমাৰ কলাৰ সেৱা কৰিলে বুলিয়ে যে লৌকিক বা ব্যৱহাৰিক জীৱনৰ প্ৰতি উদাসীন হ'ব লাগিল, তাৰ কোনো মানে নাই। কবিতা সেৱাৰ নামত দৈনন্দিন জীৱনক অৱহেলা কৰা ডাঃ শইকীয়াক গল্পটোত ব্যঙ্গ্যৰ সহায়ত হাঁহিয়াতৰ পাত্ৰ কৰি

তোলা হৈছে। জানিবা লেখকে বাস্তৱ আৰু কল্পনাৰ মাজত সোণৰ সাঁকো হে গঢ়ি তুলিব বিচাৰে। 'মৰীচিকা' ত্ৰৈলোক্য নাথ গোস্বামীৰ আন এটা বিশিষ্ট ব্যঙ্গাত্মক গল্প। এই গল্পটোত স্বাৰ্থ বা লালসাযুক্ত আদৰ্শক ব্যঙ্গ কৰিছে। ডাঃ বৰাই নিস্বাৰ্থ-ভাবে বন্ধুক চিকিৎসা দিয়াত আগ্ৰহ প্ৰকাশ কৰা নাই, বন্ধু পত্নীৰ ৰূপ-যৌৱনৰ প্ৰতি আকৃষ্ট হৈহে জানিবা সেৱাৰ মহিমাময় ত্যাগৰ নিদৰ্শন দেখুৱাইছিল। বন্ধু পত্নীৰদ্বাৰা উপেক্ষিত হৈ মজিয়াত পিছলি পৰাৰ পিছত বুঢ়া শইকীয়াৰ সমালোচনা — "ডাক্তৰ বোপা, চাইচিতি খোজ দিব লাগে। তোমাৰ দৰেজনা-বুজা মানুহ মজিয়াতে পিছলিব লাগিলে আনে নাহাঁহিব নে?" ই এটা শ্লেষ হে, ইয়াৰ মাজেদি ব্যঙ্গ তীব্ৰ হৈ উঠিছে। এনে শ্লেষাত্মক ভঙ্গিৰ প্ৰয়োগ তেওঁৰ গল্পৰ আন দুই এঠাইতো আছে।

কিন্তু কোনো কোনো সমালোচকে কোৱাৰ দৰে ত্ৰৈলোক্য নাথ গোস্বামীৰ আটাইবোৰ গল্পকে ব্যঙ্গাত্মক বুলি ক'ব নোৱাৰি। অৱশ্যে সমাজ-চেতনাৰ আদৰ্শ হলে কম-বেছি পৰিমাণে প্ৰায় আটাইবিলাক গল্পৰ মাজেদি ফুটি উঠা অনুভৱ কৰা যায়। 'শিল্পীৰ জন্ম' আৰু 'জীৱনৰ জীয়া জুইৰ' ভিতৰুৱা গল্পবোৰৰ ঠায়ে ঠায়ে ব্যঙ্গৰ ছিটিকনি নপৰা নহয়; কিন্তু অন্যায়ৰ বিৰুদ্ধে ন্যায়ৰ কামনাত উদ্দীপ্ত প্ৰতিবাদী কণ্ঠহে সিবোৰৰ মাজেদি বেছি স্পষ্টভাবে ফুটি উঠিছে। 'শিল্পী' বোলা গল্পটোত শিল্পী জনৰ প্ৰতিবাদী কণ্ঠ — "দেশৰ নামত বনুৱাৰ সৰ্বস্ব লুণ্ঠন কৰি অট্টালিকা সাজিলে সি বোধহয় দেশপ্ৰেম হয়।" নাইবা, "দেশপ্ৰেমৰ নামত দেশদ্ৰোহৰ দৃষ্টান্ত সৰহ" আদি প্ৰকৃততে বৈপ্লৱিক প্ৰতিবাদ হে। তেনেকৈ স্বৈৰতান্ত্ৰিক ভণ্ড নেতা 'সঞ্জয়'ৰ মুখা খুলি দিয়া কাৰ্যও বৈপ্লৱিক চেতনাৰ হে নিদৰ্শন। অৱশ্যে 'পূজাৰ আয়োজন' আদি কৰি গল্পৰ ব্যঙ্গ জীৱন্ত। আজিও চাকৰিৰ কামনাত কৰ্তৃত্বশীল আমোলা আদিক তুষ্ট কৰিবলৈ ভাবন্তিৰে একোভাগ পূজা আগবঢ়াই সৰ্বস্বান্ত হোৱা দুই-চাৰি মানুহক লগ পোৱা যায়। 'পূজাৰ আয়োজন' প্ৰকৃততে এটা সামাজিক ব্যঙ্গ।

ত্ৰৈলোক্য নাথ গোস্বামীৰ সৰ্বোৎকৃষ্ট ব্যঙ্গাত্মক ৰচনা বুলিব পাৰি ৰূপকধৰ্মী উপন্যাস '*জীয়া মানুহ*'খনক। এইখনৰ ব্যঙ্গ সূক্ষ্ম, অনুভূতি তীব্ৰ। অৱশ্যে বৈপ্লৱিক চেতনাৰ অভাৱ অনুভৱ কৰা যায়। সৰগ-নৰকৰ বৰ্ণনা সামন্তযুগীয়া বহুতো ৰচনাতে পোৱা যায়। সাধাৰণতে বিভীষিকাময় নৰক যন্ত্ৰণাৰ বিপৰীতে মোহনীয় সৰগ-সুখৰ ছবি চিত্ৰিত কৰি মধ্যযুগীয়া সাহিত্যত মানুহক পাপৰপৰা পুণ্যৰ পথলৈ আকৃষ্ট কৰাৰ চেষ্টা চলিছিল। অসমীয়া সাহিত্যত অজামিল উপাখ্যানত শংকৰদেৱে একে আদৰ্শৰ অনুশীলন কৰা দেখা যায়। বেজবৰুৱাৰ 'সমাজিক'ও এনে সাহিত্যৰ নিদৰ্শন। অৱশ্যে বেজবৰুৱা, ডাণ্টেৰ 'ডিভাইন কমেডি'ৰ নৰক বৰ্ণনাৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈছিল বুলি ভবাৰ যুক্তি আছে। কাৰণ নৰক বৰ্ণনাৰ মাজেদি যেন বেজবৰুৱায়ো

ভাণ্টেৰ দৰে বিশ্বাসতকৈ যুক্তিৰ উদ্ৰেকতহে বেছি গুৰুত্ব আৰোপ কৰিছিল। ত্ৰৈলোক্য নাথ গোস্বামীৰ 'জীয়া মানুহ'ৰ সৰগ-নৰক বৰ্ণনা বেজবৰুৱাৰ অনুগামী বুলিব পাৰি। বেজবৰুৱাৰ 'সমাজিক'ত কানীয়া আৰু ভণ্ডুৱা ৰূপে বিখ্যাত হৈ উঠা স্বয়ং কৃপাবৰ বৰবৰুৱাই সপোনতে নৰক দৰ্শন কৰি ঘূৰি আহিছিল,– অৱশ্যে জাল-জুৱাচুৰীৰ সহায়ত,– অৰ্থাৎ স্বয়ং যমদূতক ভাব-ভেটি ধুৱায়। গোস্বামীৰ 'জীয়া মানুহ'ত প্ৰায় একে নিদৰ্শনকে দেখা যায়। জীয়াই জীয়াই সৰগলৈ গৈ নৰক যন্ত্ৰণা প্ৰত্যক্ষ কৰি ঘূৰি অহা নৱনাথ লহকৰ জাল-ভেজালত ইমান পকি উঠিছে, জানিবা সি স্বয়ং যমৰাজ আৰু দেৱদেৱ শিৱ-মহাদেৱকো জালেৰে ছলনা কৰিবলৈ সমৰ্থ হৈছিল। অৱশ্যে বেজবৰুৱা আৰু গোস্বামীৰ কাহিনীৰ পৰিণতিত ভিন্নতা আছে। বেজবৰুৱাৰ ৰচনাত নৰক যন্ত্ৰণা প্ৰত্যক্ষ কৰি মৰ্ত্যলৈ ঘূৰাৰ পিছতে কৃপাবৰৰ 'সমাজিক'ৰ অন্ত পৰে আৰু লগে লগে কাহিনীৰো অন্ত পৰে। কিন্তু গোস্বামীয়ে তেওঁৰ জীয়া মানুহ'ত সৰগত পৰা ঘূৰি অহা নৱনাথক মৰ্ত্য পোৱাৰ পিছত এজন আদৰ্শবাদী সৎ মানুহ ৰূপে গঢ়ি তুলিছে। নৱনাথে নৰকত দেখা পোৱা সকল কিন্তু এই 'জীয়া-মানুহ'ৰ মাজৰে একাংশ।

'জীয়া মানুহ'ত স্বাধীনোত্তৰ কালৰ অসম তথা ভাৰতৰ সামাজিক আৰু ৰাজনৈতিক পৰিস্থিতিৰ ব্যঙ্গাত্মক ছবি চিত্ৰিত কৰিছে বুলি ভবাৰ থল আছে। অৱশ্যে সকলো ক্ষেত্ৰতে চৰিত্ৰ, চিত্ৰ আৰু বক্তব্য স্পষ্টভাৱে ফুটি উঠিছে বুলি কোৱাৰ সুচল নাই। উপন্যাসখনত মুখ্যতঃ তিনি প্ৰকাৰৰ চৰিত্ৰ চিত্ৰিত কৰিছে,—(১) জীয়া মানুহ, (২) মৰা মানুহ আৰু (৩) দেৱতা। 'জীয়া মানুহ' ৰূপে দাঙি ধৰিছে নৱনাথক। উপন্যাসখন কোন সময়ত ৰচনা কৰিছিল সঠিক কৈ কোৱা নাযায়। কিন্তু ভগনীয়া সমস্যাৰে আৰম্ভ কৰা কাৰণে আৰু উপন্যাসখনৰ মাজৰ এঠাইত "চাওঁতে চাওঁতে দীঘল ছ বছৰ পাৰ হৈ গ'ল" বুলি বৰ্ণনা প্ৰসঙ্গত কোৱা কাৰণে দেশ স্বাধীন হোৱাৰ ছ বছৰ পিছত এইখন ৰচনা কৰিছিল বুলি অনুমান কৰিব পাৰি। স্বাধীন অসম তথা ভাৰত মানেই যেন জাল-ভেজালময় অসম বা ভাৰতবৰ্ষ। একাংশ আমোলা আৰু ঠিকাদাৰ-মহাজন প্ৰমুখ্যে ব্যৱসায়ীলোক জাল-ভেজালৰ সহায়ত হৈ উঠিল ধনাঢ্য আৰু লগে লগে ক্ষমতাশালী তথা মানীও। ধন আৰু ক্ষমতাৰ বলত দপদপাই ফুৰা এই অংশ লোককে বুলিছে 'জীয়া মানুহ'। নৱনাথৰ পৰিচয় প্ৰসঙ্গত লেখকে কৈছে,—"যোৱা চাৰি বছৰৰ ভিতৰতে তেওঁ ঘৰ-দুৱাৰ সকলোকে নতুনকৈ সজাইছে, মাটি-বৃত্তি কিনিছে, ৰায়তক উচ্ছেদ কৰিছে, মোটৰ গাৰীত ধন ভাঙি গাৰী চলাই চকুৰহা লোকসকলৰ চকুত ধূলি ছটিয়াইছে। ইয়াৰ উপৰিও বস্ত্ৰ বিতৰণৰ গুৰু দায়িত্ব তেওঁৰ ওপৰত আছেই। দিনে দিনে অফিচৰ আগত গোট খোৱা জনতাৰ জুমক তেওঁ শান্ত কৰি কাম চলাইছে;

কাকো কাপোৰ দিছে, কাকো আশা দিছে, কাকো ধমক দিছে,—মুঠতে কাকো একো নিদিয়াকৈ খেদা নাই" ( পৃঃ ৩০ )। নৱনাথৰ ধূৰ্ত্তালিৰ পৰিচয় দি কৈছে—"আনে টকা বাচিলে লৈছে ; হিচাপ ৰাখিছে, খৰচ কৰিছে আৰু গৰাকীসকলক খুচিকৈ ৰাখিছে,—আৱশ্যক মতে কথাৰে নহলে নোটেৰে" (পৃঃ ৩১ )। জাল-ভেজালত নৱনাথ এনেদৰে পকি উঠিছে যে তাৰ মানত অসাধ্য বোলা কথা যেন নোহোৱা হৈ পৰিছে। নৱনাথ যেন 'চেতান' হে। নৱনাথ দুষ্টৰ শিৰোমণি. সৰ্বগত চৰম বিপদৰ সমুখীন হোৱাতো সি ভাগিপৰা নাই। সি দৃঢ়ভাবে উদ্ধাৰৰ কথা কল্পনা কৰিছে,—"কত লোকৰ লগত লেন দেন কৰিছোঁ—পৰাস্ত হোৱা মনত নপৰে, ইয়াতো নহওঁ..... " ( পৃষ্ঠা-৩৮ )। দুষ্ট-দুৰ্জ্জনৰ চৰিত্ৰ কেনে সফলভাবে তেওঁ অধ্যয়ন কৰিছিল, তাৰ ই জ্বলন্ত নিদৰ্শন। এনে উপলব্ধিয়ে 'জীয়া মানুহ'ক সৰস কৰি তুলিব পাৰিছে। এইজন জীয়া মানুহ নৱনাথ, মিল্টনৰ 'চেতান'ৰ পৰা বিশেষ ভিন্ন নহয়।

উপন্যাসখনত শ্ৰমকাৰী অথচ দৰিদ্ৰ, অপমানিত, লাঞ্চিত অগণন গৃহহাৰা জনগণক বুলিছে 'মৰা মানুহ'। অৱশ্যে এওঁলোকৰ দুখ-যন্ত্ৰণা, শোষণ-নিৰ্যাতনৰ ছবি সফলভাবে চিত্ৰিত কৰাত গুৰুত্ব দিয়া নাই, কেৱল ঠায়ে ঠায়ে ইঙ্গিত হে দিছে। উপন্যাসখনত ( পৃঃ ২৪-২৬ ) গাধ আৰু হাতীৰ ( পৃঃ ২৭-২৯ ) কাহিনীৰ মাজেদি ৰূপকৰ সহায়ত নিপীড়িত জনগণৰ অৱস্থাৰ স্বৰূপ ফুটাই তুলিব বিচাৰিছে বুলি ভবাৰো সুচল নাই। অৱশ্যে বাস্তৱত শ্ৰমকাৰী মানুহে যেন কেৱল প্ৰভুশ্ৰেণীৰ তুষ্টি সাধনৰ অৰ্থে গাধৰ দৰে বোজাহে কঢ়িয়াই আছে,—সামান্য ত্ৰুটি বিচ্যুতি ঘটিলেই সমুখীন হ'ব লগা হয় কঠোৰ শাস্তি বা নিৰ্যাতনৰ। তেনেকৈ জনগণৰ সন্মিলিত শক্তিক হাতীৰ সদৃশ মহা শক্তিশালীৰূপে চিত্ৰিত কৰি জনগণক শোষণ-নিপীড়নৰ বিৰুদ্ধে সচেতনভাবে অনুপ্ৰাণিত কৰিছে বুলি ভবাৰ সুচলো প্ৰকৃততে নাই। অৱশ্যে জনগণৰ মাজৰ সমাজ সচেতন অংশক 'কুটচক্ৰী' ৰূপে অভিহিত কৰি ব্যঙ্গ্য বেচ উপভোগ্য কৰি তুলিছে। উপন্যাসখনত ইয়াকো দেখুৱাইছে যে অন্যান্য ক্ষেত্ৰত চৰকাৰ বিফল হলেও বা চৰকাৰৰ ৰৰমুৰীয়াসকলৰ মাজত মতানৈক্য নাথাকিলেও, এই কুটচক্ৰী সকলৰ ওপৰত শাস্তি বিহাৰ ক্ষেত্ৰত হয় একমত আৰু 'কুটচক্ৰী' সকলক শাস্তি বিহিবলৈ' তাড়নাগাৰ' নিৰ্মাণতো হয় একমত। ভুৰধাসকলে জানে যে দেশ স্বাধীন হোৱাৰ পিছত জনগণৰ কোনো সমস্যাই সমাধান নোহোৱাত আৰু শাসকবৰ্গৰ ভোগ-বিলাস আৰু দাম্ভিকতা বাঢ়ি থকাত, জনগণৰ সচেতন অংশ বিদ্ৰোহী হৈ উঠিছিল। এই অংশক কমিউনিষ্ট নাম দি কুখ্যাত 'কমিউনিষ্ট অপাৰেশ্যন'ৰ নামত পাশৱিক নিৰ্যাতনেৰে পীড়িছিল। "জীয়া মানুহ'ৰ ৰচক ত্ৰৈলোক্য নাথ গোস্বামীয়ে অধ্যক্ষতা কৰা নলবাৰী মহাবিদ্যালয়ত অস্থায়ী ভাবে 'তাড়নাগাৰ'পাতি তথাকথিত 'কুটচক্ৰী' সকলক কিদৰে ১৯৫১ চনত

পীড়িছিল তাক তেওঁ নিজ চকুৰেই দেখিছিল। উপন্যাসখনৰ 'তাড়নাগাৰ' নিশ্চয় তেওঁৰ চকুৰ আগৰ সেই 'তাড়নাগাৰ'খনেই আছিল। অৱশ্যে এই তাড়নাগাৰৰ সূক্ষ্ম ছবি চিত্ৰিত কৰি শোষণ-নিপীড়নৰ বিৰুদ্ধে জনগণক বিদ্ৰোহী কৰি তোলাৰ সাৰ্থক চেষ্টাও উপন্যাসখনত নাই ; কেৱল উল্লেখ আৰু ইংগিত হে আছে। বিশেষ মন কৰিব লগা কথা এয়ে যে এইসকল 'মৰা মানুহ' নৰকত নাই।

উপন্যাসখনৰ তৃতীয় বিধ চৰিত্ৰ হ'ল দেৱতা। এই দেৱতাকো তেওঁ দুটা শ্ৰেণীত বিভক্ত কৰিছে যেন লাগে,—(১) ভোগী আৰু (২) ত্যাগী। দেশ স্বাধীন হোৱাৰ পিছত নানা চাতুৰীৰে হলেও ক্ষমতাত অধিষ্ঠিতসকলক, বৰ বৰ আমোলাসকলক আৰু তেওঁলোকৰ অপশাসনৰ লগৰীয়া আৰক্ষী বাহিনীকো দেৱতা ৰূপে চিত্ৰিত কৰা যেন অনুমান হয়। মন কৰিব লগা কথা যে বিশেষকৈ 'কমিউনিষ্ট অপাৰেশ্যন'ৰ সময়ৰ সমাজখনলৈ লক্ষ্য ৰাখি উপন্যাসখনৰ ভালেমান চিত্ৰ-চৰিত্ৰ ৰূপায়িত হৈছে। সম্ভৱতঃ যমৰাজ কৰিছে সেই সময়ৰ গৃহমন্ত্ৰীক চিত্ৰগুপ্ত আৰক্ষী বিভাগৰ উৰ্ধতন বিষয়া, যমদূত বিলাক হ'ল যথে মধে বিবেক-বিবেচনাহীনভাবে প্ৰভুশ্ৰেণীৰ তুষ্টিৰ কাৰণে জনগণৰ 'ধৰ-পাকৰ' চলোৱা আৰক্ষী কৰ্মচাৰী আৰু ভূজঙ্গ হ'ল দুৰ্নীতিগ্ৰস্থ অথচ ক্ষমতাশালী আৰক্ষী বিষয়া। স্বাধীন অসম তথা ভাৰত চৰকাৰ দেশ শাসনত ইমান ব্যৰ্থ হৈছে যেন শেষত মেলেৰিয়া, কলেৰীয়া আদি ৰোগ উপশম হৈ মৃত্যুৰ হাৰ কমি লোকসংখ্যা বাঢ়ি যোৱা সমস্যাক লৈহে যেন ব্যতিব্যস্ত হৈছে। ব্যঙ্গৰ সহায়ত 'টাইফইদ' আৰু 'ৰক্তপিত্ত' তথা 'যক্ষ্মা' ৰোগক প্ৰশংসা কৰা দেখুৱাই চৰকাৰৰ ভিতৰ ফোঁপোলা ৰূপটো ভোলোঙা কৰি দেখুৱাবলৈ দ্বিধাবোধ কৰা নাই। মেলেৰিয়া নিবোধ অভিযানৰ বৰ্ণনা ক্ষেত্ৰত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ শোষণৰ স্বৰূপলৈও দৃষ্টি আকৰ্ষণ কৰিবলৈ পাহৰা নাই। তেতিয়াৰ মহ নিবাৰণ অভিযানৰ বৰ্ণনাৰ ক্ষেত্ৰত কৈছে—"মোৰ সৈন্যবাহিনী ( মহ ) ছেদেলি ভেদেদি হৈ পৰিছে। শুনিবলৈ পাইছোঁ হাবিয়ে জঙ্গলে, ডোবাই-নলাই আশ্ৰয় লৈ থকা গৰিলা বাহিনীৰ ওপৰতো ভাৰতত আক্ৰমণ চলিব আৰু তাৰ বাবে খাৰ-বাৰুদ. অস্ত্ৰ-শস্ত্ৰ সকলোবে যোগান ধৰিব সুদূৰৰ ত্যাগবীৰ আমেৰিকাৰ মহাজন-সকলে। টকাৰ বিনিময়ত এই মহাজনসকলৰ ত্যাগৰ মহিমা অতুলনীয়" ( পৃঃ ১৭।১৮ )। এই ব্যংগ্য সকলোৰে কাৰণে উপভোগ্য। আন এটা বিশেষ উল্লেখযোগ্য ব্যঙ্গ্য এয়ে যে 'ৰক্তপিত্ত' আদি ৰোগ যেন দেৱতাশ্ৰেণীৰ শোষণৰ ফলত উদ্ভৱ হোৱা দেৱলোকৰ অৱদান হে। ইয়াৰ মাজেদি দেৱলোকৰ শোষণ-নিপীড়নৰ ওপৰত সাৰ্থক ভাবেই বজ্ৰাঘাত কৰিব পাৰিছে। 'মৰা মানুহ' শ্ৰমকাৰী জনগণৰ নাই ভাত-কাপোৰ, মূৰ গুজিবলৈ নাই এখানি নিৰ্ভৰযোগ্য আশ্ৰয়ৰ থল। এনে অৱস্থাত ধৰ্মৰাজ যমৰ বিলাসী প্ৰাসাদৰ বৰ্ণনা দিছে,—"ধৰ্মৰাজৰ বিৰাট অট্টালিকা এখনি

ধুনীয়া পাহাৰৰ ওপৰত গুৰু-গম্ভীৰ ভাবে থিয় দি আছে। স্বয়ং বিশ্বকর্মাৰদ্বাৰা নির্মিত এই অট্টালিকা মূর্ত্তিমন্ত সৌন্দর্যৰ স্বৰূপ প্রকাশমান। অট্টালিকাৰ কেউদিশে মনোৰম বৃক্ষ ৰাজিৰ অবেষ্টনী। সেউজীয়া গছবোৰৰ মাজেদি হীৰা, মণি মৰকত আদি নানা ৰত্নৰ ৰশ্মিৰ অপূর্ব ছিটিকনি, যেন সেউজীয়া পাতবোৰৰ মাজেদি বিজুলীৰ সোঁত প্রবাহিত হৈ আছে। তলত চুটি চুটি ডাঠ বনৰ গালিছা,—নিমজ আৰু ভৰি দিলে তৃপ্তিৰ অনুভূতি, আনন্দৰ শিহৰণ" (পৃঃ ৫৩)। আনকি নৰনাথৰ চিন্তাৰ মাজেদিও দেৱলোকৰ বিলাস বৈভৱ আৰু শোষণৰ স্বৰূপ চিত্রিত কৰি বক্রাঘাত কৰিবলৈ এৰা নাই,—"মানৱক বঞ্চিত কৰি দেৱতাসকলে সকলো বিলাসৰ সামগ্রী নিজৰ কাৰণে আছুতীয়াকৈ ৰাখিছে, পক্ষপাতিত্ব কৰিছে। অথচ শাস্তি ভোগ কৰিবৰ বেলিকা তাক মূৰ পাতি লয় এই দুর্ভগীয়া মানব জাতিয়ে। তেতিয়া স্ত্রী-পুৰুষৰ পার্থক্য নাই, ল'ৰা-বুঢ়াৰ বিচাৰ নাই। দেৱতাৰ শাস্তিৰ বাবে নতুন নৰকৰ সৃষ্টি হোৱা নাই কেলেই ?" (পৃঃ ৫৩)। ইয়াৰ মাজেদি বৈপ্লৱিক আদর্শই ব্যঞ্জিত হোৱা বুলিব পাৰি। মন কৰিব লগা কথা এয়ে যে, এই উক্তিৰ আঁৰত আছিল ১৯৫১ চনৰ 'কমিউনিষ্ট অপাৰেশ্যান'ৰ নির্যাতন ;—ইয়াত উল্লেখ কৰা স্ত্রী-পুৰুষ, ল'ৰা-বুঢ়া সেই সময়ৰ 'তাড়নাগাৰ'ত নির্যাতিত স্ত্রী-পুৰুষ, ল'ৰা-বুঢ়াহে। ইয়ে লেখকৰ সমাজ-চেতনাৰ স্বৰূপ উপলব্ধি কৰাতো সহায় কৰে। উপন্যাসখনত চৰকাৰী কাম-কাজৰ স্বৰূপ বর্ণনা কৰি এঠাইত কৈছে—"শ শ কর্মচাৰীয়ে হাতত কলম ললে, কাগজ লিখিলে, পৰিকল্পনা কৰিলে, কিন্তু কাম আগবাঢ়ি ন'গল। ভগনীয়া সমস্যা এটি স্থায়ী সমস্যাত পৰিণত হ'ল। ভুজঙ্গই দোষ দিলে অধিপতিসকলক, দূতবর্গক। অধিপতিসকলে ভুজঙ্গৰ বিৰুদ্ধে ৰিপোর্ট পঠালে। ধর্মৰাজে পঢ়িলে, চিত্রগুপ্তই সকলোকে ফাইলত গাঁথি তৃপ্তিৰ নিশ্বাস পেলালে" (পৃঃ ১০)! চিত্রগুপ্তৰ তৃপ্তিৰ নিশ্বাসৰ মাজেদি প্রকাশিত ব্যঙ্গ্য বেচ সূক্ষ্ম আৰু উপলব্ধিপূর্ণও হৈছে।

মন কৰিব লগা কথা এয়ে যে, ভণ্ড আৰু ভণ্ডামিক হে লেখকে উপন্যাসখনৰ মাজেদি ব্যঙ্গ্য কৰিছে, সততা-সাধুতাৰ প্রতি কিন্তু উদ্রেক কৰিছে শ্রদ্ধা-সহানুভূতিৰ হে। সেয়ে লেখক ত্রৈলোক্য নাথ গোস্বামীৰ চকু কেৱল গেলা-পঁচাত হে পৰিছিল বুলি অভিযোগ তোলাৰ ঠাই নাই। তেওঁ সুন্দৰ সুৰুভি যুক্ত চৰিত্রও সৃষ্টি কৰিব পাৰিছে। উদাহৰণ স্বৰূপে সদাশিৱ মহাদেৱ আৰু গণেশ বোলা যুৱকজনৰ চৰিত্রলৈ আঙুলিয়াব পাৰি। সদাশিৱক দেৱদেৱ মহাদেৱ ৰূপেই চিত্রিত কৰিছে,—"প্রভু সদাশিৱৰ অনাড়ম্বৰ জীৱন। ভূভাৰ সংহাৰৰ স্বয়ং অধিপতি হৈও প্রভুৱে অট্টালিকা বিচৰা নাই। আন বিলাস-সামগ্রীৰ প্রতিও তেওঁ সম্পূর্ণ উদাসীন। যোগী, সর্বত্যাগী আদর্শ পুৰুষ তেওঁ। ৰাজৰাজেশ্বৰ হোৱা সত্ত্বেও ককালত এডুখৰি বাঘৰ ছাল মেৰাই তেওঁ ধ্যান

মগ্ন" ( পৃঃ ৬৬ )। সদাশিৱ মহাদেৱৰ এই ছবি চিত্ৰিত কৰি জানিবা লেখকে তেওঁৰ আদৰ্শৰ ৰাষ্ট্ৰনায়কৰ ছবিহে চিত্ৰিত কৰিছে। আদৰ্শবাদী যুৱক গণেশত দেৱত্ব আৰোপ কৰি তেওঁ ক'ব বিচাৰিছে যেন নিস্বাৰ্থ জনসেৱাৰেহে মানুহে দেৱত্ব লাভ কৰিব পাৰে। অভিশপ্ত ভুজঙ্গলৈ বুলি চিত্ৰগুপ্তই আগবঢ়োৱা উপদেশ—"যেতিয়ালৈকে জনসেৱাৰে মন পৱিত্ৰ নকৰিব নোৱাৰা, তেতিয়ালৈকে দেৱত্ব ঘূৰাই নোপোৱা" ( পৃঃ ৭৩ ) কথাষাৰেও লেখকৰ মানসিকতাৰে পৰিচয় দিয়ে।

সম্ভৱতঃ উপন্যাসখন ৰচনাকালৰ অসম তথা ভাৰতৰ শাসকবৰ্গৰ স্বেচ্ছাচাৰিতাৰ কাৰণেই চৰিত্ৰ, চিত্ৰ, পৰিৱেশ আদিৰ চিত্ৰণত লেখকে সূক্ষ্ম বৰ্ণনা দিয়াৰ পৰা আঁতৰি থাকিব লগাত পৰিছিল। অভিজ্ঞতাৰ গাম্ভীৰ্যৰ অভাৱতো যে কোনো কোনো ক্ষেত্ৰত কেৱল পৰিৱেশ-পৰিস্থিতি বিশেষৰ কথা উল্লেখ কৰিয়ে ক্ষান্ত থাকিছিল সেই বিষয়েও নিশ্চয় সন্দেহৰ থল নাই। কথা-সাহিত্যিক ত্ৰৈলোক্য নাথ গোস্বামী প্ৰকৃত অৰ্থত বিপ্লৱী আছিল বুলিও উপন্যাসখনে অনুভৱ কৰাত সহায় নকৰে। অনুতপ্ত নৱনাথ সৎ আৰু সাধুলৈ ৰূপান্তৰিত হ'ল। শোষক-শাসকৰ স্বৰূপ সাহসেৰে উদঙাই দাঙি ধৰাৰ প্ৰবৃত্তিও নৱনাথে আয়ত্ত কৰিলে, নৱনাথ দুখী-দৰিদ্ৰৰ মাজত 'দেৱদূত' ৰূপেও পৰিগণিত হ'ল। এইজন নৱনাথক শোষক শ্ৰেণীয়ে সহ্য কৰিব নোৱাৰা কথাও স্বাভাৱিক আৰু শোষক শ্ৰেণীয়ে দুৰ্বৃ'ও নিয়োগ কৰি নৱনাথক হত্যা কৰোৱা কাৰ্যও ভাৰতৰ দৰে স্বৈৰতান্ত্ৰিক দেশৰ কাৰণে মুঠেও অস্বাভাৱিক নহয়। কিন্তু নৱনাথক হত্যা কৰাৰ পিছত নৱনাথৰ গুণমুগ্ধ অগণন জনতাই শোষকশ্ৰেণীৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠাৰ বিপৰীতে শ্মশানত শিৱমন্দিৰ সাজি দি স্বস্তিৰ নিশ্বাস কাঢ়াত চিত্ৰগুপ্তই পৰিকল্পনাৰ আঁচনি সমূহ ফাইলত গাঁথি স্বস্তিৰ নিশ্বাস পেলোৱাৰ দৰে হাঁহি উঠা কথাহে হ'ল। এই ত্ৰুটিৰ কাৰণে উপন্যাসখনে আকাঙ্ক্ষিত ধৰণে প্ৰভাৱ বিস্তাৰ কৰা টান।

ত্ৰৈলোক্য নাথ গোস্বামী কবি হিচাবে বিশিষ্ট নহয়; যদিও ছাত্ৰ কালৰে পৰা কবিতা ৰচনা কৰি আহিছিল। তেওঁৰ কবিতাৰ মাজেদিও ব্যঙ্গ্যৰ ছিটিকনি অনুভৱ কৰা যায়। উদাহৰণ স্বৰূপে 'সোণৰ তাবিজ' বোলা কবিতাটোলৈয়ে আঙুলিয়াব পাৰি। তেনেকৈ 'শব্দ ধ্বনিৰ উৰ্ণনাভ' আদি কৰি নিবন্ধও কম-বেছি পৰিমাণে ব্যঙ্গ্যাত্মক। ব্যঙ্গ্যৰ সহায়ত তেওঁ ঠায়ে ঠায়ে সমাজ-জীৱনৰ গভীৰতাতো প্ৰৱেশ কৰিব পাৰিছে।

অসমীয়া সাহিত্যত ব্যংগ্য সাহিত্য নতুন নহয়। মাধৱ কন্দলিৰ ৰামায়ণতো ব্যঙ্গ্যৰ পৰশ আছে। আধুনিক যুগত হেমচন্দ্ৰ বৰুৱা ব্যঙ্গ্যৰ কাৰণেই বিখ্যাত। হেমচন্দ্ৰৰ পিছৰ বিখ্যাত আৰু বৰ্তমানলৈ শ্ৰেষ্ঠত্ব লাভ কৰি থকা অসমীয়া ব্যঙ্গ্য সাহিত্যিক লক্ষ্মীনাথ বেজবৰুৱা। বেজবৰুৱাৰ পিছৰ সফল ব্যঙ্গ্য সাহিত্যিক দণ্ডীনাথ কলিতা। কলিতাৰ পিছৰ ব্যংগ্য সাহিত্যিক ঘাইকৈ হলীৰাম ডেকা আৰু ত্ৰৈলোক্য নাথ গোস্বামী। গোস্বামীৰ ৰচনাত অভিজ্ঞতাৰ বৈচিত্ৰ্য নাই, কিন্তু উপলব্ধিৰ সূক্ষ্মতা প্ৰায়েই অনুভৱ কৰা যায়। এই কাৰণেই তেওঁৰ ব্যঙ্গাত্মক সাহিত্যৰ আদৰ বহুদিনলৈ সমানেই অটুট থাকিব। □

# গোস্বামীৰ গদ্যৰীতি

## ডক্টৰ বাণীকান্ত শৰ্মা

প্ৰাচ্য তথা প্ৰতীচ্যৰ দৰ্শন আৰু সাহিত্যৰ গভীৰ অধ্যয়নৰদ্বাৰা পৰিপুষ্ট কৃতবিদ্য পণ্ডিত ত্ৰৈলোক্যনাথ গোস্বামীদেৱ অসমীয়া সাহিত্য জগতৰ এগৰাকী প্ৰতিভাশালী গল্পকাৰ আৰু বিশিষ্ট সমালোচক। প্ৰাচীন যুগত কবিসকলৰ অফুৰন্ত কল্পনা, আবেগ-অনুভূতি প্ৰকাশৰ মূল মাধ্যম যিদৰে ছন্দোবদ্ধ পদাৱলী আছিল সেইদৰে আধুনিক যুগৰ সাহিত্যৰ বিকাশ, প্ৰসাৰ আৰু প্ৰচাৰৰ ক্ষেত্ৰত গদ্যই মুখ্য ভূমিকা গ্ৰহণ কৰিছে। সেই কাৰণেই গদ্যকেই আধুনিক যুগৰ ভাষা-সাহিত্যৰ মেৰুদণ্ড বুলি অভিহিত কৰা হৈছে। গল্প, উপন্যাস, নাটক, প্ৰবন্ধ, জীৱনী, আত্মজীৱনী আদি সাহিত্যৰ বিভিন্ন শাখা-প্ৰশাখাবোৰ গদ্যৰ মাধ্যমেৰেই উজ্জীৱিত হৈ উঠিছে।

গুণাভিৰাম-হেমচন্দ্ৰ-লক্ষ্মীনাথ-পদ্মনাথ-বাণীকান্ত প্ৰমুখ্যে যিসকল সাহিত্যিকে আধুনিক অসমীয়া গদ্যসাহিত্য চহকী কৰি থৈ গৈছে সেইসকলৰ ভিতৰত ত্ৰৈলোক্যনাথ গোস্বামী অন্যতম। সৰ্জনাত্মক সাহিত্যৰ সৃষ্টিত গোস্বামীৰ নাম আৰু যশ যিদৰে বৈ বৈ যোৱা সেইদৰে সমালোচনা সাহিত্যৰ ক্ষেত্ৰতো তেওঁৰ গৌৰৱপূৰ্ণ অৱিহণা চিৰস্মৰণীয় হৈ থাকিব। "বাঁহী" আৰু "আৱাহন"ৰ পাততেই প্ৰতিভাশালী গল্প লেখকৰূপে প্ৰতিষ্ঠা লাভ কৰা গোস্বামীৰ "অৰুণা" ( ১৯৭০ ), "মৰীচিকা" ( ১৯৬৮ ), "শিল্পীৰ জন্ম" ( ১৯৫৭ ), "জীৱনৰ জীয়া জুই" ( ১৯৪৮ ) নামৰ গল্প সংগ্ৰহবোৰত ভাবৰ সাহিত্যৰ ( Litrature of power ) এটি স্পষ্টৰূপ পৰিস্ফুটভাবে প্ৰকাশিত হৈছে আৰু তাৰ লগতে এটি বিশিষ্ট গদ্যৰীতিয়েও গঢ় লৈ উঠিছে। আনফালে তেওঁ প্ৰণয়ন কৰা 'সাহিত্য আলোচনা" ( ১৯৫০ ) "আধুনিক গল্প সাহিত্য" ( ১৯৬৫ ), "সাহিত্য সমীক্ষা" ( ১৯৮১ ), "চিন্তাতৰঙ্গ", "সাহিত্য কলা আৰু তাৰ বিচাৰ" ( ১৯৮৭ ), "প্ৰবন্ধমঞ্জৰি" ( ১৯৮৭ ), "সমুদ্ৰ মন্থন" ( ১৯৮৮ ), "ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ" ( ১৯৭০ ), "নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য" ( ১৯৮০ ) আদি বিশ্লেষণধৰ্মী সমালোচনাগ্ৰন্থসমূহতো গোস্বামীৰ গদ্যশৈলীৰ বৈশিষ্ট্য পৰিস্ফুট। গোস্বামীৰ গদ্যৰ বিষয়ে যৎসামান্য আলোচনাত প্ৰবৃত্ত হোৱাৰ পূৰ্বেই গদ্যৰীতি নো কি বা উৎকৃষ্ট গদ্যৰ লক্ষণেই বা কি সেই বিষয়ে সাধাৰণভাবে কেইটামান কথা উল্লেখ কৰাটো বোধহয় সমীচীন হব।

সাধাৰণতে ছন্দোবদ্ধ পদাৱলীক পদ্য বোলা হয় আৰু ছন্দৰদ্বাৰা আবদ্ধ নোহোৱা পদ সমষ্টিক গদ্য বোলা হয়। ভাব আৰু ভাষাৰ সম্বন্ধ ওতপ্ৰোত কাৰণেই যথোপযুক্ত

শব্দৰ মাধ্যমেৰে মানুহে মনৰ ভাব প্ৰকাশ কৰে আৰু সম্পূৰ্ণভাৱে ভাব প্ৰকাশ কৰিবলৈ বাক্যৰ আশ্ৰয় গ্ৰহণ কৰে। আন কথাত যথাৰ্থ অৰ্থ প্ৰকাশক পদসমষ্টিয়েই বাক্য; ভাবৰ ধাৰাবাহিকতা প্ৰকাশৰ কাৰণে এটাৰ পিচত এটাকৈ বাক্যৰ ব্যৱহাৰ কৰা হয়। এইদৰে কোনো এটা ভাবৰ ধাৰাবাহিকতা প্ৰকাশ কৰোঁতে যি বাক্য সমষ্টিৰ আৱশ্যক হয় সেই বাক্যসমষ্টি একোটা অনুচ্ছেদত পৰিণত হয়। ভাবৰ সঙ্গতি ৰক্ষণৰ কাৰণে এটা অনুচ্ছেদত পৰবৰ্তী অনুচ্ছেদৰ যোগসূত্ৰ সমুপস্থাপিত কৰি কোনো নিৰ্দ্দিষ্ট বিষয়বস্তুৰ বিষয়ে এটি সম্যক ধাৰণা প্ৰকাশ কৰিবলৈ লেখকসকলে প্ৰচেষ্টা কৰে। এই প্ৰচেষ্টাৰ ফলতেই গদ্যসাহিত্যৰ সৃষ্টি হয়। উদ্দেশ্য বিহীনভাৱে লিখা বাক্য কিছুমানে গদ্যৰ সৃষ্টি কৰিব নোৱাৰে। কোনো এটা নিৰ্দ্দিষ্ট লক্ষ্যত উপনীত হোৱাৰ উদ্দেশ্যেহে লেখকসকলে নিৰ্দিষ্ট বিষয়বস্তুৰ অৱতাৰণা কৰে।

মানুহে দৈনন্দিক জীৱনত বিভিন্ন পৰিস্থিতি আৰু পৰিবেশ অনুসৰি যিদৰে কথা-বতৰা পাতে' সেইদৰে লেখক আৰু সাহিত্যিকসকলেও স্থানকালপাত্ৰভেদে যাতে বিষয়বস্তুৰ অৱতাৰণা উপযোগী হয় তাৰ প্ৰতি লক্ষ্য ৰাখি ৰচনাকাৰ্য্যত প্ৰবৃত্ত হয়। মানুহৰ মনৰ ভাব-চিন্তা, আবেগ-অনুভূতি আদিৰ বিভিন্নতাৰ কাৰণেই ভাবপ্ৰকাশৰ বিভিন্নতা সদায় দেখা যায়। সেই কাৰণে একে ধৰণৰ গদ্যৰদ্বাৰা সকলো প্ৰকাৰৰ বিষয়বস্তু সামৰি লব নোৱাৰি! সুখ দুখ, হৰ্ষবিষাদ, বীৰত্ব-বিভীষিকা আদি নানা ভাব প্ৰকাশ কৰাৰ কাৰণে বিভিন্ন ধৰণৰ গদ্য প্ৰবৰ্ত্তিত হৈছে। তদুপৰি একেটা বিষয়বস্তুকেই বিভিন্নজনে বিভিন্নভাৱে প্ৰকাশ কৰে অৰ্থাৎ এজনৰ প্ৰকাশভঙ্গীৰ লগত আনজনৰ প্ৰকাশভঙ্গী কেতিয়াও নিমিলে। প্ৰতিজন লেখকৰে এক নিজস্ব ব্যক্তিসত্তা আছে আৰু সেই ব্যক্তিসত্তাৰ স্বপ্ৰকাশ ৰীতিও সুকীয়া। কবিগুৰুৰবীন্দ্ৰনাথৰ ভাষাৰে কবলৈ হ'লে ভাব, বিষয় আৰু তত্ত্ব মানুহৰ সাধাৰণ সম্পত্তি, কিন্তু ৰচনা লেখকৰ নিজস্ব বস্তু। সেই কাৰণেই ৰচনাৰ মাজত লেখক যথাৰ্থৰূপে জীয়াই থাকে, ভাবৰ মাজত বা বিষয়ৰ মাজত নহয়।... ভাব মনুষ্য সাধাৰণৰ, কিন্তু সেই ভাবক বিশেষ মূৰ্ত্তিত সকলোৰে আনন্দৰ সামগ্ৰী কৰি তুলিব পৰাটোতে লেখকৰ কীৰ্ত্তি।

এই কীৰ্ত্তি লাভ কৰিবলৈ লেখক বা সাহিত্যিকসকলে কেইটামান দিশলৈ সততে সতৰ্ক দৃষ্টি ৰাখিব লাগিব। প্ৰথমতে গদ্যলেখকে কোনো দ্ব্যৰ্থক শব্দ গদ্যৰচনাত ব্যৱহাৰ কৰা উচিত নহয়। এটা শব্দৰ এটা প্ৰসঙ্গত মাত্ৰ এটা অৰ্থ — এই নীতি অনুসৰণ কৰিব লাগে। কবিতাত শব্দৰ গৌণ আৰু মুখ্য অৰ্থৰ স্থান আছে, কিন্তু গদ্যত মুখ্যাৰ্থহে থাকিব লাগে। দ্বিতীয়তে, উপযুক্ত শব্দ সম্ভাৰেৰে বক্তব্য বিষয় উপস্থাপন কৰি পাঠকৰ অন্তৰ ৰসসিক্ত কৰিব নোৱাৰিলে আৰু লগতে পাঠকৰ মনও নতুন ভাব আৰু চিন্তাৰ উদ্ৰেক কৰিব নোৱাৰিলে লেখকৰ শ্ৰম নিষ্ফল হয়। সেইকাৰণে লেখকসকলৰ আয়ত্তত

থকা শব্দ ভাণ্ডাৰৰ পৰিসৰ বিস্তৃত হব লাগে। তৃতীয়তে, লেখকে সেই শব্দ ভাণ্ডাৰৰপৰা যথোপযুক্ত শব্দ নিৰ্বাচন কৰি যথাযথভাবে ব্যৱহাৰ কৰিব পাৰিব লাগে। শব্দচয়ন পদ্ধতি যদি নিখুঁত নহয় তেনেহলে লেখকে বিষয়বস্তুৰ মৰ্মাৰ্থ পাঠকৰ হৃদয়গ্ৰাহীকৈ উপস্থাপিত কৰিব নোৱাৰে। প্ৰত্যেক জন সমষ্টিৰ ভাষাৰ অভিধানত প্ৰচলিত আৰু অপ্ৰচলিত শব্দ সংগৃহীত হৈ থাকে। মাত্ৰ সাহিত্য চৰ্চাত বা দৈনন্দিন জীৱনত যিবোৰ শব্দৰ সৰ্বাধিক ব্যৱহাৰ হয় সেইবোৰ শব্দ প্ৰয়োগ কৰি বিষয়বস্তু পাঠকৰ সন্মুখত উপস্থাপিত কৰিব পাৰিছে নে নাই সেইটোও প্ৰধান বিচাৰ্য্য বিষয়; কিয়নো দুৰূহ আৰু দুৰ্বোধ্য শব্দৰ প্ৰয়োগৰদ্বাৰা গদ্যশৈলীৰ সৌষ্ঠব আৰু গাম্ভীৰ্য্য নাবাঢ়ে, বৰং তেনে ধৰণৰ শব্দৰ প্ৰয়োগে গদ্যৰ সাবলীল গতি ব্যাহত আৰু সঙ্কুচিত কৰে। উপযুক্ত স্থানত যথাৰ্থজ্ঞাপক সুবোধ্য শব্দৰ ব্যৱহাৰেই গদ্যৰীতিৰ গতিপথ নিৰ্ণয় কৰে। এই প্ৰসঙ্গত ৰবীন্দ্ৰনাথৰ এষাৰ কথা অতি প্ৰণিধানযোগ্য :

"ভাষা....কেৱল ভাবৰ এক আধাৰ মাত্ৰ নহয়; তাৰ মাজত যেন তেন প্ৰকাৰেণ কিছুমান বক্তব্য বিষয় ভৰাই দিলেই কৰ্তব্য সমাপন নহয়....বক্তব্য বিষয় সবলকৈ, সুন্দৰকৈ আৰু সুশৃঙ্খলকৈ ব্যক্ত কৰিব লাগিব। .. সমাজবন্ধন যিদৰে মনুষ্যত্ব বিকাশৰ বাবে অত্যাৱশ্যক সেইদৰে ভাষাক কলাবন্ধনদ্বাৰা সংযমিত নকৰিলে সেই ভাষাৰপৰা কেতিয়াও প্ৰকৃত সাহিত্যৰ উদ্ভৱ হব নোৱাৰে।" [ বিদ্যাসাগৰ চৰিত ]

চতুৰ্থতে, উৎকৃষ্ট গদ্য ৰচনাৰ ক্ষেত্ৰত বাক্য গাঁথনিও ব্যাকৰণসন্মত হোৱা উচিত; ব্যাকৰণৰ বিধিয়ে ভাষাৰ ব্যৱহাৰ শৃঙ্খলাবদ্ধ যে কৰে সেই কথা নুই কৰিব নোৱাৰি। গুৰিয়াল নোহোৱা নাৱৰ যি অৱস্থা হয় ব্যাকৰণবিধি উলঙ্ঘা কৰি ৰচনা কৰা গদ্যৰ গতিও তেনে হয়। অৱশ্যে উপন্যাস, চুটিগল্প, নাটক আদিৰ লেখীয়া গদ্যৰচনাত বিশেষ বিশেষ পৰিস্থিতি আৰু পৰিৱেশৰ ছবি হুবহু চিত্ৰিত কৰাৰ উদ্দেশ্যে লেখকসকলে গল্প, উপন্যাস, নাটক আদিত চৰিত্ৰবোৰৰ মুখেৰে বক্তব্য বিষয় প্ৰত্যক্ষ উক্তিৰ সহায়ত উপস্থাপিত কৰিবলৈ ব্যাকৰণৰ বিধিবহিৰ্ভূত বাক্যৰ ব্যৱহাৰ কৰিবলগীয়া হয়; কিন্তু তেনেক্ষেত্ৰত লেখকে যি ব্যতিক্ৰম বা স্বাধীনতা গ্ৰহণ কৰে তাৰদ্বাৰা সেই গ্ৰন্থৰ গদ্যৰ মৌলিকত্ব বা গতিধাৰাৰ কোনো ব্যাঘাত নঘটে। সাহিত্যৰ অন্তৰ্ভুক্ত এনে ধৰণৰ প্ৰত্যক্ষ উক্তিত কথিত ভাষাৰ হুবহু ৰূপ থাকিব পাৰে; কিন্তু সি সাহিত্যৰ ভাষাৰ চানেকি হব নোৱাৰে। কথিত ভাষা আৰু লিখিত ভাষাৰ সীমাৰেখা লেখক মাত্ৰেই মানি চলিব লাগে, নহলে সমগ্ৰ সাহিত্যৰ মুখ্য উদ্দেশ্য বিফল হব।

গদ্যৰচনাত উল্লিখিত লক্ষণসমূহ থকাৰ উপৰিও গদ্যত শ্ৰুতিমাধুৰ্য্য, ৰসসৃষ্টি, ভাবোদ্ৰেক আদি নানা গুণৰ সমাৱেশ ঘটোৱাৰ কাৰণে কৃতী লেখকসকলে উপমা, ৰূপক আদি অলংকাৰ, যোজনা, পটন্তৰ, জতুৱা ঠাচ, খণ্ডবাক্য, প্ৰতীক, চিত্ৰকল্প ইত্যাদিৰ

সুপ্ৰয়োগ কৰে। ছন্দৰ ব্যৱহাৰ গদ্যত যদিও নিষিদ্ধ তথাপিও গদ্যত ব্যৱহৃত বাক্য-সমষ্টিয়ে কৰ নোৱাৰাকৈয়ে এটি লয়ৰ হিল্লোল অনুৰণিত কৰে, অৱশ্যে সকলো লেখকৰ কাপৰপৰা এই লয় নিসৃত নহয়। ইংৰাজী সাহিত্যৰ প্ৰখ্যাত লেখক কাৰ্লাইল, চাৰ টমাছ ব্ৰাউন, ভাৰ্জিনিয়া উলফ, হেজলিট, চাৰ্লচ লেম্ব প্ৰভৃতিৰ লেখাবোৰত এই সুৰৰ অনুৰণন পৰিস্ফুট। অসমীয়া সাহিত্যিক হেমচন্দ্ৰ, লক্ষ্মীনাথ, হেমচন্দ্ৰ গোস্বামী, নবীনচন্দ্ৰ বৰদলৈ, বাণীকান্ত কাকতি, জ্যোতিপ্ৰসাদ আগৰৱালা প্ৰভৃতি ক্ষণজন্মা লেখকৰ ৰচনাত লয় প্ৰতিধ্বনিত হৈছে। আনফালে গদ্যই যেনেকৈ পদ্য বা কবিতাৰ ৰূপ পৰিগ্ৰহণৰ পথত আগবাঢ়ে তেনেকৈ অমিত্ৰাক্ষৰ ছন্দত লিখা কবিতাইও গদ্যৰূপ ধাৰণ কৰাৰ পথত আগ বঢ়া দেখা যায়। সেইকাৰণে পদ্যময় বা ছন্দোময় গদ্য, কথা-কবিতা, মুক্তকছন্দ আদি বিভিন্ন শ্ৰেণী বিভাজনৰ উদ্ভৱ হৈছে। সি যি কি নহওক, গদ্যৰ উপযোগিতা আৰু কাৰ্য্যকাৰিতাৰ দৃষ্টিকোণৰপৰা সমালোচকসকলে গদ্যৰ শ্ৰেণী বিভাজন কৰিছে। সেই শ্ৰেণীবোৰ হ'ল—(১) বৰ্ণনাত্মক, (২) যুক্তিমূলক, (৩) নাটকীয়, (৪) তথ্যমূলক, আৰু (৫) চিন্তামূলক। বৰ্ণনাত্মক গদ্যত সত্য বা কল্পিত কাহিনীৰ মনোৰম বৰ্ণনা থাকে। যুক্তিমূলক গদ্যই ভাবমূলক কথাবোৰ যুক্তিৰ আধাৰত উপস্থাপিত কৰিবলৈ যত্ন কৰে। নাটকীয় গদ্যত স্বাভাবিক জীৱনৰ কথোপকথনৰ এটি উন্নতমানবিশিষ্ট অনুকৰণীয় ৰূপ স্পষ্টভাবে দাঙি ধৰা হয়। তথ্যমূলক গদ্যত জ্ঞান-বিজ্ঞান, ক'লা সংস্কৃতি, ইতিহাস আদিৰ যথাযথ কথাবোৰ উপস্থাপিত কৰা হয়। এইবিধ গদ্য নিৰাভৰণ গদ্য, অলংকাৰ আদিৰ স্থান ইয়াত নাথাকে। চিন্তামূলক গদ্যই প্ৰবন্ধ, ৰসৰচনা, ধৰ্মতত্ত্ব, দাৰ্শনিক তত্ত্ব; ৰাজনীতি-অৰ্থনীতি আদিৰ তাত্ত্বিক দিশ সামৰি লয়।

উল্লিখিত শ্ৰেণীবিভাজনবোৰৰ উপৰিও কেৱল সাহিত্যিক দৃষ্টিকোণৰপৰা গদ্যৰ দুটা মূল বিভাজন কৰা হয়, তাৰে প্ৰথমটো হ'ল সৃষ্টিধৰ্মী গদ্য আৰু দ্বিতীয়টো হ'ল সমালোচনাধৰ্মী গদ্য। আকৌ ভাবজগতৰ কথা সামৰি যিবোৰ ৰচনা লিখা হয় সেইবোৰক ভাববাদী গদ্য আৰু বাস্তৱ বা চাক্ষুষ বিষয়বস্তুক লৈ লিখা কথাবোৰক বস্তুনিষ্ঠ গদ্য আখ্যা দিয়া হয়।

যদিও এই বিভাজনবোৰ কৰা হৈছে তথাপিও প্ৰতিটোৰ মাজত এটা নিৰ্দ্দিষ্ট সীমাৰেখা টানিব নোৱাৰি; কিয়নো প্ৰসিদ্ধ লেখকৰ হাতৰ পৰশত পিঠাগুড়ি, পিঠাপনাৰপৰা আৰম্ভ কৰি ভগৱতত্ত্বলৈ নানা বিষয় ৰূপেৰসে প্ৰস্ফুটিত হৈ পাঠকৰ হৃদয়ত আনন্দৰ লহৰ তুলিব পাৰে। বেকন, হেজলিট, চাৰ্লচলেম্ব, ষ্টিভেনছন, বিদ্যাসাগৰ, ৰবীন্দ্ৰনাথ, বঙ্কিমচন্দ্ৰ, অক্ষয় কুমাৰ দত্ত, শৰৎচন্দ্ৰ, লক্ষ্মীনাথ, পদ্মনাথ আদিয়েই তাৰ জ্বলন্ত উদাহৰণ।

ৰীতি হিচাপে গদ্যৰ দুটা প্ৰধান ৰূপ দেখিবলৈ পোৱা যায়: এটা হ'ল সৰ্বসাধাৰণ ৰীতি আৰু আনটো হ'ল ব্যক্তিগত বা নিজস্ব ৰীতি। সৰ্বসাধাৰণ ৰীতিত লিখা গদ্যৰ

সাহিত্যাহিচাপে শ্ৰেষ্ঠত্ব নাথাকিব পাৰে, সেই বুলি সেই গদ্যবোৰবো ভাবব্যঞ্জক গুণ নথকা নহয়। সৰ্বসাধাৰণ ৰীতিত লিখা গদ্যবোৰ নিৰাভৰণ গদ্য, সহজ আৰু সৰল ভাষাত বক্তব্য বিষয় উপস্থাপন কৰাটোৱেই এই ৰীতিৰ গদ্যৰ লক্ষ্য ; এই বিধ গদ্যত কোনো অতুলনীয় গুণ নাথাকে। শিক্ষাদীক্ষা লাভ কৰা সাধাৰণ আগ্ৰহী লেখকে এইবিধ গদ্য লিখিবলৈ প্ৰয়াস কৰিব পাৰে।

আনফালে নিজস্ব বা ব্যক্তিগত ৰীতিত লিখা ৰচনাবোৰৰ মূখ্য উদ্দেশ্যই হৈছে সাহিত্যৰ ভাবৰাশি ব্যক্ত কৰি পাঠকৰ চিত্ত ৰসসিক্ত কৰা আৰু লগতে নতুন চিন্তাৰ প্ৰবাহ জাগ্ৰত কৰা। এগৰাকী প্ৰখ্যাত সমালোচকৰ মতে কলাকাৰ আৰু কাৰিকৰৰ মাজত যি পাৰ্থক্য, সৰ্বসাধাৰণ, ৰীতিত লিখা গদ্যকাৰ আৰু নিজস্ব ৰীতিত লিখা গদ্যকাৰৰ মাজতো সেই প্ৰভেদ। সুস্থ শৰীৰৰ লোকে সাধাৰণ প্ৰশিক্ষণ লাভ কৰি কোনো কাৰিকৰী কৌশল আয়ত্ত কৰিব পাৰে। এনে ধৰণৰ লোকে কাৰিকৰী কৌশল আয়ত্ত কৰা যেনে কথা ঠিক সৰ্বসাধাৰণ ৰীতিৰ গদ্য লিখাও তেনেকথা। আনফালে কলাশিল্পৰ ক্ষেত্ৰত নৈপুণ্য অৰ্জন কৰিবলৈ হলে শ্ৰোতা বা প্ৰষ্টাৰ হৃদয়ত আলোড়ন সৃষ্টি কৰিব পৰা এটি ৰসসিক্ত, আবেগ-অনুভূতি প্ৰকাশক্ষম মনৰ যেনেকৈ প্ৰয়োজন তেনেকৈ ব্যক্তিগত ৰীতিৰ গদ্য লেখকৰো এটি অন্তৰ্দৃষ্টিসম্পন্ন মন আৰু লগতে পাঠকৰ অন্তৰ জয় কৰিব পৰা অৰ্থাৎ পাঠকৰ মনোযোগ আকৰ্ষণ কৰিব পৰা প্ৰকাশভঙ্গী আৰু দৃষ্টিভঙ্গী থাকিব লাগে। গোস্বামীদেৱৰ এই ধৰণৰ গদ্যৰ প্ৰভাৱবান অধিকাৰী স্কুলীয়া পাঠ্যপুথি, বিজ্ঞান-ভূগোল-ইতিহাস আদিৰ সাধাৰণ জ্ঞানৰ পুথিবোৰ, সাংবাদিকৰ বিবৃতি, ব্যৱসায়ৰ লেনদেনৰ চিঠি পত্ৰ, সস্তীয়া মানৰ উপন্যাস, গল্প আদি সাধাৰণ ৰীতিত লিখা গদ্যৰ নমুনা বুলি ধৰিব পাৰি। কিন্তু প্ৰখ্যাত উপন্যাস, গল্প, প্ৰবন্ধ, ভ্ৰমণ কাহিনী, ইতিহাস, যুক্তিবাদী আৰু ভাববাদী ৰচনা সমূহত ব্যক্তিগত বা নিজস্ব ৰীতিৰ পৰিস্ফুৰণ সততে ঘটি থাকে। গোস্বামীদেৱৰ গল্প, প্ৰবন্ধ আৰু সমালোচনা বোৰত এই নিজস্বৰূপ মূৰ্ত্ত হৈ উঠিছে।

গদ্যৰ উল্লিখিত লক্ষণ সমূহৰ আধাৰত গোস্বামী ডাঙৰীয়াৰ গদ্য ৰচনাৰ বিষয়ে চুমাৰ আলোচনা কৰাৰ প্ৰয়াস কৰা হব।

গোস্বামীদেৱৰ প্ৰায় চাৰিকুৰি বছৰীয়া জীৱনকালৰ প্ৰায় আঠৈকুৰি বছৰো অধিক কাল সাহিত্য সেৱাত অতিবাহিত হৈছে। প্ৰতিজন আদৰ্শবান কৃতী শিক্ষকে ছাত্ৰ-ছাত্ৰীক গভীৰভাৱে অনু প্ৰাণিত কৰে যে এই কথা ধ্ৰুৱপ আৰু তেনে কৃতী শিক্ষকসকলে সাহিত্য-পুথি ৰচনা নকৰিলেও এক অৰ্থত সাহিত্য-সংস্কৃতিৰ সেৱক। গোস্বামী ডাঙৰীয়া একাধাৰে কৃতী-শিক্ষকো আৰু বহু গ্ৰন্থ প্ৰণেতা সাহিত্যিক আৰু সমালোচকো। গোস্বামীৰ ভাষা শৈলীত তিনিটা প্ৰধান ধাৰাৰ মিলন ঘটিছে ; ই যেন ত্ৰিবেণী

সঙ্গম। ভাৰতীয় দৰ্শন শাস্ত্ৰ আৰু সংস্কৃত সাহিত্য আৰু অলঙ্কাৰ শাস্ত্ৰৰ গভীৰ আৰু পুঙ্খানুপুংখ অধ্যয়নৰ ফলত সংস্কৃত ভাষাৰ অশেষ প্ৰভাৱেৰে তেওঁ প্ৰভাৱান্বিত হৈছে। আনফালে ইংৰাজী সাহিত্য আৰু অলংকাৰ শাস্ত্ৰৰ নিয়মিত অনুধ্যায়ী ৰূপে ইংৰাজী ভাষাৰ শব্দ ভাণ্ডাৰ আৰু বাক্য-গাঁথনি পদ্ধতিৰ প্ৰভূত প্ৰভাৱৰ দ্বাৰা বহুলভাৱে প্ৰভাৱিত হৈছে। তদুপৰি অসমৰ পুৰণি সভ্যতা, সংস্কৃতি সাহিত্যচৰ্চা আদি বিষয়ৰ উপৰিও নানা জাতি উপজাতিৰ সংমিশ্ৰণত অসমৰ ঘৰে ঘৰে গঢ়ি উঠা সাংস্কৃতিক পৰম্পৰাৰ সংস্পৰ্শত ব্যৱহৃত হোৱা মানা তথা ঘৰুৱা দেশজ শব্দ-ভাণ্ডাৰৰ পৰা অসংখ্য শব্দ ব্যৱহাৰ কৰি গোস্বামীয়ে এটা স্বতন্ত্ৰ ধাৰা প্ৰৱৰ্ত্তিত কৰি গৈছে। উল্লিখিত এই তিনিটা সুঁতিৰ প্ৰখৰ ধাৰাৰদ্বাৰা গোস্বামীদেৱৰ গদ্য শৈলী পৰিপুষ্ট হৈছে। এই কথা সৰ্বজনবিদিত যে, মিছনেৰীসকলে ১৮৩৬ খ্ৰীষ্টাব্দত অসমত ভৰি দিয়া দিনৰে পৰা শিৱসাগৰ অঞ্চলৰ কথিত ভাষাই কালক্ৰমত মান্য ভাষাৰ ৰূপ পৰিগ্ৰহণ কৰিছিল; কিন্তু জীৱন্ত ভাষা যি হেতু বোৱতী-সুতিৰ নিচিনা গতিশীল সেই কাৰণে ভাষাৰ গতিপথত নানা শব্দৰ সংযোজন আৰু বিযোজন যে ঘটি থাকে ই নিশ্চিত। অসমীয়া ভাষাৰ সুতিতো নানা স্থানৰ নানা অঞ্চলৰ ভাষাৰ সংযোজন ঘটিয়েই আছে। "আৱাহন" (১৯২৯) আলোচনী কাকত প্ৰকাশ হোৱাৰ পূৰ্বে উজনীয়া আৰু কামৰূপীয়া ভাষাৰ প্ৰয়োগৰ ক্ষেত্ৰত বিৰোধ যে কিছু পৰিমাণে আছিল এই কথা সত্য। সেই সময়ত "ঢাৰি পাটীৰ ঠাইত বিছনা লিখিলেই সাহিত্য নিম্নগামী হোৱা বুলি হৈ-চৈ লগাইছিল, শেতেলি লিখিলেতো কথাই নাই। "বাঁহী-", "চেতনা" প্ৰভৃতি আলোচনীবোৰৰ মাজত যি ৰক্ষণশীলতা প্ৰকাশিত হৈছিল সেই ৰক্ষণশীলতাৰ পৰা 'আৱাহনে' মুক্তি লাভ কৰিছিল।"—এই বুলি গোস্বামী ডাঙৰীয়াই তেওঁৰ "অতীতৰ কথা"ত ব্যক্ত কৰা কথা খিনি প্ৰণিধানযোগ্য। ভাষাৰ ভঁৰাল চহকী কৰিবলৈ যি কোনো ভাষাৰ পৰাই শব্দ সংগ্ৰহ কৰিব পাৰি। ইংৰাজী ভাষাই হেজাৰ হেজাৰ শব্দ অন্যান্য ভাষাৰ পৰা গ্ৰহণ কৰাৰ ফলত ইংৰাজী বৰ্তমান যুগত আন্তৰ্জাতিক ভাষা ৰূপে পৰিগণিত হৈছে। নামনি অসমৰ অসমীয়া সাহিত্যৰ সাধকসকলে কামৰূপী ভাষা ব্যৱহাৰ কৰাৰ অন্যতম প্ৰধান কাৰণ আছিল এইটোৱে যে পুৰণি অসমীয়া সাহিত্যৰ বিশেষকৈ ভট্ট দেৱৰ "কথা ভাগৱত" আৰু "কথা গীতা"কে ধৰি চৰিত পুথি সমূহত কামৰূপী শব্দৰ প্ৰচুৰ প্ৰয়োগ তেওঁলোকৰ দৃষ্টিগোচৰ হৈছিল আৰু সেই শব্দবোৰৰ প্ৰকাশিকা শক্তিৰ প্ৰবল বুলি তেওঁলোকে উপলব্ধি কৰিছিল। এই প্ৰসঙ্গত ৰসৰাজ বেজবৰুৱাৰ উদাৰ দৃষ্টি ভঙ্গীৰ কথা সোঁৱৰণ কৰা উচিত। বেজবৰুৱাই কৈছিল: "অসমীয়া ভাষা উজনিৰো অকলশৰীয়া ভাষা নহয়। সি গোটেই অসমৰ ভাষা।... উজনিৰ প্ৰাধান্য থকা ভাষায়ো ভাটীৰ পৰা শব্দ সম্পদ ল'বই লাগিব।" কালক্ৰমত

উজনীয়া আৰু কামৰূপীয়া শব্দ প্ৰয়োগৰ প্ৰাচীৰখন নাইকিয়া হ'ল আৰু একেবাৰে নিভাজ শিৱসাগৰক আশ্ৰয় কৰি গঢ়ি উঠা মান্য ভাষাৰ গতি ধাৰাবো ক্ৰমান্বয়ে পৰিবৰ্তন সংঘটিত হ'বলৈ ধৰিলে। তাৰ ফলত ভাষাৰ বিশালতা বাঢ়িল আৰু ন ৰূপত সাহিত্যৰ গতিপথ আগবাঢ়িল।

বঙলা গদ্যৰ শ্ৰেষ্ঠ স্ৰষ্টা ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ প্ৰমুখ্যে বঙলা গদ্যৰ পথিকৃৎসকলে সংস্কৃতৰ বিশাল শব্দ ভাণ্ডাৰৰ পৰা অসংখ্য শব্দ নিসংকোচে ধাৰ কৰি বঙলা ভাষা সাহিত্যৰ স্বাতন্ত্ৰ্য যিদৰে ৰক্ষা কৰিছিল অসমীয়া সাহিত্যৰ প্ৰধান কাণ্ডাৰীসকলেও সংস্কৃতৰ বিপুল শব্দ সম্ভাৰৰ পৰা দ্বিধাহীন ভাবে যে অসংখ্য শব্দ ব্যৱহাৰ কৰিছিল সেই কথা তেওঁলোকৰ লিখনি অনুধাবন কৰিলেই ধৰিব পৰা যায়। কিন্তু এনে কৰোতে সংস্কৃত শব্দবোৰৰ মৰ্মাৰ্থ আত্মসাৎ কৰি তেওঁলোকে অসমীয়া ভাষাৰ নিজস্ব সত্তা আৰু মৰ্যাদা সংৰক্ষিত কৰিছিল। তদুপৰি পুৰণি লেখকসকলৰ বহুতেই ইংৰাজী শব্দৰো বহুলভাবে প্ৰয়োগ কৰাৰ উদাহৰণ যথেষ্ট আছে। ৰসৰাজ বেজবৰুৱা তাৰ জ্বলন্ত উদাহৰণ। পাশ্চাত্যৰ সাহিত্যজগতৰ পৰা ধাৰ কৰা ভাব ধাৰাৰ আধাৰত উপন্যাস, গল্প, ৰম্য ৰচনা, প্ৰবন্ধ আদি বিবিধ ৰূপৰ সাহিত্য গঢ় লৈ উঠা বাবে আধুনিক ভাৰতীয় ভাষাৰ সকলোবোৰ সাহিত্যতে ইংৰাজী সাহিত্যৰ ভাবানুকৰণ স্পষ্টৰূপত পৰিস্ফুট হৈ পৰিছে। অসমীয়া সাহিত্যও তাৰ ব্যতিক্ৰম নহয়।

ওপৰৰ যিবোৰ গদ্যৰ শ্ৰেণীবিভাজন আৰু গদ্যৰীতিৰ উল্লেখ কৰা হ'ল সেই সকলোবোৰতেই গোস্বামীদেৱে কৃতিত্ব আৰু প্ৰতিভাৰ পৰিচয় দি গৈছে। সৃষ্টিধৰ্মী গল্পকাৰ ৰূপে সাহিত্য জগতত প্ৰথমতে প্ৰতিষ্ঠা লাভ কৰা গোস্বামীদেৱৰ "দুটকীয়া নোট" শীৰ্ষক গল্পটোৰপৰা তলত উদ্ধৃত কৰা অনুচ্ছেদটোত তেওঁৰ স্বকীয় গদ্যৰীতিৰ আভাস পোৱা যাব।

'গা পা ধুই নিত্যক্ৰিয়া সমাপন কৰিলোঁ। গছৰ তলতে বহি জা-জলপান যি অলপ আছিল তাকে দুয়ো খালোঁ। পৰিশ্ৰমৰ অন্তত যি খালোঁ তাতেই বেছ তৃপ্তি অনুভৱ কৰিলোঁ। কিন্তু ইয়াৰ লগতে আহি পৰিল পথশ্ৰমৰ ভাগৰ। গছৰ তলত বনৰ ওপৰতেই ভদীয়া দীঘল দি পৰিল। এখন কাপোৰ পাতি ময়ো শৰীৰটো অলপ দীঘলাই পেলালোঁ। মুহূৰ্ত্তৰ ভিতৰতে ভদীয়াৰ নাকে ঘোৰ্ঘাৰবলৈ ধৰিলে। তাৰ যে কল্পনা নাই, চিন্তা নাই। আনপিনে চিন্তাৰে জৰ্জৰিত মোৰ মন আৰু শৰীৰ। সেইবাবে মোৰ চকুত টোপনি নাই আৰু শৰীৰৰ অৱসাদৰো অন্ত নাই। মোৰ মনৰ মাজত নানা তৰহৰ ভাববোৰে খুন্দিয়াবলৈ ধৰিলে। ডেকা কালৰ পাঠ্য জীৱন, কলিকতা, কাশী আৰু কত কি মনলৈ আহিল তাৰ সীমা নাই। এইবোৰ অসংলগ্ন চিন্তাৰ মাজেদিয়েই মোৰ মন ঘৰলৈ উৰা মাৰি ল'ৰা-ছোৱালী কেইটিৰ লগত খেলিব

ধৰিলে। হঠাৎ গম নোপোৱাকৈয়ে সি আকৌ নিজৰ বিষয়বস্তু বাছি উলিয়ালে। এনেকৈয়ে সময় গ'ল চোৰৰ নিচিনা অজ্ঞাতসাৰে।

উক্ত বৰ্ণনাত্মক গদ্যৰ অনুচ্ছেদটোত গোস্বামীৰ মনৰ ভাব অতি সৰল, শুৱলা আৰু স্বতঃস্ফূৰ্ত্তভাবে প্ৰকাশিত হৈছে। অনুচ্ছেদটোত তদ্ভৱ আৰু তৎসম শব্দৰ প্ৰয়োগৰ লগতে নিৰ্ভাজ অসমীয়া শব্দৰো সংযোজন ঘটিছে। বাক্যৰীতিত কৰ নোৱাৰাকৈয়ে ইংৰাজী বাক্যৰ গাঁথনি পদ্ধতিৰ অনুৰণন ধ্বনিত হৈছে। অসমীয়া জতুৱা ঠাঁচৰ অন্তৰ্ভুক্ত "দীঘল দিয়া", "উৰামৰা" আদিৰ সুপ্ৰয়োগো মন কৰিব লগীয়া। সময়ৰ গতি বুজাবলৈ ব্যৱহাৰ কৰা "চোৰৰ নিচিনা অজ্ঞাতসাৰে" বোলা উপমাটি সুন্দৰ অৰ্থব্যঞ্জক হৈছে।

গোস্বামীয়ে অন্যায়, অবিচাৰ, ব্যভিচাৰেৰে কলুষিত সমাজৰ ছবি অতি ওজস্বী গদ্যৰে কেনেকৈ প্ৰকাশ কৰিছে তাৰ উদাহৰণ সেই একেটা গল্পৰ আন এটা ছেদত ফুটি ওলাইছে :

"ভদীয়াক ধমক দিলোঁ, "কিহৰ পাপ অ' ভদীয়া ! অনাচাৰ অবিচাৰত পাপ নাই। অথচ তোৰ নায্য দাবীত পাপ। তোৰ থাকিবলৈ খাবলৈ অধিকাৰ আছে। লৈ যা মূৰ্খ। সমাজৰ ওপৰত ভূমিকম্পৰ জোকাৰণি পৰিছে মৰো তাৰ ওপৰত ধুমুহা বোৱাই দিম। অন্নহীন গুৰু, অন্নহীন শিষ্য, দুয়োৰে একেই স্বাৰ্থ। দুয়ো খাবই লাগিব— জীয়াই থাকিবৰ উপায় পাবই লাগিব।"

এই ছেদটোত গোস্বামীৰ জীৱনদৰ্শন আৰু তেওঁ যে সমতাৰ ভিত্তিত প্ৰতিষ্ঠিত সমাজ এখন প্ৰতিষ্ঠা কৰাৰ সপোন দেখিছিল তাৰ ছবি ভাহি উঠিছে।

মানবতাবাদী গোস্বামীদেৱৰ আন এটি সৃষ্টিধৰ্মী গল্প "অঘোৰী-ৰতনী"ত ৰতনী নামৰ ভিখাৰিণী জনীৰ অৱহেলিত আৰু নিষ্পেষিত জীৱনৰ কৰুণ চিত্ৰ অতি নিৰুপম ভাবে চুটি চুটি বাক্যৰে প্ৰকাশ কৰিছে এইদৰে :

"অৱহেলিত শৰীৰৰ ভিতৰত লুকাই থকা প্ৰাণটোৰ মায়াত তাই ভিখাৰিণী। তাই মানুহৰ ঘৰে ঘৰে মাগি ফুৰে, কেতিয়াবা এমুঠি খুদকণ পায়, কেতিয়াবা নাপায়। কেৱে কেৱে তাইক ধমক দিয়ে, দুনাই মাগিবলৈ বাধা কৰে। তথাপি ৰতনী মাগিবলৈ যায়। নিজৰ জীৱনৰ মায়াৰ তুলনাত আনৰ উপহাস, অৱহেলা আদি নিকৃষ্ট। ব্যৰ্থতাই তাইক হতাশ কৰিব নোৱাৰে, কাৰণ তাইক খাবলৈ পাবলৈ লাগে। আনে খাবলৈ দিলে তাইৰ মনত অপাৰ আনন্দ। এই আনন্দ লভিবলৈকেই যেন তাইৰ জীৱন, এয়েই তাইৰ বাসনা—এইয়েই ভোগ।"

এই ছেদটোত দাৰিদ্ৰ্য নিপীড়িত জীৱনৰ ছবি নিৰাভৰণ বাক্যৱলীৰে ব্যঞ্জিত কৰিছে। ইয়াত গোস্বামীৰ স্বল্পভাষিতাৰ পৰিচয়ৰ লগতে মানৱতাবাদী মনোভাবৰো প্ৰস্ফুৰণ ঘটিছে।

সৃষ্টিধৰ্মী গদ্যত গোস্বামীৰ যি নৈপুণ্য প্ৰস্ফুটিত হৈছে সেইদৰে সমালোচনাত্মক-বিশ্লেষণধৰ্মী ৰচনাৰ মাজত পৌৰাণিক কাহিনী উপস্থাপন কৰোঁতেও সাৱলীলতা পৰিস্ফুট হোৱা দেখা যায়। "দশৰথৰ আদৰ্শনিষ্ঠা" নামৰ বিশ্লেষণাত্মক প্ৰবন্ধত দশৰথৰ পৰিচয় দাঙি ধৰোঁতে গোস্বামীয়ে লিখিছে :

"সৰযূ তীৰৰ গহন অৰণ্য পথ। মৃগয়াসক্ত এক তীৰধনুধাৰী নৃপতিৰ মনত বিজয়ৰ মত্ততা। সন্ধিয়া সময়, সৰযূ নদীৰ বুকুত এটা সৰু শব্দ শুনা গ'ল। নৃপতিয়ে তূণৰপৰা বাণ উলিয়াই ললে। শব্দভেদী বাণ। যি ঠাইৰপৰা শব্দ আহিছিল সেই ঠাইলৈ লক্ষ্য কৰি শৰ নিক্ষেপ কৰিলে। নিমিষতে কাঁড় লক্ষ্যস্থলত পৰিল। কিন্তু ই কি? শব্দভেদী বাণেতো কোনো হস্তীৰ বক্ষ্যস্থল ভেদ কৰা নাই। ভেদ কৰিছে এক কিশোৰ তাপস বালকৰ কোমল হৃদয়। ৰক্তৰ নিজৰা বাগৰি গৈছে এক নবীন যুৱকৰ বুকুৰ ওপৰেদি। যাতনাত যুৱকৰ মুখ শেঁতা পৰি গৈছে। অৰ্ধমূৰ্ছিত অৱস্থাত নবীন তাপসৰ দেহ সৰযূ বালিত ঢলি পৰিছে। নৃপতি স্তম্ভিত হ'ল। তেওঁৰ মুখ শুকাই গ'ল। আথে বেথে তাপস বালকক তেওঁ কোলাত তুলি ললে। শেহাই শেহাই বালকে পৰিচয় দিলে তেওঁৰ নাম সিন্ধুমুনি, অন্ধ মাক-বাপেকৰ একমাত্ৰ সন্তান। তেৱেঁই কৰে দুয়োৰে পৰিচৰ্য্যা। তেওঁৰ সেৱাৰ ওপৰতে নিৰ্ভৰ কৰিছে দুয়োৰে জীৱন; কিন্তু আজিৰপৰা তেওঁলোক হব অসহায়। ভোকপিয়াহত অসহায় পিতৃ-মাতৃয়ে প্ৰাণ ত্যাগ কৰিব। ৰজাই সিন্ধু মুনিৰ বুকুৰপৰা শৰ উলিয়াই আনিলে, বলেৰে। শেষ-বাৰলৈ কলিজাৰ ক'লা তেজ কেইটুপি সিন্ধুমুনিৰ দেহপিঞ্জৰৰপৰা ওলাই আহিল। তাপস বালকৰ থিতাতে মৃত্যু হ'ল নিজৰ দুষ্কৃতিৰ বাবে অনুতপ্ত ৰজাই সিন্ধুমুনিৰ মৰাশ কান্ধত লৈ লাহে লাহে খোজ ললে অন্ধকৰ আশ্ৰমলৈ। ভৰিৰ শব্দ শুনি পিপাসিত অন্ধকে খুজিলে পানী। ৰজা নিশ্চল হৈ থিয় দি থাকিল। তেওঁ ভাবি নাপালে কি উত্তৰ দিব।"

উল্লিখিত বৰ্ণনাত্মক গদ্যখিনি এনে মনোৰমভাবে দাঙি ধৰিছে যে, সহৃদয় পাঠকক অন্তৰত ই করুণৰসৰ উদ্ৰেক নকৰাকৈ নাথাকে। প্ৰকাশভঙ্গী এনে চিত্তাকৰ্ষক হৈছে যে, ইয়াক নাটকীয় ৰূপত তৎক্ষণাৎ সজাই ল'ব পাৰি। সংস্কৃত শব্দৰ প্ৰচুৰ প্ৰয়োগ কৰিছে অথচ লগতে সমাৰ্থক অসমীয়া শব্দৰ ব্যৱহাৰো নকৰাকৈ থকা নাই, যেনে—শৰ, বাণ, কাঁড়; নৃপতি, ৰজা; মাক-বাপেক, পিতৃমাতৃ ইত্যাদি। বাক্যবোৰৰ গঠন ৰীতি ভাবপ্ৰকাশক আৰু অৰ্থব্যঞ্জক, ভাব-প্ৰবাহ ক'তো আড়ষ্ট হোৱা নাই। ক্ৰিয়াপদ উহ্য ৰাখিয়েই বহুবোৰ বাক্য উপস্থাপিত কৰাটোও এটা বিশেষ নৈপুণ্যসূচক কৃতিত্ব। এই ছেদটোত ভাবৰ বৈশিষ্ট্য আৰু ভাব প্ৰকাশৰ ক্ষমতাই এটি কাব্যিক লয় আৰু সুৰ মাধুৰ্য্য প্ৰকাশ কৰিছে।

জানফালে গোস্বামীদেৱৰ সমালোচনামূলক গ্ৰন্থসমূহত সংস্কৃত আলঙ্কাৰিক আৰু আচাৰ্য্যসকলৰ কাব্যতত্ত্বৰ বহুধা বিভক্ত আলোচনা-বিলোচনাৰ বিস্তৃত পৰ্য্যালোচনা আৰু বিশ্লেষণসমূহে স্থান পোৱাৰ উপৰিও পাশ্চাত্যৰ দাৰ্শনিক আৰু সাহিত্যিকসকলৰ মতবাদৰ বিচাৰ-বিমৰ্ষ যুক্তিমূলক আৰু চিন্তামূলক গদ্যৰ মাধ্যমেৰে প্ৰকাশিত হৈছে। সমালোচনামূলক গদ্যবোৰত গভীৰ আৰু গহীন ভাবমূলক তথ্যবোৰ উপস্থাপিত কৰিব লগীয়া হয় বাবে গদ্যবোৰ জটিল হোৱাটো স্বাভাৱিক। কিন্তু গোস্বামীদেৱে তেনে তাত্ত্বিক দিশবোৰৰ কথাও অতি ভাব প্ৰকাশক বাক্‌ভঙ্গীৰে পাঠকৰ আগত দাঙি ধৰিছে। তাৰেই নিদৰ্শনৰূপে : "নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য" গ্ৰন্থৰপৰা তলৰ অনুচ্ছেদটো লোৱা হ'ল : 'মানুহৰ অন্তৰাত্মাতে কিছুমান প্ৰত্যয় বা ধাৰণা নিহিত হৈ আছে। পৰিদৃশ্যমান জগতৰ বিশেষ বিশেষ বস্তুৱে এই ধাৰণাবোৰ উদ্বুদ্ধ কৰি সেইবোৰক চৈতন্যৰ ওপৰলৈ তোলে। তেতিয়া প্ৰত্যয়বোৰ স্পষ্ট হৈ উঠে। প্লেটোৰ দৰে চক্ৰেটিছে প্ৰত্যয়াত্মক জ্ঞানেই যথাৰ্থ জ্ঞান বুলি মানুহক শিক্ষা দিছিল। সদ্বস্তুৰ (reality) জ্ঞানেই হ'ল সত্য। জ্ঞানেন্দ্ৰিয়ৰ যোগেদি আমি যিখন জগতৰ জ্ঞান লাভ কৰোঁ সেইখন পৰিবৰ্তনশীল চঞ্চল জগত। এই জ্ঞান ভ্ৰান্তিমূলক আৰু আভাসিক। সদ্বস্তুৰ পৰিবৰ্তন নাই। ই শাশ্বত। প্ৰকৃত জ্ঞান লাভৰ কাৰণে বস্তুৰ মৌলিক তত্ত্বৰ অৱগতিৰ আৱশ্যক। এই কাম অকল চিন্তা শক্তিয়েহে কৰিব পাৰে। গতিকে প্ৰত্যয়াত্মক জ্ঞানৰ সহায়তহে তাত্ত্বিক নাইবা পাৰমাৰ্থিক জ্ঞান লাভ সম্ভৱ হ'ব।"

গোস্বামীদেৱে তেওঁৰ চিন্তামূলক প্ৰবন্ধৰাশিত যি গদৰীতি প্ৰবৰ্তন কৰিছে তাত যুক্তিনিষ্ঠতা, জ্ঞাননিষ্ঠতা আৰু আদৰ্শনিষ্ঠতা আদি গুণ মূৰ্ত্ত ৰূপত অভিব্যক্ত হৈছে। প্ৰবন্ধবোৰ পঢ়িলে এই কথা স্পষ্ট হৈ পৰে যে, ঘৰুৱা ঠাঁচৰ ভাষা সকলো ধৰণৰ ভাব ভঙ্গী প্ৰকাশ কৰিবলৈ উপযুক্ত নহয় আৰু কথিত ভাষাৰ গদ্য সূক্ষ্ম অনুভূতি আৰু জীৱনৰ দাৰ্শনিক চিন্তাধাৰা প্ৰকাশ কৰাৰ যথাযোগ্য মাধ্যমো হব নোৱাৰে। আনকি লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা আদিৰ নিচিনা গদ্যৰীতিৰ পথ প্ৰদৰ্শক-সকলেও তাত্ত্বিক ভাবধাৰা প্ৰকাশৰ কাৰণে সংস্কৃত ভাষাৰপৰা শব্দ সম্ভাৰ গ্ৰহণ কৰিছিল আৰু তেওঁলোকৰ পৰৱৰ্তী চিন্তাশীল লেখকসকলে সাহিত্যিক, দাৰ্শনিক আৰু সমালোচনাত্মক সাহিত্যৰ প্ৰয়োজন পূৰাবলৈ সংস্কৃতৰ উপৰিও পাশ্চাত্যৰ উন্নত সাহিত্যসমূহৰ ভাব আৰু ভাষা মুকলিভাবে ধাৰ কৰিছে। গোস্বামীদেৱ এই শ্ৰেণী লেখকৰ অন্যতম কৰ্ণধাৰ। এই প্ৰসঙ্গতে গোস্বামীদেৱৰ যুক্তিধৰ্মী চিন্তানিষ্ঠ প্ৰবন্ধ "ভাৰতীয় বুদ্ধিজীৱীৰ মানসিক সংকট"ৰপৰা এটা অনুচ্ছেদ দাঙি ধৰা হ'ল :

.. গুণীৰ গুণানুসৰণৰ চেষ্টা সজ চেষ্টা। কিন্তু অন্ধ অনুকৰণে যদি গুণমুগ্ধ লোকৰ ব্যক্তিত্বৰ বিনাশ সাধন কৰে আৰু মৌলিক চিন্তাশক্তি অপহৃত কৰে তেতিয়া গুণগ্ৰাহিতা

পৰিহাৰ্য্য হৈ পৰে। নিজৰ বৈশিষ্ট্য ৰক্ষা কৰি গুণমুগ্ধ পুৰুষে আনৰ গুণ গ্ৰহণ কৰিব পাৰিলেহে প্ৰকৃতপক্ষে তাক গুণগ্ৰাহিতা বোলা যায়। অন্ধ অনুকৰণৰ ফলত মানসিক ক্ষমতা দুৰ্বল হৈ পৰে আৰু কৰ্মশক্তিও হৈ পৰে অলস। ভাৰতীয় বুদ্ধিজীৱীৰ মানসিক অলসতা সুস্পষ্ট। নানান তথ্য আৰু অসংলগ্ন মতবাদৰ পাৰস্পৰিক বিৰোধে তেওঁলোকৰ মনৰ সমন্বয় শক্তি লোপ কৰি তেওঁলোকক কৰি তুলিছে অলস পৰমুখাপেক্ষী। জীৱনৰ সমস্যা সমুখত উপস্থিত হলে আভ্যন্তৰীণ দুৰ্বলতাৰ কাৰণে সাহস আৰু দৃঢ়তাৰে সমস্যাৰ সমাধানত তেওঁলোক যত্নপৰ হব নোৱাৰে। তেওঁলোকৰ মনৰ মাজত বিৰোধ-শক্তিৰ তুমুল সংগ্ৰাম আৰম্ভ হয়। মৌলিক চিন্তাৰ সহায়ত জ্ঞানৰ সমন্বয় নঘটিলে জীৱনৰ ভাল বেয়া, কৰ্ত্তব্য অকৰ্তব্য নিৰূপণত অস্থিৰতাৰ দুৰ্বলতা সঘনে উপস্থিত হয়! এই দুৰ্বলতাৰ কাৰণে মানসিক দ্বন্দ্ব বেদনাদায়ক হৈ উঠে, ব্যক্তিৰ কৰ্ম শক্তি খৰ্ব হয় আৰু সমস্যাৰ জটিলতাৰ মাজত কিংকৰ্তব্যবিমূঢ়তা আহি পৰে।...”

এই অনুচ্ছেদত শব্দৰ গাঁথনি আৰু বাক্যবোৰৰ পাৰিপাট্য বৰ সুন্দৰ আৰু মৌলিক চিন্তা প্ৰবাহ ব্যঞ্জক হৈ পৰিছে। এনে গদ্য বাস্তবিকতে অনুকৰণীয়।

গোস্বামী ডাঙৰীয়াৰ গদ্যত কতো কৃত্ৰিম আৰু আচহুৱা ৰূপ নাই। কোনো এটা ভাবৰ তাৎপৰ্য্য প্ৰকাশ কৰাৰ অৰ্থে গোস্বামীয়ে ইংৰাজী ভাষাৰ শব্দবোৰ দ্বিধাহীন ভাৱে গ্ৰহণ কৰিছিল। আধুনিক অসমীয়া সাহিত্যৰ যুগাৰম্ভৰপৰা বহুতো অসমীয়া সাহিত্যিকে সহজে বুজিব পৰাকৈ বিদেশী শব্দৰ প্ৰয়োগ কৰিছিল; কাৰণ সভ্যতাৰ অগ্ৰগতিৰ লগে লগে জ্ঞানৰ জগতৰ পৰিসৰ অতি ব্যাপক হৈ পৰিছে আৰু তাৰ লগে লগে পৃথিবীৰ বিভিন্ন জাতিৰ ভাব আৰু ভাষাৰ পৰিবৰ্দ্ধমান গতিত আদান প্ৰদান ঘটিছে। সৌ তাহানিৰ কালতে ৰসৰাজ বেজবৰুৱাই উদাত্তসুৰে কৈছিল, “কোনোটো ভাব, কোনোটো চিন্তা আমাৰ ভাষাৰ শব্দেৰে প্ৰকাশ কৰিব নোৱাৰিলে সহজে বুজা বিদেশী ভাষাৰ শব্দ ধাৰকৈ আনি সেই কাৰ্যৰ নিমিত্তে তাৰ সহায় ললে ভাষাৰ মঙ্গলৰ বাহিৰে অমঙ্গল নহয় আৰু ভাষাৰ জাতো নেযায়।” সেই কাৰণে বেজবৰুৱাই ইংৰাজী বা বিদেশী শব্দ অকুণ্ঠিতভাবে গ্ৰহণ কৰিছিল। গোস্বামী ডাঙৰীয়াইও তেওঁৰ পূৰ্বসুৰি বেজবৰুৱাৰ আদৰ্শ গ্ৰহণ কৰি প্ৰচলিত ইংৰাজী শব্দবোৰৰ পাৰিভাষিক শব্দ ব্যৱহাৰ নকৰি হুবহু ইংৰাজী শব্দবোৰ ব্যৱহাৰ কৰিছিল; প্ৰতিটো শব্দৰেই এটা প্ৰকাশিকা শক্তি আছে, তৰ্জমা কৰিলে ঠিক যেন ভাবটো ফুটি নোলাল এনে এটি খুদমুদনি মনত ৰৈ যায়। যেনে সংস্কৃতৰ “ৰস” শব্দটোৰ তাৎপৰ্য্য ইংৰাজী কোনো প্ৰতিশব্দৰদ্বাৰা বুজাব নোৱাৰি; সেইদৰে ইংৰাজী style শব্দটোকো কোনো প্ৰতিশব্দেৰে বুজাব নোৱাৰি। তেনেকুৱা পৰিস্থিতিত মূল শব্দটো ৰখাটোৱে শ্ৰেয়—এই নীতি গোস্বামীদেৱে

মানি লৈছিল। তাৰ কেইটামান উদাহৰণ তলত দিয়া হ'ল—স্কুল, কলেজ, মাইনৰ স্কুল, হাইস্কুল, মেট্ৰিকুলেছন, অনাৰ্চ, ষ্টেচন, ডেপুটি কমিছনাৰ, পাৰ্লেমেণ্ট, গাইড; ডাইৰেক্টৰ, ইন্সপেক্টৰ, হেডমাষ্টৰ, মেনেজাৰ, প্ৰেছ, লাইব্ৰেৰী, অফিচ, বাচ ইত্যাদি।

আনফালে কিছুমান শব্দৰ মৰ্মাৰ্থটো পাঠকৰ যাতে সহজে উপলব্ধি হয় তাৰ কাৰণে ইংৰাজী শব্দটোৰ অৰ্থজ্ঞাপক প্ৰতিশব্দ বা পাৰিভাষিক শব্দ তৈয়াৰ কৰি বন্ধনীৰ ভিতৰত ইংৰাজী শব্দটোও ৰাখি থৈছিল আৰু বিষয়বস্তুৰ লগত প্ৰসঙ্গ সঙ্গতি ৰক্ষা কৰি ব্যৱহাৰো কৰিছিল। দাৰ্শনিক আৰু সাহিত্যৰ তত্ত্ববোধক শব্দ কিছুমান তলত উল্লেখ কৰা হ'ল—সহজানুভূতি বা বিশেষ উপলব্ধি ( intuition ), অভিব্যঞ্জনা (expression) ; সংবেদন (Sensation) ; বিষয়গত (objective) ; বিষয়ীগত (subjective) নিকৃষ্ট কল্পনা (fancy) ; কল্পনা (limagination) সুমধুৰ সঙ্গীত (melody) শৈলী diction) ভাব (thought) কাহিনী বিন্যাস বা প্লট ( plot) স্বয়ং প্ৰকাশক জ্ঞান (intuitive knowledge) ; শোক নাটক (tragedy) ; ধাৰণা (idea) ; সদ্বস্তু (reality) অনুকৰণ (mimesis) ; প্ৰত্যয় (concept) ; ভাবময় আবেগ (emotional impulse) ; সৰ্বগত (immanent) ইত্যাদি।

কেতিয়াবা কেতিয়াবা হুবহু পাশ্চাত্য শব্দটোকে বা বাক্যাংশটোকে ব্যৱহাৰ কৰাও পৰিলক্ষিত হৈছে : যেনে :

Symbolist, Lyric, Theory of ideas, মিষ্টিক, কেথাৰছিছ, এবছাৰ্ড, Art for Art's sake, ইত্যাদি।

আন এটা বৈশিষ্ট্যও মন কৰিব লগীয়া। পাশ্চাত্যৰ নাট, উপন্যাস, গ্ৰন্থকাৰ আদিৰ নামবোৰ অসমীয়া আখৰেৰে লিখিও বন্ধনীৰ ভিতৰত পাশ্চাত্যৰ ভাষা বোৰত যেনেদৰে লিখে তেনেদৰে সন্নিবিষ্ট কৰি পাঠকসকলৰ মনত আখৰযোটনি আৰু উচ্চাৰণ সম্পৰ্কে উত্থিত হ'ব পৰা আশঙ্কা দূৰ কৰিছিল। উদাহৰণ স্বৰূপে তলত কেইটামান উল্লেখ কৰা হ'ল :

গ্ৰন্থকাৰৰ নাম:—

মলিয়াৰ (Moliere) ; গেটে (Goethe) ; ইবছেন (Ibsen) ; এডমাণ্ড গছ Edmund Gosse) ; জৰ্জ বাৰ্নাড শ্ব (George Bernard shaw) ; গলছওৰ্দি (Galsworthy) ; চেকৃখভ (Chekhov), চিঞ্জ (Synge) প্ৰভৃতি।

গ্ৰন্থৰ নাম : আৰ্মাছ এণ্ড দি মেন (Arms and the Man) ; কেনদিদা (Candida); মেন এণ্ড ছুপাৰমেন (Man and Superman) দি চেৰি অৰ্চাৰ্ড (The Cherry Orchard), ডক্তৰছ দিলেমা (Doctor's Dilemma), দি লেদিজ নটফৰ বাৰ্নিং (The Lady's not for Burning) ইত্যাদি।

উক্ত পদ্ধতিটো অসমীয়া ভাষাৰ পণ্ডিতসকলে অনুকৰণ কৰাটো উচিত যেন লাগে, কিয়নো এতিয়াৰ লেখকসকলে নিজৰ নিজৰ উচ্চাৰণৰ ওপৰত নিৰ্ভৰ কৰি বহুতো পশ্চাত্য আৰু বিদেশী শব্দ অসমীয়া আখৰ যোটনিৰে লিখি পঢ়ুৱৈসকলক আহুকালত পেলোৱা পৰিলক্ষিত হৈছে। অসমীয়া ভাষাৰ বানান বিভ্ৰাট সম্পৰ্কে সচেতন লোক-সকলে এই বিষয়ে দৃষ্টি পাত কৰা উচিত।

গোস্বামীদেৱে সৃষ্টিধৰ্মী ৰচনাবোৰত কেতিয়াবা কেতিয়াবা ৰসসৃষ্টিৰ কাৰণে একোটা অঞ্চলত দৈনন্দিন জীৱনত কথাবতৰা কওঁতে ব্যৱহাৰ কৰা নিভাঁজ কথ্য ভাষাৰ ব্যৱহাৰ কৰাও দেখা যায়। এই ধৰণৰ লেখা পৃথিৱীৰ বিখ্যাত লেখকৰ ৰচনাতো পোৱা যায়। উদাহৰণ স্বৰূপে "অজ্ঞাতবাস" নামৰ গল্পটোত পৰিবেশ আৰু পৰিস্থিতিৰ লগত খাপ খোৱাকৈ নিজৰ ভাবপ্ৰবাহ উজ্জ্বল কৰি তুলিছে এইদৰে :

"পণ্ডিত দেখন হা ? আজি ইস্কুল মাফ দিলা নে কি ?"
"এওঁ নু ছলিক কিয়া কুবালাক সুধি নাছ কিয়া ?"
থো থো সিগলা কথা। মেলকীৰ ছলিক কিয়া মাৰে সুধ।" ইত্যাদি।

বৰ্তমান মান্যভাষাত অপ্ৰচলিত শব্দ কিছুমানৰ ব্যৱহাৰো গোস্বামীদেৱে কৰিছিল। যেনে : কেঁৰে কেৰে তাইক সোধে, "তই কাম নকৰ কিয় ?"

যেয়ে কৰ্মবীৰক নিচেই ওচৰতে লগ পাইছিল সেয়ে তেওঁৰ কথাবাৰ্তা আৰু আচৰণত মুগ্ধ হৈছিল।

"কেৰে কেৰে", "যেয়ে যেয়ে" ইত্যাদি শব্দ প্ৰয়োগৰদ্বাৰা বৰ্ণনাৰ গতি বাধাগ্ৰস্ত হোৱা নাই, বৰঞ্চ এনে ধৰণৰ পুৰণি থলুৱা শব্দৰ যথাস্থানত প্ৰয়োগ কৰিলে ভাষাৰ মহত্বহে বাঢ়ে। মহাকবি কালিদাসৰ নিচিনা ব্যক্তিয়েও ব্যাকৰণ অসিদ্ধ পদ ব্যৱহাৰ কৰাৰ বহু উদাহৰণ আছে।

গোস্বামীদেৱৰ ৰচনাৱলীত অসমীয়া প্ৰবাদ বাক্য, জতুৱা ঠাঁচ, খণ্ডবাক্য আদিৰ প্ৰাচুৰ্য্য কম তথাপিও সুচল বুজি সেইবোৰ ব্যৱহাৰ নকৰাকৈ থকা নাই। ইংৰাজী তথা সংস্কৃত সাহিত্যৰপৰাও উপযুক্ত স্থানত উপযুক্ত উদ্ধৃতিৰে মনোভাব ব্যক্ত কৰি পাণ্ডিত্যৰ পৰিচয় দিছে।

এনে পাৰমাৰ্থিক জ্ঞানেই হ'ল প্ৰকৃত জ্ঞান। অকল দৰ্শনেহে এনে স্থায়ী, শাশ্বত আৰু সাৰ্বজনীন জ্ঞান দান কৰিব পাৰে। ইন্দ্ৰিয়ানুভূতিৰ সহায়ত যি জ্ঞান লাভ হয় সেই জ্ঞান আপেক্ষিক আৰু অনেক ক্ষেত্ৰত ভ্ৰান্তিমূলক।

এই চেপটোত এটি বুদ্ধিদীপ্ত আৰু পাণ্ডিত্যপূৰ্ণ চিন্তাধাৰাৰ পৰিস্ফুৰণ ঘটিছে ; প্ৰকাশভংগী অতি সংযত ; ইয়াত বহুবক্তিতাৰ স্থান নাই। সমালোচনাত্মক গদ্যাংশটোত বিষয়বস্তুৰ স্পষ্টতা আৰু সূক্ষ্মতা তৎসম শব্দৰ বহুল প্ৰয়োগৰ মাজেদি ফুটি ওলাইছে।

এনেবোৰ তত্ত্বমূলক কথা প্ৰকাশৰ ক্ষেত্ৰত ঘৰুৱা বা দেশজ শব্দৰ ব্যৱহাৰ কৰিব নোৱাৰি বুলিলেও অত্যুক্তি কৰা নহব।

যি পৰিবেশত আৰু যি পৰিস্থিতিত যেনেধৰণৰ ভাষাৰ আৱশ্যক সেই কথা গোস্বামীয়ে অতি স্পষ্টভাবে উপলব্ধি কৰিছিল। শৈশৱ কালত শুনা এটি ভূতৰ কাহিনী বৰ্ণাওতে তেওঁ কি ধৰণৰ শব্দ আৰু বাক্য ৰীতি প্ৰয়োগ কৰিছিল তাৰ উদাহৰণ স্বৰূপে তেওঁৰ "অতীতৰ কথা" নামৰ গ্ৰন্থৰপৰা তলৰ ছেদটো তুলি দিয়া হ'ল:

"দাখন ভালকৈ খামুচি ধৰি মই থিয় দিলোঁ। কিন্তু পাছফালৰপৰা কোনোবাই মোক গতা মাৰি দিলে। মই কৰ্ফ'ল খাই পৰিবই ধৰিছিলোঁ। ভাগ্যে নপৰিলোঁ। পৰাইঁতেন মোৰ কালে শেষ। পাছমুখ দি দেখিবলৈ পালোঁ এটা বিৰাট দৈত্য—স্পষ্ট, অথচ অস্পষ্ট। মই দাখন ঘূৰাব ধৰিলোঁ। কিন্তু দা দৈত্যৰ গাত নালাগে। মোৰ গা গৰম হৈ উঠিছে। দা পেলাই দিলোঁ। ধৰিলোঁ তাক সাবট মাৰি কিন্তু তাৰ কৰ্কালখন লগ নাপালোঁ। সি মোতকৈ বহুত ওখ। ভাবিলোঁ সঞ্জয়ৰ হাতত আজি মৰিম। পিছে সি মাৰিব নোৱাৰিলে গা বন্ধা আছে। সাবট মাৰি ধৰিলোঁ তাৰ নঙঠা উৰুত। আজি দুৰ্যোধনৰ উৰুভঙ্গ কৰিম। খুলীয়াৰ লগত ফুৰোঁতে ভীমৰ বচন মাতিছিলোঁ। দুৰ্যোধনৰ উৰুভঙ্গ কৰিবলৈ যাওঁতে এদিন বহালোঁ গদাৰ পূৰ্ণহুতীয়া কোৰ। দুৰ্যোধনে তিনি দিন মানলৈ কেকায়ে আছিল নহয়, আজি ভাওনাৰ দুৰ্যোধন নহয় আচল দুৰ্যোধন। ঠেং পকাই তাৰ উৰুভঙ্গ কৰিম। চাম সঞ্জয়ৰ বল, পৰীক্ষা কৰিম ভূত ডাঙৰ নে মানুহ ডাঙৰ। কিন্তু কি আচৰিত ঠেংখন দাঙিবও নোৱাৰোঁ পকাবও নোৱাৰোঁ। গোটেই ঠেংখনত যেন ঔৰ বিজলহে ঘঁহি থোৱা আছে। পিচল, ধৰিলেই ওলাই যাব খোজে। তথাপি এৰি দিয়া নাই, যুঁজিয়েই আছোঁ। এবাৰ তাৰ খোপনি পিচলিল। ছেগ চাই বহালোঁ টান। ঘটোৎকচ পৰাদি এটা বিৰাট শব্দ কৰি সি এচাৰ খাই পৰিল। ময়ো তাৰ ওপৰতে পৰিলোঁ উবুৰি খাই। তাৰ পিছত মোৰ জ্ঞান নাই।"

নিতান্ত সাধুকথা কোৱাৰ সাবলীল ভঙ্গীত অতি নাটকীয় উৎকণ্ঠা সৃষ্টিৰ ক্ষমতাৰ নিদৰ্শন ইয়াত স্পষ্টৰূপত ব্যক্ত হৈছে। ইয়াত সংস্কৃতীয়া বাক্যও নাই, শব্দও নাই বুলিলেই হয়। কথিত ঘৰুৱা শব্দৰে ঘৰুৱা বাক্য বিন্যাস পদ্ধতিৰে সমুজ্জ্বল এই বৰ্ণনাই অতি সহজে পাঠকৰ মৰ্মস্পৰ্শ কৰিব পাৰে আৰু ইয়াতেই বক্ষিত হৈছে স্বকীয় ষ্টাইল বিশিষ্ট গদ্যলেখকৰ নৈপুণ্য।

গোস্বামীদেৱৰ গদ্যৰীতিয়ে ভৱিষ্যৎ বংশধৰ তথা সাহিত্যৰ উত্তৰ সাধকসকলক যে অনুপ্ৰাণিত কৰিব আৰু অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধিত অৰিহণা যোগাব তাত সন্দেহ নাই।

# গোস্বামীৰ ৰচনাত লোক-জীৱনৰ চিত্ৰ

## ডক্টৰ ভৃগুমোহন গোস্বামী

ত্ৰৈলোক্য নাথ গোস্বামীৰ জন্ম হৈছিল নলবাৰী সত্ৰত সংৰক্ষণশীল গোঁসাই পৰিয়ালত। আনহাতে প্ৰাচ্য আৰু পাশ্চাত্য দুয়োবিধ শিক্ষাতে তেওঁ শিক্ষিত আছিল। কিন্তু তেওঁ চুট-টাই নিপিন্ধি সেই পৰম্পৰাগত পোছাক, ধুতি-পাঞ্জাবী পিন্ধি সদায় দেশীয় মানুহজন হৈ আছিল। তেওঁ অন্ন গ্ৰহণো কৰিছিল ৰান্ধনীঘৰৰ মজিয়াত পীৰাত বহি। খোৱা-লোৱা, পিন্ধা-উৰা, কথা-বতৰা আদি সকলো ক্ষেত্ৰতে তেওঁ পৰম্পৰাৰ ওপৰত আস্থা ভাজন আছিল।

ত্ৰৈলোক্য নাথ গোস্বামী আছিল গণতান্ত্ৰিক সমাজবাদত বিশ্বাসী। আনহাতে তেওঁ আছিল মধ্য-বিত্ত শ্ৰেণীৰ লোক। তেওঁৰ লিখনিতো তাৰেই চিত্ৰ প্ৰকাশ পাইছিল। ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই 'গোস্বামীৰ গল্পত সমাজ চেতনা'ৰ কথা লিখোতে লিখিছে, "তেওঁ দেখা সমাজখনত যিবোৰ চৰিত্ৰই তেখেতৰ সহানুভূতি আকৰ্ষণ কৰিছে সেইবোৰ হ'ল : অসঃহায় বিধবা, জাৰজ, ভিক্ষাৰী, সৎ আৰু দৰিদ্ৰ, খেতিয়ক, আৰু আদৰ্শবাদী কৰ্মী। যিবোৰে তেখেতৰ বিকৰ্ষণ লাভ কৰিছে তেওঁলোক হ'ল ঃ লম্পট, মদগৰ্বী, ধনী, কানীয়া, ক্ষমতা-মত্তলোক, হিতাহিত জ্ঞান শূন্য চাকৰিয়াল আৰু উপকৰা মাতবৰ শ্ৰেণীৰ লোক। এই তালিকাৰপৰাই পুলমূলকৈ ধৰিব পাৰি যে, তেখেতৰ সমাজৰ কোনো জটিল বিশ্লেষণ নকৰিও সচেতনতাৰ বলেৰে অসমীয়া সমাজৰ অবিচাৰ অন্যায়ৰ বিৰুদ্ধে মাত মাতিছে।"

"ত্ৰৈলোক্যনাথ গোস্বামী : 'গোস্বামীৰ গল্পত সমাজ চেতনা', পৃ. ১১২ )

প্ৰাচীন গাঁৱলীয়া প্ৰথা অনুসৰি দোষী আৰু চোৰক বং-বহুইচৰ মাজত লঘু-কৰি শাস্তি দিয়া কাৰ্যও তেওঁৰ গল্পত আছে। তেওঁৰ "অঘোৰী ৰতনী' গল্পত হাকিমে মৰা সাপৰ ওপৰত গুলি কৰোতে ৰতনী মৰোতে বামুণে কোৱা কথাষাৰতো লোক-জীৱনৰ চিত্ৰ ভাহি উঠিছে, "বাপা, নৰহত্যা মহাপাপ। প্ৰায়শ্চিত্ত হ'ব লাগে। দান-দক্ষিণা দিব লাগে।"

ব্যক্তি-সততা, সাধুতা, 'ধৰ্মৰ জয় অধৰ্মৰ পৰাজয়' এনে ভাব তেওঁ নিম্নশ্ৰেণীৰ চৰিত্ৰৰ মাজেৰেই ফুটাই তুলিছে। তেওঁৰ 'অবিচাৰ' গল্পত বনুৱা এজনৰ মুখেৰে কোৱাইছে, "তোমাৰ ইঞ্জিনৰ শব্দ বন্ধ হৈ যাব, কাৰখানাৰ চকৰি ঘূৰিবলৈ এৰিব,

লোৰ যন্ত্ৰ পাতি মামৰে খাই পেলাব। হাজাৰ হাজাৰ মনুষ্য মোৰ দুখত দুখী হ'ব। মোৰ প্ৰতি কৰা অবিচাৰৰ প্ৰতিবাদ জনাব।"

তেওঁৰ 'ভূত' গল্পত লোক বিশ্বাসৰ আংশিক চিত্ৰ অংকিত হৈছে। দ্বিতীয় মহাযুদ্ধৰ পাছত লোক-জীৱনত দেখা দিয়া পৰিবৰ্তনৰ কথা গোস্বামীয়ে অৱলোকন নকৰাকৈ থকা নাই। লোক-জীৱনৰ বোৱতী সুঁতি অন্যফালে ঢাল লোৱা বাবেই 'প্ৰতিধ্বনি' গল্পত তেওঁ উল্লেখ কৰিছে। যুগ পৰিবৰ্তন হ'ল। আগৰ দৰে গাঁৱৰ মানুহবোৰ ধৰ্মকথা শুনিবলৈ অহা নাই। কীৰ্ত্তন-ভাগৱত পাঠত মানুহৰ আসক্তি কমি গৈছে। সকলো ব্যস্ত।... ভিকছু গৰ্গৰাম তেজপুৰলৈ গৈ এমাহৰ ভিতৰতে [illegible]মজলা কাৰবাৰ কৰি হাজাৰ হাজাৰ টকাৰ মালিক হ'ল।" সময়ৰ পৰিবৰ্ত্তনে পৰম্পৰাগত জীৱনৰ কি পৰিবৰ্ত্তন আনিলে তাৰেই চিত্ৰ এনেবোৰ উক্তিৰ মাজত সোমাই আছে।

সাধু কথাত টেঁটোৰালি বুজোৱাৰ ক্ষেত্ৰত শিয়াল এটা প্ৰধান চৰিত্ৰ। গোস্বামীৰ 'কণ্ট্ৰোলৰ' চেনী' গল্পত আছে শিয়াল মহাজনৰ চৰিত্ৰ। জন-জীৱনত প্ৰয়োজন অনুসৰি সোণ ৰূপৰ ফুল গোঁসাইলৈ আগবঢ়োৱাৰ প্ৰথা আছে। তদ্ৰূপ চেনীৰ চোৰাং কাৰবাৰ কৰা শিয়াল মহাজনে ঠগ-প্ৰবঞ্চনাৰ পৰা ৰক্ষা পাবলৈ গোঁসাইলৈ দুটা ৰূপৰ ফুল আগবঢ়াইছে।

ত্ৰৈলোক্যনাথ গোস্বামীয়ে লোক-জীৱনৰ চিত্ৰ অংকন কৰোঁতে ব্যক্তিৰ কাৰ্যকলাপে যাতে সমাজত কোনো ক্ষতি সাধিব নোৱাৰে তালৈ লক্ষ্য ৰাখিছিল। ব্যক্তি শোধন তেওঁৰ অন্য এটা লক্ষ্য আছিল। 'আধুনিক গল্প সাহিত্যত' (পৃ ১৮২) তেওঁ লিখিছে, "ব্যক্তিৰ কাৰ্যকলাপ সমাজৰ বুকুত প্ৰতিফলিত হয়। আনহাতে সমাজৰ ৰীতি-নীতিয়ে ব্যক্তিৰ কাৰ্য কলাপৰ নিয়ন্ত্ৰণো কৰে। সমাজৰ অন্ধ সংস্কাৰৰ ফলত ব্যক্তি-জীৱন হৈ পৰে দুৰ্বহ। কিন্তু ব্যক্তিৰ ভুল-ক্ৰটি আৰু মূঢ়তাৰ কাৰণে জীৱনলৈ আহে ব্যৰ্থতা।"

পণ্ডিত জীৱেশ্বৰ গোস্বামীৰ মুখে "কুবেৰাম যম-নগৰীলৈ জীয়াই জীয়াই যোৱা যি সাধু কথা শুনিছিল তাৰ আলমতে লিখা 'জীয়া মানুহ' ব্যঙ্গ্য উপন্যাসখনতো লোক-জীৱনৰ চিত্ৰ আছে। এটা সাধুকথাৰ কল্পনাখিনিক লৈয়ে বাস্তৱতাক ওলোটাই দেখুৱাবলৈ যাওঁতে এই উপন্যাসৰ জন্ম। লোক জীৱনৰ ওপৰত তথা কথিত শিষ্ট বা elite বুলি খ্যাত শ্ৰেণীটোৰ যি অত্যাচাৰ তাক ধৰা পেলোৱাৰ উদ্দেশ্যে কৰাপশ্চন মিটা'ৰ বছৰা তেওঁৰ অভিনৱ কৌশলটি যথাৰ্থতে সমাজ-সচেতন মনোভাৱৰ পৰিচায়ক। তেওঁ লোক-জীৱনৰ কথা ভাবিয়ে 'জীয়া-মানুহৰ আৰম্ভণিতে এইদৰে ছাপ মাৰি লৈছে :

"পৃথিবীত হাহাকাৰ ধ্বনি, মৰণৰ তাণ্ডৱ। বন্দুক, কামান, আটম বোমাৰ প্ৰলয় গৰ্জন। নগৰ ভস্মীভূত, লোকালয় পৰিত্যক্ত। গৃহহীন, অন্নহীন হাজাৰ হাজাৰ লোক। শান্তি নাই, স্থিৰতা নাই। অনিশ্চিত আতংকত সকলো আতংকিত। আকাশ বতাহত ধুমুনিয়াহৰ প্ৰতিধ্বনি। মাতৃ বসুমতীৰ বুকুত বেদনাৰ চিন। প্ৰকৃতিৰ মুখত মলিনতা, মহাসমুদ্ৰৰ বুকুত ৰক্ত ৰেখা। যুগ যুগান্তৰৰ কৃষ্টি-সভ্যতা ধূলিৰ লগত মিহলি হৈযাওঁ হৈযাওঁ অৱস্থা।"

তেওঁৰ 'অতীতৰ কথা'ত অসমীয়া সমাজৰ পৰম্পৰাগত ৰীতি-নীতি আদি বৰ্ণাবলৈ যাওতে হাস্যৰসো উদ্ৰেক হৈছে। তেওঁৰ স্বাভাৱিক কথা-বতৰাত ব্যৱহাৰ কৰা ৰসাল কথা কোৱা ভংগীৰো ই এক নমুনা। সকতে এবাৰ তেওঁৰ টান জ্বৰ হৈ কেই ঘণ্টামান অচেতন হৈ আছিল। মুখেৰে মাখি সোমোৱা অৱস্থা। ভাগী-বংশৰ ডুজনীমানে আগতীয়াকৈ চৰু-হাড়ী পেলাবলৈ যো-জা কৰিছিল। এই বিষয়ে শুনা স্মৃতিৰ কথা তেওঁৰ 'অতীতৰ কথা'ত ( পৃ. ৪ ) এইদৰে লিখিছে, "আমাৰ ভাগী-বংশৰ ডুজনীমান বুঢ়ীয়ে মোৰ তেনে অৱস্থা দেখি পাগৰ চৰু-হাড়ী পেলাবলৈয়ো যো-জা কৰিছিল। যোৱাজন যাবই যেতিয়া ঘৰুৱা লেঠা সোনকালে সামৰি সুতৰি লব পাৰিলে ভাল, এয়ে বোধহয় তেওঁলোকৰ ধাৰণা। কিন্তু আচৰিত ধৰণে মই নমৰিলোঁ। ফলত চৰু-হাড়ীৰ চুৱাপাতনিৰ শীতল শেতেলিত শয়ন নহ'ল। আগৰ দৰে গধূলি জুইৰ কোবত সিহঁতে তুনাই কেকাব ধৰিলে।"

প্ৰথম মহাসমৰৰ ( ১৯১৪-১৯১৮ ) কথা কৈ তেওঁ সেই সময়ৰ জন জীৱন কেনে আছিল তাৰ কথাও লিখিছে। তেতিয়া নতুনকৈ নাম শুনা যুদ্ধৰ লগত অহা ইনফ্লুয়েঞ্জাৰ কথা বৰ্ণাই তেওঁ লিখিছে, "ঔষধ পাতি প্ৰয়োগৰ ক্ষেত্ৰতো প্ৰায়েই কপাৰ দলি . গতিকে দহ-বাৰ দিনৰ ভিতৰতে ৰোগীয়ে হঠাতে শেষ নিশ্বাস এৰে।"

লোক-ঔষধ ব্যৱহাৰ কৰিব নজনাৰ ফলত কেনেধৰণৰ অভাৱনীয় ৰূপ লৈছিল গাঁৱৰ এজন মানুহক গোস্বামীৰ ডাঙৰ পিতাকে পচতীয়াৰ ৰস আৰু মৌৰ লগত খাবলৈ দিয়া বড়ি এটাৰ কথাত ওলাই পৰিছে। মৌৰ ৰসৰ অভাৱত সেই মানুহজনে দৰৱ সেৱনৰ বৰ্ণনা এনে ধৰণৰ, "আঠীয়া কলৰ ডুটা দোনাত সি পচতীয়াৰ ৰস উলিয়াই লৈছিল, মৌ বিচাৰি পোৱা নাছিল - গতিকে বড়িটো আৰু পচতীয়াৰ ৰস খালে, কিন্তু দ্বিতীয় দোনা সি পিব নোৱাৰি পেলাই দিবলৈ বাধ্য হ'ল। সজেতাৰ বকাসুৰী ঔষধ সেৱনৰ কাহিনী বহুতো মানুহৰ মনত বৈ গ'ল।" ( অতীতৰ কথা, পৃঃ ৪-৫ )

সকতে সাধু কথা শুনি শুনি শুনি তেওঁ টোপনি যোৱা, পুৱা-গধূলি কলপাতত লিখা আদিয়ে সেই সময়ৰ লোক-জীৱনৰ ছবি এখন আমাৰ মানস-পটত পৰিস্ফুট কৰে।

সবিয়হ জাৰি ভূত খেদা পৰিস্থিতিৰ বৰ্ণনাৰ জৰিয়তে দুষ্ট লম্পট, অসাধু, ধনলোভী মানুহৰ কথাও প্ৰকাশ পাইছে। তেওঁৰ 'অতীতৰ কথা'ত ( পৃ. ২১ ) বৰ্ণাইছে "এমুঠি সৰিয়হ চুৰিয়াৰ এমূৰত বান্ধি লৈ দুৱাৰখন মেলি দেখিলোঁ বাহিৰত আন্ধাৰ। আন্ধাৰৰ মাজত যেন এটা মানুহ, গাৰ বং আন্ধাৰৰ দৰে ক'লা কিন্তু ডাঙৰ দীঘল শকত আৱত। মোৰ গাটো যেন কঁপি উঠিল।"

কোনবোৰ মানুহ ভূত হয় কবলৈ যাওতে তেওঁ সৰুতে শুনা কথা এটা বৰ্ণাইছে— এনেবোৰ মানুহ ভূত হয়, "গুৰু গোসাই নামানে, দেৱকাৰ্য পিতৃ কাৰ্য নকৰে অংতি বংহি মৰিগলেও এবাৰ মূৰ তুলি নাচায়, ল'ৰা-ছোৱালী, খোজনীয়া মগনীয়াৰক দূৰতে বিদূৰ কৰে।" ত্ৰৈলোক্যনাথ গোস্বামীৰ এই বৰ্ণনাই লোক শিক্ষা বিস্তাৰতো সহায় কৰিছে।

ছাত্ৰকালত সামাজিক সংঘাতৰ কথা কওতে তেওঁ কৈছে: "আমাৰ বয়সৰ লোকসকলৰ' দুটা সন্ধিক্ষণৰ মাজেদি আগবাঢ়ি আহিছোঁ- এটা সাংস্কৃতিক-আনটো ৰাজনৈতিক।' তেতিয়া ইংৰাজী স্কুলত পঢ়া আৰু টোলত পঢ়া ছাত্ৰৰ মাজত স্পষ্ট পাৰ্থক্য আছিল। □



ড. ত্ৰৈলোক্যনাথ গোস্বামীৰ অভিভাষণ

# গোস্বামীৰ অভিভাষণ

## শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

স্বৰ্গীয় ত্ৰৈলোক্য নাথ গোস্বামীয়ে অসম সাহিত্য সভাৰ সভাপতিৰ আসনখন দুবাৰ অলঙ্কৃত কৰে। প্ৰথম বাৰ দক্ষিণ কামৰূপৰ পলাশবাৰীত বহা সভাৰ অষ্টাবিংশ অধিবেশন ( ১৯৬০ চনৰ অক্টোবৰ মাহৰ ২৮/২৯ তাৰিখ ); আৰু দ্বিতীয়বাৰ গোৱালপাৰাত অনুষ্ঠিত হোৱা সভাৰ উনত্ৰিংশ অধিবেশন ( ১৯৬১ চনৰ ৩১ অক্টোবৰ আৰু ১ নৱেম্বৰ )। প্ৰসঙ্গ ক্ৰমে উল্লেখ কৰিব পাৰি যে, অষ্টাবিংশ অধিবেশনত অসম সাহিত্য সভাৰ নিয়মাৱলী সলনি কৰি কাৰ্য নিৰ্ব্বাহক সমিতিৰ কাৰ্যকাল দুবছৰীয়া কৰা হয়, আৰু সেই সূত্ৰে তেওঁ দ্বিতীয় বাৰ মূল অধিবেশনৰ সভাপতি হয়।

অসম সাহিত্য সভাৰ পলাশবাৰী অধিবেশন অনুষ্ঠিত হৈছিল ১৯৬০ চনৰ ভাষা-আন্দোলনৰ উত্তৰ কালত। সেয়েহে এই অধিবেশনত অভূতপূৰ্ব্ব জনসমাবেশ হৈছিল। সভাপতি গোস্বামীয়ে বিপুল হৰ্ষ ধ্বনিৰ মাজত তেওঁৰ জ্ঞান গৰ্ভ সাৰুৱা আৰু যুক্তি পূৰ্ণ অভিভাষণখনি পাঠ কৰে। ইয়াত তেওঁ অসমৰ বাস্তিক ভাষা আন্দোলন, অসমীয়া প্ৰাচীন আৰু আধুনিক সাহিত্যৰ বিশ্লেষণ আৰু বিভিন্ন সমস্যাৱলীৰ কথা আলোচনা কৰে। তেওঁ দৃঢ়ভাবে কয় 'অসমৰ বুকুৰ ওপৰেদি বৈ যোৱা এটি অশান্তিৰ ঘূৰ্ণী বতাহে আমাৰ ভাষা আৰু সংস্কৃতিৰ গুৰি গছ কঁপাই তুলিবৰ উপক্ৰম' কৰিলেও আমাৰ সেই গছ 'সগৌৰৱে মূৰ তুলি থিয় হৈ থাকে'। এই ভাষণত তেওঁ অসমীয়া সাহিত্যৰ প্ৰাচীন গৌৰৱ স্মৰণ কৰি আধুনিক সাহিত্যৰ কথা আলোচনা কৰিছে। তেওঁ কয় যে, মহাপুৰুষসকলৰ যাউতিযুগীয়া দানৰ ওপৰতে ভৰ দি "ভবিষ্যত সাহিত্যৰ স্বৰ্ণসৌধ নিৰ্ম্মাণৰ বাবে যত্নপৰ হ'ব লাগে"। বৈষ্ণৱ কবিসকলে ৰামায়ণ, মহাভাৰত, গীতা, ভাগৱত আদি সংস্কৃত গ্ৰন্থ অনুবাদ কৰাৰ উপৰি মহাভাৰত, ভাগৱত আৰু অন্যান্য পুৰাণৰ "কোনো কোনো আখ্যানক অৱলম্বন কৰি লিখা মৌলিক কাব্যসমূহৰ "ৰসাস্বাদৰ তৃপ্তি বহু বেছি" বুলি তেওঁ কৈছে। ভাষণত আছে—'অঙ্কীয়া নাটৰ ধাৰা এটা সম্পূৰ্ণ নতুন ধাৰা . বৰগীতবোৰৰ ভাব উচ্চ, মহত্বপূৰ্ণ, ভাষা সংযত, অৰ্থ প্ৰকাশক আৰু শব্দালঙ্কাৰ যুক্ত' মনসা-কাব্যৰ বচন৷ "মৌলিক, চিত্ৰবোৰ লৌকিক আৰু কবি সকলৰ অভিজ্ঞতাৰ পৰিসৰ যথেষ্ট ব্যাপক", চৰিত পুথিবোৰ "মৌলিক গ্ৰন্থ হিচাপে ভাষাৰ বিকাশত দান প্ৰচুৰ", বুৰঞ্জীসমূহে "অসমীয়া ভাষাৰ ক্ৰমবিকাশৰ ইতিহাস দাঙি ধৰে"। অসমীয়া গদ্য ৰীতিৰ প্ৰসঙ্গত তেওঁ কৈছে : "খ্ৰীষ্টীয় ষোড়শ শতিকাত

অসমীয়া গদ্য ৰীতিৰ উদ্ভৱ হৈ ঊনবিংশ শতিকাত আধুনিক ৰূপ পায় আৰু সকলো ধৰণৰ ভাৱ প্ৰকাশৰ বাহনৰূপে প্ৰতিষ্ঠিত হয়।"

তেওঁ ঊনবিংশ শতিকাৰ ১৮৩৬ চনৰ পৰা ১৮৭৩ চনলৈকে-এই কাল ছোৱা অসমীয়া সাহিত্যত "এক ঘন অন্ধকাৰ যুগ" বুলি কৈছে। "অৰুণোদইৰ সময়ৰেপৰা আৰম্ভ কৰি ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাৰ দিনতে অসমীয়া সাহিত্যই নতুন ৰূপ পায়।" এই নতুন সাহিত্যৰ মাজেদি "মৌলিক আৰু যুগোপযোগী চিন্তাধাৰা ফুটি উঠিছে।" এই যুগৰ কাব্য-সাহিত্যত "ৰোমান্টিক প্ৰভাৱ সুস্পষ্ট" আৰু লেখকসকলে কাব্য আৰু খণ্ড-কবিতাৰে সাহিত্যৰ ভঁৰাল চহকী কৰে। দ্বিতীয় মহাসমৰৰ ভিতৰতে অসমীয়া কাব্য সাহিত্যত এটা জোৱাৰ উঠে। তেওঁৰ মতে প্ৰথমতে মাৰ্ক্সীয় প্ৰভাৱ, আৰু পাছত ইলিয়টী কবিতাৰ ধাৰা আলোচনীৰ পাতত ব'ৰলৈ ধৰে।

গুণাভিৰাম বৰুৱাৰ হাতত জন্ম লাভ কৰা আধুনিক নাট্য-সাহিত্য "দুটা মাথোন ভিন ভিন সুঁতিয়েদি আগবাঢ়ি আছে: এটা ৰোমান্টিক আৰু আনটো বাস্তৱবাদী।" গোহাঞি বৰুৱাৰ হাতত "পূৰ্ণাংগ উপন্যাস সৃষ্টিৰ ইতিহাস আৰম্ভ হয়" আৰু নতুন লেখকৰ হাতত এই কলাই 'উৎকৰ্ষ সাধন কৰাৰ আশা' আছে। বেজবৰুৱাৰ হাতত জন্ম লাভ কৰা চুটি গল্পই যুদ্ধোত্তৰ যুগৰ লেখকসকলৰ হাতত এক 'শক্তিশালী ৰূপ' পাইছে। ড° কাকতিৰ পিচত সমালোচনাৰ "ধাৰা বেগেৰে বৈ থকা নাই।" 'যুগোপযোগী সাহিত্য' ৰচনা-প্ৰসঙ্গত সভাপতি গোস্বামীয়ে কৈছে, "কাব্য, নাটক, উপন্যাস চুটি গল্পৰ মাজেদি সাম্য, মৈত্ৰী আৰু শক্তিৰ শঙ্খধ্বনি বাজি উঠিব লাগিব। নহলে বৈজ্ঞানিকৰ হাতে-গঢ়া আটম বোমাৰ গৰ্জনত মানৱ জাতিৰ কৃষ্টি-সভ্যতা হয়তো এদিন কঁপি উঠিব, খহি পৰিব'; "সমাজৰ প্ৰয়োজন আৰু সাহিত্যিকৰ মৌলিকতাৰ পাৰস্পৰিক সংযোগৰ ফলত উচ্চ সাহিত্যৰ সৃষ্টি হয়।" আনহাতে "উন্নত শ্ৰেণীৰ পাঠক সমাজৰ প্ৰয়োজন" আছে।

সভাৰ ঊনত্ৰিংশ অধিবেশনৰ (গোৱালপাৰাৰ) সভাপতিৰ অভিভাষণৰ আৰম্ভণিতে গোস্বামীয়ে অসম চৰকাৰী ভাষা আইনখন কাৰ্যকৰী নকৰাকৈ সংশোধনৰ ব্যৱস্থা লোৱাৰ বাবে আক্ষেপ প্ৰকাশ কৰিছে। তাৰ পিছত তেওঁ আধুনিক অসমীয়া সাহিত্যৰ কথা আলোচনা কৰিছে।

তেওঁ আধুনিক সাহিত্যৰ প্ৰসঙ্গত বিংশ শতাব্দীত 'সমাজ-ব্যৱস্থাৰ নানান পৰিবৰ্তন', 'নানান নতুন মতবাদৰ প্ৰভাৱ', সাহিত্য-ক্ষেত্ৰত 'নতুন প্ৰচেষ্টা' ব্যক্তি-জীৱনৰ জটিলতা ইত্যাদি কথা আলোচনা কৰিছে। তেওঁ আৰু কৈছে, বাস্তৱ জীৱনৰ 'ভিত্তিত নতুন সাহিত্য সৃষ্টি হ'ব লাগে', 'সাহিত্য সমাজ মুখী, কিন্তু সমাজৰ ৰুচিমুখী নহয়'; 'নগ্নতাৰ কাৰণে নগ্ন-চিত্ৰৰ উত্থাপন নগ্ন জীৱনৰ ফটোগ্ৰাফহে মাথোন!' 'আমাৰ সাহিত্যৰ মাজেদি 'সংশয়বাদী দৃষ্টিকোণ স্পষ্টতৰ হৈ উঠিব ধৰিছে'; 'যান্ত্ৰিক সভ্যতাৰ বুকুত

নানান নতুন সমস্যাৰ উত্তৰ হ'ল' ইত্যাদি। "বৈজ্ঞানিক নানান উন্নতিৰ মাজতো ক্ৰমবৰ্দ্ধমান সমাজৰ ভোক আঁতৰি যোৱা নাই। সেই বাবে প্ৰাকৃতিক সম্পদেৰে পৰিপূৰ্ণ ৰত্নগৰ্ভা বসুমতী আজিৰ লেখকৰ চকুত বন্ধ্যা। বিচিত্ৰ-বসনা ধৰিত্ৰীৰ বুকু আজি শুকান" এই উক্তিও তাৎপৰ্যপূৰ্ণ। আধুনিক কবিসকলৰ 'জীৱনৰ নতুন মূল্যবোধ জগাই তোলাৰ' প্ৰয়াস আছে ; তেওঁলোকৰ 'প্ৰকাশ-ৰীতিৰ' মাজত 'নতুনত্ব' আছে ; তেওঁলোকে অলঙ্কাৰৰ প্ৰয়োগ আৰু প্ৰতীকৰ ব্যৱহাৰত যথেষ্ট স্বতন্ত্ৰতা অৱলম্বন কৰিছে : তেওঁ লোকৰ কবিতাৰ ওপৰত 'বুদ্ধি শক্তিৰ প্ৰভাৱ' অধিক। আধুনিক কবিতাৰ এটা লক্ষণ হৈছে 'ভাবৰ পৰা ভাবান্তৰলৈ ক্ষিপ্ৰ গতিত' গমন।

অসমীয়া সাহিত্যত 'ভাব নাটক' আৰু 'পদ্য-নাটক' নাই। আমাৰ প্ৰায়বোৰ নাটকতে 'উন্নত বচন-ভঙ্গীৰ মাজেদি চাৰিত্ৰিক বৈশিষ্ট্য ফুটাই তোলা বা সেইবোৰৰ সৰহ ভাগতে অন্তৰ্দ্বন্দ্বৰ ইঙ্গিত নাই।" "সংযত বাক্ ভঙ্গীৰ মাজেদি চাৰিত্ৰিক বৈশিষ্ট্যৰ বিকাশ, ৰসৰ ব্যঞ্জনা, বাস্তৱতাৰ ভ্ৰান্তি উৎপাদন নাট্য সাহিত্যৰ যোগেদি প্ৰকাশিত হয়।" কাব্য-সৃষ্টিৰ দৰে নাটক-সৃষ্টিও কষ্ট সাধ্য, আৰু প্ৰতিভা-সাপেক্ষ"। অসমীয়া উপন্যাস প্ৰসঙ্গত তেওঁ কৈছে, "ঘটনাৰ মাজেদি প্ৰকাশিত হোৱা ব্যক্তি-সত্তাৰ অন্তৰ্দ্বন্দ্বৰ প্ৰতি আধুনিক লেখক সজাগ। আমাৰ আধুনিক লেখকসকলে বিংশ শতিকাৰ নানান, সমস্যাৰ মাজত বিব্ৰত হৈ পৰা মানৱৰ চিত্ৰ অঙ্কিত কৰিবলৈ চেষ্টা কৰিছে।" আমাৰ উপন্যাস লোকৰঞ্জক হলেও সিবোৰ "জীৱন-জিজ্ঞাসাৰ বাহক হৈ পৰা নাই।" স্বাধীনতাৰ উত্তৰ যুগ চুটি-গল্পত 'বাকসংযমৰ প্ৰয়োজন নোহোৱা হ'ল।" এই কাল-. ছোৱাৰ অনেক গল্প পৰিৱেশ প্ৰধান। "অভিজ্ঞতা গভীৰ আৰু ব্যাপক নহলে কথন ভঙ্গীৰ মাধুৰ্য ফুটাই তুলিব নোৱাৰি।" "জীৱনৰ বিচিত্ৰতা আৰু গভীৰতা ফুটাই তোলাৰ' অৰ্থে 'পৃথিৱীৰ আধুনিক গল্প-সাহিত্য পৰীক্ষাৰ কাৰাগাৰত অৱৰুদ্ধ'।

তেওঁ আমাৰ 'সমালোচনা সাহিত্য দুৰ্ব্বল' বুলি কৈছে। সমালোচকৰ সমালোচনাই 'লেখকৰ দৃষ্টি-ভঙ্গীৰ নিখুঁত বিশ্লেষণ' আৰু 'ৰচনাৰ মাজত লুকাই থকা সৌন্দৰ্যৰ প্ৰকাশ' কৰিব লাগিব।

ওপৰত আলোচিত অভিভাষণ দুখন ভালকৈ অধ্যয়ন কৰিলে প্ৰতীয়মান হব পাৰি যে, ত্ৰৈলোক্যনাথ গোস্বামীয়ে বিস্তৃত অধ্যয়ন, অভিজ্ঞতা আৰু বিচাৰ-বিশ্লেষণৰ দ্বাৰা অসমীয়া সাহিত্যৰ বৰ্তমান অৱস্থাৰ এটি আভাস দি ভবিষ্যতৰ সাহিত্য কেনে হ'ব লাগে তাৰো ইঙ্গিত দিছে। তেওঁ এগৰাকী বিদ্বান লোক। তেওঁ বিশ্বসাহিত্যৰ মৌ পান কৰি ৰসোত্তীৰ্ণ সাহিত্য ৰচনাৰ চানেকীও দাঙি ধৰিছে। তেওঁৰ কথাবোৰে চিন্তাৰ উদ্ৰেক কৰে, পথৰ ইঙ্গিত দিয়ে আৰু সকলোকে প্ৰেৰণা দিয়ে। অৱশ্যে দুই-এঠাইত পুনৰুক্তিৰ দোষ নোহোৱা নহয়। তেওঁৰ অভিভাষণত ন-পুৰণিৰ সামঞ্জস্য স্থাপনৰ প্ৰয়াস দেখা যায়। ☐

# গোস্বামীৰ অভিভাষণ

## শ্ৰীজীৱন পাঠক

বৰ্তমান অসমীয়া ভাষা-সাহিত্যৰ সৈতে জড়িত থকা প্ৰতিজন ব্যক্তিৰ বাবে ত্ৰৈলোক্যনাথ গোস্বামী সুপৰিচিত। তেনে এগৰাকী সৃজনশীল সাহিত্যিকে অসমৰ বিভিন্ন অঞ্চলত অনুষ্ঠিত বিভিন্ন সভা-সমিতিত সভাপতিত্ব কৰি আগবঢ়োৱা লিখিত অভিভাষণ সমূহো তাৎপৰ্যপূৰ্ণ হোৱা স্বাভাৱিক।

অসম সাহিত্য সভাৰ লগত নিবিড়ভাৱে জড়িত গোস্বামীদেৱ একেবাহে দুবাৰ ( অসম সাহিত্যসভাৰ ২৮ তম্ পলাশবাৰী অধিবেশন, ১৯৬০ আৰু ২৯ তম্ গোৱালপাৰা অধিবেশন, ১৯৬১ ) অসম সাহিত্য সভাৰ সভাপতি হোৱাৰ উপৰিও সাহিত্য সভাৰ বিভিন্ন অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ( অসম সাহিত্য সভাৰ দ্বাত্ৰিংশতম্ নলবাৰী অধিবেশন, ১৯৬৫ ) তথা সাহিত্য সভাৰ উদ্বোধক ( অসম সাহিত্য সভাৰ উনচত্বাৰিংশ ধুবুৰী অধিবেশনৰ উদ্বোধক, ১৯৭২ ; অসম সাহিত্য সভাৰ পঞ্চ-চত্বাৰিংশ গোলাঘাট অধিবেশনৰ উদ্বোধক ১৯৭৮ ; অসম সাহিত্য সভাৰ ৫৩ তম্ পাঠশালা অধিবেশনৰ দ্বিতীয় দিনৰ মুকলি সভাৰ আৱম্ভণী ভাষণ দিওঁতা, ১৯৮৭ আছিল। আনহাতে এগৰাকী আগশাৰীৰ শিক্ষক হিচাবে গোস্বামীদেৱে অসমৰ বিভিন্ন শিক্ষক সংস্থাৰ অধিবেশনৰ সভাপতিৰ (Sixth Annual Conference, Assam College Teachers' Association, Nalbari 1955 ; 24th Session Assam Aided High School Teachers Conference, Jorhat, 1968 ; গুৱাহাটী জিলা সাহায্যপ্ৰাপ্ত হাইস্কুল শিক্ষক সংস্থাৰ ৰূপালী জয়ন্তী অধিবেশন, ছয়গাওঁ, ১৯৭৩ ; সদৌ অসম হাইস্কুল শিক্ষক সংস্থাৰ দ্বিতীয় বাৰ্ষিক অধিবেশন, টিহু ১৯৭০ ; অসম স্কুল সেৱা সংস্থাৰ সপ্তবিংশতিতম্ অধিবেশন, নলবাৰী, ১৯৭৪ ) আসনো সুশোভিত কৰি আহিছে। ইয়াৰ বাহিৰেও "ৰজনীকান্ত বৰদলৈ জন্ম শতবাৰ্ষিকী"ৰ সভাপতি ( ১৯৬৭ ), "অসম প্ৰগতিশীল শিল্পী সাহিত্যিক সংঘৰ মুকলি অধিবেশন"ৰ সভাপতি ( গোলাঘাট, ১৯৬৯ ) ; "অসম নাট্য সন্মিলনৰ নৱম বাৰ্ষিক অধিবেশন"ৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ( নলবাৰী, ১৯৬৯ ) আৰু অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ দ্বাৰা আয়োজিত 'একাদশ সমাৱৰ্তন সমাৰোহৰ দীক্ষান্ত ভাষক (গুৱাহাটী, ১৯৭৩ ) ৰূপে গোস্বামীদেৱে নিজ প্ৰতিভাৰ পৰিচয় দিছে। আনকি Prajatrantra Prachar Samity,Orissa (Visub Milan, 1965) ত গোস্বামীদেৱ আছিল মুখ্য অতিথি

এই অধিবেশনত গোস্বামীদেৱে সভাপতিৰ আসনৰ পৰা দিয়া লিখিত ভাষণবোৰে গোস্বামীদেৱৰ মানুহজন আৰু তেখেতৰ চিন্তাধাৰাৰ বিষয়ে অনুভৱ কৰাত সহায় কৰে।

অসম সাহিত্য সভাৰ ২৮ তম্ পলাশবাৰী অধিবেশনৰ সভাপতিৰ অভিভাষণখন সচাঁকৈয়ে শ্ৰোতা-পাঠকৰ বাবে অতিশয় মূল্যবান। অসমীয়া ভাষা আৰু সাহিত্যৰ উৎপত্তি, সময়ৰ সোঁতত অসমীয়া ভাষাৰ মাজ কঁকালত কোব, মৃতপ্ৰায় অসমীয়া ভাষাৰ পুনৰ্জীৱন, অসমীয়া ভাষাক ৰাজ্য ভাষাৰ মৰ্যাদা প্ৰদানত অসম বিধান সভাৰ হেমাহি, শান্তিময় অসমত অশান্তিৰ কোলাহলৰ বিবৰণ, অসমীয়া ভাষা-সাহিত্যৰ বিভিন্ন স্তৰ অনুসৰি বিকাশ, ইবোৰৰ শ্ৰেণী বিভাগ আৰু প্ৰত্যেক স্তৰতে সাহিত্যৰ বিভিন্ন বিভাগৰ চমু আলোচনা, অসমীয়া সাহিত্যৰ ভৱিষ্যৎ প্ৰভৃতি অনেক গুৰুত্বপূৰ্ণ কথাৰ বিস্তৃত আলোচনা ইয়াত দাঙি ধৰা হৈছে। যেনে :

১। অসমীয়া সাহিত্যৰ অতীত গৌৰৱৰ স্থল দেশৰ মহাপুৰুষসকলে যি দান দি গ'ল তাৰ লগত যোগ সূত্ৰ স্থাপন কৰি তেওঁলোকে গঢ়ি থোৱা ভেটিৰ ওপৰত ভৱিষ্যত্ সাহিত্যৰ স্বৰ্ণসৌধ নিৰ্মাণৰ বাবে যত্নপৰ হ'ব লাগে।

২। এই ভাষাৰ বুকুতে খ্ৰীষ্টীয় দ্বাদশ শতিকাৰপৰা আজিলৈকে নানান গ্ৰন্থৰাজি জিলিকি উঠি ভাষাৰ সমৃদ্ধি আৰু গতিশীলতাৰ নিদৰ্শন দাঙি ধৰিছে।

৩। ...অসমীয়া ভাষা-ভাষী শিক্ষক-ছাত্ৰৰ বঙলা ভাষা জ্ঞানৰ খুন্দিয়া-খুন্দিৰ মাজত এটা কৃত্ৰিম খিচুৰী ভাষা পঢ়াশালিৰ চাৰিবেৰৰ ভিতৰত আৰু চিঠি পত্ৰৰ আদান-প্ৰদানৰ মাজত সাময়িক ভাৱে চলিবলৈ ধৰিলে।

৪। ইংৰাজ শাসকসকলে আৰু বঙালী কৰ্মচাৰীবৃন্দই দুৰভিসন্ধি কৰি আমাৰ ভাষা আৰু সাহিত্যৰ অগ্ৰগতিত যি বাধাৰ সৃষ্টি কৰিলে তাক বহলাই আলোচনা কৰিবলৈ গ'লে আমাৰ জাতীয় সংস্কৃতি নিৰ্মূল কৰাৰ যি অপচেষ্টা চলিছিল তাৰ নগ্নতা ভালকৈ ওলাই পৰে।

৫। আমাৰ বিধান সভাৰ সভ্য আৰু মন্ত্ৰী মণ্ডলীয়ে এই যুক্তি নুবুজা নহয়, বুজে ; কিন্তু ৰাজনৈতিক কাৰণত তেওঁলোকে কেতিয়াবা কেতিয়াবা বুজিও নুবুজাৰ ভাও ধৰে।

৬। অসম বহুভাষী ৰাজ্য বুলি কোৱা যেনেকৈ অসঙ্গত, দ্বিভাষী বোলাটোও তেনেকৈ অসঙ্গত।

৭। খ্যাতিৰ চিল মোহৰৰ চাব বাহিৰৰপৰা গাত পৰাৰ আগতে আমি সহজতে আমাৰ মাজত থকা গুণী আৰু জ্ঞানীলোকসকলক চিনি পাবলৈ যত্ন নকৰোঁ।

৮। ...... জীৱনক কেন্দ্ৰ কৰি মৌলিক চিন্তাধাৰাৰে সাহিত্য পৰিপুষ্ট নহ'লে সেই চিন্তাধাৰা যথোপযোগী ভাষাৰে প্ৰকাশিত নহ'লে কালজয়ী সাহিত্য সৃষ্টি হ'ব নোৱাৰে।

৯। আজিৰ যুগত পলায়নী মনোবৃত্তিৰ প্ৰয়োজন নাই।

১০। জীৱনৰ লক্ষ্য আগত নাথাকিলে লক্ষ্য ভ্ৰষ্ট লেখক সকলৰ হাতত কথাৰস্তু হয় প্ৰাণহীন আৰু কথাৰীতি হয় গতানুগতিক।

এনেবোৰ উক্তিৰ মাজত লুকাই আছে সভাপতি গোস্বামীদেৱৰ গভীৰ দেশপ্ৰেম, দূৰদৃষ্টি, স্পষ্টবাদিতা, আশাবাদ আৰু আত্মসমালোচনাৰ মনোভাৱ। তেথেতৰ এই অভিভাষণখন এখনি আদৰ্শ অভিভাষণ আৰু ইয়াৰ মূল্য অসীম।

১৯৬১ চনত অসম সাহিত্যসভাৰ ২৯ তম্ অধিবেশন অনুষ্ঠিত হয় গোৱালপাৰাত। উক্ত অধিবেশনৰো পৌৰোহিত্য কৰে অধ্যক্ষ গোস্বামীদেৱে। এই অধিবেশনৰ সভাপতিৰ অভিভাষণত গোস্বামীদেৱে পোনতে অসম সাহিত্য সভাৰ সন্মুখত উপস্থিত হোৱা নানান জটিল প্ৰশ্ন, অনেক গধুৰ সমস্যাৰ বিষয়ে আলোচনা কৰাৰ লগতে ৰাজ্য ভাষা সম্পৰ্কীয় অনেক সাৰুৱা আলোচনা আগবঢ়ায়। আনহাতে বিংশ শতিকাৰ নতুন নতুন মতবাদ তথা ভিন্ন ৰুচিসম্পন্ন পাঠকৰ মানসিক দিগন্তলৈ লক্ষ্য ৰাখি অসমীয়া সাহিত্যিক সকলে কিদৰে নিজ ব্যক্তিত্বৰ বিলোপ সাধন নকৰাকৈ সাহিত্য ৰচনাত প্ৰবৃত্ত হ'ব লাগে তাক স্পষ্ট ভাষাত তেওঁ বৰ্ণনা কৰিছে। তদুপৰি এচাম আধুনিক অসমীয়া লেখকে কিদৰে সাহিত্যৰ কলা-কৌশলৰ প্ৰয়োগ পৰিবৰ্তন কৰি প্ৰচাৰগন্ধী সাহিত্য ৰচনাত প্ৰবৃত্ত হৈছে তাকো ইয়াত প্ৰকাশ কৰিছে। [ তথাপি আধুনিক যুগত এদল লেখকে প্ৰচলিত ৰীতি-নীতিৰ বিপক্ষে প্ৰকাশ্যে বিদ্ৰোহ ঘোষণা কৰি সাহিত্য সৃষ্টি কৰিব খুজিছে। এইবোৰ সাহিত্যৰ সৰহভাগেই প্ৰচাৰগন্ধী।] মুঠতে আধুনিক অসমীয়া সাহিত্যৰ উন্নতি-অৱনতিৰ বিভিন্ন দিশৰ অতি সাৰগৰ্ভ বাণীয়েই হ'ল গোস্বমৌদেৱৰ উক্ত অভিভাষণখন।

অসম সাহিত্য সভাৰ উদ্বোধনী ভাষণবোৰতো গোস্বামীদেৱে অসমীয়া ভাষা সাহিত্যৰ সমস্যাৰাজি, উন্নতি-অৱনতি, অসম সাহিত্য সভাৰ কৰ্ম-অকৰ্মৰ ভালেখিনি আভাস আমাৰ আগত দাঙি ধৰিছে।

বিভিন্ন শিক্ষক সংস্থাৰ অধিবেশনসমূহত দিয়া গোস্বামীদেৱৰ সভাপতিৰ অভিভাষণবোৰ অসমৰ শিক্ষা জগতৰ যেন একো একোখন দলিলহে। সেই অভিভাষণবোৰত তেখেতে অসমৰ আসোৱাহপূৰ্ণ শিক্ষা ব্যৱস্থা, শিক্ষাৰ নিম্নগামী মানদণ্ড, পশ্চিমীয়া দেশত উপযুক্ত শিক্ষাৰ উদাহৰণ, যোগ্য শিক্ষকৰ দ্বাৰা শিক্ষাৰ উন্নতি, অসমৰ শিক্ষকসকলৰ আৰ্থিক সমস্যা আদি অনেক সাৰুৱা কথাৰ অৱতাৰণা

কৰিছে। এই প্ৰসংগত গোস্বামীদেৱৰ ভাষণাৱলীৰপৰা কেইটামান উক্তি তলত দিয়া হ'ল :

(১) যোগ্য শিক্ষকৰ হাতত পদ্ধতিয়ে প্ৰাণ পায়, ছাত্ৰ হয় কৰ্মানুৰাগী।...গতিকে শিক্ষাৰ উন্নতিৰ লগত যে, শিক্ষকৰ উন্নতিও সাঙোৰ খাই আছে, এইটো দেখ্ দেখ্ কথা।

(২) শিক্ষাৰ যোগেদি কৰ্মনিষ্ঠ আৰু চৰিত্ৰবান ব্যক্তি গঢ়ি তোলাৰ আদৰ্শ সকলো দেশতেই আছে। পৰীক্ষা পাছ আৰু বিশ্ববিদ্যালয়ৰ উপাধি লাভেই যথেষ্ট নহয়।

(৩) অভাৱগ্ৰস্ত আৰু অসন্তুষ্ট শিক্ষকে নিষ্ঠা সহকাৰে কামত প্ৰবৃত্ত হোৱাৰ সুযোগ নোপোৱাত শিক্ষাৰ সুফল আশা কৰা নাযায়। গতিকে পোনতে আৰ্থিক অভাৱৰপৰা শিক্ষক মুক্ত হ'ব লাগে। শিক্ষাদান-কাৰ্যত তেওঁৰ ব্যক্তিত্বৰ মূল্য যথেষ্ট। অৰ্থাভাৱৰ পীড়নে তেওঁৰ ব্যক্তিত্ব চেপি ধৰে। [ সদৌ অসম হাইস্কুল শিক্ষক সংস্থাৰ'দ্বিতীয় বাৰ্ষিক টিহু অধিবেশনৰ সভাপতিৰ অভিভাষণ ]

(৪) উপযুক্ত শিক্ষকৰ নিয়োগ, নিযুক্ত শিক্ষকৰ প্ৰশিক্ষণৰ সুযোগ, শিক্ষাদানৰ আৱশ্যকীয় আচবাব, ঘৰ-দুৱাৰ, পুথিপত্ৰ প্ৰভৃতিৰ যথোপযুক্ত ব্যৱস্থা—এই সকলো কামৰ কাৰণে প্ৰশাসনীয় দক্ষতাৰ উপৰিও লাগে প্ৰচুৰ অৰ্থব্যয়ৰ ক্ষমতা। অৰ্থনৈতিক ক্ষেত্ৰত গা কৰিব নোৱাৰা দেশ এখনে অৰ্থৰ দোহাই দিয়েই অপৰিপুষ্ট শিক্ষা প্ৰতিষ্ঠান গঢ়ি উঠাত সমৰ্থন জনাই দায়িত্বৰ হাত সাৰিবলৈ যত্নপৰ হয়। বৰ্ত্তমান আমিও এনে এটা পৰিস্থিতিৰ সন্মুখীন হৈছোঁ।

(৫) যোগ্য শিক্ষা ব্যৱস্থা আৰু কৰ্ত্তব্য পৰায়ণ শিক্ষকে যে ছাত্ৰসকলৰ মাজত শক্তিৰ সঞ্চাৰ কৰিব পাৰে তাত অকণো সন্দেহ নাই।...গতিকে শিক্ষক যাতে অভাৱ-অনাটন মুক্ত হয়, তাৰ বাবে চকু দিয়াৰ দায়িত্ব চৰকাৰৰ, সমাজৰ। [ গুৱাহাটী জিলা সাহায্যপ্ৰাপ্ত হাইস্কুল শিক্ষক সংস্থাৰ ৰূপালী জয়ন্তী অধিবেশনৰ সভাপতিৰ অভিভাষণ ]

ৰজনীকান্ত বৰদলৈ জন্ম শতবাৰ্ষিকী অনুষ্ঠানত দিয়া গোস্বামীদেৱৰ সভাপতিৰ অভিভাষণখনিত বৰদলৈৰ উপন্যাসৰ গুণাগুণ, ৰচনাৰীতি, চৰিত্ৰ চিত্ৰণ, বিদেশীপ্ৰভাৱ আদিৰ পূৰ্ণ আলোচনা পোৱা যায়। আনহাতে অসম নাট্যসন্মিলন, অসম প্ৰগতিশীল শিল্পী সাহিত্যিক সংঘৰ গোলাঘাট অধিবেশনৰ সভাপতিৰ অভিভাষণ সমূহত অসমীয়া সংস্কৃতিৰ বিভিন্ন দিশত আলোকপাত কৰা দেখা যায়। বিশেষকৈ অসম নাট্য সন্মিলনৰ নলবাৰী অধিবেশনৰ সভাপতিৰ অভিভাষণত অসমৰ লোক সংস্কৃতিৰ যি কেইটা দিশ গোস্বামীদেৱে উপস্থাপন কৰিছে সি সঁচাকৈয়ে মূল্যবান।

পূৰ্বে উল্লেখ কৰি অহা হৈছে যে, ভাষণ সমূহৰ মাজত ব্যক্তিৰ ব্যক্তিত্ব প্ৰকাশ পায়। বিভিন্ন বিষয়ৰ ওপৰত পূৰ্ণ দখল নাথাকিলে কোনো বক্তিয়ে উচ্চ পৰ্যায়ৰ অভিভাষণ যুগুতাব নোৱাৰে। আমাৰ গোস্বামীদেৱৰ অভিভাষণবোৰে প্ৰমাণ কৰে যে, তেওঁৰ বহুমুখী জ্ঞানৰ অধিকাৰী আছিল। সেয়েহে তেখেতে বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ অধিবেশনসমূহত দিয়া ভাষণাৱলী যুগমীয়া হৈ ৰ'ব বুলি আমাৰ দৃঢ় বিশ্বাস। □



ঠ. গোস্বামীৰ মনৰ ডুখৰীয়া ছবি

আৰু

ৰচনাৱলীৰ চমু পৰিচয়

# গোস্বামীৰ মনৰ ডুখৰীয়া ছবি

## ডক্টৰ বসন্তকুমাৰ দেৱ গোস্বামী

একোজন ব্যক্তিৰ জীৱনত সঞ্চিত হোৱা দীৰ্ঘকালীন অভিজ্ঞতাপুঞ্জই একোটা জাতিৰ সাৰ্বিক চৰিত্ৰ নিৰ্ণয়ত কিয়ৎ পৰিমাণে হলেও যে সহায় কৰে— ই নিশ্চিত। ত্ৰৈলোক্যনাথ গোস্বামীক এজন ব্যক্তি বুলি কোৱাতকৈ এক বিশাল অনুষ্ঠান বুলি কোৱাহে উচিত। তেখেত আছিল প্ৰাতঃস্মৰণীয় ব্যক্তি সকলৰ এজন. অসম কিয় সমগ্ৰ ভাৰতৰ প্ৰথম শাৰীৰ নিষ্ণাত সুসাহিত্যিক, প্ৰবীণ সমালোচক, প্ৰসিদ্ধ চুটিগল্পকাৰ, ব্যঙ্গ্যলেখক, নন্দন তাত্ত্বিক আৰু বিশেষকৈ শিক্ষাবিদ। এই জনা মহান ব্যক্তিৰ সমাজ-জীৱন আৰু সাহিত্য কৰ্মৰ সৈতে সম্পৰ্কিত তিতা-মিঠা অলিখিত অভিজ্ঞতাৰ গোটাচেৰেক সুবচনী উত্তৰ পুৰুষৰ বাবে মূৰ্ত কৰি তুলিবলৈ প্ৰয়াস কৰা হৈছে। এই বিষয়ত গোস্বামীদেৱৰ জনৈক শিষ্য তেখেতৰ দুই এজন সমকালীন বন্ধু আৰু পৰিয়ালবৰ্গৰ দুই এজন সদস্যৰ পৰা সংগ্ৰহ কৰা তথ্যই হৈছে এই নিবন্ধৰ ভেটি।

গোস্বামী আছিল সময় সচেতন ব্যক্তি। স্বজাতিৰ হক চিন্তা কৰা, ছাত্ৰ-সন্থা প্ৰভৃতি বহু সংগঠনৰ প্ৰতি জীৱনৰ নিয়লি বেলা বয়সে বাধা দিয়া সত্ত্বেও সম্ভাৰ ৰাখি ভাল পোৱা গোস্বামীয়ে আমাৰ সামাজিক চৰিত্ৰত ক্ৰমে ক্ৰমে আৰু শেষত স্বাভাৱিক ভাবে কিছুমান নষ্ট চৰিত্ৰৰ সমাবেশ ঘটা দেখি দুঃখ প্ৰকাশ কৰিছিল। অমূল্য ধন সময় অবাবতে নষ্ট-কৰা জনক তেখেতে যেনেকৈ বেয়া পাইছিল সেইদৰে কথ আৰু কামৰ সঙ্গতি ৰক্ষা কৰিব নোৱাৰা জনক নিন্দাও কৰিছিল। তেখেতৰ বিবেচনাৰ কোনো পদাধিকাৰীয়ে নিজে সময় আৰু কথাৰ প্ৰতি অনাহকভাবে উদাসীন হৈ সময় সচেতন ব্যক্তিৰ সময় বিনষ্ট কৰাটো অতি গুৰুতৰ অপৰাধ। এই প্ৰসঙ্গত তেখেতে পুথি ভঁৰালকেন্দ্ৰিক সভা এখনৰপৰা আহৰণ কৰা তিক্ত অভিজ্ঞাখিনিৰ ইঙ্গিত পাঠক সকলক দি গলে সময় আৰু সমাজ সচেতন গোস্বামীৰ মনৰ খবৰ, অনুভূতি আৰু প্ৰতিক্ৰিয়া সমূহ অনুভব কৰিব পৰা যাব :

— পুথি ভঁৰালৰ সভা—মৌখিক ভাবে নিমন্ত্ৰিত গোস্বামীক সম্পাদকে চিঠিৰে জনাব বুলিও জনাবলৈ পাহৰা কাৰ্য্য—সভাপতি সম্পাদকৰ কোনো দূতে সভালৈ পূৰ্বনিৰ্দ্দিষ্ট বাৰ বজাৰ সলনি দহ বজাত সভাপতি নিবলৈ আগমন—'মাইকমেন' আৰু সভাপতিবিহীন সভাস্থলীৰ নিৰ্জনতা—কৰ্মকৰ্তাসকলৰ দুই বজা আৰু পাঁচবজাৰ মাজত থাকিব পৰা তফাৎ বোধৰ অভাৱ—গাড়ীৰে 'নিম থম' বুলি ঘূৰি যোৱাৰ পৰত কেবেয়া

কৰা ফুটা ধূম্ৰযানখনৰো বহস্যজনক অন্তৰ্ধান—আতৰৰ কোনো এচুকীয়া স্থানত চকীদাৰৰ কক্ষত চিমনীভঙা লেম্পৰ ক্ষীণ পোহৰত প্ৰায় খাদ্যবিহীনভাবে বিনিদ্ৰৰজনী : প্ৰথমতে উৰহৰ কাটাং কুটুং কামোৰত, শেষত মহ খেদি খেদি চকীতে প্ৰাতঃ কালৰ বাবে অধীৰ প্ৰতীক্ষাত ৰজনীপাত কৰিব লগা হোৱাৰ দুৰ্ভাগ্য—বহু অনুষ্ঠানতে লাভ কৰা এনে অভিজ্ঞতাবাজিক নিজৰ বাবে নিষ্ঠুৰ সৌভাগ্যবুলি ধৰি ললেও আন্তৰিকতা বিহীন এইবোৰ কাৰ্য্যই আমাৰ জাতীয় চৰিত্ৰক হনন কৰিছে বুলি গোস্বামীদেৱে আক্ষেপ কৰি উত্তৰ পুৰুষক সতৰ্ক কৰি দিছিল। এই ক্ষেত্ৰত জন-জাতীয় লোক সকলে সময়ৰ মৰ্য্যাদা আৰু কথা-কামৰ সঙ্গতি ৰাখি চলা দেখি তেখেত সুখী হৈছিল। দুৰণিৰ কোকৰাঝাৰত অনুষ্ঠিত তেনে সভা এখনলৈ বড়ো সকলে তেখেতক নিমন্ত্ৰণ কৰি নি যি হাৰ্দ্দিক আদৰ-সম্ভাষণ যাচিছিল সেইটোৱে জনজাতীয় সকলৰ সাংস্কৃতিক বোধৰ কথা তেখেতৰ মনত জগাই তুলিছিল। সম্ভৱ এই গুণৰ বাবেই গোস্বামীদেৱে শৰণ দিয়া শিষ্য সকলৰ কেই গৰাকীমান মুখ্য শিষ্য আছিল বড়ো লোক। তেখেতে কৈছিল-- "বড়োসকলৰ মনত এটা ভাল ভাব আছে।" গোস্বামীয়ে নিজে সমন্বয় প্ৰত্যাশী লোক আছিল। বৰ অসম নিৰ্মাণ কৰিব বিচৰা সকলে ডুকুৰি বহুৰ আগতে এইদৰে উপলব্ধি কৰাহেঁতেন সাহিত্য, সংস্কৃতি আৰু সাম্প্ৰদায়িক সম্প্ৰীতিৰ অন্তৰালতে অধুনা সৃষ্ট বিচ্ছিন্নতাবাদ আৰু সন্ত্ৰাসবাদৰো মূলোচ্ছেদ সেই দিনতে হৈ থাকিলহেঁতেন।

একোজন প্ৰথিতযশা ব্যক্তিৰ তুচ্ছ তাচ্ছিল্যই কাৰোবাক নীচতালৈ ঠেলি দিব পাৰে যদিও দৃঢ় মনাই ইয়াৰ জেদ ধৰি শিক্ষা আৰু কৰ্ম জীৱনত আত্মপ্ৰতিষ্ঠা কৰাৰ সোপান ৰচে। কলিকতালৈ এম-এ পৰীক্ষাত বহিবলৈ বুলি যোৱা গোস্বামীক জনৈক পণ্ডিতে অদূৰদৰ্শী সিদ্ধান্তেৰে 'যোৱা, ঘূৰ্ণিৰ খেলা, বিজাণ্ট লাগিবও পাৰে' বুলি অশালীন মন্তব্য কৰিছিল। উক্ত পৰীক্ষাত দ্বিতীয় বিভাগত প্ৰথম হৈ উত্তীৰ্ণ হোৱা গোস্বামীদেৱে সেই কথাৰে আঁত ধৰি জীৱনত কি পালে, কি দিলে – উত্তৰ পুৰুষে সেইবোৰ দেখক, শুনক। তেখেতৰ জেদ সৃষ্টিমুখী, তাত ধ্বংসৰ সংকেত লেশমানো নাই।

চুটি গল্পকাৰ গোস্বামীৰ সাহিত্য সৃষ্টিৰ ক্ষেত্ৰতো এই কথা খাটে। জনৈক পূৰ্বৱৰ্ত্তী অসমীয়া চুটি গল্পকাৰৰ কথাত জেদ ধৰি "সহস্ৰ ৰক্তবীজৰ সৃষ্টি কৰিম" বুলি দিয়া হুংকাৰ তেখেতে নিজৰ সৃষ্টিমূলক প্ৰতিভাৰ গুণতেই সহজে ফলিয়াবলৈ সমৰ্থ হৈছিল। তেখেতৰ মতে সাহিত্যত শত্ৰু বহুত কিন্তু সেই শত্ৰু যথাৰ্থতে মিত্ৰহে। ফোপোলা চুঙাৰে যেনেকৈ দূৰলৈ চাব পাৰি সাহিত্যিক-সমালোচক সেইদৰে দূৰদৰ্শী হোৱা প্ৰয়োজন।

সাহিত্য সমালোচকৰ ক্ষেত্ৰত তেখেতে আৰু কৈছিল—"সাহিত্যৰ ভুতক বিশ্বাস নকৰিবা, লাগিলে বেশ্যাকে বিশ্বাস কৰিবা।"

মিতাচাৰী, ধীৰ স্থিৰ, উন্নত শিৰ গোস্বামীৰ প্ৰশংসনীয় দক্ষতা নিজৰ ব্যক্তিত্বৰ গুণতে আছিল অসীম। কৰ্তব্যবোধ আৰু আত্মসন্মানবোধ ৰক্ষাৰ আদৰ্শ প্ৰতিষ্ঠাৰ হকে তেখেতে দুষ্ট চক্ৰৰ বিৰুদ্ধে যুদ্ধ দিছিল। 'অসমীয়া ছাইলক'ৰ পৰা এবাৰ ঋণ লৈ সেই ঋণ বিনা দ্বিধাই ঘটনাক্ৰমে দুবাৰ পৰিশোধ কৰি বিপক্ষ উত্তমৰ্ণ হলেও তেওঁৰ ছল-চাতুৰী স্তব্ধ কৰি দি দুষ্টৰ সৈতে মোকাবিলা কৰাটো যে সামাজিক অপৰাধ—এই কথা তেখেতে প্ৰতিপন্ন কৰিছিল। গোস্বামীয়ে সমাজ-জীৱনত পাকে প্ৰকাৰে এনে বহুতো নিষ্ঠুৰ সত্যৰ সন্মুখীন হোৱা কথাটো তেখেতৰ বহুকেইজন অনুগামীয়ে জানে। সত্যৰ জয় হবই—এইটো তেখেতে গভীৰ ভাৱে বিশ্বাস কৰিছিল। আত্মমৰ্য্যাদাসম্পন্ন গোস্বামীয়ে একেটা কাৰণতে ১৯৩০ চনতে কলিকতাস্থ অক্সফোৰ্ড ইউনিভাৰ্চিটি প্ৰেছৰ চাকৰি ইস্তফা দি উৰ্দ্ধতন কৰ্ত্তৃপক্ষক চমৎকৃত কৰিছিল।

সাহিত্য-সাধক আৰু অসম সাহিত্যসভাৰ লগত বিশেষ ভাৱে জড়িত গোস্বামীয়ে এবাৰ আক্ষেপ কৰি কৈছিল: "বুজিছা ব্ৰজপতি! মোক আজি কালি সকলোৱে এৰিছে। সাহিত্য সভাৰো খবৰ নাই, অভ্যৰ্থনা সমিতিৰো খবৰ নাই। এনে কিয় হয়। মই বুজি নেপাওঁ। আমি যি সকল প্ৰাক্তন সভাপতিয়ে অসম সাহিত্য সভাৰ অধিবেশনত যোগ দিব পৰা নাই সেই সকলৰ কাৰণে অসম সাহিত্য সভাই হওক বা অভ্যৰ্থনা সমিতিয়েই হওক—ভাষণাৱলীখিনি আৰু অভ্যৰ্থনা সমিতিৰ প্ৰকাশনখিনি আমালৈ পঠোৱাটো উচিত। "বাৰ্দ্ধক্যজনিত কাৰণত সভা সমূহলৈ যাব নোৱাৰা" গোস্বামীৰ এই উক্তি তাৎপৰ্যপূৰ্ণ। পৰৱৰ্ত্তী সাহিত্যসভা সমূহৰ ভাষণাৱলী আৰু প্ৰকাশন সমূহ শ্ৰীব্ৰজপতি মহন্তই (বৰকুৰিহা, নলবাৰী) নিয়মিত ভাৱে গোস্বামীক যোগান ধৰি অনুগত শিষ্য এগৰাকীয়ে গুৰুৰ মন বুজি কাম কৰি শিষ্যৰ কৰণীয় দায়িত্বপালন কৰিবলৈ সক্ষম হৈছিল। এই অভিভাষণ সমূহ পঢ়িবলৈ তেখেত উদগ্ৰীব হৈ আছিল। বিগত হাইলাকান্দি অধিবেশনৰ প্ৰাক্ মূহূৰ্তত গোস্বামীয়ে তেওঁৰ পত্নী শ্ৰীযুতা নলিনী বালা গোস্বামীক কৈছিল "মই সাহিত্য সভালৈ নগলেও ব্ৰজপতি যাব নহয়, গোটেইখিনি পাম দিয়া" বুলি কৈ এক গভীৰ প্ৰাপ্ত্যাশাৰে মহন্তক অপেক্ষা কৰি আছিল। কিন্তু 'কালস্য কুটিলা গতি': —সময়ৰ নিষ্ঠুৰ আহ্বানত এই অধিবেশনৰ আৰম্ভণী কালতে তেখেত মহাপ্ৰয়াণৰ যাত্ৰী হ'ল।

গোস্বামীদেৱে, ব্যক্তিগত চেষ্টাত নিজ ঘৰতে স্থাপন কৰা শ্ৰীমহন্তৰ "ত্ৰৈলোক্যনাথ গোস্বামী সোঁৱৰণী গ্ৰন্থাগাৰ"লৈ বুলি আঢ়ৈকুৰি গ্ৰন্থৰ টোপোলা এটা আগবঢ়াই "গ্ৰন্থী ভৱতি পণ্ডিতঃ" এই আপ্তবাক্যৰ সমাদৰ কৰিছিল। তেখেতে সদৌ

নলবাৰীতে এচাম গ্ৰন্থপ্ৰেমী লেখকৰ সৃষ্টি কৰিছিল। এই ক্ষেত্ৰত "মই মৰিলেও হয়তো তোমাৰ পুথিভঁৰালে মোক সজীৱ কৰি ৰাখিব" বোলা কথাৰ অৰ্থবহ আৰু আমাৰ বিশ্বাস শ্ৰীমহন্তই গোস্বামীদেৱৰ সম্পূৰ্ণ ৰচনাৱলী দহৰ বাবে সহজলভ্য কৰিবলৈ উক্ত গ্ৰন্থাগাৰত মজুত ৰাখিব।

নলবাৰী কলেজখন অধ্যক্ষ গোস্বামীৰ আছিল আত্মাসদৃশ। এবাৰ দুৰ্ভাগ্যক্ৰমে কলেজ কাৰ্যালয়ত অগ্নিকাণ্ড সংঘটিত হৈছিল। সেই সময়ত গোস্বামীয়ে হোমৰ গুৰিত কন্যা সম্প্ৰদান কৰি উঠিছিল হে মাত্ৰ। চকীদাৰৰপৰা অগ্নিকাণ্ডৰ বাতৰি পাই মৰ্মাহত হোৱা এই গৰাকী শিক্ষাবিদে "বিয়াখন পুৰি গলেও মই সহ্য কৰিব পাৰিলোহেঁতেন, কলেজখন যে দহৰ এক, ইয়াৰ দহন মই সহ্য কৰিব নোৱাঁৰো" বুলি বেদনাত উচুপি উঠিছিল। চাকৰি বহুতে কৰে। গোস্বামীয়ে চাকৰিৰ বাবে কলেজত চাকৰি কৰা নাছিল, এখন পূৰ্ণপৰ্য্যায়ৰ কলেজ গঢ়িবলৈহে তেখেতে চাকৰি কৰিছিল।

বিশাল মনীষাৰ প্ৰতিভূ গোস্বামীয়ে সামাজিক দায়বদ্ধতাৰপৰা আঁতৰি থকা ন-ধনীসকলৰ অলপ পৰিশ্ৰম বা মুঠেও শ্ৰম নকৰাকৈ উপাৰ্জ্জন কৰা টকাক 'টাকা' বুলি কৈছিল! কষ্টোপাৰ্জিত আৰু বিধিসন্মতভাবে পোৱা ধনৰ সংজ্ঞা হ'ল তেখেতৰ ভাষাত 'টকা'। মহাপ্ৰয়াণৰ কেইদিনমান আগতে গোস্বামীয়ে চিকিৎসাৰ বাবে স্থানীয় চিকিৎসক এগৰাকীক নিজৰ ঘৰলৈ বুলি মাতি পঠাইছিল; কিন্তু চিকিৎসক জনৰ অসাধু ব্যৱহাৰত গোস্বামী হতাশ হৈ কবলৈ বাধ্য হৈছিল: "নতুন ধনী, নতুন টাকাই তাক মাতিব। আমাক কিয় লাগে?"

তেখেতৰ বিৰুদ্ধে বিষোদ্গাৰ কৰি প্ৰকাশ কৰা নিষ্ঠুৰ আৰু অশালীন সমালোচনাৰ প্ৰতি তেওঁ কোনোদিনেই ভ্ৰূক্ষেপ কৰা নাছিল।

অসম তথা ভাৰতৰ গৌৰৱ, বহু পথিকৰ পথিকৃৎ ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ জীৱনাদৰ্শ তেখেতৰ মনত পুঞ্জীভূত হৈ থকা ডুখৰীয়া ছবিবোৰত উত্তৰ পুৰুষে নিজৰ বাবে বিচাৰি পাব। □

# গোস্বামীৰ ৰচনাৱলীৰ চমু পৰিচয়

শ্ৰীউষা গোস্বামী

ত্ৰৈলোক্যনাথ গোস্বামীদেৱ অসমীয়া সাহিত্যৰ এক অবিসম্বাদী মূৰ্দ্ধণ্য পুৰুষ। সাহিত্যৰ সকলোবোৰ দিশতে তেখেত সিদ্ধহস্ত আছিল। স্কুলীয়া দিনৰেপৰা আৰম্ভ কৰি মৃত্যুকাল পৰ্য্যন্ত সুদীৰ্ঘ চাৰিকুৰি দুবছৰীয়া জীৱনকালত তেখেতে বিভিন্ন আলোচনী, বাতৰি কাকত, স্মৃতি গ্ৰন্থ আদিত অসংখ্য গল্প, প্ৰবন্ধ, কবিতা আদি লিখি ভাষা-জননীক অহোৰাত্ৰ সেৱা কৰিছিল। সেই গল্প, প্ৰবন্ধসমূহ আন আন মৌলিক গ্ৰন্থ সৈতে এতিয়া কিতাপাকাৰে প্ৰকাশ হৈ ওলাইছে। প্ৰকাশ হৈ ওলাবলৈ বাকী আছে তেখেতৰ উপন্যাস খন, কবিতাসমূহ আৰু একাঙ্কিকা এখনৰ সৈতে পূৰ্ণাংগ নাটক খন। সুখৰ কথা যে, তেখেতৰ ভাষণাৱলীখিনি সম্প্ৰতি যন্ত্ৰস্থ হৈ আছে। ১৯৭২ চনতে অধ্যাপক শ্ৰীহৰেণ শৰ্মাই নলবাৰীৰ পৰা প্ৰকাশিত "ত্ৰৈলোক্যনাথ গোস্বামী অভিনন্দন গ্ৰন্থ"ত গোস্বামীদেৱৰ ৰচনাৱলীৰ চমু পৰিচয় এটা সংযোগ কৰি আমাৰ এই আলোচ্য বিষয়টোৰ বাট পৰিষ্কাৰ কৰি থৈছে। চাকৰিৰপৰা অবসৰ গ্ৰহণ কৰাৰ পাছত গোস্বামীদেৱে একনিষ্ঠভাৱে সাৰস্বত সাধনাত প্ৰবৃত্ত হৈ আগৰ ৯ খন প্ৰকাশিত গ্ৰন্থৰ লগত পুনঃ ৭ খন গ্ৰন্থ যোগ দিবলৈ সমৰ্থ হয়। তেখেতৰ ইহলীলা সম্বৰণৰ পিছত পৰিয়ালবৰ্গৰ হাতত থকা তথ্যৰ ওপৰত নিৰ্ভৰ কৰি তলত তেখেতৰ আটাইবোৰ ৰচনাৰে এখন তালিকা প্ৰস্তুত কৰিবলৈ চেষ্টা কৰা হৈছে।

## ক. প্ৰকাশিত গল্প পুথি

১. অৰুণা : ১৯৪৮ চনত গুৱাহাটীৰ পৰা গৌৰী সাহিত্য মন্দিৰে এই পুথিখন প্ৰকাশ কৰে। পুথিখনত মুঠ এঘাৰটা গল্প আছে। লেখকৰ এইখনেই প্ৰথম প্ৰকাশ। বেছি ভাগ গল্পৰ পটভূমি গাঁও আৰু আটাইকেইটা গল্পই যুদ্ধকালীন অৱস্থাৰ আগতে ৰচিত। তদানীন্তন সমাজৰ দুখ-দৈন্য, অভাৱ-অনাটন, ব্যভিচাৰ-কদাচাৰ, অন্ধবিশ্বাস আদিৰ চিত্ৰ গল্পবোৰত ফুটি উঠিছে।

২. মৰীচিকা : মহামহোপাধ্যায় বিপিন চন্দ্ৰ গোস্বামী এই পুথিখনৰ প্ৰকাশক (১৯৫৮)। 'মৰীচিকা' আঠোটা গল্পৰ সমষ্টি। চাকৰিকালত নলবাৰীকে ধৰি উত্তৰ গুৱাহাটী, যোৰহাট, ধুবুৰী, ছিলেট প্ৰভৃতি ঠাইত থাকোতে ৰচনা কৰা এই গল্প পুঞ্জত গাঁৱলীয়া আৰু চহৰীয়া দুয়োটা পৰিৱেশ পৰিস্ফুট কৰিবলৈ প্ৰয়াস কৰা হৈছে।

৩. **শিল্পীৰ জন্ম :** 'শিল্পীৰ জন্ম' আঠোটা গল্পৰ সমষ্টি। নলবাৰীৰ অজন্তা প্ৰকাশনৰ হৈ ১৯৫৭ চনত শ্ৰীমহেন্দ্ৰ শৰ্মাই পুথিখন ছপা কৰে। ইয়াৰ আটাইকেইটি গল্প স্বৰাজোত্তৰ কালত (১৯৫০-১৯৫৬) ৰচিত। যুগসাপেক্ষ আদৰ্শ স্থাপনৰ লক্ষ্য (শিল্পী), শিল্পীৰ ত্যাগৰ আদৰ্শ (শিল্পীৰ জন্ম), দাৰিদ্ৰ্য নিপীড়িত পণ্ডিতৰ প্ৰতি বৃদ্ধ মেলকিৰ ৰোষ (অজ্ঞাতবাস), অভাৱগ্ৰস্ত শিক্ষকৰ সৰলতাৰ সুযোগ সন্ধানী ঠিকাদাৰে জনসাধাৰণৰ ওপৰত কৰা নিপীড়নৰ দৃশ্য (এটা গৰম কোট)—ইত্যাদি। এই চিত্ৰবোৰে গল্পকাৰৰ সমাজ-জীৱনৰ প্ৰতি থকা গভীৰ অনুসন্ধিৎসাৰ পৰিচয় দিয়ে।

৪. **জীৱনৰ জীয়া জুই :** তিনিচুকীয়াৰ 'মিত্ৰ এজেন্সি এণ্ড কোং' হৈ শ্ৰীনৰেন্দ্ৰ দাসে ১৯৭০ চনত 'জীৱনৰ জীয়া জুই' ছপাইছিল। আৱিষ্কাৰ, মনীষা আৰু সুব্ৰত, যুযুধানৰ জন্ম, ৰক্তবীজ, পৰাজয়, শিপিনী, বোৱাৰীৰ পৰাজয়, নিমাতী কন্যা, পানীমলৰ মৃত্যু, চিন্তাভস্ম, তীৰ্থকৰ প্ৰতিজ্ঞা, মাকৰ মৰম আৰু প্ৰত্যাবৰ্ত্তন— এই তেৰটা গল্পেৰে বৃদ্ধ 'জীৱনৰ জীয়া জুই' গল্পগুচ্ছৰ বিশেষকৈ প্ৰথম চাৰিটা গল্পৰ যোগেদি আধুনিক সমাজ-জীৱনৰ নগ্ন জীৱনৰ ছবি পৰিস্ফুট কৰিবলৈ যত্ন কৰা হৈছে। ঠগ-প্ৰবঞ্চনা, কপটতা, নাৰী অপহৰণ, ভীতিপ্ৰদৰ্শন, ঈৰ্ষা, প্ৰতাড়না, কপটস্নেহ, অন্তৰ্দ্বন্দ্ব আদি তুচ্ছ ভাববাশিৰ লগতে সৃষ্টিৰ আনন্দ, মানৱতাবোধ, পুৰুষত্বৰ মৰ্য্যাদা, অকৃত্ৰিম প্ৰীতি—আদি প্ৰলক্ষণবো সমাবেশ ঘটিছে এই পুথিৰ গল্পসমূহত।

৫. **গল্প সংগ্ৰহ :** গুৱাহাটীৰ 'ষ্টুডেন্টচ ষ্টোৰ' নামৰ প্ৰতিষ্ঠানটোৱে ১৯৮৮ চনৰ ডিচেম্বৰ মাহত এই পুথিখন প্ৰকাশ কৰে। পুথিৰ ভূমিকাত সম্পাদকে লিখিছে : "সহজ-সৰল ভাষাত সৰ্বসাধাৰণ মানুহৰ আশা-আকাংক্ষা, হৰ্ষ-বিষাদ আদি অনুভূতিবোৰ তেখেতে চুটি গল্পৰ জৰিয়তে অযথা বাক্যব্যয় নকৰাকৈ ফুটাই তুলিছে। ...তেখেতৰ গল্পসমূহৰ সামাজিক তাৎপৰ্য্য অকণো ম্লান হোৱা নাই।" গোস্বামীদেৱৰ পূৰ্বৰচিত অৱশিষ্ট গল্পকেইটা থুপাই লৈ মৃত্যুৰ আগে আগে ৰচনা কৰা অপ্ৰকাশিত আন নটা গল্পকো সাঙুৰি এই পুথিখন সম্পূৰ্ণ কৰা হৈছে। নতুন গল্পকেইটা হ'ল : সাদৰী, কপাহী, চাকৰি,, সন্দেহবাদী, ধনাই মহন্ত, অপৰাধৰ দান, মাতৃ, হীৰা আৰু ৰূপহী।

## খ. সাহিত্যবিষয়ক গ্ৰন্থ

১. **সাহিত্য-আলোচনা :** ১৯৫০ চনতে এই আলোচনা গ্ৰন্থখনৰ প্ৰথম খণ্ডটো নলবাৰীৰ 'আলোক প্ৰকাশন গৃহ'ই প্ৰকাশ কৰিছিল। নলবাৰীৰ 'শৰ্মা ব্ৰাদাৰ্চ এণ্ড কোং' প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰী শ্ৰীকৈলাশ চন্দ্ৰ শৰ্মাই ১৯৬১ চনৰ

অক্টোবৰ মাহত এই গ্ৰন্থৰ সম্পূৰ্ণ সংস্কৰণ প্ৰকাশ কৰে। একেখন গ্ৰন্থৰে পৰিবৰ্দ্ধিত ৫ম সংস্কৰণ 'বাণীপ্ৰকাশ'ৰ স্বত্বাধিকাৰী শ্ৰীঅম্বিকাপদ চৌধুৰীয়ে প্ৰকাশ কৰে ১৯৮৮ চনত। সাহিত্যৰ স্বৰূপ, সাহিত্য আৰু সমাজ, গদ্য আৰু পদ্য, জীৱনৰ ওপৰত কবিতাৰ প্ৰভাৱ, নাটক, উপন্যাস, চুটি গল্প, সমালোচনা আৰু সৃষ্টি, আধুনিক সাহিত্যত বৈপ্লবিক দৃষ্টিভঙ্গী আদি বিষয়ক আলোচনাই ইয়াত স্থান পাইছে।

২. আধুনিক গল্প সাহিত্য : নলবাৰীৰ 'শৰ্মা ব্ৰাদাৰ্চ এণ্ড কোং' প্ৰতিষ্ঠানৰ হৈ শ্ৰীকৈলাশচন্দ্ৰ শৰ্মাই ১৯৬৫ চনতে এই গ্ৰন্থখন প্ৰকাশ কৰে। চুটি গল্পৰ সৃষ্টি, চুটি গল্পৰ আংগিক কলা-কৌশল আৰু লোক-সমাজত ইয়াৰ প্ৰভাৱ পাশ্চাত্য গল্প সাহিত্যৰ চমু পৰিচয়, গল্পকাৰ ৰবীন্দ্ৰ নাথ ঠাকুৰ আৰু প্ৰেমচন্দৰ গল্পৰ আলোচনা, অসমীয়া চুটি গল্পৰ ক্ৰমবিকাশ—আদিৰ বিশ্লেষণাত্মক আলোচনা আধুনিক গল্প সাহিত্যত সন্নিবেশিত হৈছে। গ্ৰন্থকাৰে প্ৰাক্ যুদ্ধকালীন যুগৰ কৃতি গল্পকাৰ সকলৰ পৰা আৰম্ভ কৰি আৱাহন যুগ, যুদ্ধকালীন ৰামধেনু যুগ আৰু তাৰো পৰবৰ্তী কালৰ অসমীয়া সমাজৰ পটভূমিত ৰচিত ৩৭ গৰাকী যশস্বী গল্পকাৰৰ গল্পৰাজিৰ সাৰ্থক আলোচনা ইয়াত উপস্থাপন কৰা দেখা যায়। ১৯৬১-৬৫ চনৰ ভিতৰত ৰচিত হোৱা অসমীয়া শ্ৰেষ্ঠ সমালোচনা মূলক গ্ৰন্থ ৰূপে এই গ্ৰন্থখনে স্বীকৃতি লাভ কৰে অসম সাহিত্য সভাৰ জৰিয়তে। তদুপৰি এই গ্ৰন্থখনে সাহিত্য অকাডেমীৰ বঁটা লাভ কৰিবলৈও সমৰ্থ হয়। ১৯৮৬ চনত বাণীপ্ৰকাশ প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰী শ্ৰীঅম্বিকাপদ চৌধুৰীয়ে এই গ্ৰন্থ পুনঃ প্ৰকাশ কৰে।

৩. সমুদ্ৰ মন্থন : 'সমুদ্ৰ মন্থন' একুৰি দুটা প্ৰবন্ধৰ সমষ্টি। ইণ্ডিয়ান বুক হাউচ হৈ শ্ৰীভূপেন্দ্ৰ কুমাৰ চক্ৰবৰ্ত্তীয়ে নলবাৰীৰ পৰা ১৯৬৮ চনত পুথিখন ছপা কৰে। সমুদ্ৰ মন্থন, ভাৰতীয় বুদ্ধিজীৱীৰ মানসিক সঙ্কট প্ৰভৃতি আটাইকেইটা প্ৰবন্ধই লিখকৰ গভীৰ চিন্তাশীলতা আৰু মননশীলতাৰ পৰিচয় দিয়ে।

৪. ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ : ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত ১৯৬৯ চনত প্ৰদানকৰা বক্তৃতা দুটাৰ বিষয় আধাৰত এই গ্ৰন্থখনৰ জন্ম। উক্ত বিভাগৰ পৰাই ১৯৭০ চনত ই আত্ম প্ৰকাশ কৰে। গ্ৰন্থখনৰ প্ৰথম ভাগত ইংৰাজী সমালোচনাৰ ক্ৰমবিকাশ আৰু দ্বিতীয় ভাগত পাশ্চাত্ত্য প্ৰভাৱ পুষ্ট অসমীয়া সমালোচনা সাহিত্যৰ ধাৰাৰ বিষয়ে আলোচনা কৰা হৈছে।

৫. সাহিত্য কলা আৰু ভাব বিচাৰ : তিনিচুকীয়াৰ 'মিত্ৰ এজেন্সি এণ্ড কোং' প্ৰতিষ্ঠানৰ হৈ শ্ৰীনৰেন্দ্ৰ নাথ দাসে ঊনৈধ্যটা প্ৰবন্ধ সন্নিবিষ্ট এই পুথিখন প্ৰকাশ কৰে। এই গ্ৰন্থত গ্ৰন্থকাৰে আধুনিক আলোচনাৰ ধাৰাৰ পৰা আৰম্ভ কৰি প্ৰাক্ যুদ্ধকালীন বৰেণ্য সাহিত্যিক সকলৰ সাহিত্যিক প্ৰতিভা, টলষ্টয়ৰ 'What is Art' গ্ৰন্থ আৰু

এৰিষ্টটলৰ 'Poetics' গ্ৰন্থৰ সংক্ষিপ্ত আলোচনাত্মক পৰিচয় যুক্তিনিষ্ঠ ভাৱে আলোচনা কৰিছে।

শ্ৰীদাসৰ দ্বাৰা প্ৰকাশিত এই পুথিৰ ২য় সংস্কৰণত (১৯৯৬) কাৰো স্বত্ব বিষয়ে (Copy right) থকা উল্লেখ কৰা হোৱা নাই। আচৰিত কথা, ২য় সংস্কৰণৰ প্ৰকাশক দাসে গোস্বামীদেৱৰ পৰিয়াল বৰ্গক এই বিষয়ে কোনো কথাকেই জনোৱা নাছিল।

৬ নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য : ১৯৮০ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগে এই গ্ৰন্থখন প্ৰকাশ কৰে। উক্ত বিশ্ববিদ্যালয়ৰ একেটা বিভাগত ১৯৭৭ চনৰ ১লা আগষ্টৰপৰা ৩১ অক্টোবৰলৈ অতিথি প্ৰাধ্যাপক ৰূপে গোস্বামীদেৱে তুলনাত্মক নন্দনতত্ত্বৰ ওপৰত দিয়া এলানি বক্তৃতাৰ ছপা ৰূপ হ'ল এই গ্ৰন্থখন। বাৰটা অধ্যায়ত সম্পূৰ্ণ এই বৃহৎ গ্ৰন্থখনৰ পৃষ্ঠা সংখ্যা পাতনি, সূচী, নিৰ্বাচিত গ্ৰন্থপঞ্জীৰ পৃষ্ঠাক বাদ দি ৬১৯ পৃষ্ঠা। গ্ৰন্থকাৰে নন্দনতত্ত্বৰ পৰিধিৰ বিষয়ে আগ কথাত লিখিছে—"সৌন্দৰ্য্যৰ জগতখন এক বৈচিত্ৰ্যপূৰ্ণ জগত আৰু যি শাস্ত্ৰই এই বৈচিত্ৰ্যপূৰ্ণ জগতখনৰ বিষয়ে আলোচনা-বিলোচনা কৰিবলৈ আগবাঢ়ে সেয়েই নন্দনতাত্ত্বিক বিচাৰ গ্ৰন্থ। স্থপতি বিদ্যা, ভাস্কৰ্য, চিত্ৰশিল্প, সংগীত, সাহিত্য, নৃত্য প্ৰভৃতি সুকুমাৰ কলা সমূহৰ আলোচনা নন্দনতাত্ত্বিক আলোচনাৰ অন্তৰ্গত।" এই গ্ৰন্থখনৰ বাবে গোস্বামীদেৱক অসম প্ৰকাশন পৰিষদে ১৯৭৯ চনত পুৰস্কৃত কৰে। একেদৰে পূৰ্বোত্তৰ মাৰোৱাৰী সন্মিলনে শ্ৰেষ্ঠ গ্ৰন্থ ৰচকৰ সন্মান দি গ্ৰন্থকাৰক সোণৰ পদকেৰে সন্মানিত কৰে।

৭. সাহিত্য সমীক্ষণ : পোন্ধৰটা তত্ত্বগধূৰ প্ৰবন্ধৰ সমষ্টি এই গ্ৰন্থখন অসম প্ৰকাশন পৰিষদে ১৯৮১ চনত প্ৰকাশ কৰে। গ্ৰন্থকাৰে নিৰপেক্ষ দৃষ্টিভংগীৰে গভীৰ বিশ্লেষণ আৰু ৰসাত্মবোধৰ মাজেদি সাৰ্থক সাহিত্য সৃষ্টি কৰিবলৈ যাওতে প্ৰবন্ধসমূহত পাশ্চাত্য সমালোচনাৰ ধাৰা আৰু প্ৰাচ্যৰ ৰসতত্ত্বৰ সমন্বয় সম্ভৱ কৰি তুলিছে। সন্নিবিষ্ট প্ৰবন্ধকেইটা হ'ল – অসমীয়া সাহিত্যত সমালোচনা, যুদ্ধোত্তৰ যুগৰ অসমীয়া সমালোচনা, সমসাময়িক সাহিত্য সমালোচনা, কেইগৰাকীমান আধুনিক পাশ্চাত্য নাট্যকাৰ, আধুনিক অসমীয়া সাহিত্যলৈ গোহাঞিবৰুৱাৰ অবদান, আধুনিক অসমীয়া সাহিত্যত হেম বৰুৱাৰ স্থান, তিনিগৰাকী আমেৰিকান লেখকৰ ওপৰত ভাৰতীয় দৰ্শনৰ প্ৰভাৱ, মালবিকাগ্নিমিত্ৰ, কলেজীয়া জীৱনত মোৰ ওপৰত প্ৰভাৱ পেলোৱা প্ৰথম পুথিখন, উচ্চমান বিশিষ্ট সাহিত্য সৃষ্টিৰ সমস্যা, কবিকল্পনা আৰু ভাৰতীয় আলংকাৰিক কবি কৰ্ম, 'ন ৰসো ভাৱবৰ্জিতঃ' আৰু 'প্ৰতীক আৰু সহজবোধ্য আৰ্ট।

৮. চিন্তা তৰঙ্গ : ষোলটা প্ৰবন্ধৰ সমষ্টি 'চিন্তা তৰংগ' নগৰাৰীৰ জাৰ্ণাল এম্প'ৰিয়ামৰ স্বত্বাধিকাৰী শ্ৰীসুৰেন চন্দ্ৰ বৈশ্যৰ দ্বাৰা প্ৰকাশিত। প্ৰবন্ধসমূহ হল :

বিজ্ঞান আৰু মানৱতা, জাতীয় ঐক্য, আৰ্ট, কেইজনমান কলিকতা প্ৰবাসী অসমীয়া লোকৰ সান্নিধ্য, মোৰ সাহিত্য সেৱাৰ প্ৰেৰণা, ভৱিষ্যৎ শিক্ষা-পদ্ধতিত শিক্ষকৰ ব্যক্তিত্ব, উদাসীনতা, গান্ধীজীৰ সামাজিক আদৰ্শ, বৰ্ত্তমান সমাজত দুৰ্নীতি, প্ৰমিথিউজ, ভাৰত আমাৰ জননী আমাৰ, গ্ৰাম্য জীৱনত অশান্তিৰ সূত্ৰপাত, দুৰ্নীতি, আৰু বক্তি জীৱনৰ সংস্কাৰ, গীতা আৰু জীৱন-তৃষ্ণা।

৯. **প্ৰবন্ধ-মঞ্জৰী :** ডিব্ৰুগড়ৰ 'ষ্টুডেন্ট্‌চ এম্প ৰিয়াম'ৰ দ্বাৰা ১৯৮৭ চনত প্ৰকাশিত এই গ্ৰন্থখন উনৈশটা প্ৰবন্ধৰ সমষ্টি। এই প্ৰবন্ধ সমূহৰ ভিতৰত নন্দনতত্ত্বৰ আভাস, বেণুধৰ শৰ্মা আৰু তেওঁৰ দুখন পুথি, ডিম্বেশ্বৰ নেওগ আৰু অসম সাহিত্য সভা, বৈষ্ণৱ ধৰ্ম আৰু গুৰু দামোদৰ দেৱ, জ্ঞানযোগী কৃষ্ণকান্ত সন্দিকৈ, হেম বৰুৱা, জ্যাঁপল ছাত্ৰৰ অস্তিত্ববাদী আদৰ্শৰ চমু আভ্যাস, পণ্ডিত নাৰায়ণদেৱ মিশ্ৰ আদিয়েই উল্লেখযোগ্য।

## গ. ব্যংগ্য ৰচনা

১. **জীয়া মানুহ :** নলবাৰীৰ আলোক প্ৰকাশনৰ দ্বাৰা প্ৰকাশিত 'জীয়া মানুহ' ৬টা অনুচ্ছেদত বিভক্ত এখন ব্যংগ্য উপন্যাস। নৰনাথ ইয়াৰ মুখ্য চৰিত্ৰ।

## ঘ. জীৱনীমূলক গ্ৰন্থ

১. **অতীতৰ কথা :** গুৱাহাটিৰ 'বাণীপ্ৰকাশ' প্ৰতিষ্ঠানৰ হৈ শ্ৰীঅম্বিকাপদ চৌধুৰীয়ে ১৯৯০ চনৰ জানুৱাৰী মাহত প্ৰকাশ কৰি উলিওৱা এই গ্ৰন্থখনৰ সম্পাদক ড° নবীন চন্দ্ৰ শৰ্মা। এইখন গোস্বামীদেৱৰ জীৱনী গ্ৰন্থ আৰু শেষ ৰচনা। আগলতি পাতত গোস্বামীদেৱৰ অনুগত পুত্ৰ শ্ৰীগোকুল গোস্বামীয়ে গ্ৰন্থখনৰ বিষয়ে লিখিছে : "ভাষাৰ সৌন্দৰ্য্য আৰু অনুভূতিৰ তীব্ৰতা ; বিশ্লেষণশীলতা আৰু যুক্তিনিষ্ঠতা 'অতীতৰ কথা'ৰ ৰচনা শৈলীৰ বিশেষত্ব। লেখকৰ ঐতিহাসিক চেতনাও অতিকৈ প্ৰখৰ। নিৰপেক্ষভাৱে অতীতক সমালোচনা কৰিবপৰা ক্ষমতা যে, তেওঁৰ আছে তাৰ স্পষ্ট আভাস পোৱা যায় এই গ্ৰন্থখনৰপৰা।

## ঙ. সম্পাদিত

১. **আধুনিক অসমীয়া গল্প সংগ্ৰহ :** সাহিত্য অকাডেমীৰ (দিল্লী) দ্বাৰা প্ৰকাশিত (১৯৭১) এই সংগ্ৰহটিত আধুনিক কালৰপৰা আৰম্ভ কৰি ১৯৬০ চন পৰ্যন্ত কেবাজনো সিদ্ধহস্ত লিখকৰ ২৮টা গল্পই স্থান পাইছে। অসমীয়া গল্প সাহিত্যৰ ওপৰত লিখা গোস্বামীদেৱৰ বিশ্লেষণাত্মক ভূমিকাটো নিশ্চিতভাৱে তথ্যগধুৰ।

২. প্ৰবন্ধ চয়ন : অসম সাহিত্য সভাৰ ৩২তম অধিবেশন ১৯৬৬ চনত নলবাৰীত অনুষ্ঠিত হৈছিল। উক্ত সভা উপলক্ষে অভ্যৰ্থনা সমিতিৰ দ্বাৰা প্ৰকাশিত ২৫ টা প্ৰবন্ধ বিশিষ্ট স্মৃতি গ্ৰন্থখনৰ সম্পাদনা কৰিছিল ( সহ. শ্ৰীশশী শৰ্মা ) গোস্বামীদেৱে ।

৩. মন্দাকিনী আলোচনী : ১৯৬৬ চনৰপৰা ১৯৬৭ চন পৰ্যন্ত নলবাৰীৰপৰা প্ৰকাশিত এই আলোচনীখনৰ চাৰিটা সংখ্যাত গোস্বামীদেৱে (ক) আলোচনীখনৰ লক্ষ্য, উদ্দেশ্য, আদৰ্শ, ৰাজেন্দ্ৰ চৌধুৰী ভৱন আৰু নলবাৰী অঞ্চলৰ বানপানীৰ ধ্বংসলীলা, (খ) ছাত্ৰ আন্দোলন আৰু অসম সাহিত্য সভা, (গ) যোৱা সাধাৰণ নিৰ্বাচন আৰু ৰাজনৈতিক সচেতনতা আৰু (ঘ) স্বাধীনতাৰ একুৰি বছৰ সম্বন্ধে চাৰিটা গধুৰ সম্পাদকীয় লিখিছিল ।

## চ. প্ৰকাশৰ বাটত

১. ভাষণাৱলী : গোস্বামীদেৱে অসম সাহিত্য সভা, ৰজনীকান্ত বৰদলৈৰ জন্ম শতবাৰ্ষিকী, প্ৰগতিশীল শিল্পী সাহিত্য সংঘ ( গোলাঘাট ), অসম নাট্য সন্মিলন, অসম কলেজ শিক্ষক সন্মিলন, সদৌ অসম হাইস্কুল শিক্ষক সন্মিলনৰ বাৰ্ষিক অধিবেশন আদি বিভিন্ন প্ৰসংগত দিয়া ভাষণাবলীবোৰ একত্ৰিত হৈ ওলালে এটা মহৎ কৰ্ম সম্পন্ন হ'ব। জানিব পৰা মতে গোস্বামীদেৱৰ ভাষণাৱলীসমূহ প্ৰকাশৰ পথত ।

২. Aesthetics : Eastern and Western : অসম প্ৰকাশন পৰিষদৰ বৰ্তমানৰ সচিব মহোদয়ে গোস্বামীদেৱৰ পৰিয়ালবৰ্গৰ জনৈক সদস্যলৈ নং পিবি বিপি-এই/ পাৰ্ট/৮৮/১০১/৪৪৭, ৭জুন, ১৯৮৮ চনৰ চিঠিৰ যোগেদি জনায় যে, এই গ্ৰন্থখন ১৯৮৮ চনৰ ভিতৰতে ছপা হৈ ওলাব। ১৯৮২ চনৰ ৬ নবেম্বৰতে প্ৰকাশন পৰিষদৰ কাৰ্যালয়ত নিদ্ৰামগ্ন অৱস্থাত পৰি থকা পুথিখন অনতিপলমে পোহৰলৈ অহাটো আমি বিচাৰো।

## ছ. অপ্ৰকাশিত

১. কবিতাৱলী : ( ১৯২৪-৬৬ ) ছাত্ৰাৱস্থাতে গোস্বামীদেৱে প্ৰায় দুকুৰি কবিতা ৰচনা কৰিছিল। বেছিভাগ কবিতাই ছন্দ-গন্ধী। ইয়াৰে কেইটামান প্ৰশস্তিমূলক, কেইটামান ব্যংগ্যাত্মক আৰু কেইটিমান ৰোমাণ্টিক। ব্যোমকেশ ছদ্ম নামত তেখেতে ৰচা কবিতাটোৰ নাম হৈছে আশাৰ সপোন ( ১৯৬৬ )।

২. পদুম কুঁৱৰী ( পূৰ্ণাঙ্গ নাটক, ১৯৩৩ ) : উত্তৰ গুৱাহাটিত থকা কালত লিখা এই নাটকখন নলবাৰী নাট্যমন্দিৰত অভিনিত হৈছিল। 'বজাৰৰ একাল' ( ১৯৩৫ ) তেখেতৰ একাঙ্কিকা নাট।

৩. পমিলা উপন্যাস ( ১৯৪০ ) : গাঁৱলীয়া পৰিৱেশৰ আধাৰত পল্লবিত এই উপন্যাসখন ছিলেটত থাকোতেই গোস্বামীদেৱে ৰচনা কৰিছিল ।

৪. গীত : গোস্বামীদেৱ ১৯৩১ চনত ৬ষ্ঠ বাৰ্ষিক শ্ৰেণীত পঢ়ি থাকোতে ইমান কল্যাণ, পৰবী কাফী সিন্ধু-কাহাৰ্বা, আসোৱাৰী আৰু হাম্বীৰ ৰাগত মুঠ ছটা গীত ৰচনা কৰিছিল। তাৰে কাফী সিন্ধু-কাহাৰ্বা ৰাগৰ "বলা বলা বলা ভাই"– এই গীতটো 'ত্ৰৈলোক্যনাথ গোস্বামী অভিনন্দন গ্ৰন্থ'ত গীতৰ চানেকি হিচাপে ছপা হৈছে ( পৰিশিষ্ট-পৃঃ ১১ দ্ৰষ্টব্য )।

আনন্দৰ কথা, গোস্বামীদেৱৰ পৰিয়ালবৰ্গই তেখেতৰ অপ্ৰকাশিত গ্ৰন্থসমূহ প্ৰকাশ কৰিবলৈ যো-জা চলাইছে। □



ড. ত্ৰৈলোক্যনাথ গোস্বামীৰ কেইখনমান

গ্ৰন্থৰ আলোচনা

# ১. জীয়া মানুহ

## শ্ৰীদেৱেন্দ্ৰ নাথ শৰ্মা

ত্ৰৈলোক্যনাথ গোস্বামীৰ *জীয়া মানুহ* এটি নাতি দীৰ্ঘ ৰূপক ব্যঙ্গ্যগল্প বা উপন্যাসিকা। আধুনিক অসমীয়া সাহিত্যত ইংৰাজী, বঙালী আৰু প্ৰাচীন সংস্কৃত সাহিত্যৰ প্ৰভাৱ স্পষ্ট। ৰূপক অলঙ্কাৰ আৰু ব্যঙ্গ্যসুৰ এই তিনিওটা সাহিত্যত বিদ্যমান। জোনাকী যুগৰ পৰা ব্যঙ্গ্যসুৰীয়া সাহিত্যৰ বোৱতী সুঁতি এটি ক্ষীণভাবে হলেও অসমীয়া সাহিত্যত প্ৰবহমান। স্বাধীনতাৰ প্ৰাক্ কালত লক্ষ্মীনাথ বেজবৰুৱাই নকল চাহাবক লৈ হাস্য-ব্যঙ্গ্য কৰিছিল। স্বৰাজোত্তৰ কালত অসমীয়া সাহিত্যিক সকলে নকল গান্ধীবাদীসকল তথা তেওঁলোকৰ পালিপহৰীয়া সকলক লৈ আৰু অসম আন্দোলনৰ পৰবৰ্ত্তী কালত সোণৰ অসমবাদী গামোচা পৰিধানকাৰী সকলক লৈয়ো ব্যঙ্গ্য সাহিত্যৰ সৃষ্টি কৰা পৰিলক্ষিত হৈছে। গোস্বামীৰ 'জীয়া মানুহ' এই প্ৰবহমান ব্যঙ্গ্য সাহিত্যৰ সুঁতিত উটি অহা এটি ৰূপক গল্প বা উপন্যাসিকা।

ব্যাকৰণানুগ নহলে যেনেকৈ বাক্য ভাষা বুলি কব নোৱাৰি তেনেকৈ অলংকাৰানুগ নহলে ভাষাক সাহিত্য বুলি কব নোৱাৰি। লিখক এই বিষয়ত সজাগ হেতুকেই গল্পটি ৰূপকৰ আৰ্হিত সজাব খোজা হৈছে, যদিও বিষয় বস্তুৰ চৰিত্ৰই লিখকক বিশুদ্ধ ৰূপকত গল্পটি সজোৱাত বাধা দিলে। গল্পৰ ওপৰৰ চামনিত এটি অৰ্থ ভাঁহি থাকে অথচ চামনি ফুটাই দিলে আন এটা অৰ্থ পোৱা যায়। এনে সাহিত্যালংকাৰকে ৰূপক বোলে। লিখকে *জীয়া মানুহৰ* প্ৰথম অধ্যায়ৰ আৰম্ভণিতেই পৃথিবীত চলা 'হাহাকাৰ ধ্বনি, মৰণৰ তাণ্ডৱ' নৃত্য আদিৰ আভাস দি যমৰাজ্যত তাৰ কেনে প্ৰতিক্ৰিয়া তাকে দেখুৱাবলৈ ৰূপ কল্পৰ সহায় লৈছে। পৃথিৱীৰ লগত যমালয়ৰ সম্পৰ্ক নিবিড়। মানুহ মৰিলেহে ধৰ্মৰাজে কৰ্তব্য কৰিবলগীয়াত পৰে। তেওঁৰ কিংকৰে মৃত ব্যক্তিৰ আত্মাক নি পাপ পুণ্যৰ বিচাৰ কৰি যথোচিত শাস্তি বা পুৰস্কাৰ দিয়ে। কিন্তু যেতিয়াই সমৰ বা মহাসমৰত বহুলোক একসময়তে হতাহত হয়, তেতিয়া যমৰ ৰাজ্যত কেনে বিশৃঙ্খলা হব পাৰে তাকে লৈ লিখকে কল্পনাৰ আশ্ৰয় লৈছে। ব্যঙ্গ্য ব্যক্তিত্ব সম্পন্ন লিখক ত্ৰৈলোক্যনাথ গোস্বামী কম-বেছি পৰিমাণে সমাজবাদী, দুৰ্নীতি বিৰোধী লোক বুলি সুবিদিত আৰু সেয়েহে তেওঁৰ কল্পনা বিলাসেৰে পৃথিৱীত চলা শাসকীয় আৰু প্ৰশাসনীয় দুৰ্নীতিৰ স্বৰূপ দেখুৱাবলৈ এই ৰূপক-গল্পৰ আশ্ৰয় লৈছে; যদিও ছাঁ-পোহৰৰ খেলৰ দৰে তেওঁৰ *জীয়া মানুহত* কল্পনা আৰু বাস্তৱে হয় পাল পাতি

ভুমুকি মাৰিছে, নহয় বেল আলিৰ লোহা ডুডালৰদৰে সমান্তৰাল গঢ়িত গৈ আছে। ধৰ্মৰাজ যদিও ন্যায় পৰায়ণ আৰু কঠোৰ তথাপি তেওঁ ভুজংগৰ চাটুকাৰী বাক্যত ভোল গৈ পৃথিবীত ঘটাৰদৰে নিম্ন বৰ্গৰ কৰ্মচাৰীকো উৰ্দ্ধতম কৰ্মচাৰী চিত্ৰ গুপ্তক চেৰাই যাবলৈ সুবিধা দিছে। ফলত যমৰাজ্যত বিশৃংখলা ঘটিছে। এই ৰূপকল্পৰ সহায়ত লিখকে পৃথিবীত চলা অন্যায়, দুৰ্নীতি, অনিয়মৰ কথাই দোহাৰিব খুজিছে। আৰু লগতে সমাজ ক্ষয়কাৰী কুপ্ৰথাৰ বিৰুদ্ধে মাত মাতি সমাজক সচেতন কৰিব খুজিছে। বক্ৰোক্তি, বক্ৰাঘাত যথাস্থানত প্ৰয়োগ কৰি সমাজৰ অহিতকাৰী শক্তিক আঘাত হানি সমাজ সুশৃংখল আৰু নিৰ্মল কৰিবলৈ লিখকে প্ৰচেষ্টা চলাইছে তেওঁৰ *জীয়া মানুহৰ* যোগেদি। ব্যঙ্গ্য লিখনিৰ এয়ে হ'ল মূল লক্ষ্য। গল্পৰ খলনায়ক নৰনাথক জীয়াই জীয়াই যমৰাজ্যত উপস্থিত কৰাই মানুহে কৰা পাপ পুণ্যৰ আংশিক ফলাফল দেখুৱাবলৈ লিখকে সক্ষম হৈছে। উদ্দেশ্য প্ৰণোদিত ভাৱেই লিখকে এই চিত্ৰ অংকন কৰিছে। পৃথিবীত মূল্য বোধৰ স্খলনে লিখকক বিব্ৰত কৰি এই কামত ব্ৰতী কৰাইছে যেন লাগে। ধৰ্মাচাৰ নাথাকিলে সমাজ থানবান হয় বুলিয়ে লিখকৰ ভয়। সমাজ যাতে পুনৰ ধৰ্ম আৰু মূল্যবোধৰ ওপৰত প্ৰতিষ্ঠিত হয় সেই তাড়নাতে কিতাপখন লিখা যেন লাগে ; কিন্তু মানুহৰ মৌলিক সত্বাৰ ওপৰত লিখকৰ অগাধ বিশ্বাস যেন লাগে এই বাবেই যে খলনায়কে পৃথিবীত ইমানবোৰ পাপকাৰ্য কৰাৰ পিছতো তেওঁক ও:ভোতাই অনাৰ সবল যুক্তি যথাসময়ত প্ৰয়োগ কৰি পাপৰ শাস্তি ভোগ কৰোৱাৰ পৰিবৰ্তে তেওঁক দুৰ্নীতি-দুৰাচাৰৰ বিৰুদ্ধে যুদ্ধ কৰা কামত ব্ৰতী কৰোৱা হৈছে। লিখকৰ এনে পাকঘূৰণিয়ে কি সূচায় বাৰু ? মানুহৰ মৌলিক সত্বাৰ ওপৰত অগাধ বিশ্বাসৰ কথাই নুসূচায় নে ? মানুহ মূলগত ভাবে মানুহ ; কিন্তু তথাপি মানুহ পৰিস্থিতিবো দাস। দৃঢ়মনা হৈ প্ৰলোভনক চম্ভালিব পাৰিলে মানুহ মানুহ হৈয়ে থাকিব পাৰে। এই দৃষ্টি কোণৰ পৰা চালে লিখকৰ যে মানুহৰ প্ৰতি কৰুণা আছে তাক অনুমান কৰিব পাৰি। নিষ্ঠুৰতা থকাহেঁতেন গল্পত তেওঁ নৰনাথক পুনৰ পোতাশাললৈ পঠিয়ালেহেঁতেন। কিন্তু কৰুণা বশত: তেওঁ সেইটো হব দিয়া নাই।

দ্বিতীয় অধ্যায়ত, লিখকে যমৰাজ্যৰ ভাগি পৰা প্ৰশাসন ব্যৱস্থাক সুস্থিৰ কৰাৰ বৰ্ণনা দিছে। তাৰোপৰি এই অধ্যায়ত আছে মেলেৰিয়া, ৰক্তপিত্ত, হাইজা, টাইফয়ড আদি যমৰজাৰ অনুচৰ বৰ্গৰ বৰ্ণনা। এই বৰ্ণনাবোৰত লিখকে উদ্ভাবনী প্ৰতিভাৰ পৰিচয় দিছে। যমৰাজ্যৰ বৰ্ণনা অসমীয়া সাহিত্যত পঢ়া মনত নপৰে। সম্ভবত: পুৰাণাদি সংস্কৃত গ্ৰন্থত তাৰ বিষয়ে ক'ৰবাত ভাল বৰ্ণনা আছে। লিখকে সম্ভবত: ৰূপকল্পৰ বিস্তাৰ সাধিবলৈকো এই পাৰ্থিব বেমাৰবোৰক যথোচিত ভাবেই যমৰ বিকাৰ

ৰূপত সজাই আমাক আপ্লুত কৰিছে। তৃতীয় অধ্যায়ত, মন্দৰ-কন্দৰ নামৰ দুজন যমদূতৰ পৃথিৱীলৈ আগমনৰ বাৰ্তা আছে আৰু বাস্তৱ পৃথিৱীখনৰ অৰ্থাৎ অসমৰ প্ৰাকৃতিক বৰ্ণনা আছে। তাৰ পিছতে উল্লেখ আছে সিহঁত দুটিৰ দৌৰাত্ম্যৰ কথা। এই দৌৰাত্ম্য বোৰে আমাক ভবধ লগোৱাৰ উপৰিও হাঁহিৰ খোৰাক যোগায়। প্ৰথমটো গাধ ঘোঁৰাক খেদি পঠিওৱা আৰু দ্বিতীয়টো নৰনাথ নামৰ দুৰাত্মন জনক নৰকলৈ হৰণ। নৰনাথৰ নৰক ভ্ৰমণ আৰু নৰক বৰ্ণন এই অধ্যায়ৰ মূল কথা। পঞ্চম অধ্যায়ত, কিতাপখনৰ শিৰোবিন্দু বৰ্তমান। নৰকৰ ভয়াবহতাৰ জ্ঞান দিবলৈকেই লিখকে তৃতীয় অধ্যায়টি লিখিছে। পুনৰ্জন্মত বিশ্বাসী ভাৰতীয় লোকে পাপ-পুণ্যৰ বিচাৰ এৰি দুনীতি দুষ্কাৰ্যত লিপ্ত হলে পৰজন্মত কি শাস্তি ভোগ কৰিব লাগিব তাক সকিয়াই দিয়াই এই অধ্যায়ৰ মূল কথা: কিন্তু পাৰ্থিৱ সুখৰ পৰা বঞ্চিত হৈ নৰকৰ যন্ত্ৰণা ভোগ কৰিব লাগিব পাৰে বুলি ভাবি নৰনাথৰ পৃথিৱীলৈ উভতি অহাৰ বাবে যি নিৰলস আকুল চেষ্টা আৰু দুষ্ট বুদ্ধিৰ উল্লেখ কৰিছে সি পাঠকক আনন্দ নিদিয়াকৈ নাথাকে। বিশেষকৈ সংহাৰ কৰ্ত্তা শিৱৰ চহী জাল কৰা ঘটনাই দুৰ্নীতিপৰায়ণ লোক সকল যে সৰ্ব্বত্ৰতে ভয় সঙ্কোচহীন সেই কথাৰ ইঙ্গিত দিয়াৰ লগতে আমাক হাঁহি-বিদ্ৰূপৰ খোৰাকো যোগায়। কিন্তু এনে এজন নৰপাতকীকো লোকদেৱতা শিৱে যমৰাজ্যৰপৰা আঁতৰাবলৈ অকাট্য যুক্তি প্ৰদৰ্শন কৰিছে এই বুলি যে যমৰ জীয়ামানুহৰ ওপৰত কোনো অধিকাৰ নাই—মৰা মানুহৰ ওপৰতহে আছে ; ফলত নৰনাথক পৃথিৱীলৈ স্থানান্তৰ কৰা হ'ল ( চতুৰ্থ আৰু পঞ্চম অধ্যায় )। ষষ্ঠ অধ্যায়ৰ পটভূমি এখন হাবি য'ত নৰনাথে দুৰ্নীতি নিৰূপণ যন্ত্ৰ আবিষ্কাৰক বৈজ্ঞানিকক লগ পায় আৰু সেই যন্ত্ৰ পোনপ্ৰথমবাৰৰ বাবে তেওঁৰ ওপৰতে প্ৰয়োগ কৰা হয়। আৰু এই যন্ত্ৰই নৰনাথে যে আনৰ ৰক্ত শোষণ কৰিছিল তাকে বৈজ্ঞানিক প্ৰমাণ কৰা দেখুৱাইছে। এনে উদ্ভাবনী শক্তিৰেই লিখকে হাস্য-ব্যঙ্গৰ এক জটিল প্ৰক্ৰিয়াৰ মাজেদি পাঠকক লৈ গৈ বিষয়বস্তুৰ মোখনি মাৰিছে। কিতাপখনে লিখকৰ প্ৰগতিশীলতাৰো স্বাক্ষৰ বহন কৰিছে। □

# ২. সাহিত্য আলোচনা

## শ্ৰীগোলকেশ্বৰ গোস্বামী

ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ "সাহিত্য আলোচনা" গ্ৰন্থখনৰ ওপৰত আলোচনা এটা আগবঢাবলৈ লওঁতেই উক্তগ্ৰন্থতেই লেখকে কোৱা কথা এটা স্বাভাৱিকতেই মনলৈ আহে। গ্ৰন্থৰ ষষ্ঠ অধ্যায়ৰ 'সমালোচনা আৰু সৃষ্টি' নামৰ অংশত লেখকে কৈছে: "তৰ্কৰ খাতিৰত এজন ব্যক্তিয়ে কোনো এখন কিতাপ সম্পূৰ্ণৰূপে বুজি পোৱা বুলি ধৰিলেও আৰু সমালোচনা কৰাৰ সাধাৰণ অৰ্হতা তেওঁৰ আছে বুলি মানি ললেও পুথি সমালোচনা তেওঁৰ পক্ষে টান কাম।" গ্ৰন্থকাৰে এই বিবৃতি উত্থাপনৰ প্ৰসংগত যদিও মৌলিক ৰচনাৰ কথাকেই কৈছে, তথাপি প্ৰকৃত অৰ্থত যি কোনো গ্ৰন্থৰ সমালোচনা বা আলোচনা কৰা বিষয়টো যে কঠিন, সেই কথা স্বীকাৰ কৰি লবই লাগিব। "সাহিত্য আলোচনা" গ্ৰন্থখন মৌলিক ৰচনাৰ ভিতৰত সম্পূৰ্ণৰূপে পেলাব নোৱাৰি যদিও, বিভিন্ন বিষয় উত্থাপনৰ সময়ত প্ৰসংগৰ মাজে মাজে হওঁক নাইবা আলোচনাবোৰৰ শেষৰ ফালেই হওঁক গ্ৰন্থকাৰে নিজৰ চিন্তাপ্ৰসূত যিবোৰ বক্তব্য বা মন্তব্য দাঙি ধৰিছে, সেই-বোৰক কিন্তু লেখকৰ মৌলিক বিষয় বুলি ক'ব লাগিব। ইয়াৰ উপৰি বিষয়বোৰৰ ৰূপায়ণৰ পদ্ধতি, লেখকৰ ভষা প্ৰয়োগ; বিষয়বস্তু পাঠকৰ মনত সহজবোধ্য কৰি তুলিবলৈ গ্ৰহণকৰা পদ্ধতি আদিতো লেখকৰ মৌলিকত্ব প্ৰকাশ পাইছে। এইবোৰ দৃষ্টিভংগীৰে গ্ৰন্থখনৰ এটা সাধাৰণ আলোচনা কৰিবলৈ লোৱাৰ আগতে ইয়াত সন্নিৱিষ্ট বিভিন্ন অধ্যায়ৰ বিষয়বস্তুবোৰৰ এটা চমু আভাস তলত দিবলৈ যত্ন কৰা হ'ল।

গ্ৰন্থখনৰ শেহতীয়া সংস্কৰণটি মুঠতে ছটা অধ্যায়ৰ সমষ্টি। প্ৰথম অধ্যায়ত গ্ৰন্থকাৰে সাহিত্য বুলিলে কি বুজায়, সাহিত্য আৰু সমাজৰ সম্পৰ্ক কেনেধৰণৰ আৰু সাহিত্য প্ৰকাশৰ বাবে প্ৰয়োগ কৰা শব্দ-শক্তিৰ আলোচনা কৰিছে। সাহিত্য কি, শব্দ শক্তি বুলিলে কি বুজা যায় এইবোৰ বিষয়ৰ আলোচনাৰ প্ৰসংগত লেখ.ক সংস্কৃত আলংকাৰিকসকলৰ দৃষ্টিভংগীবোৰ আলোচনালৈ আনিছে।

ভাৰতীয় আলংকাৰিক সকলৰ কাব্যৰ সূত্ৰ আদি সম্পৰ্কীয় আলোচনাৰ লগতেই পাশ্চাত্য দেশৰ কাব্যালোচনাৰ সূত্ৰপাতৰ বিষয়েও আলোচন কৰিছে আৰু দুয়োদল পণ্ডিতৰ মতৰ তুলনা দাঙি ধৰি দুয়োদলেই যে "ৰসময় ৰূপত জীৱনৰ নিৰ্ম্মিতি"কেই সাহিত্য-আলোচনাৰ ক্ষেত্ৰত লক্ষ্য হিচাপে লৈছিল, সেই কথা উত্থাপন কৰিছে।

গ্ৰন্থকাৰে ইয়াত নিজৰ ফালৰ পৰা সাহিত্য সম্পৰ্কে প্ৰত্যক্ষভাৱে কোনো সংজ্ঞা দিয়া নাই যদিও, সাহিত্য বা কাব্যৰ সোৱাদৰ প্ৰকৃত উপলব্ধিত যে কবিৰ হৃদয়ৰ সৈতে পাঠকৰ হৃদয় অভিন্ন হৈ পৰে আৰু কবিৰ গভীৰ অনুভূতি, কবিৰ অন্তৰত ৰসৰ পৰিপূৰ্ণতা নহ'লে যে কাব্য সৃষ্টি সম্ভৱ নহয় সেই কথা কিন্তু স্পষ্টভাৱে কৈছে। সাহিত্য সৃষ্টিৰ সময়ত সাহিত্যিকৰ লৌকিক ব্যক্তিত্ব আৰু কলাকাৰৰ ব্যক্তিত্ব এই দুটা ব্যক্তিত্বৰ কথা গ্ৰন্থকাৰে স্বীকাৰ কৰি লৈছে আৰু কলাকাৰৰ ব্যক্তিত্বই কিদৰে কাব্য-বৰ্ণিত বিষয়ক সাধাৰণ মানুহৰ উপভোগ্য কৰি তোলে আৰু এইদৰে যে, শোকৰ বিষয়বস্তুৱেই কৰুণ ৰসৰ কাব্য, সাহিত্য আদিৰ জৰিয়তে প্ৰকাশ লাভ কৰি পাঠকৰ অতীব সুখৰ সামগ্ৰী হৈ পৰে, তাকো তেওঁ আলোচনা কৰি দেখুৱাইছে। সংস্কৃত আলংকাৰিকসকলৰ কাব্যসৃষ্টিৰ হেতু আৰু গ্ৰীকসমালোচক প্লেটোৰ প্ৰেৰণাৰ কথাও তেওঁ দাঙি ধৰিছে।

প্ৰথম অধ্যায়ৰ দ্বিতীয়ভাগত 'সাহিত্য আৰু সমাজ'ত জীৱনৰ সৈতে সাহিত্যৰ ঘনিষ্ঠ সম্বন্ধৰ কথা বিশ্লেষণ কৰিছে। সাহিত্যৰ সকলো ঠাই যে মানৱজীৱনৰ চিত্ৰেৰে ভৰপূৰ; যুগৰদ্বাৰা প্ৰভাৱান্বিত হোৱা সাহিত্যিক সকল যে সমাজসংস্কাৰৰ মনোবৃত্তিসম্পন্ন এই কথা উত্থাপন কৰি তেওঁ "সমাজখন সাহিত্যৰো বিশাল কৰ্মক্ষেত্ৰ" বুলি আৰু "মানৱীয় উপাদান ৰহিত সাহিত্য অন্তঃসাৰশূন্য" বুলি অভিহিত কৰিছে। যুগ-প্ৰৱৰ্তক সাহিত্যিকৰ কথাও তেওঁ আলোচনালৈ আনিছে আৰু নিজৰ সাহস, মৌলিকতা, উদাৰতাৰে নিজৰ লেখাত অভিনৱত্ব প্ৰকাশ কৰি, সমাজৰো গতি নিৰূপণ কৰা সাহিত্যিকবোৰকে এই শ্ৰেণীত সামৰিছে।

এই অধ্যায়ৰ তৃতীয়ভাগত সংস্কৃত আলংকাৰিকসকলৰ মত অনুসৰি বিভিন্ন উদাহৰণেৰে শব্দ-শক্তিৰ আলোচনা কৰিছে।

গ্ৰন্থত দ্বিতীয় অধ্যায়ৰ প্ৰথম ভাগত সংস্কৃত অংকাৰ শাস্ত্ৰৰ ভিত্তকৰা অলংকাৰবাদ, গুণৰীতিবাদ, বক্ৰোক্তিবাদ, ৰস-ধ্বনিবাদ, আৰু ঔচিত্যবাদ আদি বিষয়ৰ কথাবোৰ বিশ্লেষণ কৰিছে। অধ্যায়টোৰ দ্বিতীয়ভাগত কাব্যৰ আত্মাৰ স্বৰূপ অৰ্থাৎ ইয়াৰ আদৰ্শ, লক্ষ্য, উদ্দেশ্য আদি কেনে হ'ব লাগে এই সম্পৰ্কে প্ৰাচ্য প্ৰতীচ্যৰ আলংকাৰিসকলৰ মত দাঙি ধৰিছে। গ্ৰন্থকাৰে ইয়াকেই কৈছে "সামাজিক অন্যায়, অবিচাৰ, শোষণ, নিৰ্যাতনৰ প্ৰতি কবি কেতিয়াও উদাসীন হৈ থাকিব নোৱাৰে" এই ভাগৰে আলোচনাৰ একেবাৰে শেষৰ পিনে তেওঁ কাব্যৰ জৰিয়তে মহত্ত্ব ফুটি উঠিব লাগে বুলি কৈছে। তেওঁৰ মতে এই মহত্ত্বৰ স্বৰূপ হৈছে "মানসিক উন্নয়ন আৰু অলৌকিক তৃপ্তি।" কাব্যৰ মাজত থকা এই মহৎ ব্যঞ্জনা নাইবা উন্নয়নৰ সামৰ্থ্যকেই উৎকৃষ্ট কাব্যৰ সাৰবস্তু বা আত্মা বুলি নিশ্চিত কৰিছে।

গ্ৰন্থখনৰ তৃতীয় অধ্যায়ৰ বিষয়বস্তুখিনিক 'গদ্য আৰু পদ্য', 'জীৱনৰ ওপৰত কবিতাৰ প্ৰভাৱ' আৰু 'কলা, কবিতা আৰু ধৰ্ম্ম'—এই তিনিটা শিতানত আলোচনা কৰিছে। 'গদ্য আৰু পদ্য' শিতানত বিশ্বৰ সাহিত্যত গদ্যতকৈ পদ্যৰ প্ৰাচীনত্ব; কবিতাৰ বিভিন্ন সংজ্ঞাৰ আভাস আৰু এই ক্ষেত্ৰত আলংকাৰিকসকলে দেখুওৱা অনুসৰি ছন্দৰ প্ৰয়োজনীয়তা আৰু ইয়াৰ সপক্ষে গ্ৰন্থকাৰৰ বক্তব্য, গদ্য আৰু পদ্যৰ সাধাৰণ পাৰ্থক্য আৰু ইয়াৰ বিষয়বস্তুৰ স্বৰূপ আৰু উক্ত দুবিধ সাহিত্যৰ মূলভাগবোৰ দেখুৱাইছে।

'জীৱনৰ ওপৰত কবিতাৰ প্ৰভাৱ' শিতানত প্ৰাচীন যুগৰ ইউৰোপত হোমাৰৰ মহাকাব্য ইলিয়াড' অ'ডিচে আৰু ভাৰতত ৰামায়ণ আৰু মহাভাৰতৰ অপৰিসীম প্ৰভাৱৰ কথালৈ দৃষ্টি আকৰ্ষণ কৰিছে। কবিতাই যে মানুহক শিক্ষা প্ৰদানৰ জৰিয়তে উন্নতিৰ পথলৈ আগুৱাই নিয়ে আৰু মানুহৰ শৰীৰ আৰু মনৰ পুষ্টি সাধন কৰে, এইবোৰ বিষয়কো গ্ৰন্থকাৰে এই ভাগত সামৰি লৈছে।

অধ্যায়টোৰ তৃতীয় ভাগত গ্ৰন্থকাৰে কলা কি; সমাজৰ প্ৰভাৱৰ পৰা যে কলাকাৰ কেতিয়াও মুক্ত হ'ব নোৱাৰে; জনসাধাৰণৰ মাজত সাম্য-মৈত্ৰী স্থাপনৰ দিশত বৰঙণি আগবঢ়োৱা কলাৰ সৈতে যে ধৰ্ম্মৰ আদৰ্শ একেই আৰু সাহিত্যৰ জৰিয়তে যে প্ৰাচীন কালত ধৰ্ম্মৰ আদৰ্শকেই প্ৰচাৰ কৰা হৈছিল এইবোৰ বিষয়ৰ ওপৰত আলোকপাত কৰিছে। এই প্ৰসংগতেই গ্ৰন্থকাৰে শিল্পকলাৰ জৰিয়তে মানৱ জগতৰ উন্নতিসাধন হোৱাটো আশা কৰিছে আৰু অসৎ শিকনিযুক্ত শিল্পকলাই আওঁপাকে হ'লেও মানুহৰ ডাঙৰ অপকাৰ কৰিব পাৰে বাবে তেনে শিল্পৰ সৃষ্টি নকৰাই ভাল বুলি নিৰ্দ্দেশ কৰিছে।

গ্ৰন্থখনৰ চতুৰ্থ অধ্যায়টো নাটকসম্পৰ্কীয় বিভিন্ন বিষয়েৰে সমৃদ্ধ। 'নাটক' নামৰ প্ৰথম ভাগত ধৰ্ম্মীয় উৎসৱৰ সৈতে নাটকৰ উৎপত্তিৰ ব্যাখ্যা উদাহৰণৰ সৈতে উত্থাপন কৰিছে। লগতে সংস্কৃত নাটকৰ বৈশিষ্ট্য কিছুমান আৰু অসমীয়া নাটকৰ ওপৰত সংস্কৃত আৰু ইংৰাজী নাটকৰ সন্মিলিত প্ৰভাৱৰ কথাও ব্যাখ্যা কৰিছে। নাটকৰ ক্ষেত্ৰত, চৰিত্ৰ, সংলাপ, সংঘাত, সংকট আদি উপাদানবোৰ যে আৱশ্যকীয় তাকো ইয়াত আলোচনা কৰিছে।

'গ্ৰীকট্ৰেজেডি আৰু ভাৰতীয় নাট্যৰস' নামৰ দ্বিতীয় ভাগত গ্ৰীকসাহিত্যৰ ট্ৰেজেডি নাটকৰ লক্ষণ আৰু বিবিধ বৈশিষ্ট্যৰ কথাবোৰ ব্যাখ্যা কৰিছে আৰু ট্ৰেজেডিৰ আনন্দদানৰ বিষয়ৰ সৈতে জড়িত কৰি ভাৰতীয় আলংকাৰিকসকলৰ দৃষ্টিত নাট্যৰস আৰু ৰসানুভূতিৰ বিষয়টো উত্থাপন কৰিছে।

অধ্যায়টোৰ তৃতীয় ভাগটো 'আধুনিক পাশ্চাত্য নাট্য সাহিত্য' নামেৰে নামকৰণ কৰিছে আৰু ইয়াত প্ৰথমতে ইংলণ্ডৰ নাট্যসম্ৰাট শ্বেক্সপীয়াৰৰ নাট্যপ্ৰতিভাৰ উল্লেখ কৰিছে যদিও বিংশ শতিকাৰ বৰ্তমানৰ সময়খিনিত সেই নাটকে যে পাঠক-দৰ্শকৰ মনত আনন্দ দিব পৰা বিধৰ হৈ থকা নাই, তাকো উল্লেখ কৰিছে। বৰ্তমান যুগৰ বিভিন্ন সমস্যাৰ পৰিপ্ৰেক্ষিতত পাশ্চাত্যদেশৰ নাট্যকাৰ সকলে কিদৰে লেখনি হাতত তুলি লৈছে, তাকো তেওঁ আলোচনা কৰিছে আৰু ইয়াতেই ইবছেন্‌, বাৰ্ণাৰ্ডশ্ব, গল্‌ছ্‌ওৱাৰ্দি, ড্ৰিংকওৱাটাৰ, মেটাৰলিংক আদি বিভিন্ন নাট্যকাৰৰ নাটকৰ উদাহৰণ আৰু চমু বিশ্লেষণ কৰিছে।

অধ্যায়ৰ চতুৰ্থভাগত তেওঁ বৰ্তমান যুগৰ আন দুবিধ নাটক-অস্তিত্ববাদী আৰু এব্‌ছাৰ্ড নাটকৰ কথা আলোচনা কৰিছে।

গ্ৰন্থৰ পঞ্চম অধ্যায়টোত উপন্যাস আৰু চুটিগল্পৰ আলোচনা কৰা হৈছে। প্ৰথম ভাগৰ আলোচনাত উপন্যাস আৰু ইয়াৰ উপাদান ; উপন্যাসত সমাজৰ চিত্ৰ আদি বিষয়বোৰে স্থান পাইছে। বিশ্বৰ খ্যাতনামা ঔপন্যাসিক ডষ্টয়ভ্‌স্কি, মেনভিল, হেমিংওৱে, কেমু, টলষ্টয় আদিৰ উপন্যাসৰ চমু আলোচনাও ইয়াত সন্নিবিষ্ট কৰিছে। দ্বিতীয়ভাগত চুটিগল্প আৰু ইয়াৰ বিভিন্ন উপাদানবোৰৰ বিচাৰ-বিশ্লেষণ কৰি পাশ্চাত্য-জগতৰ চুটিগল্পৰ বুৰঞ্জী চমুকৈ আলোচনা কৰিছে।

গ্ৰন্থখনৰ অন্তিম অধ্যায়টোৰ প্ৰথম ভাগ 'সমালোচনা আৰু সৃষ্টি'। এইভাগত সাহিত্য ক্ষেত্ৰত সমালোচনাৰ অৰ্থ হিচাপে তেওঁ কোনো মৌলিক ৰচনাৰ ব্যাখ্যা আৰু সেই ৰচনাৰ ওপৰত দিয়া বিচাৰকৰ মন্তব্য বুলিয়েই কৈছে। সাহিত্যৰ প্ৰকৃত সমালোচনা কৰা কামটো অতি দুৰূহ বিষয় বুলিও তেওঁ উত্থাপন কৰিছে।

সংস্কৃত সাহিত্যৰ সমালোচনাৰ কথাত তেওঁ উত্থাপন কৰিছে, আৰু কৈছে যে এই সমালোচকসকলে একো একোটা আদৰ্শ আগত ৰাখিহে সাহিত্য সমালোচনাৰ কামত প্ৰবৃত্ত হৈছিল। বিভিন্ন আদৰ্শেৰে পৰিপুষ্ট লেখকসকলৰ বিভিন্ন ধৰণৰ পুথিৰ সমালোচনা কৰাটোয়ে বৰ্তমান যুগত এক অসুবিধাজনক বিষয় হৈছে তাকো তেওঁ দেখুৱাইছে আৰু সমালোচনাৰ ক্ষেত্ৰত কি কি বিষয় গ্ৰহণীয়, কি কি বিষয় বৰ্জনীয় তাকো উত্থাপন কৰিছে। বিভিন্ন পাশ্চাত্য সমালোচক কেইজনমানৰ সমালোচনাৰ দৃষ্টিভংগীও ইয়াত ব্যাখ্যা কৰা হৈছে আৰু কোনো গ্ৰন্থৰ প্ৰকৃত সমালোচনা পাবলৈ হ'লে থিওদেৰ মেয়াৰগ্ৰীণে দেখুওৱা তিনিটা বিশেষ দিশৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰি লৈছে।

'প্ৰাচীন আৰু আধুনিক সাহিত্য' শিৰোনামাৰ দ্বিতীয়ভাগটোত প্ৰাচীন আৰু আধুনিক যুগৰ সাহিত্যিক সকলৰ দৃষ্টিভংগীৰ ব্যাখ্যা কৰিছে। প্ৰাচীন যুগৰ সাহিত্যত

অনুভূতিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ : সাহিত্যৰ জৰিয়তে অভিজাত সম্প্ৰদায়ৰ প্ৰতিচ্ছবি প্ৰকাশ আদি বিষয় এই আলোচনাৰ মাজলৈ আনিছে। ভাৰতবৰ্ষৰ প্ৰাচীন পালি সাহিত্যত গণ সাহিত্যৰ বীজৰ অংকুৰণ হলেও সংস্কৃত সাহিত্যত যে সেই বীজৰ বৰ্ধন নহ'ল, তাকো তেওঁ উল্লেখ কৰিছে। সেইদৰে বৈষ্ণৱ যুগৰ সাহিত্য সাধাৰণ ব্যক্তিক কেন্দ্ৰ কৰি গঢ়লৈ নুঠিলেও, সেই সাহিত্য যে সাধাৰণ মানুহে ঢুকি পোৱা আৰু সেই অৰ্থতেই যে ই গণসাহিত্য আছিল, সেই কথাও তেওঁ উনুকিয়াইছে। মানৱ আৰু প্ৰকৃতিৰ সম্পৰ্ক যে বৈষ্ণৱ আৰু সংস্কৃত সাহিত্যত ভিন্ন দৃষ্টিভংগী সম্পন্ন হৈছিল, তাকো তেওঁ বিশ্লেষণ কৰিছে।

প্ৰাচীন সাহিত্যৰ বিপৰীতে আধুনিক সাহিত্য যে যুগ বা সমাজ-ব্যৱস্থাৰ পৰিবৰ্তনৰ সাপেক্ষে ভিন্ন ভিন্ন ৰূপৰ হৈ পৰিল : এই সাহিত্য বিজ্ঞানৰ প্ৰভাৱৰ দ্বাৰা পুষ্ট হোৱাৰ লগতে অচেতন মনৰ প্ৰকাশো যে ইয়াত দেখা গ'ল ; সমাজৰ পৰিবৰ্তনত প্ৰভাৱ যোগোৱা মধ্যবিত্ত শ্ৰেণীৰ বুদ্ধিজীৱী লোকসকলে যে সাহিত্যৰ মাজলৈ নামি আহিল, তাকো তেওঁ বিশ্লেষণ কৰি দেখুৱাইছে। এই প্ৰসংগতেই আমাৰ অসমীয়া আধুনিক সাহিত্যয়োঁ নতুনত্বঃ বাটত আগবাঢ়ি গৈছে বুলি লেখকে মত দিছে।

অধ্যায়টোৰ অন্তিম ভাগটোত 'আধুনিক সাহিত্যত বৈপ্লৱিক দৃষ্টিভংগী'ৰ বিষয়ে আলোচনা কৰিছে। ইয়'ৰে প্ৰথমতে ৰোমান্টিক যুগটোকে সাহিত্যিকসকলে যে ন্যায়, বিশ্বাস, নিষ্ঠা আদিৰ ক্ষেত্ৰত আগৰ কোটিকলীয়া সামাজিক দৃষ্টিভংগীকেই লৈছিল আৰু দ্বিতীয়মহাসমৰৰ পিছত সমাজৰ ৰূপৰ পৰিবৰ্তন হোৱাৰ লগে লগেহে যে অন্যান্য শিল্পকলাৰ লগতে সাহিত্যৰ যোগেদিও সেই আদৰ্শবোৰৰ অন্তঃসাৰশূন্যতা চিত্ৰিত হ'বলৈ ধৰিলে আৰু এদল লেখকে ইয়াৰ প্ৰতি বিদ্ৰূপৰ চোকাবাণ নিক্ষেপ কৰিবলৈ ধৰিলে—এইবোৰ বিষয় সামৰি লৈছে। ইয়াকেই তেওঁ সাহিত্যিকৰ বৈপ্লৱিক ভাৱ বুলি কৈছে আৰু অসমীয়া সাহিত্যত প্ৰথমতে কবি দেৱকান্ত বৰুৱাই এই বৈপ্লৱিক ভাৱ বহন কৰি আনে বুলি দেখুৱাইছে।

জীৱনৰ আদৰ্শবোৰৰ অপপ্ৰয়োগ দেখি বৰ্ত্তমানৰ লেখকসকল সন্দেহবাদী হৈ পৰা কথা তেওঁ দেখুৱাইছে যদিও আদৰ্শবোৰৰ অপপ্ৰয়োগৰূপী সমাজ জীৱনৰ ব্যাধিবোৰে কঢ়িয়াই অনা বিষক্ৰিয়াৰ একমাত্ৰ প্ৰতিষেধক যে নৈতিক আৰু আধ্যাত্মিক আদৰ্শ--সেই বিষয়তো তেওঁ দৃষ্টি আৰোপ কৰিছে।

ওপৰত চমুকৈ দেখুওৱা বিষয়খিনিকেই বিস্তৃত ব্যাখ্যা আৰু বিশদ উদাহৰণেৰে গোস্বামীদেৱৰ সাহিত্য আলোচনা গ্ৰন্থৰ মাজেৰে দাঙি ধৰা হৈছে।

অসমীয়া সমালোচনা সাহিত্যৰ বুৰঞ্জীত ত্ৰৈলোক্যনাথ গোস্বামী নিঃসন্দেহে এটা অবিস্মৰণীয় নাম। যুদ্ধোত্তৰ যুগৰ অসমীয়া সাহিত্য সমালোচনাৰ ক্ষেত্ৰলৈ বৰঙণি

যোগোৱা লেখকসকলৰ ভিতৰত গোস্বামীদেৱৰ বৰঙণিয়েই সৰ্বাধিক। ইংৰাজী ভাষা সাহিত্যত স্নাতকোত্তৰ ডিগ্ৰী আৰু আইনৰ ডিগ্ৰীও সুখ্যাতিৰে অৰ্জন কৰা গোস্বামী দেৱৰ জ্ঞান আছিল অপৰিসীম আৰু তেখেতে অধ্যয়ন তথা চৰ্চাৰ জড়িয়তে নিজৰ ভাষা সাহিত্যৰ সৈতে গভীৰ আত্মীয়তা স্থাপন কৰাৰ লগতে সংস্কৃত আৰু বাংলা সাহিত্যৰ গভীৰ অধ্যয়নেৰেও জ্ঞানসমুদ্ৰৰ পৰিধি বিস্তৃত কৰি তুলিছিল। এই বিস্তৃত জ্ঞানৰাশিৰেই যেন সাৱলীল প্ৰকাশ ঘটিছে তেখেতৰ 'সাহিত্য আলোচনা'ৰ লগতে অন্যান্য সমালোচনামূলক আৰু নন্দনতত্ত্বমূলক গ্ৰন্থবোৰত। ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱৰ মত অনুসৰি ক'ব পাৰি : "সাহিত্যৰ নন্দনতাত্ত্বিক আলোচনাত একাগ্ৰপতীয়াকৈ লাগি থকা গোস্বামীৰ ৰচনাৱলীত প্ৰাচ্য আৰু প্ৰতীচ্যৰ নন্দনতত্ত্বৰ তুলনামূলক দৃষ্টিভংগী আৰু প্ৰাঞ্জল ব্যাখ্যা লক্ষণীয় গুণ।" সমালোচকৰ দৃষ্টিভংগীৰে বৰ্তমানৰ অসমীয়া সাহিত্য আলোচনা বা বিশ্লেষণৰ ক্ষেত্ৰত যে সংস্কৃত আলংকাৰিক আৰু পাশ্চাত্য সাহিত্যৰ আলোচকসকলৰ মতবাদ অতিকৈ প্ৰয়োজনীয় সেই কথা গ্ৰন্থকাৰে উপলব্ধি কৰিছিল আৰু এই গ্ৰন্থখনিৰ জড়িয়তে তেওঁ সম্পূৰ্ণৰূপে সেই উপলব্ধিৰ প্ৰকাশ কৰিছে। গ্ৰন্থখনিৰ পাতনিত লেখকে এই কথাখিনিৰ উল্লেখ কৰিয়েই গৈছে :

"সাহিত্য আলোচনা" গ্ৰন্থৰ আলোচনাৰ ক্ষেত্ৰত আমি মুখ্যতঃ উল্লেখ কৰিব লাগিব যে, এই গ্ৰন্থখন ৰচনাৰ ক্ষেত্ৰত লেখকে যি বিশ্বাস পোষণ কৰিছিল, সেয়া সম্পূৰ্ণৰূপে ফলৱতী হৈছে। কাব্যানুশীলনকাৰী লোকসকলে সাহিত্যতত্ত্ব বিষয়ক পাৰলৌকিয়া সম্ভেদ পুথিখনত পাব বুলিয়েই লেখকে বিশ্বাস কৰিছিল আৰু সেই সম্ভেদ সঁচাকৈয়ে ইয়াৰ জড়িয়তে পাঠকসকলে সম্যকৰূপে পাইছে।

সংস্কৃত আলংকাৰিক নাইবা পাশ্চাত্য সমালোচকসকলে দেখুওৱা মত অনুসৰিয়েই হওঁক গোস্বামীদেৱে গ্ৰন্থখনত সাহিত্যতত্ত্বৰ বিষয়বোৰ যে গভীৰ মননশীলতাৰে ৰূপায়ণ কৰিবলৈ লৈছিল, সেই কথা স্বাভাৱিকভাৱেই আমাৰ দৃষ্টিগোচৰ হয়। এই দিশৰ বিশ্লেষণত প্ৰথমতেই আমি সংস্কৃত আলংকাৰিকসকলে আগবঢ়োৱা সূত্ৰ কিছুমানৰ হুবহু ৰূপত উত্থাপন আৰু তাৰ লগতেই সাৱলীলভাৱে সেইবোৰৰ অনুবাদ কৰি যোৱা কথাৰ উল্লেখ কৰিব লাগিব। ইয়াৰ ফলত গ্ৰন্থৰ বিষয়ে পাঠকৰ মনত গভীৰ-ভাৱে সাঁচ বহুৱাবলৈ সমৰ্থ হৈছে। গ্ৰন্থকাৰে যেতিয়া "ৰসগংগাধৰ"ৰ ১ম আননৰ পৰা "ৰমণীয়াৰ্থ প্ৰতিপাদকঃ শব্দ কাব্যম্" উক্তি উল্লেখ কৰি তাৰ লগতেই "ৰমণীয় অৰ্থ প্ৰতিপাদন কৰিব পৰা শব্দই কাব্য" বুলি কয় আৰু একেদৰেই "কাব্যালংকাৰ"ৰ ২য় অধ্যায়ৰপৰা "ননু শব্দাৰ্থৌ কাব্যম্" সূত্ৰ উল্লেখ কৰি "নিশ্চয় শব্দাৰ্থই কাব্য" বুলি তাৰ অনুবাদখিনিও লগতেই সাঙুৰি দিয়ে, তেতিয়া এনে বিষয়বোৰে পাঠকৰ অন্তৰত গভীৰ সাঁচ বহুৱাই দিয়ে।

সাহিত্যই সাধাৰণতে পাঠকৰ অন্তৰত অনিৰ্বচনীয় আনন্দ আৰু ৰসৰ সঞ্চাৰ কৰে। কিন্তু সাহিত্যৰ নন্দনতত্ত্ব বিষয়ৰ আলোচনামূলক গ্ৰন্থই পাঠকৰ মনত এনে-ধৰণৰ আনন্দ আৰু ৰস সহজে দিব নোৱাৰে। সাধাৰণতে সাহিত্যতত্ত্বমূলক এই বিষয়বোৰ জটিল। তথাপি গোস্বামীদেৱে "সাহিত্য আলোচনা" গ্ৰন্থত এনে বিষয়-বোৰকেই পাঠকৰ বাবে সহজবোধ্য আৰু ৰসগ্ৰাহী কৰি তোলাৰ প্ৰচেষ্টা গ্ৰহণ কৰিছে। কিছুমান ক্ষেত্ৰত বিষয়বস্তু পাঠকৰ মনত বোধগম্য হোৱাত অসুবিধাজনক হলেও, তাৰ বাবে আমি গ্ৰন্থকাৰকেই একমাত্ৰ দোষ দিব নোৱাৰোঁ। গ্ৰন্থখনত সন্নিবিষ্ট বিষয়বস্তুবোৰ সহজবোধ্য কৰি তোলাৰ ক্ষেত্ৰত গ্ৰন্থকাৰে পৰ্যাপ্ত পৰিমাণে উপযুক্ত উদাহৰণ দাঙি ধৰিছে। উদাহৰণ স্বৰূপে "শব্দ-শক্তি" শিতানৰ আলোচনাত ঠাই পোৱা শব্দ, বাক্য, শব্দ শক্তি আদি বিষয়বোৰ বুজাবলৈ যিবোৰ উদাহৰণ দাঙি ধৰিছে, সেইবোৰে যে উক্ত বিষয়বোৰ বুজিবলৈ যথেষ্ট সহজ কৰি তুলিব পাৰিছে, সেই কথা অনস্বীকাৰ্য। অভিধামূলা ব্যঞ্জনাৰ উদাহৰণ দাঙি ধৰিবলৈ লেখকে হেমচন্দ্ৰ গোস্বামীৰ কবিতা এফাকি গ্ৰন্থত সন্নিবিষ্ট কৰিছে, আৰু তাত স্থান পোৱা 'ভোটাতৰা" শব্দই কিদৰে 'প্ৰেমিকৰ অন্তৰত স্থিৰ আৰু উজ্জ্বলৰূপত উজলি থকা প্ৰিয়তমাৰ ছবিটো ব্যঞ্জিত কৰিছে আৰু এই ব্যঞ্জনা ভোটাতৰা শব্দাৰ্থৰ আশ্ৰয়ী" সেই কথা উল্লেখ কৰিছে। সেইদৰে আকৌ লক্ষণামূলা ব্যঞ্জনা বুজাবলৈও দেৱানন্দ ভৰালীৰ কবিতা এফাকি উপযুক্তভাৱে উদ্ধৃত কৰি দিছে। গ্ৰন্থকাৰে ৰসৰ আলোচনাৰ ক্ষেত্ৰতো বিভাৱ, অনুভাৱ, সঞ্চাৰী ভাৱ, ৰসনিষ্পত্তিৰ সূত্ৰ, উৎপত্তিবাদ আদি প্ৰকট কৰিবলৈ উল্লেখকৰা উদাহৰণবোৰ মন কৰিবলগীয়া। চমৎকাৰিত্ব যে অলংকাৰৰ মূল বিষয় তাকো সুন্দৰ উদাহৰণেৰে গ্ৰন্থকাৰে বুজাই দিছে। ধ্বনিৰ আলোচনাৰ ক্ষেত্ৰতো অসমীয়া কবিৰ পৰা উপযুক্ত উদাহৰণ দাঙি ধৰি ধ্বনি আৰু ইয়াৰ প্ৰকাৰ বস্তু ধ্বনি, অলংকাৰ ধ্বান, ৰসধ্বনি আদিৰ বিষয়বোৰ সহজবোধ্য কৰি তুলিছে।

গ্ৰন্থখনৰ চতুৰ্থ অধ্যায়ৰ 'আধুনিক পাশ্চাত্য নাট্য সাহিত্য' শিতানৰ আলোচনাত এঠাইত গ্ৰন্থকাৰে নাটকত পদ্য ৰীতিৰ উপযোগিতাৰ কথা আৰু এই পদ্যইহে যে ভাৱ-অনুভূতি প্ৰকাশৰ উৎকৃষ্ট বাহক সেই কথা উত্থাপন কৰাৰ লগতে পাঠকৰ অন্তৰত এই কথাৰ গভীৰভাৱে অনুৰণন তুলিবলৈ মেকবেথ নাটকৰ চৰিত্ৰৰ উক্তিৰ উদ্ধৃতি দিছে। ডানকানৰ হত্যাৰ পিছত ঘৈণীয়েকৰ ওচৰলৈ উন্মাদৰ নিচিনাকৈ লৰি অহা মেকবেথৰ হাতৰ তেজখিনি অলপ পানীয়েই ধুই পেলাব বুলি ঘৈণীয়েকে যেতিয়া মেকবেথক কৈছিল, সেইসময়ত মেকবেথৰ অন্তৰৰ বেদনাখিনি কোনো গদ্য ভাষাৰেই প্ৰকাশ কৰা সম্ভৱ নহ'লহেঁতেন :

"Will all great Neptune's ocean wash this blood
Clean from my hand ..............."

গ্ৰন্থখনত লেখকে ইংৰাজী বা অইন পাশ্চাত্য কবি-সমালোচকসকলৰ বিখ্যাত উক্তি বা বিবৃতি কিছুমানো উদ্ধৃতি হিচাবে উত্থাপন কৰিছে। এই ক্ষেত্ৰতো লেখকৰ অপূৰ্ব সৃজনী শক্তিৰ পৰিচয় পোৱা যায়। বৰ্ণনীয় বিষয়ৰ সৈতে এই বিবৃতিবোৰ অতি সুন্দৰকৈ সংযোগ কৰি দিয়া হৈছে আৰু তাৰ ফলত সেইবোৰ বাহিৰৰ হৈয়ো গ্ৰন্থকাৰৰ নিজৰ মনৰ বিষয় যেনেই হৈছে। উদাহৰণ স্বৰূপে "গদ্য আৰু পদ্য, শিতানৰ আলোচনাৰ এঠাইত গ্ৰন্থকাৰে কবিৰ সঞ্জীৱনী শক্তিৰ বিবিধ গুণৰ কথা উত্থাপন কৰি নিজৰ কথাৰ মাজতেই "কবিৰদ্বাৰা চিত্ৰিত গোলাপ ফুল এটি মালীৰ বাগিচাত ফুলি থকা গোলাপ ফুল এটিতকৈ বেছি জীৱন্ত, তেওঁৰ মালীটোও ৰাজনৈতিক বা সমাজতত্ত্ববিদ্ পণ্ডিত এজনৰ মালীতকৈ বেছি মানৱ গুণসম্পন্ন" বুলি দাঙি ধৰা বিবৃতিটো আচলতে এজন পাশ্চাত্য সমালোচকৰ। গ্ৰন্থকাৰে পদটীকাত অৱশ্যে ইয়াৰ মূল উল্লেখ কৰিয়েই গৈছে। একেদৰেই "জীৱনৰ ওপৰত কবিতাৰ প্ৰভাৱ" শিতানৰ আলোচনাৰ শেষৰ ফালে শৰীৰ আৰু মনৰ পুষ্টি সাধনৰ বিষয়ৰ উত্থাপন কৰি নিজৰ লেখাৰ মাজতেই ইংৰাজ সমালোচক David Daiches ৰ বিবৃতি এটাৰ চমু অনুবাদো সংযোগ কৰি দিছে। সেইদৰে আকৌ "সাহিত্য আৰু সমাজ" শিতানৰ আলোচনাত সমাজৰ সমস্যা কিছুমানত তিষ্ঠিব নোৱাৰি কিছুমান কবি-সাহিত্যিকে তেনেকুৱা সমাজৰ সংশ্ৰৱ পৰিত্যাগ কৰি কল্পনাৰ মাজত সকলোকে পাহৰিব খোজা মনোভাৱ লোৱা বিষয়টো উত্থাপনৰ সময়তো ইংৰাজ কবি Wordsorth-ৰ কবিতা এফাকিৰ অনুবাদ সংযোগ কৰি দিছে। গ্ৰন্থকাৰে উক্ত প্ৰসংগত দিয়া বৰ্ণনামতে "........আন কিছুমানে মানৱ জাতিৰ ওপৰত আস্থা হেৰুৱাই প্ৰকাশ্যে মানৱ বিদ্বেষ প্ৰচাৰ কৰে। এওঁলোকৰ প্ৰতি সংসাৰ জ্বালা যন্ত্ৰণাৰে পূৰ্ণ। এনে হলাহলপূৰ্ণ সংসাৰৰ তুলনাত এটি চৰাইৰ মধুৰ সংগীত অকল মনোৰমেই নহয়, খন্তেকৰ বাবে হলেও ই গোটেই পৃথিৱীকে এখনি স্বৰ্গৰাজ্যত পৰিণত কৰিবলৈ সক্ষম।" উক্ত প্ৰসংগৰ শেষৰ শাৰীটো ইংৰাজ কবিজনাৰ কবিতা এফাকিৰ অনুবাদ আৰু গ্ৰন্থকাৰে পাদটীকাত সেই কবিতা ফাকি উল্লেখ কৰি গৈছে।

গ্ৰন্থখনৰ আন এটা বৈশিষ্ট্য হৈছে গ্ৰন্থকাৰে বৰ্ণনীয় বিষয়ৰ স্পষ্টতাৰ বিভিন্ন ঠাইত প্ৰয়োগ কৰা বিভিন্ন ধৰণৰ সাদৃশ্যমূলক অলংকাৰসমূহ। এইবোৰৰ প্ৰয়োগে গ্ৰন্থখনৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে বুলি কব লাগিব। ক্ৰৌঞ্চ বিয়োগৰ ফলত বাল্মীকিৰ অন্তৰত সৃষ্টি হোৱা গভীৰ শোক ৰসৰ অনুভূতিয়েই শ্লোকত পৰিণত হোৱা বুলি কোৱা প্ৰসংগত গ্ৰন্থকাৰে পানীৰে উপচি পৰা কলহৰপৰা পানী আপোনা আপুনি

বাগৰি পৰাৰ দৃষ্টান্ত উত্থাপন কৰিছে। কলহটোৰপৰা পানী আপোনা আপুনি বাগৰি পৰাৰ দৰে যেন কবিৰ শোকৰে পৰিপূৰ্ণ অন্তৰৰপৰা স্বতঃস্ফূৰ্তভাৱেই "মা নিষাদ ..." শ্লোক বাহিৰ হৈ ওলাই আহিছিল। সেইদৰে কবিৰ কাব্য-ৰচনাৰ বাবে উপযুক্ত আত্মসচেতনতা লোপৰ অৱস্থা বা প্ৰেৰিত অৱস্থাক দেওধনীয়ে দেৱতাৰ আগত নৃত্য কৰি কৰি ভাগৰি অৰ্ধচেতন অৱস্থাত উপনীত হৈ ভৱিষ্যত বাণী কোৱা অৱস্থাৰ লগত ৰিজাইছে। কাব্যৰ ক্ষেত্ৰত অনুচিত অলংকাৰৰ প্ৰয়োগে কাব্য-সৌন্দৰ্য হানিকৰা কথাটো মানুহ এজনে পেটী এডাল ডিঙিত আঁৰি লোৱা আৰু কঁঠতাৰ এডাল কঁকালত পিন্ধি উপহাসৰ পাত্ৰ হৈ পৰিবলগীয়া হোৱা বিষয়ৰ সৈতে তুলনা কৰিছে। আকৌ কথাবস্তুৰ উপযোগী ৰসবন্ধ উচিত ৰচনাক জোনাক-জেউতিৰ দৰে উজ্জ্বল বুলি কোৱা; গদ্যতকৈ পদ্যৰ মাজত অধিক সৌন্দৰ্য লুকাই থকা বুলি উল্লেখ কৰা প্ৰসংগত জোপোহা বনৰ মাজত সুগন্ধি গোলাপ ফুলি থকা বুলি কোৱা, সৰল সংলাপক নাটকৰ বাঁজহাড়ৰ নিচিনা বুলি কোৱা; একঅংকীয়া নাটকৰ কাৰ্যবোৰ আৰম্ভ হৈ পপীয়া তৰাবোৰৰ দৰে তীব্ৰ গতিত শেষ হোৱা বুলি কোৱা আৰু নাট্যকাৰৰ সৃজনী ক্ষমতাৰ লগত সামাজিকৰ ৰস গ্ৰহণ ক্ষমতাৰ ওতঃপ্ৰোতঃ সম্পৰ্ক যে আছে সেই কথা বিশ্লেষণ কৰিবলৈ গৈ উৰ্বৰ মাটিৰ ওপৰত বীজ সিঁচিলে তাৰপৰা পুলি গজা কিন্তু মৰুভূমিত সিঁচিলে সেই বীজ শুকাই যোৱা স্বাভাৱিক বুলি কোৱা আদি তুলনা-বোৰে বিষয়বস্তু স্পষ্ট আৰু ৰসগ্ৰাহী কৰি তোলাৰ উপৰিও সামগ্ৰিকভাৱে গ্ৰন্থখনৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে।

গ্ৰন্থখনৰ ভাষাৰ সৰলতা আৰু প্ৰাঞ্জলতা গুণো ইয়াৰ আলোচনাত আন এটা মন কৰিবলগীয়া কথা। গ্ৰন্থকাৰে অৱশ্যে ঠায়ে ঠায়ে সংস্কৃত আলংকাৰিকসকলে প্ৰয়োগ কৰা বিশিষ্ট শব্দ কিছুমানকো ইয়াত ব্যৱহাৰ কৰিছে, আৰু এইক্ষেত্ৰত আমাৰ ভাষাত এই শব্দবোৰৰ প্ৰতিশব্দ নোহোৱা কথাটোত তেওঁ পাতনিত উত্থাপন কৰিছে। এই প্ৰসংগতে আমি গ্ৰন্থখনত পোৱা 'প্ৰহৰ্ষ', 'নিৰ্মিতি', 'হৃৰস', 'পৰিচ্ছেদ', 'বিচ্ছিত্তি' আদি শব্দবোৰলৈ আঙুলিয়াব পাৰোঁ।

বিভিন্ন বৰ্ণনাৰ ক্ষেত্ৰত আকৌ গ্ৰন্থখনৰ ভাষাই মাজে সময়ে কাব্যিক গুণ লাভ কৰি উঠা বিষয়টোও আমি ইয়াতেই দেখুৱাব পাৰোঁ। কবিয়ে বিশ্বক নতুনৰূপ প্ৰদান কৰি অধিকতৰ মনোহাৰী কৰি তোলাৰ বৰ্ণনা প্ৰসংগত গ্ৰন্থকাৰে লিখিছে : "বিধাতাৰ সৃষ্টিত সুন্দৰ-কুৎসিত সকলোৰকমৰ পদাৰ্থ আছে। তাৰোপৰি তাত আছে সুখ-দুখ, আনন্দ, নিৰানন্দ ইত্যাদি; কিন্তু কবিৰ সৃষ্টিত আছে কেৱল আনন্দ, কেৱল সুখ।" কলাৰ উৎপত্তি বিষয়ৰ আলোচনাৰ এঠাইত গ্ৰন্থকাৰে লিখিছে : "উন্নতিয়েই হওঁক, অবনতিয়েই হওঁক আমি সময়ৰ চকৰিত চক্ৰাকাৰ গতিত অগ্ৰসৰ হৈয়ে আছোঁ। আমি সঠিককৈ

নাজানো ক'লৈ গৈছোঁ—কিন্তু গৈছোঁ সন্দেহ নাই। দিন নাই, ৰাতি নাই, গৈছোঁ—ভাবিছোঁ,গৈছোঁ ওপৰলৈ সৰগ পোৱাৰ আশাত ...।" সেইদৰেই আকৌ গ্ৰন্থকাৰে অসমীয়া ৰোমাণ্টিক যুগৰ লেখকসকলৰ আদৰ্শৰ বৰ্ণনা প্ৰসংগত লিখিছে ঃ "গীতাৰ প্ৰতিপাদ্য আত্মাৰ অবিনশ্বৰত তেওঁলোকে শান্তিৰ জুৰণি পালে। নাম ধৰ্মৰ প্ৰভাৱত এক ঈশ্বৰত বিশ্বাস স্থাপন কৰি জাগতিক সৌন্দৰ্যৰ মাজত নতুন আনন্দ লাভ কৰিবলৈ তেওঁলোক যত্ন কৰিলে। পাহাৰৰ অপূৰ্ব সৌন্দৰ্যত, নিজৰাৰ সুমধুৰ ধ্বনিত, নিৰ্মল জোনালী নিশাত, বিহংগমৰ মধুৰ কূজনত তেওঁলোকৰ অন্তৰত তৃপ্তিৰ শিহৰণ জাগিল। ন্যায়ৰ আঁৰত অন্যায়-অবিচাৰৰ তাণ্ডৱ দেখিলেও তেওঁলোক হতাশ নহ'ল, ভাবিলে—ন্যায়ৰ জয় অৱশ্যম্ভাৱী, অন্যায়ৰ দুদিনীয়া ৰাজত্ব শেষত ভাগি পৰিব। .. মৃত্যুত যাতনাৰ বিভীষিকা নাই, আছে শান্তিৰ মধুৰ পৰশ আৰু বিচ্ছেদৰ অন্তত মহামিলনৰ আকুল প্ৰতীক্ষা।" বিভিন্ন বৰ্ণনাৰ প্ৰসংগত এইদৰে সংযোগ কৰা লেখাবোৰ যে আৱেগপ্ৰৱণ বা কাব্য গুণধৰ্মী ; সেই কথা এই উদ্ধৃতিবোৰে অতি স্পষ্টভাৱে বুজাই দিয়ে।

"সাহিত্য আলোচনা" গ্ৰন্থৰ বিষয়বস্তু আৰু এইবোৰ ৰূপায়ণৰ দিশত গ্ৰন্থকাৰে লোৱা পদ্ধতিৰ কথা ওপৰত দেখুওৱা ধৰণে আলোচনা কৰি গ্ৰন্থখনৰ মহত্বৰ মূল্যাংকন কৰিব পৰা যায়। ইয়াৰ উপৰি গ্ৰন্থখনৰ আলোচনাত আন এটা কথা আনিব পৰা যায় আৰু এই ক্ষেত্ৰতেই পৰৱৰ্তী অসমীয়া সাহিত্যানুৰাগীসকলৰ সাহিত্য-চৰ্চাৰ ক্ষেত্ৰই হওঁক নাইবা সাহিত্য সমালোচনাৰ ক্ষেত্ৰতেই হওঁক—গ্ৰন্থখনে পেলোৱা সুদূৰ প্ৰসাৰী প্ৰভাৱৰ কথা উল্লেখ কৰিব পাৰি। গোস্বামীদেৱৰ এই গ্ৰন্থখনে সাহিত্য সম্পৰ্কীয় বিভিন্ন মৌলিক বিষয়ৰ সন্ধান দি অসমীয়া সাহিত্যিক সকলক সাহিত্য চৰ্চা আৰু সমালোচনাৰ ক্ষেত্ৰত যে উপযুক্তভাৱে অনুপ্ৰেৰণা দি আহিছে, তাত অকণো সন্দেহ নাই। □

# অতীতৰ কথা

## শ্ৰীজ্যোতিষ ভাগৱতী

'অতীতৰ কথা' ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ আত্মজীৱনী। বিংশ শতিকাৰ প্ৰথম দশকতে (১৯০৬) এখন অনগ্ৰসৰ গাঁও নলবাৰীৰ এটি সংস্কৃতিবান পৰিয়ালত ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ জন্ম হয়। পিতৃ-মাতৃৰ সাতোটি সন্তানৰ (ছয়জন পুত্ৰ আৰু এজনী কন্যা) ভিতৰত ক্ৰম পৰ্যায়ত তেখেত আছিল দ্বিতীয়। কৌলীন্যৰ মৰ্যাদাৰে সমাজৰ উচ্চতম স্তৰত প্ৰতিষ্ঠিত গোঁসাই সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত হলেও পিতাকৰ দিনৰপৰা তেখেতৰ পৰিয়ালটি উচ্চবিত্ততো নাছিলেই আনকি মধ্যবিত্ত আছিল বুলিও ক'ব নোৱাৰি। তেখেতৰ নিজৰ ভাষাতেই: "ৰূপৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰা সৌভাগ্য মোৰ হোৱা নাছিল। খোৱা-লোৱা, পিন্ধা-উৰাৰ বাবে আৱশ্যকীয় বস্তু বাহানিৰ অভাৱৰ কথা মোৰ মনত নপৰে, কিন্তু কেতিয়াবা কেতিয়াবা দেৱকাৰ্য পিতৃকাৰ্য কৰিবলৈ আৱশ্যকীয় ধনৰ অভাৱৰ কথা পিতাই কৈছিল" (পৃঃ ২)। আকৌ, "মই অলপ বুজা হোৱাৰ পিছত দেখিছিলোঁ পিতা যামিনী কান্ত গোস্বামীয়ে নিয়মিতৰূপে শ্ৰম কৰি ঘৰ সংসাৰ চলায়" (পৃঃ ১)। গতিকে স্বাভাৱিকতে আৰ্থিক দৈন্য আৰু দুশ্চিন্তাৰ বোজা মূৰত লৈয়ে তেখেতে উচ্চশিক্ষা লাভত আগবাঢ়িবলগীয়া হৈছিল।

গোস্বামীদেৱৰ বাল্যকালছোৱা অনুধাৱন কৰিলে দেখা যায়, এই কালছোৱা সাধাৰণ দহজন বালকৰ দৰে বাল্যসুলভ চঞ্চলতা আৰু অনুসন্ধিৎসাৰে পাৰ হৈছিল। সংগপ্ৰিয়তা, খেলাধূলা, গান-বাজনাৰ প্ৰতি আকৰ্ষণ বিভিন্ন ক্ষেত্ৰত স্বেচ্ছাসেৱী মনোভাব গ্ৰহণ, বৰদেউতাকৰ মৃত্যুৰ পিছত পাৰিবাৰিক কামকাজত দেউতাকক সহায় কৰি আনন্দ পোৱা আদিৰপৰা ধাৰণা কৰিব পাৰি যে, জীৱনৰ সম্ভৱপৰ সকলো ক্ষেত্ৰতে নিজক সম্পৃক্ত কৰি তাৰ ৰস আহৰণ কৰাত তেখেত সচেষ্ট আছিল।

ল'ৰালিৰেপৰা গোস্বামীদেৱ সূক্ষ্ম পৰ্যবেক্ষণ ক্ষমতা আৰু গভীৰ দূৰদৃষ্টিৰ অধিকাৰী আছিল। প্ৰাথমিক স্কুলৰ শেষ পৰীক্ষা দি উঠাৰ পিছত মাইনৰ স্কুলতেই পঢ়িব নে সংস্কৃত টোলতেই পঢ়িব সেই সিদ্ধান্ত লোৱাৰ দোমোজাীয়া সময়খিনিৰ চিন্তা-চৰ্চাৰ মাজত এই বৈশিষ্ট্য স্পষ্ট হৈ উঠিছে—"গোঁসাই কুলত জন্মিছোঁ। শিষ্য-প্ৰশিষ্য আছে অকল কামৰূপ জিলাতে নহয়, গোৱালপাৰা, জলপাইগুৰি আৰু কোচবিহাৰতো শিষ্য সংখ্যা যথেষ্ট। এইবোৰৰ উপযুক্ত গুৰু হ'ব লাগিলে সংস্কৃত

শাস্ত্ৰ পঢ়িব লাগে। অন্ততঃ এজনে গুৰুগিৰী কৰাবো প্ৰয়োজন হ'ব। কিন্তু মোৰ কোনোটো ফালৰে প্ৰতি তেতিয়াও আসক্তি গঢ়ি উঠা নাই। তথাপি যেন মাইনৰ স্কুলত পঢ়িব পাৰিলে ভাল পাওঁ। সমাজত ইংৰাজী পঢ়া লোকৰ আদৰ বেছি। সেইসকলক তেনেই নিজ' যেন লাগিছিল। তেওঁলোকক আদৰ্শ হিচাবে গ্ৰহণ কৰাতকৈ পুতৌ কৰিবলৈকে মন গৈছিল তেওঁলোকে এখন মণি অৰ্ডাৰ লিখিব নাজানে নাইবা এখন টেলিগ্ৰাম পঢ়িব নোৱাৰে। শিক্ষালাভৰ অন্ততো এইবোৰ বিষয়ত অপাৰগ হৈ থকা কথাই স্বাভাৱিকতে মোৰ মন টোলমুখী নকৰি স্কুলমুখী কৰিছিল" ( পৃঃ ২৮ )। বয়স অনুপাতে পৰ্যবেক্ষণ শক্তিৰ এই সূক্ষ্মতা আৰু দূৰদৃষ্টিৰ গভীৰতা অত্যাধিক বুলি নকৈ নোৱাৰি।

এটি নিম্ন মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰিলেও তেখেতৰ শৈশৱ আৰু কৈশোৰ কাল পাৰ হৈছিল সৎসংগ আৰু নৈতিক চৰিত্ৰৰে বলীয়ান বিজ্ঞ অভিভাৱক বৰদেউতাকৰ ( ডাঙৰ পিতা ) স্নেহশীল অভিভাৱকত্বৰ ছত্ৰছাঁয়াত। ল'ৰাইতৰ চৰিত্ৰ গঠনত বৰদেউতাকৰ কৌশলী অভিভাৱকত্বৰ প্ৰভাৱ আছিল অতি গভীৰ। দদায়েক শশীকান্ত গোস্বামীৰ চুৰট পানৰ হেঁপাহ নিবৃত্তিৰ কৌশলেই ইয়াৰ প্ৰমাণ ( পৃঃ ৬-৭ )। নিষেধাত্মক হুংকাৰ ধ্বনিৰে ল'ৰাইতক কঠোৰভাৱে শাসন কৰি মনৰ জেদ বঢ়াই তোলাৰ নিচিনা অপকৌশলৰ আশ্ৰয় তেখেতে লোৱা নাছিল। বৰং কিশোৰ মনৰ ক্ষতিকাৰক বাসনাবোৰ তেখেতৰ সজ্ঞানে আৰু সাহায্যতে চৰিতাৰ্থ কৰিবলৈ সুবিধা দি তাৰ তিক্ত অভিজ্ঞতাৰে পুষ্ট হবলৈ সুবিধা দি চৰিত্ৰ গঠনত এটা নিৰ্ণায়ক ভূমিকা লৈছিল। দদায়েকৰ চুৰট পান, মাৰৈ পূজাৰ বলিদান দৰ্শনৰ অনুমতি প্ৰদান ( পৃঃ ১৬-১৮ ) তাৰেই উজ্জ্বল দৃষ্টান্ত। এইগৰাকী অভিভাৱকৰ স্পষ্টবাদিতাও প্ৰশংসাযোগ্য ( পৃঃ ১৫ )। বৰদেউতাকৰ বিষয়ে গোস্বামীদেৱৰ স্পষ্ট মন্তব্য হ'ল—"অন্যায় অবিচাৰৰ ওপৰত তেওঁ আছিল কঠোৰ, অন্যহাতে নিষ্ঠাবান আৰু জ্ঞানীলোকৰ তেওঁ আছিল ভক্ত" ( পৃঃ ১৫ )। পৰিণত বয়সত গোস্বামীদেৱৰ ব্যক্তিত্বত স্পষ্টভাৱে প্ৰকাশিত এইকেইটা বৈশিষ্ট্য শৈশৱ আৰু কৈশোৰত পোৱা স্নেহশীল বৰদেউতাকৰ অন্তৰংগ সান্নিধ্যৰ পৰিণতি বুলি ভাবিবৰ স্থল আছে। বৰদেউতাকক গোস্বামীদেৱে এজন আদৰ্শ সংগ্ৰামী ব্যক্তিৰূপেই গণ্য কৰিছিল। বৰদেউতাকৰ মৃত্যুৰ প্ৰসংগত ব্যক্ত তেখেতৰ সংক্ষিপ্ত অথচ মৰ্মস্পৰ্শী উপলব্ধিখিনিয়েই এই ধাৰণা স্পষ্ট কৰি তোলে" – বংশৰ এজন সাহসী, মানী আৰু আদৰ্শপৰায়ণ ব্যক্তিয়ে আমাৰ ঘৰ সুদা কৰি আমালৈ মাথোন এৰি গ'ল তেওঁৰ উপদেশবাণী, হাতেলিখা কেইখনমান পুথি আৰু আদৰ্শপৰায়ণ এজন ব্যক্তিৰ জীৱন্ত প্ৰেৰণা। তেওঁৰ তিৰোধানৰ লগতে আমাৰ সাহস আৰু গৌৰৱৰ স্থল, দুখ দৈন্যৰ পীড়নকো তাচ্ছিল্য কৰিব পৰা এজন ব্যক্তি

হেৰাই গ'ল—বননিৰ মাজৰ এটা অনাঘ্ৰাত পুষ্পৰ দৰে" ( পৃঃ ১৪ )। কলেজৰ প্ৰথম বাৰ্ষিকতে পঢ়া ফৰাচী লেখক ভিক্টৰ হিউগোৰ 'লা মিজাৰেবল' ( অসমীয়া অনুবাদ-- 'দীনদুখী' ) নামৰ ৰোমান্সখনে জীৱনৰ শেষ বয়সলৈকে তেখেতক অভিভূত কৰি ৰাখিছিল তাৰ নায়ক জঁ্যা ভলজিনৰ চাৰিত্ৰিক বৈচিত্ৰ্যৰ বাবে ( পৃঃ ৪৪ )। বলী, সাহসী, উদাৰচিতীয়া অথচ দুৰ্ভগীয়া এই চৰিত্ৰটোৰ আকৰ্ষণী ক্ষমতা হ'ল তাৰ জীৱন সংগ্ৰাম। ব্যক্তিত্বশালী বৰদেউতাকৰ প্ৰতি সশ্ৰদ্ধ মনোভাব আৰু 'মিজাৰেবল' ভলজিনৰ প্ৰতি অনুকম্পা—এই দুয়োটা কথা মিলাই লৈ ক'ব পৰা যায় যে, গোস্বামীদেৱে সংগ্ৰামকেই জীৱনৰ কষটি শিল বুলি এটা দৃষ্টিভংগী গ্ৰহণ কৰিছিল। এই সিদ্ধান্তৰ সমৰ্থনত 'অতীতৰ কথা'ত সন্নিবিষ্ট তেখেতৰ জীৱনৰ কেইটামান ঘটনাৰ পৰা কেইটামান উদাহৰণ বিচাৰিব পৰা যায়।

১৯৫০ চনমানৰ সংসদীয় নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী আতাউৰ ৰহমানৰ বিপৰীতে ছচিয়েলিষ্ট দলৰ প্ৰাৰ্থী বাহাৰুল ইছলামৰ নিৰ্বাচনী প্ৰচাৰ অভিযানত সক্ৰিয় অংশ গ্ৰহণ কৰা হেতু প্ৰভাৱশালী কংগ্ৰেছ নেতা তথা নলবাৰী কলেজৰ গভৰ্ণিং বডিৰ সভাপতি শ্ৰীসিদ্ধিনাথ শৰ্মাই অধ্যাপক উমা শৰ্মাৰ ওপৰত শাস্তিমূলক ব্যৱস্থা লোৱাৰ উদ্যোগ গ্ৰহণ কৰি চৰকাৰী বিষয়া শ্ৰীদিবাকৰ গোস্বামীকো নিয়োগ কৰি প্ৰতিশোধ পৰায়ণতাৰ যি জাল তৰিছিল অধ্যক্ষ গোস্বামীদেৱৰ নীতিনিষ্ঠ, সাহসী পদক্ষেপৰ বাবে সি ছিন্নভিন্ন হবলৈ বাধ্য হৈছিল। কিন্তু তাৰ পিছত দ্বিতীয় স্তৰত শৰ্মাৰ আক্ৰমণৰ লক্ষ্য হৈ পাৰিছিল অধ্যক্ষ গোস্বামীদেৱ নিজেই। তিনিমাহমান পিছত কলেজ সম্পৰ্কীয় কিবা আলোচনাৰ বাবে সিদ্ধিনাথ শৰ্মাৰ ঘৰলৈ যাওঁতে শৰ্মাই গোস্বামীদেৱৰ ওপৰত অভিযোগ সম্বলিত কৈফিয়ৎ তলবৰ চৰকাৰী জাননী এখন তেখেতৰ হাতত তুলি দিওঁতে ঠিতাতে, মুখৰ ওপৰতে তেখেতকেই ( শৰ্মাক ) ষড়যন্ত্ৰটিৰ নায়ক বুলি গৰজি উঠাৰ উপৰিও দিবাকৰ গোঁসাইৰ অনুশীলনটো অনাধিকাৰ চৰ্চা বুলি সোঁৱৰাই দিছিল স্পষ্ট ভাষাত। ( স্কুল ইন্সপেক্টৰ দিবাকৰ গোস্বামী অধ্যক্ষ গোস্বামীদেৱৰ একালৰ শিক্ষাগুৰুও আছিল )। তদুপৰি চিঠিখনৰ নিৰ্দেশমতে কোনো কৈফিয়ৎ নিদিব বুলিও জনাই দি চিঠিখন ঘূৰাই দিছিল। এই ঘটনা অৱশ্যে ইমানতে শেষ হৈছিল হয়তো শৰ্মাদেৱৰ বোধশক্তিৰ গভীৰতাৰ হেতু। এই ঘটনাই গোস্বামীদেৱৰ সৎসাহস, নীতি-নিষ্ঠতা আৰু স্পষ্টবাদিতাৰ উজ্জ্বল নিদৰ্শন দাঙি ধৰে। এইকুৰা জুই তেনেকৈ নুমোৱাৰ পিছত কোনো কোনো ক্ষেত্ৰত পৰামৰ্শ বিচাৰি গোস্বামীদেৱ শৰ্মাদেৱৰ ওচৰ চাপিবলগীয়া হৈছিল আৰু চাপিছিলো। তেখেতৰ চৰিত্ৰত আক্ৰোশমূলক মনোভাব থকা হলে বা তেখেতৰ ব্যক্তিত্ব প্ৰতিশোধ পৰায়ণতাৰদ্বাৰা আড়ষ্ট হোৱাহেঁতেন এইটো সম্ভৱ নহ'লহেঁতেন। পৰৱৰ্তী কালত প্ৰয়োজনৰ সময়ত

শৰ্মাদেৱৰপৰা সজ পৰামৰ্শকেই পোৱা বুলি কৰা অকুণ্ঠ স্বীকাৰোক্তি, তেখেতৰ চাৰিত্ৰিক শুচিতাৰ মুকলি প্ৰশংসা, শৰ্মাদেৱৰ দৰে ব্যক্তিত্বসম্পন্ন পুৰুষগৰাকী যে স্বতঃপ্ৰণোদিত হৈ নহয় বৰং কোনো স্বাৰ্থান্বেষী কংগ্ৰেছী লোকৰ কূট প্ৰৰোচনাত পৰিহে এনেকুৱা এটা ষড়যন্ত্ৰত লিপ্ত হৈছিল বুলি গ্ৰহণ কৰা সন্দেহাতীত ধাৰণা গোস্বামীদেৱৰ উদাৰতা আৰু গুণগ্ৰাহিতাৰ উজ্জ্বল নিদৰ্শন ( পৃঃ ১৩৮- ৪১ )।

গোস্বামীদেৱৰ চৰিত্ৰৰ অন্যতম প্ৰধান বৈশিষ্ট্য আছিল আদৰ্শ আৰু নৈতিক অনুশাসনৰ প্ৰতি গভীৰ আনুগত্য। আদৰ্শপৰায়ণ হোৱাৰ লগতে নৈতিক পৰিচ্ছন্নতাৰ প্ৰতি গভীৰভাৱে আস্থাভাজন হোৱা হেতু জীৱনৰ ব্যক্তিগত তথা সামাজিক উভয় দিশতে তেওঁ আছিল নিকৃষ্ট সুবিধাবাদৰ পৰিপন্থী। কোনো লাভ বা সুবিধাভোগৰ আশাত দৌৰাদৌৰি কৰা, মানুহক লগ ধৰি অনুৰোধ কৰা প্ৰভৃতি কাম তেখেতে অন্তৰেৰে বেয়া পাইছিল ( পৃঃ ৯২ )। আগতে দুই এবাৰ কটন কলেজ আৰু চিলেটৰ মুৰাৰিচাঁদ কলেজত সহকাৰী অধ্যাপকৰ চাকৰি কৰাৰ পিছতো তেখেতক ধুবুৰীৰ চৰকাৰী হাইস্কুললৈ শিক্ষকৰ চাকৰি দি বদলি কৰা হয়। ধুবুৰীত থকা কালছোৱাত তেখেতে পুনৰ কটন কলেজ বা মুৰাৰিচাঁদ কলেজত চাকৰি কৰিবলৈ যোৱাৰ আশা পৰিত্যাগ কৰিছিল। কাৰণ তেখেতে উপলব্ধি কৰিছিল যে, কেৱল আবেদন কৰিয়ে চাকৰি পোৱা নাযায়। চাকৰি পাবৰ বাবে আবেদন কৰাৰ উপৰিও আৰু যিবোৰ কৰিবৰ প্ৰয়োজন হৈছিল (দৌৰাদৌৰি কৰা, মানুহক লগ ধৰি অনুৰোধ কৰা, ইত্যাদি ) সেইবোৰ কৰাটো সন্মানজনক আৰু তৃপ্তিদায়ক নহয় বুলি অনুভৱ কৰিয়েই হাইস্কুলৰ শিক্ষকৰ চাকৰিতে নিমগ্ন হৈ থকাৰ কথা তেখেতে ভাবিছিল। তেনেতে কটন কলেজৰ প্ৰিন্সিপালৰপৰা তেখেতক অধ্যাপক নিযুক্ত কৰাৰ টেলিগ্ৰাম এখন পাই উন্নত পদমৰ্যাদাৰ লোভত নহয়, এটা উন্নত সামাজিক পৰিৱেশত পূৰ্বপৰিচিত বন্ধু-বান্ধৱৰ সাহচৰ্যত, অধিক অধ্যয়নৰ স্পৃহা নিবৃত্তিপূৰ্বক ব্যস্ততাপূৰ্ণ জীৱন যাপন কৰাৰ আশাত গুৱাহাটীলৈ অহাৰ যো-জা কৰিছিল। তেনেতে নিযুক্তি ৰদ কৰা টেলিগ্ৰাম আহিল। কটন কলেজত যোগদান কৰা নহ'ল। এই নিযুক্তি ৰদৰ অন্তৰালত কি শক্তিয়ে কাম কৰিছিল তেখেতে জানিব নোৱাৰিলে, জানিবৰ চেষ্টাও নকৰিলে। এই নিৰাসক্তিয়ে তেখেতৰ নৈতিক পৰিচ্ছন্নতাক উজ্জ্বল ৰূপত প্ৰকাশ কৰিলেও ইয়াক এক প্ৰকাৰ হতাশ গ্ৰস্ততা বুলি ক'ব পৰা যায়। যজ্ঞেশ্বৰ শৰ্মাই ছাত্ৰস্থানীয় এজন ডেকা চাকৰি প্ৰাৰ্থীৰ প্ৰতাপত গভৰ্ণমেণ্ট কলেজত চাকৰি নোপোৱাৰ ঘটনাটো বৰ্ণনা কৰোঁতেও সেই হতাশাৰ সুৰ স্পষ্ট হৈ উঠিছে। অথচ যজ্ঞেশ্বৰ শৰ্মাৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ গোস্বামীদেৱে আবেদনেই নকৰিলে তেখেততকৈ শৰ্মাৰ কলেজত অধ্যাপনা কৰাৰ অভিজ্ঞতা বেছি বাবে চাকৰিটো শৰ্মাই পাব বুলি নিশ্চিত হৈ—মানে পোৱা

উচিত বুলি। কিন্তু চাকৰিটো যজ্ঞেশ্বৰ শৰ্মাই নাপালে, পালে ছাত্ৰস্থানীয় এজন তথাকথিত প্ৰগতিবাদী যুৱকে যিয়ে আগতীয়াকৈ শৰ্মাৰ বিৰুদ্ধে যুদ্ধংদেহি মনোভাব প্ৰকাশ কৰিছিল। এই ঘটনাটোৱে যজ্ঞেশ্বৰ শৰ্মাদেৱৰ মনত কেনে প্ৰতিক্ৰিয়া কৰিছিল জনা নাযায়। কিন্তু নীতিনিষ্ঠ, আদৰ্শপৰায়ণ শিক্ষক গোস্বামীদেৱে উচ্চশিক্ষিত শ্ৰেণীটোৰ মাজতে এচামৰ ব্যক্তিগত আক্ৰোশ বা বিদ্বেষ, তলহতীয়া সুবিধা আদায়ৰ নিৰ্লজ্জ বাসনা আৰু তেওঁলোকৰ সফলতা লাভ, আদৰ্শবাদীৰ ভণ্ডামি আৰু প্ৰশাসনৰ নীতি বিবৰ্জিত পক্ষপাতিত্ব দেখি হতাশাগ্ৰস্ত, ব্যথিত আৰু ক্ষুব্ধ হৈ এটা বাস্তৱ সত্য উপলব্ধি কৰিছে—"জীৱনৰ প্ৰমূল্য পৰিবৰ্তিত হৈছে আৰু যুক্তিও হৈছে instinct অৰ দাস" ( পৃঃ ৯১—৯৩ )। এই উপলব্ধি তেখেতৰ নিশ্চয় মাত্ৰ এটা ক্ষেত্ৰতেই হোৱা নাছিল। বৈষয়িক সমৃদ্ধি লাভৰ লালসাত সমাজৰ অধিকাংশ লোকেই যেতিয়া অনৈতিকতা, মিথ্যাবাদ, ভণ্ডামি আৰু আনকি নিষ্ঠুৰতাৰো আশ্ৰয় লয় আৰু সমাজত তাৰ প্ৰতিৰোধ গঢ়ি উঠাৰ পৰিবৰ্তে এক অনুমোদনৰ দৰ্শনহে সৃষ্টি হয় তেতিয়া স্বল্প সংখ্যক নীতিনিষ্ঠ আৰু আদৰ্শপৰায়ণ ব্যক্তিৰ বাবে পদে পদে তেনে বেদনাদায়ক উপলব্ধি হোৱাটোৱেই স্বাভাৱিক। সেয়েহে তেখেত জীৱনৰ মাজ বয়সত "বৰ্তমান যুগত নীতি-পৰায়ণ নোহোৱাই উচিত নেকি" বুলি দ্বিধাগ্ৰস্ত হৈ পৰিছে। তেখেতৰ তেনেকুৱা এক অভিজ্ঞতা হ'ল—'মই এখন কমিটিৰ সভাপতি। ইয়াৰ সদস্যসকল আটায়ে অভিজ্ঞ আৰু শিক্ষিত লোক কিন্তু আটায়ে মোতকৈ বয়সত সৰু। সম্পাদকে ক'লে, তেওঁ কেন্দ্ৰীয় চৰকাৰৰ পৰা ছয় হাজাৰ টকাৰ অনুদান পাইছে কিন্তু ইয়াৰ উপৰিও চাৰি হাজাৰ টকা আমি খৰচ কৰিব লাগিব। এয়ে চৰ্ত। মই সম্পাদকক ক'লো এনে চৰ্তৰ অনুদান গ্ৰহণ নকৰাই ভাল আছিল। কিয়নো এই শিতানত চাৰি হাজাৰ টকা আমি খৰচ কৰিব নোৱাৰোঁ। সম্পাদকে ক'লে কিবা ফাং ফুং কৰিব লাগিব, অৰ্থাৎ মিছা ভাউচাৰ গাঁথিব লাগিব। মই উত্তৰত ক'লো যে দুৰ্নীতিৰ পথ মোকোলাই দিয়া হ'ব। সদস্যসকলে একমুখে ক'লে এইটো সকলোৱে কৰে আৰু অনুষ্ঠানবোৰ এনেদৰেই চলে। মই স্তম্ভিত হ'লোঁ, ভাবিলোঁ, আমাৰ আদৰ্শ আৰু আমাৰ দিন বোধহয় উকলি গৈছে। আমি এলিচৰ ৱণ্ডাৰলেণ্ডত সোমাই পৰা নাইতো ?" ( পৃঃ ১ ৪ )।

গোস্বামীদেৱৰ পাণ্ডিত্য বা সাহিত্যকৰ্মৰ বিষয়ে কোনো পূৰ্বধাৰণা নথকা মানুহেও কেৱল 'অতীতৰ কথা'খন পঢ়িয়েই নিশ্চিত হ'ব পাৰে যে, তেখেত আছিল সকলোপৰা তীক্ষ্ণ মেধাশক্তিসম্পন্ন আৰু পৰিণত বয়সতো এখন নতুন কলেজৰ অধ্যক্ষ পদৰ গুৰু দায়িত্ব বহন কৰাৰ পিছতো অধ্যয়ন প্ৰিয়, জ্ঞানলিপ্সু আৰু সদায় ( আনকি অৱসৰ গ্ৰহণৰ পিছতো ) 'কিবা এটা কৰা'ৰ বৌদ্ধিক বাসনাৰে কৰ্মতৎপৰ। এনেকুৱা অধ্যয়ন-

প্ৰিয় আৰু জ্ঞানলিপ্সু হলেও সমসাময়িক সামাজিক, ৰাজনৈতিক ঘটনাৰ গতি প্ৰকৃতি সম্পৰ্কে তেখেত উদাসীন নাছিল বা কেৱল সোঁতত উটি যোৱা মানুহ তেখেত নাছিল। সেয়েহে স্বাধীনতালাভৰ অব্যৱহিত পিছতেই ব্যাপকভাৱে জনপ্ৰিয় কংগ্ৰেছী ৰাজনৈতিক আদৰ্শৰ বিপৰীতে তেখেতে নিজৰ ৰাজনৈতিক অৱস্থান স্পষ্ট কৰি দিছিল কংগ্ৰেছ প্ৰতিবাদী ছচিয়েলিষ্ট পাৰ্টিৰ সমাজবাদী ৰাজনৈতিক আদৰ্শৰ প্ৰতি আনুগত্য প্ৰকাশ কৰে। এই আনুগত্যতো কোনো আবেগিকতা নাছিল। ধুবুৰী হাইস্কুলত চাকৰি কৰি থকা কালতেই নিষ্ঠাবান কমিউনিষ্ট কৰ্মী প্ৰাণেশ বিশ্বাসৰ সহযোগত সাম্যবাদ সম্পৰ্কে প্ৰয়োজনীয় কিতাপ পত্ৰ পঢ়ি নিজৰ ৰাজনৈতিক আদৰ্শৰ ভেটি নিৰ্মাণ কৰি লৈছিল ( পৃঃ ৯০ ) আৰু ১৯৫০ চনত ছচিয়েলিষ্ট পাৰ্টিৰ সদস্যভুক্ত হয় ( পৃঃ ১১৮ )। এটা ৰাজনৈতিক আদৰ্শত আস্থা স্থাপন কৰিলেও সক্ৰিয় ৰাজনীতি তেখেতৰ বাবে ৰুচিকৰ কৰ্মক্ষেত্ৰ নাছিল। বৰং শিক্ষা আৰু সাহিত্যকে নিজৰ ৰুচিকৰ কৰ্মক্ষেত্ৰ বুলি তেখেতে গ্ৰহণ কৰিছিল ( পৃঃ ৯০ )। তথাপিও এক নাটকীয় পৰিস্থিতিত তেখেত সক্ৰিয় ৰাজনীতিত সোমাই পৰি স্বৰাজোত্তৰ দেশৰ প্ৰথমটো সাধাৰণ নিৰ্বাচনতে নলবাৰী বিধান সভা সমষ্টিৰ প্ৰাৰ্থী হৈছিল। নিৰ্বাচনত প্ৰাৰ্থী হিচাপে অংশ গ্ৰহণ কৰিব পৰাৰ সংবিধান প্ৰদত্ত এক মৌলিক অধিকাৰৰপৰা কলেজৰ অধ্যক্ষসকলক বঞ্চিত কৰিবৰ অভিপ্ৰায়েৰে শিক্ষা বিভাগৰ ডিৰেক্টৰে জাৰী কৰা এটি চৰকাৰী নিৰ্দেশৰ প্ৰতিবাদ কৰিবলৈ "এটা নৈতিক আদৰ্শৰ ওপৰত থিয় দি"হে তেখেতে নিৰ্বাচনত প্ৰাৰ্থী হৈছিল; নিৰ্বাচনত তেখেত বাস্তৱিকতে জয়ী হ'ব নোৱাৰিলে, কিন্তু এই পৰাজয়ক যুক্তি সংগতভাৱেই নৈতিক পৰাজয় বুলি তেখেতে স্বীকাৰ কৰিব খোজা নাই। সেয়েহে কংগ্ৰেছ দলৰ লোকসকলে ভবাৰ দৰে পৰাজয়ৰ পিছত তেখেতে ভাগি নপৰিল। তেখেতৰ নিজৰ কথা হ'ল– "জীৱনত জয়-পৰাজয় আছেই। তদুপৰি নিৰ্বাচনত বিজয়ী হোৱা আদৰ্শটো মোৰ চৰম আদৰ্শ নাছিল। ৰাজনীতিৰ মেৰপাকত সোমাই পৰা আকাংক্ষা প্ৰকৃততে মোৰ নাছিল। পাৰিপাৰ্শ্বিক অৱস্থাই ৰাজনীতিৰ জুৱাখেলৰ মাজলৈ মোক টানি লৈ গ'ল। ইয়াৰ বাবে মই দুঃখিত নহয়। কিয়নো ৰাজনীতিৰ মাজত সোমাই পৰি নিৰ্বাচন যুদ্ধত থি অভিজ্ঞতা লাভ কৰিলোঁ। সেয়েই মানুহ জাতিৰ কদৰ্য ৰূপৰ সন্ধান দিলে। এই ৰূপটো মোৰ জীৱনত অজ্ঞাত হৈয়েই আছিল। নিৰ্বাচন যুঁজৰ পিছত মোৰ আদৰ্শবাদে এটা ডাঙৰ খুন্দা খালে, মই আগতকৈ বেছি বাস্তৱবাদী হ'ব পাৰিলো" ( পৃঃ ১৩৫ )।

গাণিতিক সূত্ৰত বিয়োগে বিয়োগে যোগ হয়। নিৰ্বাচনত পৰাজয়ৰ যোগেদি বাস্তৱবাদী হ'ব পৰাটোও তেখেতৰ জীৱনৰ এটা ঋণাত্মক যোগফল বুলি ক'ব পৰা যায়। সেয়া যি হওক নিৰ্বাচনত প্ৰাৰ্থী হিচাপে অৱতীৰ্ণ হোৱা ঘটনাটোৱে তেখেতৰ

প্ৰতিবাদী চৰিত্ৰকে উজ্জ্বলাই তুলিছে। তদুপৰি প্ৰতিফলিত হৈছে তেখেতৰ দায়িত্ব সচেতনতা। কোনেও নিৰ্দিষ্টভাৱে তেখেতৰ ওপৰত জাপি নিদিয়া গধুৰ তথা বিপদ সংকুল দায়িত্ব এটাও নিজৰ অৱস্থানটোৰ (অধ্যক্ষ পদ) খাতিৰতে কান্ধ পাতি লৈ পিছৰ অধ্যক্ষসকলৰ বাবে গ্ৰহণ অযোগ্য এটা চৰকাৰী নিৰ্দেশৰ জঞ্জাল আঁতৰাই থবলৈ নিজেই নিৰ্বাচনৰ প্ৰাৰ্থী হৈ চৰকাৰী নিৰ্দেশটোক প্ৰত্যাহ্বান জনাই নিজৰ দায়িত্ব সচেতনাৰ পৰিচয় দিছিল (পৃ: ১৩০--১৩১)। গ্ৰাম্য পৰিৱেশত নতুনকৈ প্ৰতিষ্ঠিত এখন কলেজৰ অধ্যক্ষ হিচাপে ক্ষমতাশীল ৰাজনৈতিক দলটিৰ সমৰ্থক হৈ থকা হ'লে তেখেতৰ ব্যক্তিগত জীৱন সমৃদ্ধিপূৰ্ণ আৰু চাকৰি জীৱনটোও অধিক সুখদায়ক হোৱাৰ সম্ভাৱনা আছিল কিন্তু তাকে নকৰি তেখেতে বাচি লৈছিল --ওখোৰা মোখোৰা পথটি। সুবিধাবাদৰ পথ তেখেতে দৃঢ়তাৰে পৰিহাৰ কৰিছিল। ইয়াৰ মূলতে আছিল তেখেতৰ আদৰ্শৰ প্ৰতি নিষ্ঠাৰ গভীৰতা।

এগৰাকী ব্যক্তি হিচাপে গোস্বামীদেৱ আছিল কোমল হৃদয়ৰ অনুভূতিসম্পন্ন ব্যক্তি, অথচ ধৈৰ্য, যুক্তি, বিবেচনা আৰু আনৰ প্ৰতি সহানুভূতিপূৰ্ণ চিন্তাৰে নিজৰ আবেগিকতাৰ ওপৰত তেখেতে সাৱাস্ত কৰিব পাৰিছিল 'নৃশংস কঠোৰ' নিয়ন্ত্ৰণ। আগতে দুজন পুত্ৰ বিয়োগৰ জ্বালাৰে দগ্ধ হোৱাৰ পিছতো ১৯৮০ চনত কলেজত অধ্যাপনা কৰা ডেকা পুত্ৰ (অবিবাহিত) বিভু গোস্বামী আৰু তাৰ প্ৰায় ডেৰ মাহৰ পিছতে মাজু বোৱাৰীয়েক মামনীৰ অকাল বিয়োগৰ বেদনাই তেখেতৰ সমস্ত পৰিয়ালকে বিহ্বল কৰি তুলিছিল। তেনে পৰিস্থিতিত সেই বেদনাৰ বোজা বহন কৰিও তেখেতে পৰিয়ালৰ অন্য লোকসকলক যেনেকৈ চম্ভালিবলৈ যত্ন কৰিছিল সেয়া এহাতে যেনেকৈ মৰ্মান্তিক আনহাতে তেনেকৈ আনৰ বাবে শিক্ষনীয়ও। এই প্ৰসংগত তেখেতে লিখিছে : "তথাপি ধৈৰ্য ধৰিবই লাগিব, কাম-কাজো দুনাই কৰিবই লাগিব বুলি ভাবি মই ধৈৰ্য ধৰিবলৈ আপ্ৰাণ চেষ্টা কৰিলোঁ কাৰণ মই অলপ বিচলিত হ'লেই মোৰ পৰিবাৰ তেনেই অধৈৰ্য হৈ পৰে। তেওঁ ল'ৰাৰ মাক, বোৱাৰীৰ মাক নহ'লেও মাকৰ সদৃশ। তাতে বোৱাৰীও আছিল সৰল স্বভাৱৰ আৰু গুণৱতী। মাতৃ হৃদয় স্বভাৱতে কোমল, অলপ আঘাততে তেওঁলোক বিচলিত হৈ পৰে। মোৰ পৰিবাৰেও কান্দিলে - ভালেমান দিন কান্দিলে। উপৰ্যুপৰি ঘটা বিচ্ছেদৰ মনস্তাপে তেওঁক এনেভাৱে অভিভূত কৰিলে যে, যিকোনো উপায়েৰে তেওঁক কিছু শান্ত কৰি ৰাখিব নোৱাৰিলে ঘৰখনৰ শোকাকুল পৰিৱেশ আঁতৰি নাযায়। আমাৰ জীৱন বন্তি লাহে লাহে নুমাও নুমাও হৈ আহিব ধৰিছে কিন্তু এইখন ঘৰতে আন দুজনী বোৱাৰী আছে, তিনিটা ল'ৰাও আছে, আন দুজন অৱশ্যে আছে বাহিৰত। ইহঁতৰ এতিয়া আগলৈ চোৱাৰ সময়। ঘৰখনৰ পৰিৱেশ শোকাকুল হৈ থাকিলে আনৰ কৰ্ম-

শক্তি খৰ্ব হয় আৰু ঘৰৰ উৎসাহো নাইকিয়া হয়'' ( পৃঃ ২৪২- ২৪৩ ) । নিজৰ বিষয়ে তেখেতে লিখিছে ঃ "মই একপ্ৰকাৰ নৃশংস কঠোৰভাৱে নিজৰ আবেগ দমাই ৰাখোঁ। বাহিৰত মানুহে হয়তো ভাবে মোৰ ধৈৰ্য অচঞ্চল, কিছুমানে হয়তো ভাবে মই নিষ্ঠুৰ। কিন্তু মোৰ অন্তৰত যি ৰুদ্ধ বেদনাৰ হাহাকাৰ তাক কোনেও দেখা নাই। মই নিজে দেখিছোঁ, বুজিছোঁ, তথাপি ছাই হৈ যোৱা নাই'' ( পৃঃ ২৪৩ ) । গতিকে বুজা যায়, বাহিৰত দেখাত ধীৰ-স্থিৰ, অচল-অটল যেন হৈ থাকিলেও আবেগিক। বিষয়বাৰত তেখেত আন্তৰিকভাৱে হৈ পৰিছিল অভিভূত : কাৰণ ৰুদ্ধ বেদনাই সদায়ে অন্তৰত একোকুৰা তুঁহ-জুই জ্বলাই ৰাখে।

পাৰিবাৰিক সম্পৰ্কৰ বান্ধোনৰে অনাবদ্ধ আনকি অপৰিচিত দুৰ্গত মানুহৰ প্ৰতিও তেখেতৰ গভীৰ সহানুভূতিৰ উমান পোৱা যায়। এয়া হ'ল সাধাৰণ মানৱীয় অনুভূতি। অৰ্থলিপ্সাৰ কদৰ্যতাৰ হেতু অথবা জাতি, গোষ্ঠী,সম্প্ৰদায় আদিৰ সংকীৰ্ণ চিন্তাৰে পৰিচালিত হৈ যিসকল লোক মানৱীয় অনুভূতিবৰ্জিত হৈ পৰে সেইসকল লোকৰ প্ৰতি তেখেতে কঠোৰ মনোভাৱ প্ৰকাশ কৰিছিল। ১৯৪৩ চনত ধুবুৰী চৰকাৰী হাইস্কুলৰ শিক্ষক হৈ থকা সময়ত ধুবুৰীত তেখেতে দেখা পাইছিল বঙ্গদেশৰ দুৰ্ভিক্ষৰ কৰাল ৰূপ। জাকে জাকে বঙ্গদেশী লোক ভিক্ষাৰী ৰূপত অসমত প্ৰবেশ কৰিছিল। ধুবুৰী অঞ্চল বঙ্গদেশৰ গাতে লগা বাবে ধুবুৰীত দুৰ্ভিক্ষপীড়িত বঙ্গদেশী ভিক্ষাৰীবোৰৰ অৱস্থা আছিল বৰ্ণনাতীতভাৱে শোক লগা। এই পৰিস্থিতিৰ বৰ্ণনা কৰি তেখেতে লিখিছে ঃ "কিছুমানে এই দুৰ্ভগীয়াইতক এমুঠি দিছে ; কিন্তু সৰহভাগেই একো দিয়া নাই। কিছুমান যোত্ৰহীন লোকৰ যে দিয়াৰ সমলো নাই—এই কথাও সত্য। কিন্তু আচলতে যিসকলে বিলাসী জীৱন যাপন কৰে সেইসকল লোক এনে দুৰ্দশাগ্ৰস্ত লোকৰ প্ৰতি সহানুভূতিবৰ্জিত হ'লে সামাজিক দিশৰপৰা তেওঁলোক ক্ষমাৰ অযোগ্য'' ( পৃঃ ৮৯ ) । এই মন্তব্যৰ মাজেৰে গোস্বামীদেৱৰ মানৱ প্ৰেমী মনটোৰ পৰিচয় পোৱা যায়।

চাকৰি জীৱন, আৰু ৰাজনৈতিক জীৱনত লাভ কৰা তিক্ত অভিজ্ঞতা সামাজিক জীৱনত পৰিৱৰ্তিত মূল্যবোধৰ লগত নিজৰ তাল মিলাব নোৱৰা বিসংগতিপূৰ্ণ অৱস্থা আদি পূৰ্বোল্লিখিত ঘটনাবোৰৰ উপৰিও তিনিজনকৈ পুত্ৰ আৰু এজনী বোৱাৰীৰ অকাল বিয়োগত শোকদগ্ধ হোৱাৰ পিছত জীৱনৰ শেষ বয়সত নিজকে দুৰ্ভগীয়া বুলি ভবাটো অস্বাভাৱিক নহয়। বাল্য কালত তেখেত এবাৰ কঠিন ৰোগত আক্ৰান্ত হৈছিল আৰু ভাগী বংশৰ দুজনীমান বুঢ়ীয়ে তেখেতৰ মৃত্যু সুনিশ্চিত বুলি আগতীয়াকৈয়ে চক হাড়ি পেলোৱাৰ যো-জা কৰিছিল। এই ঘটনাৰ বৰ্ণনা প্ৰসংগত তেখেতে লিখিছে ঃ "মই দুৰ্ভগীয়াও যেন জী উঠিলোঁ। বুঢ়ীদুজনীক বিদ্ৰূপ কৰিবলৈ হঠাতে

আকাশৰ বুকুত দেখা দিয়া এটা ধুমকেতুৰ দৰে। মই হেনো মৰিও নমৰিলোঁ। লেটেকা জীৰ দুবৰি বনৰ দৰে মৰে অথচ নমৰে" (পৃঃ ৪)। বাল্যকালৰ ঘটনা এটাৰ বৰ্ণনা হলেও এই বৰ্ণনা তেখেতে দিছে বৃদ্ধ কালতহে। গতিকে তাত প্ৰয়োগ দুৰ্ভগীয়া, ধুমকেতু, লেটেকাজীৰ, দুবৰি বন আদি বিশেষণ আৰু উপমানবোৰ লক্ষ্যণীয়। ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি যে, তেখেতৰ জীৱনো এক গভীৰ বিষন্নতাৰে আছন্ন; কিন্তু স্থিত প্ৰজ্ঞৰ দৰে সকলোকে অকাতৰে সহ্য কৰাৰ ক্ষমতাও তেওঁৰ চৰিত্ৰত বিদ্যমান।

স্পষ্টবাদিতা, নীতিনিষ্ঠতা, আদৰ্শপৰায়ণতা স্বল্পভাষিতা অথচ স্পষ্টবাদিতা, দায়িত্ব সচেতনতা, কষ্টসহিষ্ণুতা আৰু কৰ্মপটুতা, জ্ঞানলিপ্সা, নিৰহংকাৰিতা, সংগপ্ৰিয়তা, সহানুভূতিশীলতা আৰু হিমাদ্ৰীৰ দৰে অটল গাম্ভীৰ্যই গোস্বামীদেৱক এক আকৰ্ষণীয় ব্যক্তিত্বৰ অধিকাৰী ৰূপে প্ৰতিষ্ঠিত কৰিছিল।

"অতীতৰ কথা" গ্ৰন্থখনৰ 'ভূমিকা'ত সুবিজ্ঞ তথা অভিজ্ঞ সম্পাদক ড° নবীনচন্দ্ৰ শৰ্মাদেৱে বিস্তৃত বিশ্লেষণেৰে গ্ৰন্থখনৰ এটা সমীক্ষা আগবঢ়াই সঠিক মন্তব্যকেই প্ৰকাশ কৰিছে : "গোস্বামীৰ জন্মৰ অন্ততঃ কুৰি বছৰ পূৰ্বৰেপৰা মৃত্যুৰ সময়লৈকে প্ৰায় শতিকাজোৰা কালৰ অসমৰ সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক শৈক্ষিক আৰু ৰাজনৈতিক জীৱনৰ সাংগোপাংগ বৰ্ণনা সন্নিবিষ্ট কৰা হৈছে "অতীতৰ কথা'ত।" সেয়েহে 'অতীতৰ কথা' "সামাজিক ইতিহাসৰ স্তৰলৈ উত্তৰিত হৈছে" বোলা কথাষাৰো স্বীকাৰ্য।

অতীতৰ কথাৰ লেখক গোস্বামীদেৱৰ জন্মস্থান আৰু জীৱনৰ দীৰ্ঘতম কালৰ বাসস্থানো নলবাৰী। সেয়েহে তেখেতৰ দৃষ্টি বিশেষভাৱে নলবাৰীৰ সামাজিক, ৰাজনৈতিক আৰু শৈক্ষিক পৰিৱেশৰ ওপৰতে নিবদ্ধ হৈছে; অথচ তাৰ মাজেৰে অসমৰেই সামাজিক জীৱনৰ বিভিন্ন দিশ প্ৰতিফলিত হৈছে কেতিয়াবা সমধৰ্মিতাৰ ভেটিত আৰু কেতিয়াবা পাৰ্থক্যৰ ভেটিত। যেনে :

ক. অসমীয়া লোকৰ বিশেষকৈ নলবাৰী অঞ্চলত বসবাস কৰা লোকৰ মনত একপ্ৰকাৰ মিছা অভিজাত্যাভিমানৰ চেতনা সুসুপ্ত হৈ থাকে। ইয়াৰ কাৰণেই আন ৰাজ্যৰ মেহনতী লোকৰ তুলনাত এই অঞ্চলৰ লোক শ্ৰমবিমুখ আৰু দীৰ্ঘসূত্ৰী। অলপতে সন্তুষ্ট হোৱা স্বভাৱৰ কাৰণেই আৰ্থিক ক্ষেত্ৰত এই অঞ্চলৰ লোকসকল সহজে আগবাঢ়ি যাব নোৱাৰে। [ সমধৰ্মিতা ( পৃঃ ৬৫ ]

খ. ৰাজনৈতিক দিশৰ যিবোৰ পৰিঘটনা (phenomenon) তেখেতে নলবাৰীৰ প্ৰেক্ষাপটত উল্লেখ কৰিছে সেইবোৰ অসমৰ বাকী অংশক বাদ দি কেৱল নলবাৰীৰেই নিজস্ব বৈশিষ্ট্য বুলি গ্ৰহণ কৰিবৰ কোনো যুক্তি নাই। সেইবোৰ সমগ্ৰ

অসমৰেই ৰাজনৈতিক জগতৰ বাস্তৱতা। (সমধৰ্মিতা)

গ. অসমৰ উজনি অঞ্চলত হলে ছোৱালীৰ শিক্ষাৰ প্ৰতি সমাজখন আগতে সচেতন হৈছিল আৰু ইয়াৰ ফলত উচ্চ শিক্ষা লাভ কৰা ছোৱালীও নামনি অঞ্চলৰ তুলনাত উজনি অঞ্চলত আগতে ওলাইছিল। [পাৰ্থক্য (পৃঃ ১১৯)]

ক'ৰবাত কেতিয়াবা পঢ়া মনত পৰে, যেতিয়া কোনো লেখকে সৃজনীশীল সাহিত্য ৰচনাৰ অৰ্থাৎ মৌলিক সৃষ্টিৰ উদ্যম হেৰুৱাই পেলাই অৱসন্নতা অনুভৱ কৰে তেতিয়া অতীত ৰোমন্থনেই হৈ উঠে তেওঁৰ বাবে একমাত্ৰ তৃপ্তিৰ বিষয়; আৰু তাৰেই পৰিণতিত সৃষ্টি হয় আত্মজীৱনী। কথাষাৰ সৰ্বাংশে শুদ্ধ হয়নে নহয় ক'ব নোৱাৰি, কিন্তু কিছু পৰিমাণে সঁচা বুলি গ্ৰহণ কৰাত অসুবিধা নাই। গোস্বামীদেৱৰ 'অতীতৰ কথা' তেখেতৰ জীৱনৰ অন্ত্য ৰচনা যাৰ পাণ্ডুলিপিটো কোনোমতে সম্পূৰ্ণ কৰিলেও পুনৰ নিৰীক্ষণৰ সময় তেখেতে নাপালে; পোৱা হলে 'অতীতৰ কথা' কিছু সংযোজন, বিযোজন, সংশোধন আদিৰে অধিক মনোগ্ৰাহী ৰূপত প্ৰকাশিত হ'লহেতেন বুলি ভবাৰ থল আছে। সেয়া যি হওক, 'অতীতৰ কথা'ৰ মাজত আৰ্থিক দৈন্যৰ বিপৰীতে সংগ্ৰামত উত্তীৰ্ণ হৈ জীৱনক সুপ্ৰতিষ্ঠিত কৰা এগৰাকী শিক্ষাবিদ, সাহিত্যিক, ৰাজনৈতিক চেতনাপুষ্ট সামাজিক, আশী বছৰৰে অধিক কাল জীৱন আৰু জগতক কৰ্মব্যস্ততাৰে প্ৰত্যক্ষ কৰা এগৰাকী কৰ্মবীৰৰ ঘটনাবহুল জীৱনৰ শেষছোৱাৰ অৱসন্ন ৰূপটোৰ অৱস্থিতি বৰ্তমান। এই ধাৰণাক সমৰ্থন কৰিব পৰা কিছু কথা ছেগাছোৰোকাকৈ আগত উল্লিখিত হৈছে আৰু নিম্নোক্ত বাক্য কেইটাইও তাকে সমৰ্থন কৰে:

ক. মই হেনো মৰিও নমৰিলোঁ। লেটেকা জীৱ দুবৰিবনৰ দৰে মৰে অথচ নমৰে। (পৃঃ ৪)

খ. আমাৰ জীৱন বন্তি লাহে লাহে নুমাও নুমাও হৈ আহিব ধৰিছে ......। (পৃঃ ২৪৩)

গ. মত বিৰোধ মানুহৰ মাজত থাকে কিন্তু সেই মতবিৰোধে যাতে উগ্ৰ ৰূপ ধাৰণ কৰি নিজকে তল খাপলৈ লৈ যাব নোৱাৰে আৰু আনৰো বিতুষ্টিৰ কাৰণ নহয় তালৈ লক্ষ্য ৰখা মানুহৰ ধৰ্ম। কিন্তু ধম পালন কৰে কেইজনে? (পৃঃ ১০৪)

ঘ. 'সাহিত্য আলোচনা' নামৰ পুথিখনৰ তৃতীয় পৰিবৰ্দ্ধিত সংস্কৰণৰ (১৯৭৬) প্ৰসংগত—"মোৰ জীৱদ্দশাকালত পুথিখন শুদ্ধকৈ ছপোৱাৰ আশা মই কৰা নাই। তথাপি মোৰ লাইব্ৰেৰীত এখন কিতাপ মই শুধৰাই ৰাখিছোঁ।" (পৃঃ ২০৫) ইত্যাদি।

এই সিদ্ধান্ত কোনো অভিযোগ নহয়, মাত্র কিতাপখনৰ মূল্যায়নৰ ক্ষেত্ৰত মনত ৰাখিবলগীয়া কথা।

গোস্বামীদেৱ এজন উচ্চ শিক্ষিত তথা অভিজাত ব্যক্তি। কিন্তু কোনো উচ্চ শিক্ষিত বা অভিজাত ব্যক্তিয়ে নোৱাৰাৰ দৰে গোস্বামীদেৱেও কেৱল উচ্চ শিক্ষিত বা অভিজাত ব্যক্তিৰ সংসৰ্গেৰে জীৱন অতিবাহিত কৰিব পৰা নাছিল। সেয়েহে 'অতীতৰ কথা'ও পুহাকা (পুহাৰাম দাস), সজেতা, ভন্দোকাই আদি লেখীয়া তথা কথিত সৰু মানুহবোৰেও (বিশেষণটো আমাৰ ৰুচিসন্মত নহয়) ভুমুকি মাৰিছে আৰু কেৱল ভুমুকি মৰাই নহয়, তেওঁলোকৰ আন্তৰিকতা, সৰলতা, বিশ্বাস, জীৱনধাৰা আদিৰ মাজেদি অসমীয়া লোক জীৱনেই আংশিকভাৱে হলেও প্ৰতিফলিত হৈছে।

তথাকথিত সৰু মানুহৰ সংসৰ্গৰ বিষয়ে এটা কথা উনুকিওৱা উচিত হ'ব। পুহাকা, সজেতা, ভন্দোকাই আদি তেখেতৰ শৈশৱ আৰু কৈশোৰতে লগ পোৱা মানুহ। পিছৰছোৱা জীৱনৰ সুদীৰ্ঘ কালত এই শ্ৰেণীৰ কোনো মানুহৰ লগত তেখেতৰ সংশ্ৰৱৰ কোনো আভাস পোৱা নাযায়। বিশ্বাস কৰিবলৈ টান যে, নিজৰ জন্ম ঠাইখনতেই প্ৰতিষ্ঠিত এখন কলেজত জন্মলগ্নৰেপৰা সুদীৰ্ঘ ২৩ বছৰ কাল অধ্যক্ষ হিচাবে কাৰ্য নিৰ্বাহ কৰা সত্বেও কলেজৰ কোনো এজন চৌকিদাৰ, পিয়ন, ...বাগিছাৰ মালী বা ঘৰৰ চাকৰ-নাকৰ (আচলতে আছিল নে নাই জনা নাযায়) বা তদ্ৰূপ যিকোনো এজন মানুহৰ লগত সুখ-দুখৰ ভাগ-বটোৱাৰা কৰিব পৰাকৈ তেখেতৰ কোনো সম্পৰ্ক গঢ়ি উঠা নাছিল। 'অতীতৰ কথা'মতে দেখা যায়, পৰিণত বয়স প্ৰাপ্তিৰ পিছত সৰু মানুহবোৰ তেখেতৰ জীৱনত অপাংক্তেয় হৈয়ে ৰ'ল। তাৰ অৰ্থ আমি কিন্তু এইবুলি গ্ৰহণ কৰিব নোখোজোঁ যে উল্লিখিত শ্ৰেণীৰ মানুহক গোস্বামীদেৱে বেয়া পাইছিল; বৰং ক'ব পাৰি, সাধাৰণ মানুহ হিচাবে জীৱনত সুখ বা আনন্দ পাব পৰা বিষয়বোৰৰ প্ৰতি তেখেতৰ যেন কোনো ৰতি নাই। ১৯৩০ চনত বি-এ ফাইনেল পৰীক্ষাৰ আগে আগে এটা সামাজিক প্ৰথাৰ বাধ্য বাধকতাত পৰি (অনিচ্ছা সত্বেও যেন) ১১ বছৰীয়া নলিনী বালা দেৱীক বিয়া কৰোৱাৰ উল্লেখ *অতীতৰ কথাত* আছে (পৃঃ ৫৪- ৩ কিন্তু শান্তি বিয়াৰ কোনো উল্লেখ নাই। তেনেকৈ পত্নীৰপৰা পোৱা প্ৰেম আৰু প্ৰেৰণা, প্ৰথম পিতৃত্বৰ ৰোমাঞ্চকৰ আনন্দ, পুত্ৰ-কন্যাৰ সু-কীৰ্তিৰ আনন্দ, জীয়েকৰ বিয়াৰ বেদনামধুৰ আনন্দ, নাতি-নাতিনীৰ জন্ম আৰু সিহঁতৰ সংগ সুখৰ আনন্দ আদি তেখেতে জীৱনত নিশ্চয় নোপোৱাকৈ থকা নাই; কিন্তু আত্মজীৱনীখনত সিবোৰক তেখেতে এক দাৰ্শনিক উদাসীনতাৰে উপেক্ষা কৰি গৈছে। ওপৰত গোস্বামীদেৱৰ জীৱনৰ এক গভীৰ বিষণ্ণতাবোধৰ কথা উনুকিয়াই অহা হৈছে; এই উদাসীনতা সেই বিষণ্ণতা বোধৰেই পৰিণতি হোৱাটো সম্ভৱ। গোস্বামীদেৱৰ জীৱনত বুলি নকওঁ

আত্মজীৱনীখনত পণ্ডিত, সাহিত্যিক, শিক্ষাবিদ, ৰাজনীতিবিদ আৰু বুদ্ধিজীৱী হিচাবে ভেখেতৰ জীৱনৰ গৌৰৱ কৰিব পৰা ঘটনাবোৰ সন্নিবিষ্ট হৈছে, কিন্তু মানুহ হিচাবে আনন্দ উপভোগ কৰিব পৰা বিষয়বোৰ উপেক্ষিত হৈছে। কিন্তু আত্মজীৱনীত লেখক জনৰ মানুহ হিচাবে সত্য, পৰিপূৰ্ণ ৰূপটোৰ প্ৰকাশ বাঞ্ছনীয়। এই দৃষ্টিভংগীৰে 'অতীতৰ কথা'ক 'উপন্যাসোপম আত্মজীৱনী' বুলিবলৈ আমি দ্বিধাগ্ৰস্ত।

কিতাপখনৰ 'আগকথি পাত' আৰু 'ভূমিকা'ত কিতাপখনৰ পৰিচয় দিয়া হৈছে 'আত্মজীৱনী' বুলি। কিন্তু আমি 'অতীতৰ কথা'ক 'আত্মজীৱনী' বোলাৰ পৰিবৰ্তে 'স্মৃতিকথা' বুলিবলৈহে অধিক আগ্ৰহী। কিয়নো, "আত্মজীৱনীত লেখকৰ ব্যক্তি চৰিত্ৰ আৰু আত্মজিজ্ঞাসাই প্ৰধান হৈ উঠে। আত্মপঞ্জী নাইবা স্মৃতিকথাত ব্যক্তি চৰিত্ৰতকৈ বাহ্যিক ঘটনা প্ৰবাহে অধিক প্ৰাধান্য বিস্তাৰ কৰে" ( ৰামমল ঠাকুৰীয়া : সাহিত্য বিচাৰ )। গোস্বামীদেৱৰ 'অতীতৰ কথা'তো লেখকৰ ব্যক্তি চৰিত্ৰ আৰু আত্ম-জিজ্ঞাসাতকৈ বাহ্যিক ঘটনাপ্ৰবাহৰ প্ৰাধান্য অধিক যেন অনুভৱ কৰা যায়। কিতাপখনৰ বিষয়বস্তু বৰ্ণনাৰ ৰীতিয়ে এই অনুভৱক গভীৰ কৰি তোলে। তদুপৰি 'অতীতৰ কথা' নামটোও আত্মজীৱনীতকৈ স্মৃতিকথাৰ ক্ষেত্ৰতহে বেছিকৈ খাপ খোৱা যেন লাগে। অৱশ্যে, স্মৃতিকথাও আত্মজীৱনীৰে এটা উপভাগ।

'অতীতৰ কথা'ক আত্মজীৱনী বুলি নধৰি স্মৃতিকথা বুলি ধৰিলে কিতাপখনৰ অন্তৰ্ভুক্ত বিষয়বস্তুৰ বৰ্ণনাত ঠায়ে ঠায়ে দেখা দিয়া সংগতিহীনতা আৰু পুনৰুক্তিৰ বিষয়ে আপত্তিৰ কাৰণ কিছু তৰল হৈ পৰিব যেন লাগে। "প্ৰাইমাৰী স্কুলত পঢ়া কালছোৱাত দুটা ঘটনা উল্লেখযোগ্য" ( পৃঃ ৯-১১ ) বুলি এগৰকী খঙাল শিক্ষকৰ বিপৰ্যয় আৰু বেণ্টিংক চাহাবৰ স্কুল পৰিদৰ্শনৰ যি দুটা কাহিনী উল্লেখ কৰা হৈছে আত্মজীৱনীৰ বাবে সিবোৰৰ অন্তৰ্ভুক্ত সংগতিপূৰ্ণ বুলি ভাবিব নোৱাৰি। তেনেদৰে, নলবাৰীৰ কলেজ গঢ়ি তোলাৰ ক্ষেত্ৰত হোৱা কষ্টৰ স্মৃতিচাৰণত বাট পথৰ অনুন্নত অৱস্থাৰ বৰ্ণনাৰ প্ৰাসঙ্গিকতা থাকিলেও মহাদেব কবিৰাজৰ ফাৰ্মাচীত এজন ভণ্ড হস্তৰেখা বিশাৰদৰ অন্তঃসাৰ শূন্য ভবিষ্যৎ বাণী শুনাৰ বৰ্ণনা ( পৃঃ ১০৫ ) কৌতুকপূৰ্ণ হলেও তাৰ প্ৰাসংগিকতা বিচাৰি পোৱা নাযায়। তেনেকুৱা উদাহৰণ আৰু ভালেখিনি আছে। আমাৰ ধাৰণা, গোস্বামীদেৱে জীৱনৰ একো একোটা বয়সত লাভ কৰা ৰাজনৈতিক, শৈক্ষিক, সামাজিক আদি বিভিন্ন প্ৰকাৰৰ অভিজ্ঞতা পৃথক পৃথকভাৱে শ্ৰেণীভুক্ত নকৰি নিৰ্বিচাৰে একাদিক্ৰমে বৰ্ণনা কৰি যোৱা হেতুকে বিষয়বস্তুৱে এনেকৈ সংগতি আৰু সংহতি হেৰুৱাই পেলাই বিক্ষিপ্ত হৈ পৰিছে। কিতাপখনত যে পুনৰুক্তি ঘটা নাই তেনেও নহয়। নলবাৰী কলেজ স্থাপনত স্থানীয় ডেকাদলৰ উদ্যম আৰু লেখকৰ অধ্যক্ষ হিচাবে দায়িত্ব গ্ৰহণৰ কথা ( পৃঃ ৯৮, ১০০, ১০৮-১০৯ ), গান্ধীজীৰ

অহিংস আন্দোলনৰ বিপৰীতে সুভাষ বসুৰ আদৰ্শৰ বিশিষ্টতা, দেশত্যাগ আৰু দেশবাসীৰ জল্পনা-কল্পনাৰ কথা (পৃঃ ৮৮ আৰু ১১১), দিল্লীৰ অনাৰ্তাৰ কেন্দ্ৰত ৰমা দাশৰ সৈতে চুটি গল্প পাঠৰ কথা (পৃঃ ১৪৯ আৰু ১৯২), দ্বিতীয় তেল শোধনাগাৰ আন্দোলনত নলনাৰীৰ শশী শৰ্মা আৰু দুৰ্গা বাজাজৰ কাৰাবৰণৰ কথা (পৃঃ ১৪৭ আৰু ২৩০) আদি একাধিক বাৰ বৰ্ণিত হৈছে।

'অতীতৰ কথা'ত লেখকৰ ৰাজনৈতিক সচেতনতাৰ পৰিচয় স্পষ্ট। ভাৰতভূমিৰ ওপৰত প্ৰথম মহাসমৰৰ প্ৰভাৱৰপৰা আৰম্ভ কৰি শেহতীয়া অসমৰ বিদেশী বহিষ্কৰণ আন্দোলনলৈকে কোনোটো ৰাজনৈতিক আন্দোলনেই তেখেতৰ দৃষ্টিৰপৰা আঁতৰি যাব পৰা নাই। কিন্তু অনুভৱ কৰা যায়, ৰাজনৈতিক পৰিস্থিতি বিশ্লেষণত লেখক কেতিয়াবা কেতিয়াবা অস্পষ্টতাৰদ্বাৰা আচ্ছন্ন নোহোৱাকৈ থকা নাই অথবা কেতিয়াবা কেতিয়বা পৰ্যবেক্ষণ সূক্ষ্মহলেও বিশ্লেষণত প্ৰয়োজনাধিক সংক্ষিপ্ততাৰ আশ্ৰয় লোৱাৰ ফলত বিশ্লেষণ অস্পষ্ট হৈ পৰিছে। উদাহৰণ স্বৰূপে "নেহৰু প্ৰধানমন্ত্ৰী হৈ থকা কালত দেশখনৰ যে ভালেখিনি অগ্ৰগতি হৈছিল তাত সন্দেহৰ অবকাশ নাই। তথাপি এদল ইয়াত সন্তুষ্ট হোৱা নাছিল আৰু দেশে লাভ কৰা সাফল্যৰ তুলনাত ভাৰতৰ মৌলিক সমস্যা যে সমস্যা হৈয়েই আছে—এই দিশৰ প্ৰতি তেওঁলোকে আঙুলিয়াইছিল" (পৃঃ ১১৫)। উক্ত মন্তব্যটিত 'ভালেখিনি' বুলি ভবা অগ্ৰগতিৰ এটা ৰূপৰেখা দাঙি ধৰাৰ প্ৰয়োজন আছিল। কাৰণ ভাৰতৰ মৌলিক সমস্যাসমূহক সাময়িকভাৱে হলেও ঢাকি ৰখা তথাকথিত অগ্ৰগতিত 'এদল' ৰাজনৈতিক নেতা কৰ্মীৰ অসন্তুষ্টিৰ যথাৰ্থতা সহজ বিচাৰ্য হৈ উঠিলহেঁতেন। তদুপৰি অসন্তুষ্ট সেই 'এদল'ৰ ৰাজনৈতিক পৰিচয় স্পষ্টভাৱে চিহ্নিত কৰাৰ লগতে প্ৰচলিত ব্যৱস্থাৰ পৰিবৰ্তনৰ বাবে তেওঁলোকে কি কাৰ্য ব্যৱস্থা গ্ৰহণ কৰিছিল তাৰ উল্লেখ, অপ্ৰয়োজনীয় নহয়। পৰিণতি স্বৰূপে বিশ্লেষণটি ইতিহাসধৰ্মী নহৈ কাহিনীধৰ্মী হৈ পৰা বুলি ক'ব পাৰি।

সেইদৰে অসম আন্দোলনৰ (বিদেশী বহিষ্কৰণ) বিশ্লেষণৰ ক্ষেত্ৰতো অধিক বস্তুনিষ্ঠ হোৱাৰ অবকাশ আৰু প্ৰয়োজনো আছিল। ইয়াৰ পৰিণতিত তেখেতে দিয়া অসম আন্দোলনৰ বিশ্লেষণটো এজন আবেগিক সমৰ্থনকাৰীৰ একপক্ষীয় বিশ্লেষণ বুলি ক'ব পৰা বিধৰ হৈছে। কাৰণ অসম আন্দোলনৰ ঘোষিত অহিংস নীতিৰ বিপৰীতে প্ৰকাশিত ফেচিবাদী কাৰ্য-কলাপবোৰৰ কথা স্বীকাৰ কৰা হোৱা নাই। সেয়েহে আন্দোলনটোৰ প্ৰসংগত ভিন্নমত পোষণ কৰা বাবে যে বিভিন্ন ৰাজনৈতিক দলৰ নেতা, কৰ্মী, সমৰ্থক নিৰ্যাতনৰ বলি হবলগীয়া হৈছিল, আনকি মৃত্যুৰ মুখতো পৰিছিল সেই কথা মুকলিকৈ নকৈ কেৱল অজ্ঞাত দুষ্কৃতিকাৰী বা সমাজবিৰোধী শক্তি আৰু যিবোৰৰ উত্থানৰ বাবে প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীকহে জগৰীয়া

কৰা হৈছে। অসম চুক্তিত কিন্তু কোনো চুক্তিকাৰী বা সমাজবিৰোধীৰ নহয়, অসম আন্দোলনত সক্ৰিয় অংশ গ্ৰহণকাৰী কিছুমানৰ বিৰুদ্ধে পঞ্জীভুক্ত আন্দোলনভিত্তিক ফৌজদাৰী গোচৰবোৰহে প্ৰত্যাহাৰৰ ব্যৱস্থা কৰা হৈছে।

আকৌ, নিম্নোক্ত মন্তব্যটোও লক্ষ্যণীয়। 'এই আন্দোলনৰ বিপক্ষেও হয়তো কিছু কিছু লোক আছে কিন্তু এওঁলোকে আন্দোলনৰ সপক্ষে প্ৰকাশ্যে মাত নামাতিলেও তাৰ বিৰোধিতা কৰা নাই আৰু এওঁলোকে সম্পূৰ্ণ নীৰৱতা অবলম্বন কৰি আছে, হয়তো প্ৰবল জনমতৰ বিপক্ষে যাবলৈ এওঁলোকে সাহ কৰা নাই" (পৃঃ ২৩৯)। প্ৰথম কথা, মন্তব্যটোৰ শেষৰ 'সাহ কৰা নাই' কথাষাৰ বহুলাংশে সঁচা। কাৰণ সাহ কৰিব নোৱৰা ধৰণৰ পৰিস্থিতি এটাই বিৰাজ কৰিছিল আন্দোলনকালীন সময়ছোৱাত সমগ্ৰ অসমতে নহলেও অন্ততঃ ব্ৰহ্মপুত্ৰ উপত্যকাত আৰু সেয়েহে আন্দোলনটোৰ ক্ষেত্ৰত প্ৰয়োগ কৰা, 'অহিংস', 'গণতান্ত্ৰিক' আদি বিশ্লেষণবোৰো বিতৰ্কৰ উৰ্দ্ধত নহয়। দ্বিতীয় কথা, আন্দোলনৰ বিপক্ষে থকা লোকসকলৰ সকলোৱে নহলেও কিছুমানে যে 'বিৰোধিত' কৰা নাই' আৰু সকলোৱে যে সম্পূৰ্ণ নীৰৱতা অবলম্বন কৰি আছে' সেই কথা সঁচা নহয়। ৰাজনৈতিক দল কেইটামানৰ মুখপত্ৰ, প্ৰেচ বিজ্ঞপ্তি আদিৰ কথা বাদ দিলেও ৰাজনৈতিক দলীয় বন্ধনৰপৰা মুক্ত 'নাগৰিক', 'সাপ্তাহিক জনজীৱন', 'কলাকাৰ', 'জনক্ৰান্তি' আদিৰ লেখীয়া বাতৰি কাকতত কেবাগৰাকীও বিশিষ্ট সাংবাদিক, বুদ্ধিজীৱীৰ স্পষ্ট আন্দোলন বিৰোধী [আন্দোলনটোৰ ইছু (issue) বিৰোধী নহয়, পদ্ধতি বিৰোধী] লেখা প্ৰকাশ হৈছিল। অন্ততঃ ড° হীৰেণ গোঁহাই সংকলিত 'তেজৰ আখৰে লেখা' (প্ৰকাশক – শ্ৰীভূমি পাবলিচিং কোম্পানী, কলিকতা, ১৯৮২) কিতাপনি বৰ্তমানো সহজলভ্য ইয়াৰ এক উৎকৃষ্ট উদাহৰণ। সেইবোৰ তথ্যৰ প্ৰতি লেখকৰ অজ্ঞতা বা অমনোযোগিতা 'অতীতৰ কথা'ত অনুভব কৰা যায়। গতিকে ক'ব পৰা যায়, ৰাজনৈতিক পৰিস্থিতি বিশ্লেষণত 'অতীতৰ কথা'ৰ লেখক তথ্যৰ অভাৱ, অত্যধিক সংক্ষিপ্ত কৰণ প্ৰীতি আৰু আবেগিকতাৰদ্বাৰা কিছু পৰিমাণে আক্ৰান্ত। কিন্তু গোস্বামীদেৱক ৰাজনৈতিক প্ৰতিবেদন বা সমীক্ষক বুলি নধৰি আত্মজীৱনী বা স্মৃতিকথাৰ লেখক ৰূপে আন্দোলনটিৰ এগৰাকী দ্ৰষ্টা বুলি ধৰিলে কঠিন সমালোচনাৰপৰা হয়তো ৰেহাই দিব পাৰি।

ষষ্ঠ অধ্যায়ত সন্নিবিষ্ট সাহিত্য অকাদেমীৰ বঁটা গ্ৰহণ কৰিবলৈ গৈ কৰা ভ্ৰমণৰ দীঘলীয়া আৰু অনুপুংখ বৰ্ণনা আত্মজীৱনীৰ অংশ যেন নহৈ কোনো পৰ্যটকৰ দিনপঞ্জী বা টোকা যেনহে লগা হৈছে। অৱশ্যে স্মৃতিকথাৰ বাবে সি হয়তো অগ্ৰহণীয় নহয় আৰু ঠায়ে ঠায়ে সন্নিবিষ্ট কিছুমান আচহুৱা অভিজ্ঞতাৰ বৰ্ণনা (পাণ্ডাৰ উৎপাত,

চোৰ-ঠগৰ ভয়ত যাত্ৰীৰ প্ৰতি পাণ্ডাৰ ৰক্ষণাবেক্ষণৰ ব্যৱস্থা ), জনশ্ৰুতি ( নিধুবন ৰাধাৰ ক্ৰীড়াস্থলী, গংগাৰ পাৰৰ মহাশ্মশানত হৰিশ্চন্দ্ৰৰ পত্নীৰ লগত পুনৰ্মিলন ), ব্যক্তিনিষ্ঠ মন্তব্য আদিয়ে কিছু পৰিমাণে সৰলতা দান কৰিছে।

দদায়েকৰ চুৰট পান, মাৰৈ পূজাৰ বলিদান দৰ্শন, ভন্দোকাইৰ ভূতৰ সৈতে যুদ্ধ, মহাদেৱ কবিৰাজৰ ফাৰ্মাচীত হস্তৰেখা বিচাৰ আদিৰ বৰ্ণনাত এগৰাকী দক্ষ কথাসাহিত্যিকৰ কুশলহস্তত্বৰ পৰিচয় বিৰিঙি ওলাইছে।

দোষ-ত্ৰুটিৰ সম্পূৰ্ণ উৰ্দ্ধত নহলেও এগৰাকী ব্যক্তিৰ নিজৰ জীৱনৰ শতিকা জোৰা অভিজ্ঞতা আৰু উপলব্ধিৰ এক অৰ্থপূৰ্ণ অভিব্যক্তি ৰূপে 'অতীতৰ কথা'ৰ স্থান তাৎপৰ্যপূৰ্ণ। ☐

# চিন্তা-তৰংগ

## ৰৌচন আলী

ত্ৰৈলোক্যনাথ গোস্বামীৰ 'চিন্তা-তৰংগ' ষোলটা মননশীল প্ৰবন্ধৰ সমষ্টি। প্ৰথম প্ৰবন্ধ 'বিজ্ঞান আৰু মানৱতা'ত লিখকে মানৱৰ সীমিত শক্তিৰ বিষয়ে আলোচনা কৰি বিজ্ঞানে কিদৰে নৱ নৱ আবিষ্কাৰৰ জৰিয়তে মানৱ জীৱনক শক্তিশালী কৰিবলৈ প্ৰয়াস কৰিছে সেই বিষয়ে কৈছে। অন্যহাতে বিজ্ঞানৰ সহায়ত মানৱে নিজৰ সপোনক বাস্তৱত ৰূপ দিব পৰা নাই সম্পূৰ্ণভাৱে। কিয়নো এই সত্য আপেক্ষিক সত্যহে, নিয়ৰৰ টোপোলাৰ দৰে অস্থায়ী। বিজ্ঞানৰ যান্ত্ৰিক সভ্যতাই মানৱৰ পূৰ্ণতা সাধন কৰিবলৈ অসমৰ্থ হ'ল। এওঁলোকে ভগৱানৰ আসন লাভৰ বাবে এক মায়া-মৰীচিকাৰ পাছে পাছে ধাবিত হ'ল সঁচা কিন্তু বিফল হ'ল।

দেখা যায় বিজ্ঞানে অইন নতুন বস্তু একো যেন আবিষ্কাৰ কৰিব পৰা নাই। পৃথিৱীত থকা বস্তুবেই নতুন ৰূপ দিছে। তাৰ পাছত গোস্বামীদেৱে বিজ্ঞানে আবিষ্কাৰ কৰা মৰণাত্মক অস্ত্ৰবোৰৰ ধ্বংসাত্মক ৰূপটো আঙুলিয়াই দিছে। বিজ্ঞানী-বোৰ আজি নিজ নিজ শ্ৰেষ্ঠত্বৰ অহমিকাত অন্ধ হৈছে। ড° ৰাধাকৃষ্ণনে কৈছিল যে বিজ্ঞানৰ আবিষ্কাৰৰ ফলত পৃথিৱীখন সৰু হলেও মানুহৰ মনবোৰ এক হোৱা নাই। দেশে দেশে জাতিয়ে জাতিয়ে কলহৰ ভাব বাঢ়ি গৈছে। অৰ্থনৈতিক পীড়ন, শোষণৰ সৃষ্টি হৈছে। পৰস্পৰৰ মাজত সন্দেহ আৰু অবিশ্বাসৰ ভাব বাঢ়িছে। মানুহ জ্ঞানী হোৱা নাই। কোনোবা লোক ধনী হৈছে ; কিন্তু গুণী-মানী হোৱা নাই। সামাজিক জীৱনাদৰ্শত এক মূল্যবান দিশ বাদ পৰি গৈছে। সেইটো হ'ল আধ্যাত্মিক দিশ। ধনী-দুখীয়াৰ ভেদাভেদ বাঢ়ি গৈছে। নৈতিক আৰু দাৰ্শনিক আদৰ্শৰ ওপৰত আস্থা হেৰাই গৈছে। এনে এক জটিল পৰিস্থিতিত মানৱতাৰ আদৰ্শ অতিকৈ প্ৰয়োজনীয়। বৈজ্ঞানিক আৰু দেশৰ নেতাসকল মানৱতাবোধৰ আদৰ্শৰে বাস্তৱ জীৱনৰ সমাজৰ সমস্যা সমাধানত অনুপ্ৰাণিত হব লাগিব। নহলে মানৱ জাতিৰ ভৱিষ্যত অন্ধকাৰ। আজিৰ মানুহৰ সমাজত এক ঐশী শক্তিৰ প্ৰয়োজন হৈছে। আন্তৰ্জাতিক নেতাবোৰৰ মাজত পৰস্পৰে পৰস্পৰক বুজা পৰা, ত্যাগ আৰু সহনশীল হোৱা অতি আৱশ্যক হৈছে। বিজ্ঞান এক জীৱন আদৰ্শহে। ই মানৱ জীৱনৰ পূৰ্ণতা সাধন কৰিব পৰা নাই বুলি গোস্বামীয়ে কৈছে। গতিকে আত্মকেন্দ্ৰিক শিক্ষাৰ আদৰ্শ পৰিহাৰ কৰি এনে এক নৈতিক আৰু আধ্যাত্মিক শিক্ষাব্যৱস্থা দেশত প্ৰৱৰ্তন কৰিব লাগে, যাতে

মানুহে মহামানৱ মহাত্মাগান্ধীৰ দৰে দেশ আৰু জাতিক মহান কৰাৰ সপোন ৰচনা কৰিব পাৰে।

ইয়াৰ পাছৰ প্ৰবন্ধটি হ'ল 'জাতীয় ঐক্য'। ইয়াত গোস্বামীদেৱে দেশত জনগণৰ মাজত উপযুক্ত শিক্ষাৰ প্ৰচলন কৰি সামাজিক, অৰ্থনৈতিক, ভেদাভেদ আঁতৰ কৰি মানুহৰ অন্তৰত ভালপোৱা ভাবৰ সঞ্চাৰ কৰি 'লিনকনৰ' দৰে জীৱন ত্যাগ কৰি হ'লেও জাতীয় ঐক্য সাধনত সকলোকে ভাগ লবলৈ উদাত্ত স্বৰেৰে আহ্বান জনাইছে।

৮য় প্ৰবন্ধ 'আৰ্টত' লিখকে আৰ্ট সম্পৰ্কে কৰা ধাৰণা ফুটি উঠিছে। আৰ্ট কলা-কাৰৰ ইন্দ্ৰিয়গ্ৰাহ্য প্ৰকাশ। এজন আৰ্টিষ্ট সামাজিক বন্ধনৰপৰা মুক্ত নহয়। আৰ্ট'ৰ সৌন্দৰ্য জাগতিক নহয়। আৰ্ট প্ৰতীকধৰ্মী। আৰ্ট'ৰ মাজেদি আধ্যাত্মিক ভাব প্ৰকাশ কৰা হয়। চিত্ৰশিল্প, স্থপতি আৰু ভাস্কৰ বিদ্যাতকৈ বেছি উন্নত। কিয়নো ইয়াৰ মাজেদি শিল্পীৰ অন্তৰ-আত্মা প্ৰকাশ পায়। জাৰ্মান দাৰ্শনিক হেগেলে আৰ্ট'ক দুটা ভাগত ভগাইছে। এটা হ'ল সংগীত আৰু আনটি হ'ল কাব্য। ইয়াৰ মূলতে দাৰ্শনিকজনৰ আধ্যাত্মিক আদৰ্শৰ ওপৰত থকা অটল বিশ্বাসকে বুজাইছে। সমাজ জীৱনৰ প্ৰতি কলাকাৰৰ নিজস্ব ভংগী থাকে। ইয়াত ইংগিত ময়তা আছে। ব্যঞ্জনাৰ সহায়ত কাব্য প্ৰকাশ পায়। নাট, চিত্ৰ, কাব্য গীত আদি সৃষ্টি হয় শিল্পীৰ অন্তৰত যেতিয়া নানা অভিজ্ঞতাৰ মোকোহ জন্মে। এই অভিজ্ঞতাই সৌন্দৰ্য অনুভূতিতো প্ৰকাশ কৰে। আৰ্ট সমাজৰ মংগলৰ বাবেহে আৰ্ট'ৰ বাবে আৰ্ট নহয়।

ইয়াৰ পাছৰ প্ৰবন্ধটি হ'ল 'কেইজনমান কলিকতা প্ৰবাসী অসমীয়া লোকৰ সান্নিধ্য'। কলিকতাত থকা সময়ত 'আৱাহন'ৰ যুগত দীননাথ শৰ্মা, হৰেন্দ্ৰনাথ শৰ্মা, যতীন্দ্ৰনাথ দুৱৰা, হলিৰাম ডেকা আদি সাহিত্যিকসকলৰ লগত গোস্বামীৰ পৰিচয় হয় আৰু সাহিত্য ৰচনাৰ বাবে অনুপ্ৰেৰণা লাভ কৰে।

'মোৰ সাহিত্য সেৱাৰ প্ৰেৰণা' নামৰ প্ৰবন্ধটিত তেওঁ কৈছে যে কোনো অলৌকিক ঘটনা বা স্বনামধন্য ব্যক্তিৰ সংস্পৰ্শত তেখেতৰ সাহিত্য চৰ্চাৰ বাবে অনুপ্ৰেৰণা লাভ কৰা নাই। অগ্ৰজ ৺শশীকান্ত গোস্বামীদেৱে কবিতা লিখাত তেওঁক উৎসাহ যোগাইছিল। ছেক্সপিয়েৰৰ হেমলেট নাটকৰ বঙালী অনুবাদে তেওঁক অনুপ্ৰাণিত কৰিছিল। আকৌ ভিক্টোৰ হিউগৰ 'লা মিজাৰেবল' ছেক্সপিয়েৰৰ 'মেকবেথ', 'ব্ৰাউনিঙৰ 'এন্দ্ৰিয়া ডেল' ছাৰ্টো', 'ফ্ৰালিপ্পো-লিপ্পি, আদিৰ কবিতা আৰু ৺ৰঘুনাথ চৌধাৰীদেৱ আৰু কৰ্মবীৰ ৺নবীন চন্দ্ৰ বৰদলৈদেৱেও তেওঁক সাহিত্য চৰ্চাত উৎসাহ যোগাইছিল।

'বিজ্ঞান আৰু নৱসমাজৰ সাংস্কৃতিক বিকাশ'ত তেখেতে ব্যক্ত কৰিছে যে, বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে আদিমতাৰপৰা মানুহে সভ্যতাৰ ফালে গতি কৰিলে।

অভিজ্ঞতাবোৰ লিখনিৰদ্বাৰা লিপিবদ্ধ কৰি সংস্কৃতিৰ ৰূপ সংৰক্ষণ কৰি দাসত্ব আৰু শোষণৰপৰা মুক্তি লাভ কৰাৰ প্ৰচেষ্টাৰে জন্ম দিলে নতুন ভাব আদৰ্শক। সমাজ বিকাশৰ বাবে ব্যক্তিয় আত্মপ্ৰকাশ কৰাটো সমুচিত। যেতিয়া বিজ্ঞানৰ প্ৰযুক্তি-বিদ্যাৰ সম্প্ৰসাৰণ ঘটিছিল, ধৰ্মই কাম নকৰা হৈছিল আৰু বিজ্ঞানে জাগতিক চৰম সত্য আবিষ্কাৰত মনোনিবেশ কৰিছিল, তেতিয়া জীৱনবোধৰ কাৰণে সকলো অন্ধকাৰ ঠেলি পোহৰৰ বাট সুচল কৰিবৰ বাবে সমাজত এজন বৈজ্ঞানীকৰ অকলং শৰীয়া জীৱন যাপনতকৈও সমাজৰ এজন গুণী-উদ্যোগী শান্তিকামী লোকৰ প্ৰয়োজন হৈ পৰিছিল।

ভবিষ্যত শিক্ষা পদ্ধতিত শিক্ষকৰ ব্যক্তিত্ব এই প্ৰবন্ধটিত গোস্বামীয়ে কৈছে যে, বৰ্তমান দেশত এক শিল্প কেন্দ্ৰিক সভ্যতা গঢ়ি উঠিলেও আমাৰ দেশৰ শিক্ষকসকলে নতুন নতুন জ্ঞান অন্বেষণ কৰি গতিশীল সাংস্কৃতিক গোষ্ঠীমুক্ত কৰি যুদ্ধৰপৰা আঁতৰ কৰি শিক্ষা ব্যৱস্থা শিল্প উন্নয়নৰ আদৰ্শমুখী কৰি এক বিচিত্ৰ সংস্কৃতি গঢ়ি তুলিব লাগিব। শিক্ষকসকল হব লাগিব সাহসিক, সত্যবাদী, আৰু কৰ্মপৰায়ণ। শিক্ষকে ছাত্ৰসকলক নিজৰ আদৰ্শেৰে উদ্বুদ্ধ কৰিব লাগিব। শিক্ষকৰ কথা আৰু কামৰ মাজত পাৰ্থক্য থাকিব নালাগে। শিক্ষকসকল আত্মবিশ্বাসী আৰু আত্মসন্মানী হব লাগে। কিয়নো কৰ্মবিমুখ লোকৰ সামাজিক মূল্য নাই। শিক্ষাৰ সুফলৰ বাবে আমাৰ চৰকাৰে কৰ্মক্ষেত্ৰৰ পৰিকল্পনা কৰা দৰ্কাৰ।

'উদাসীনতা' নামৰ প্ৰবন্ধটিৰ প্ৰকাশভংগী গল্পৰ ব্যঞ্জনাৰ দৰে। দুজন প্ৰফেচাৰ, বন্ধু কলিতা আৰু বৰুৱাৰ ব্যৱহাৰৰ মাজেৰে ইংগিত দিছে যে জীৱন কেতিয়াবা কেতিয়াবা সৰু সৰু কথাত উদাসীন হোৱাটো আৱশ্যক। এৰা ধৰাৰ মাজেৰে জীৱনটো চলাব লাগে। কামনা-বাসনাৰ প্ৰতি উদাসীন হব পাৰিলে সমাজত আদৰ বাঢ়ে। ভোগৰ অন্ত নাই। বাসনাবো পৰিতৃপ্তিৰ শেষ নাই। সৰু কথা, কটু কথা পাহৰি এক 'হিউমাৰৰ'দ্বাৰা নিজৰ কল্পিত আদৰ্শ সাধনত ৰত থাকিলে জীৱন মধুৰ হব বুলি গোস্বামীয়ে বিশ্বাস কৰে।

'গান্ধীজীৰ সামাজিক আদৰ্শ' এই প্ৰবন্ধটিত গোস্বামীয়ে গান্ধীজীৰ আদৰ্শৰ প্ৰতি থকা শ্ৰদ্ধাকে নিবেদন কৰিছে। যীশু, হজৰত মহম্মদ, লুথাৰ আদিৰ দৰে মহাত্মা গান্ধীয়ে দেশৰ নিষ্পেষিত জনগণৰ হকে সত্য আৰু অহিংসাৰ মন্ত্ৰেৰে পোহৰ আৰু শান্তি আনিবলৈ প্ৰয়াস কৰিছিল। মানুহ ঈশ্বৰ বিশ্বাসী হব লাগিব। অহংকাৰ পৰিহাৰৰদ্বাৰা আত্মশক্তি উপলব্ধি আৰু পশুত্বৰপৰা নিজক মুক্ত কৰি সৎ আৰু পৱিত্ৰ জীৱন যাপন কৰিব পাৰিলেহে মানৱৰ মুক্তি সম্ভৱ হব পাৰে। পাশ্চাত্য সভ্যতা বৰ্জন কৰিবলৈ গোস্বামীয়ে আহ্বান কৰিছে। কিয়নো গান্ধীজীৰ কল্পিত

আদৰ্শত আধ্যাত্মিকতাৰ অপ্ৰতিহত প্ৰভাৱ স্পষ্ট ইয়াত। মাৰ্ক্সে কৰা সংহতি আৰু মৈত্ৰীৰ আশা কৰা মিছা। ইয়াৰ প্ৰমাণ চীন-ৰুচৰ বিৰোধ। মাৰ্ক্সীয় আদৰ্শৰে সাম্য আৰু মৈত্ৰী স্থাপন অসম্ভৱ। গান্ধীজীৰ আদৰ্শ য'ত হাৰ মানিছে তাত তেওঁ সহানুভূতিৰে আগবাঢ়িছে। গান্ধীজী ভাৰতীয় পৰম্পৰাৰ বাহক। গান্ধীজীৰ বাস্তৱবাদ আধ্যাত্মিকতাৰ স্বাক্ষৰ। মানুহ ভগবানৰ অংশ স্বৰূপ। গতিকে মানুহ ভগবানৰ দাস হিচাপেহে জীৱন সুখৰ হব।

'বৰ্তমান সমাজৰ দুৰ্নীতি' এই প্ৰবন্ধটিত লিখকে কৈছে যে, ২য় মহাসমৰৰ পাছত আমাৰ সমাজ নানা প্ৰলোভনৰ মাজেৰে দুৰ্নীতিৰ সন্মুখীন হৈছে। পৰিণতি স্বৰূপে আদৰ্শৰ পতন ঘটিছে। নৈতিকতাক বলি দিয়া হৈছে। গতিকে এই দুৰ্নীতিৰ অবসান ঘটাব লাগিলে উপযুক্ত শিক্ষা আৰু নিয়মানুৱৰ্তিতাৰ মাজেৰে নিজৰ কৰ্মত আনন্দৰ সৃষ্টি কৰি আৰ্থিক স্বচ্ছলতা আৰু সুখ-স্বাচ্ছন্দ্য বিচাৰিব লাগিব। পাৰ্থিৱ সম্পদ লাভৰ আশা নোহোৱাই ভাল। ৰাজনৈতিক নেতাসকলো সংযমী হৈ জনসাধাৰণক সহায় কৰিব লাগিব।

'প্ৰমিথিউজ' নামৰ প্ৰবন্ধটিত স্বৰ্গৰ দেৱতা জ্যুচৰ (symbol of evil) বিৰুদ্ধে 'প্ৰমিথিউজ'য়ে (representative of mankind and symbol of goodness) যেতিয়া মানৱ জাতিক এন্ধাৰৰপৰা ৰচোৱাৰ বাবে স্বৰ্গৰপৰা পোহৰ আনি ৰক্ষা কৰিলে, তেতিয়া 'প্ৰমিথিউজে' ত্ৰিশ হেজাৰ বছৰ ককেচাচ পৰ্বতত শিকলিবদ্ধ হৈ শাস্তি ভুগিব লগা হয়। অৱশেষত হাৰকিউলিছে প্ৰমিথিউজক মুক্ত কৰে। প্ৰবন্ধটো ব্যঞ্জনা ধৰ্মী হৈছে। মানুহ zeus ( জ্যুচ ) হ'ব নালাগে ; কিয়নো তেওঁ অত্যাচাৰী। মানৱজাতি প্ৰমিথিউজৰ আদৰ্শৰে অনুপ্ৰাণিত হব লাগে।

'ভাৰত আমাৰ জননী আমাৰ' এই শীৰ্ষক প্ৰবন্ধটিত গোস্বামীয়ে দেশৰ লোকক কৰ্মপ্ৰাণ, উৎসাহী হৈ দেশৰ সৰ্বাংগীন উন্নতিৰ বাবে কামত আগবাঢ়িবলৈ আহ্বান জনাইছে! মাতৃভূমিৰ উন্নতিৰ হকে প্ৰতিজনে সৰহ উৎপাদন, সাধু আচৰণ কৰিব লাগিব। মৌলিক সংহতি বিকাশ কৰিবলৈ প্ৰত্যেকে পাৰম্পৰিকভাৱে কামত লিপ্ত হব লাগিব। তেতিয়াহে এখন ধৰ্মনিৰপেক্ষ ৰাষ্ট্ৰ গঠন কৰিব পৰা যাব।

'গ্ৰাম্যজীৱনত অশান্তিৰ সূত্ৰপাত' নামৰ প্ৰবন্ধত লিখকে গ্ৰাম্যজীৱন নানা অভাৱ অনাটন, নীচতাৰে ভৰা বুলি দুখ কৰিছে। তাতে আকৌ ৰাজনৈতিক স্বাৰ্থন্বেষী সকলে নানা লোভ আদি দেখুৱাই অতীতৰ সহজ-সৰল, সুখ-সম্পদৰে ভৰা গ্ৰাম্য জীৱনত নানা কলহৰ বীজ ৰোপন কৰা দেখা গৈছে।

'দুৰ্নীতি আৰু ব্যক্তি জীৱনৰ সংস্কাৰ' প্ৰবন্ধত গোস্বামীয়ে কৈছে যে, সামাজিক আদৰ্শ লোপ পালে আৰু সদাচাৰৰ অভাৱ হলে দুৰ্নীতিয়ে সমাজক গ্ৰাস কৰে।

গতি:ক দুৰ্নীতি মোচনৰ বাবে এক আদৰ্শপুষ্ট শিক্ষা ব্যৱস্থাৰ দৰ্কাৰ। নিজৰ ঘৰৰ দৰিদ্ৰতা মোচন কৰি এক সাৰ্বজনীন সংস্কাৰৰ মনোভাবেৰে শ্ৰমশীল জ্ঞানেৰে নিষ্ক্ৰিয় আৰু উদাসীন মনোভাব আঁতৰ কৰি আগবাঢ়িব লাগিব। তেতিয়াহে সামাজিক সংস্কাৰ সাধিত হব।

'গীতা' নামৰ প্ৰবন্ধটিত লিখকে কুৰুক্ষেত্ৰত কৌৰৱ-পাণ্ডৱৰ মাজত উদ্ভৱ হোৱা গাণ্ডীৱধাৰী শ্ৰীকৃষ্ণৰ মনৰ অন্তৰ্দ্বন্দ্বক প্ৰকাশ কৰিছে। এই অন্তৰ্দ্বন্দ্ব বৈষয়িক সুখ স্বাচ্ছন্দ্য আৰু আধ্যাত্মিক অপৰাধৰ দ্বন্দ্বৰ মাজত সৃষ্টি। জানি বুজি অৰ্জুনে জাত কুলৰ আপোনজনক বধ কৰি পাপ কৰিব নোৱাৰে। অৰ্জুন মোহাচ্ছন্ন। এই মোহাচ্ছন্ন আঁতৰ কৰাতেই গীতাৰ উদ্ভৱ। অৰ্জুন আইনৰ মৃত্যুৰ বাবে দায়ী নহয়। তেওঁ নিমিত্ত মাত্ৰ। দুষ্টক দমন কৰটো তেওঁৰ ধৰ্ম। অৰ্জুনে কৰ্ম কৰি যাব লাগে, ফলৰ কথা ভাবিব নালাগে।

'জীৱন তৃষ্ণা', প্ৰবন্ধত চুইডেন, গ্ৰীচ আৰু মহাভাৰতৰ কাহিনী আঙুলিয়াই দি কৈছে যে, গ্ৰীচৰ ৰজা এডমিটাচে কেনেকৈ অমৰত্ব লাভৰ বাবে জীৱনৰ তৃষ্ণা এৰিব পৰা নাছিল—এনেকি ঘৈণীয়েকৰ জীৱন বিপন্ন কৰিও। চুইডেনৰ কাহিনীত ৰজা আৰ্ডাণে নটা পুত্ৰক নিৰ্দয়ভাৱে বলি দিয়ে,—একমাত্ৰ নিজক জীয়াই ৰখাৰ বাবে এয়েই জীৱন তৃষ্ণা। ইয়াত জীৱনৰ নগ্নতাক চিত্ৰিত কৰা হৈছে। □

# ত্ৰৈলোক্যনাথ গোস্বামীৰ কৃতিত্ব

শ্ৰীপ্ৰবোধ চন্দ্ৰ গোস্বামী

অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ কৃতিত্বৰ ক্ষেত্ৰ মুখ্যতঃ আছিল দুটা : শিক্ষা আৰু সাহিত্য। ৰাজনীতিৰ ক্ষেত্ৰতো তেওঁ সমাজবাদী দলৰ সদস্য হৈছিল। স্বৰ্গীয় হৰেশ্বৰ গোস্বামী তেওঁৰ নিকট আত্মীয় আছিল। হৰেশ্বৰ গোস্বামী এটা সময়ত অসমৰ সমাজবাদী দলৰ নেতা আছিল আৰু নলবাৰীত সমাজবাদী দল গঠনৰ সুবিধাৰ অৰ্থে তেওঁ, অধ্যক্ষ ত্ৰৈলোক্যনাথক বিশেষ অনুৰোধ কৰিহে দলভুক্ত কৰিব পাৰিছিল। এবাৰ বাধ্যত পৰি অসম বিধান সভাৰ সদস্য পদৰ বাবে তেওঁ প্ৰতিদ্বন্দ্বিতাও কৰিব লগীয়া হৈছিল। তেওঁ প্ৰতিদ্বন্দ্বিতাত পৰাজিত হ'ল যদিও ৰাজনীতিত নামত হলেও তেওঁ মৃত্যু পৰ্যন্ত থাকিল। কিন্তু তাত বিশেষ সক্ৰিয় কোনো দিনেই নাছিল। কিয়নো, তেওঁৰ মানসিকতা ৰাজনীতিৰ বাবে উপযুক্ত নাছিল ; উপযুক্ত আছিল শিক্ষা আৰু সাহিত্যৰ অৰ্থেহে।

সাহিত্য ক্ষেত্ৰত তেওঁ গল্পকাৰ আৰু সমালোচক হিচাপে প্ৰখ্যাত। পৈণত কালত তেওঁ গল্প লিখিবলৈ এৰি সমালোচনা সাহিত্যত বিশেষ মন দিছিল আৰু শেষত এই বিষয়ত তেওঁ সাহিত্য অকাডেমিৰ পুৰস্কাৰো পাইছিল। সাহিত্য ক্ষেত্ৰত তেওঁৰ শ্ৰেষ্ঠ অৱদান "নন্দনতত্ত্ব" নামৰ তেওঁৰ বৃহৎ অসমীয়া গ্ৰন্থখন। এই গ্ৰন্থখন আচলতে তেওঁৰ বৃহত্তৰ ইংৰাজী গ্ৰন্থৰ চুম্বক সংস্কৰণহে। ইংৰাজী গ্ৰন্থখনৰ প্ৰকাশৰ দায়িত্ব অসম প্ৰকাশনে লবৰ আজি প্ৰায় দহবছৰ মানেই হ'ল কিন্তু এতিয়াও ই প্ৰকাশিত হৈ ওলোৱা নাই। সি যি নহওক, অসমীয়া সাহিত্যত এইখনেই একমাত্ৰ প্ৰাচ্য আৰু পাশ্চাত্য নন্দনতত্ত্বৰ ঐতিহাসিক বিষয়ক ফালটোৰ একমাত্ৰ গ্ৰন্থ। তাত্ত্বিক ফালটোৰ ক্ষেত্ৰতো এখন নে দুখনৰ বাহিৰে নন্দনতত্ত্বৰ ওপৰত কোনো নিৰ্ভৰ যোগ্য গ্ৰন্থ নাই। গতিকে অধ্যক্ষ গোস্বামীৰ "নন্দনতত্ত্ব" গ্ৰন্থখনৰ অৱদান অসমীয়া সাহিত্যত আজিও অতুলনীয়। অসমৰ ৰাজ্য ভাষাক কেন্দ্ৰ কৰি হোৱা এক সংকট অৱস্থাত অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী অসম সাহিত্য সভাৰ দুবছৰ সভাপতিও আছিল আৰু সেই সময়তে এই বিষয়ত এটা সৰ্বসন্মত মীমাংসাৰে অসমৰ ৰাজ্যভাষা অসমীয়া কৰিব পৰা গৈছিল। মুঠতে, সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত আৰু অসমীয়া ভাষা আৰু সাহিত্যৰ বিকাশৰ সম্পৰ্কত ত্ৰৈলোক্যনাথ গোস্বামীৰ অৱদান নিশ্চিতৰূপে স্মৰণীয়।

কিন্তু, এই প্ৰবন্ধত এই বিষয়ে আলোচনা কৰিব খোজা নাই। অসমৰ উচ্চ শিক্ষাৰ বিস্তাৰৰ ক্ষেত্ৰত বিশেষতঃ নলবাৰী কলেজৰ বিকাশৰ ক্ষেত্ৰত ত্ৰৈলোক্যনাথ গোস্বামীৰ

যি বিশেষ অৱদান সেই বিষয়েহে ইয়াত মোৰ ব্যক্তিগত অভিজ্ঞতাৰে কিছু আলোচনা হব। ত্ৰৈলোক্যনাথ গোস্বামী সাহিত্যিকৰূপে যিদৰে জনাজাত, তেনেদৰে তেওঁ জনাজাত অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী ৰূপেও। সাহিত্য কৰ্মত তেওঁ ছাত্ৰ অৱস্থাৰ পৰা ৰত থাকিলেও আৰু গল্পকাৰ হিচাপে কলিকতাৰ অক্সফোৰ্ড ইউনিভাৰ্ছিটি প্ৰেছত কামকৰা সময়ৰেপৰা ( ১৯৩২-৩৪ ) "আৱাহন"ৰ যোগেদি প্ৰখ্যাত হলেও, অসমীয়া সমালোচনা সাহিত্যত তেওঁ যি স্থায়ী অৱদান দি গ'ল ই সম্ভৱপৰ হৈছিল তেওঁ নলবাৰী কলেজৰ অধ্যক্ষ'ৰূপে কাম কৰা কালতহে। সেই সময়ত নলবাৰী কলেজৰ সংস্কৃত বিভাগৰ অধ্যাপক আছিল লক্ষ্মীনাথ ত্ৰিপাঠী আৰু স্বৰ্গীয় ভগবান গোস্বামী, কাব্য-তীৰ্থ সাহিত্য-শাস্ত্ৰী (এওঁ নলবাৰী সংস্কৃত কলেজৰো অধ্যাপক আছিল)। এওঁলোকৰ সান্নিধ্যই ত্ৰৈলোক্য গোস্বামীক সমালোচক ৰূপে গঢ় দিয়াত বিশেষ সহায় কৰিছিল। সেই সময়ত স্বৰ্গীয় ভবানন্দ দত্তও কিছুদিনৰ কাৰণে নলবাৰী কলেজত দৰ্শন বিভাগত অধ্যাপনা কৰিছিল। এনে ধৰণৰ কাৰণত সাহিত্যিক ত্ৰৈলোক্যনাথক জনাৰ কাৰণেও অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীক জনাৰ প্ৰয়োজন।

## নলবাৰী মহাবিদ্যালয় স্থাপনৰ আদি ইতিহাস :

১৯৪৫ খৃষ্টাব্দত নলবাৰী কলেজ স্থাপিত হয়। এই কলেজৰ স্থাপনৰ অৰ্থে ১৯৩৫ খৃষ্টাব্দৰ মানৰেপৰাই চেষ্টা কৰা হৈছিল। প্ৰথমতে এই চেষ্টা হৈছিল নলবাৰী সংস্কৃত কলেজতে বি-এ পাঠ্যক্ৰমৰে এটা শাখা হিচাপে খোলাৰ উদ্দেশ্যৰে। তাৰ পাছত অৱশ্যে সুকীয়া কলেজ স্থাপনৰ উদ্দেশ্য প্ৰধান হৈ উঠে। স্বৰ্গীয় প্ৰতাপ চন্দ্ৰ গোস্বামী, স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামী, স্বৰ্গীয় মণিৰাম দাস আদি আগৰ কালৰ চেষ্টাত বিশেষ সক্ৰিয় ভূমিকা লৈছিল। পাছৰ কালৰ চেষ্টাত স্বৰ্গীয় প্ৰভাত গোস্বামী, শ্ৰীমান প্ৰফুল্ল গোস্বামী, ডাক্তৰ হৰেকৃষ্ণ গোস্বামী, শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰী, শ্ৰীহৰি চৰণ পাঠক আৰু সেই সময়ৰ কামৰূপ জিলাৰ ডেপুটি কমিছনাৰ শিশিৰ কুমাৰ দত্ত মহোদয় আদিৰ ভূমিকা বিশেষ আছিল। আগৰ কালৰ সক্ৰিয় ভূমিকা লোৱা লোক সকলো পাছৰ ধন সংগ্ৰহৰ আদি অৱস্থাত তেওঁলোকৰ সেৱা আগবঢ়াইছিল। স্বৰ্গীয় প্ৰতাপ চন্দ্ৰ গোস্বামী, স্বৰ্গীয় প্ৰতাপ নাৰায়ণ চৌধুৰী স্বৰ্গীয় হৰিনাৰায়ণ দত্তবৰুৱা, ৺মণিৰাম দাস আদি নলবাৰী বজাৰত ধন সংগ্ৰহত স্বৰ্গীয় প্ৰভাত গোস্বামী আদিৰ লগতে বিশেষ সক্ৰিয় আছিল। কলিকতা বিশ্ববিদ্যালৰপৰা আগতীয়া অনুমতি আদায়ৰ সম্পৰ্কত অসম ভেলীৰ স্কুল ইন্সপেক্টৰ স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামীৰ ভূমিকা বিশেষ উল্লেখযোগ্য আছিল, যদিও কলেজৰ শ্ৰেণী বহাৰ ছয় মাহ আগতেই তেওঁ স্বৰ্গী হয়। স্বৰ্গীয় গৌৰীনাথ তালুকদাৰ আৰু স্বৰ্গীয় সিদ্ধিনাথ শৰ্মাৰ সেৱাও কলেজৰ বিকাশৰ সম্পৰ্কত স্মৰণীয়।

অসমৰ প্ৰাথমিক আৰু মাধ্যমিক স্তৰৰ শিক্ষাব্যৱস্থাৰ সুস্থ ৰূপ ইতিমধ্যে স্কুল ইন্সপেক্টৰ স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামীৰ বিশেষ চেষ্টাত গঢ় লৈ উঠিছিল। ইয়াতে উল্লেখযোগ্য যে, স্বৰ্গীয় প্ৰতাপ চন্দ্ৰ গোস্বামী আৰু স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামী, অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ বংশজ দাদাক। সি যি নহওক, স্বাধীনতাৰ আগলৈকে অসমৰ উচ্চ শিক্ষাৰ বিস্তাৰ অন্য প্ৰদেশৰ তুলনাত নগণ্য আছিল। স্বাধীনতাৰ আগলৈকে ছিলেটক বাদ দি বৰ্তমান সময়ৰ সমগ্ৰ অসমত মাত্ৰ তেৰখন মহাবিদ্যালয় আছিল। নলবাৰী কলেজ হোৱাৰ আগলৈকে মাত্ৰ সাতখন আছিল—গুৱাহাটীৰ কটন, বি. বৰুৱা আৰু সন্দিকৈ ; যোৰহাটৰ জে, বি ; চিলচৰৰ গুৰুচৰণ ; বৰপেটাৰ মাধৱ চন্দ্ৰ ; আৰু নগাঁওৰ নগাঁও। নলবাৰী কলেজ স্থাপিত হোৱা বছৰত নতুনকৈ স্থাপিত হয় তিনিখন— নলবাৰী, দৰং আৰু ডিব্ৰুগড়ৰ কানৈ। নলবাৰী কলেজ স্থাপিত হোৱাৰ পাছত ১৯৪৭ খৃষ্টাব্দৰ ভিতৰত স্থাপিত হৈছিল আৰু তিনিখন – ধুবৰীৰ ভোলানাথ ; কৰিমগঞ্জৰ কৰিমগঞ্জ আৰু শিৱসাগৰৰ শিৱসাগৰ। এই তেৰখন কলেজৰ ভিতৰত কটনৰ বাহিৰে বাৰখনেই বেচৰকাৰী আছিল। অসমৰ প্ৰথম বেচৰকাৰী কলেজ যোৰহাটৰ জে বি. কলেজ। ই স্থাপিত হৈছিল ১৯৩০ খৃষ্টাব্দত জগন্নাথ বৰুৱাৰ স্মৃতিত তেওঁৰ বৃহৎ চৌহদসহ বাস ভৱনৰ দানেৰে। ১৯৪৮ খৃষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন নোহোৱালৈকে এই কলেজৰ প্ৰথম অধ্যক্ষ আছিল স্বৰ্গীয় পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ। সন্দিকৈ নামত দৰমহা লৈছিল কিন্তু সেই দৰমহা কলেজৰ লাইব্ৰেৰীৰ অৰ্থে তেওঁ আকৌ ঘূৰাই দান দিছিল।

নলবাৰী কলেজৰ স্থাপনৰ সময়ত নলবাৰী নামত চহৰ আছিল। কিন্তু পৰিৱেশ মুখ্যতঃ আছিল গ্ৰামীন। তেতিয়াও ই মহকুমা হোৱা নাছিল। এতিয়া ই অৱশ্যে নলবাৰী জিলাৰ সদৰ স্থান। স্বাধীনতাৰ আগলৈকে স্থাপিত কলেজসমূহৰ ভিতৰত একমাত্ৰ নলবাৰী কলেজেই ধনহীন, গ্ৰাম্য অঞ্চলত অৱস্থিত আছিল। ধনৰ অভাৱৰ গতিকেই অধ্যক্ষ আৰু অধ্যাপকসকলৰ দৰমহা কম আছিল—যথাক্ৰমে মাহে এশ পঞ্চাশ আৰু এশ পঁচিশ টকা মাত্ৰ। কম দৰমহা আৰু গ্ৰাম্য পৰিৱেশৰ বাবে নলবাৰী কলেজৰ কাৰণে এজন স্থায়ী, ব্যক্তিত্ব সম্পন্ন, গুণী, চৰিত্ৰবান আৰু নামী লোকক অধ্যক্ষ ৰূপে পোৱাটো প্ৰায় দুৰাশা আছিল, অবাস্তৱ আছিল। সৌভাগ্যক্ৰমে ত্ৰৈলোক্যনাথ গোস্বামীয়ে চৰকাৰী চাকৰি বাদ দি নলবাৰী কলেজত অধ্যক্ষ ৰূপে যোগদান কৰাত এই কথা সম্ভৱ হ'ল, ই বাস্তৱ হ'ল।

কৰ্মজীৱনৰ আদি দুবছৰমান বাদ দি অধ্যক্ষ ত্ৰৈলোকানাথ গোস্বামীৰ বৃত্তি আজীৱন শিক্ষকতা আছিল। কলিকতাৰ অক্সফোৰ্ড ইউনিভাৰচিটি প্ৰেছত দুবছৰমান কাম কৰাৰ পাছত তেওঁ উত্তৰ গুৱাহাটী হাইস্কুলৰ হেডমাষ্টৰ, ধুবুৰী আৰু যোৰহাট

হাইস্কুলৰ শিক্ষক আৰু কিছুদিনৰ কাৰণে ছিলেটৰ মুৰাৰিচাঁদ কলেজ আৰু কটন কলেজৰ ইংৰাজীৰ সহপ্ৰবক্তা আছিল আৰু তাৰ পাছত ১৯৪৫ খৃষ্টাব্দৰপৰা নলবাৰী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ ৰূপে যোগদান কৰি, তাত প্ৰায় পঁচিশ বছৰ অধ্যক্ষতা কৰিছিল। অধ্যক্ষৰূপে যোগদান কৰাৰ আগতেই তেওঁ অসমৰ এজন লব্ধপ্ৰতিষ্ঠ গল্পকাৰ ৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল, প্ৰখ্যাত হৈছিল।

## নলবাৰী মহাবিদ্যালয়ৰ বিকাশত ত্ৰৈলোক্যনাথ গোস্বামীৰ অৱদান :

আৰম্ভণিৰেপৰা এজন পণ্ডিত আৰু প্ৰখ্যাত লোকক নলবাৰী কলেজৰ অধ্যক্ষ ৰূপে পোৱাটো এই কলেজৰ বাবে নিশ্চয় সৌভাগ্যৰ কথা। কলেজৰ সুষ্ঠ বিকাশৰ বাবে উপযুক্ত অধ্যাপকৰ প্ৰয়োজন। কিন্তু উপযুক্ত অধ্যাপক পোৱাটো বিশেষতঃ নলবাৰীৰ দৰে গ্ৰামীন অঞ্চলৰ বাবে, সেই সময়ত সহজ নাছিল। কিয়নো, তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱা নাছিল আৰু বিভিন্ন বিষয়ত এম. এ. উপাধিধাৰী অসমীয়া লোক কম আছিল। এনে অৱস্থাত বঙ্গদেশ, বিহাৰ উত্তৰ প্ৰদেশ আদিৰ লোকক অধ্যাপকৰূপে নিযুক্তি দিবলগীয়া হৈছিল। সেই লোকসকলে স্বাভাৱিকতে নলবাৰীৰ নিচিনা ঠাইত কম বেতনত অধিক কাল থাকিবলৈ ইচ্ছুক নাছিল। কিন্তু পাছত দেখা গ'ল যে, তেওঁলোকৰ কেবাজনো গুণীলোকে নলবাৰীত কেবা বছৰ ধৰি থাকিয়েই গ'ল। এইটো কেনেকৈ সম্ভৱ হ'ল ? এইটো সম্ভৱ হ'ল দুটা কাৰণত : এক নলবাৰীৰ ৰাইজৰ আতিথ্যপৰায়ণতা আৰু দুই, অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ অমায়িক ব্যৱহাৰ, পাণ্ডিত্য, ব্যক্তিত্ব আৰু সংস্কৃতিৰ প্ৰতি অনুৰাগ। এই দুটা কাৰণৰ ভিতৰত দ্বিতীয় কাৰণটো মুখ্য ; কিয়নো অধ্যাপকসকলৰ পোনপটীয়া সম্বন্ধ আছিল অধ্যক্ষৰ লগত।

অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ নেতৃত্বত নলবাৰী কলেজত সংস্কৃতিৰ যি এটি মোহনীয় পৰিবেশ গঢ়ি উঠিছিল, সেই পৰিবেশৰ মোহৰ গতিকেই এই গুণীলোকসকলে বিশেষ সুবিধা নাপালে নলবাৰী কলেজ এৰি অন্য ঠাইত চাকৰি নিবিচাৰিছিল। এই সময়ত নলবাৰী কলেজ প্ৰকৃতাৰ্থত সাংস্কৃতিক কেন্দ্ৰ হৈ উঠিছিল আৰু ইয়াৰ অধ্যক্ষ-অধ্যাপক সকলোৱে, অকল নলবাৰী অঞ্চলতে নহয়, নলবাৰীৰ বাহিৰতো সমাদৰ পাইছিল। এনে ধৰণে মৰ্যাদাপ্ৰাপ্ত নলবাৰী কলেজৰ অধ্যাপকসকলে অন্য ঠাইত আনকি গুৱাহাটী বিশ্ববিদ্যালয়তো চাকৰি পোৱাত সুবিধা পাইছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ কেবাজনো অধ্যাপক নলবাৰী কলেজৰ প্ৰাক্তন অধ্যাপক আছিল ;

অধ্যাপক মুকুন্দমাধৱ শৰ্মা, অধ্যাপক নগেন আচাৰ্য, অধ্যাপক কৃষ্ণ বৰা, অধ্যাপক আবুলেইছ্ আৰু স্বৰ্গীয় ভবানন্দ দত্তৰ নাম এইক্ষেত্ৰত উল্লেখযোগ্য। দুই এজনে আকৌ কলিকতা আৰু দিল্লীতো চাকৰি পাইছিল। লক্ষীকান্ত ত্ৰিপাঠী, দেবকুমাৰ বেনাৰ্জী আৰু বীৰেন্দ্ৰ নাথ চক্ৰবৰ্তী এনে ধৰণে যোৱা লোক নলবাৰী কলেজত চাকৰি কৰি থাকিয়েই কুবেৰ বয়ে হিন্দী-সাহিত্যত উত্তৰ প্ৰদেশত বিশেষ পুৰস্কাৰ পাইছিল; অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী নিজেও অসমীয়া সমালোচনা-সাহিত্যত সৰ্বভাৰতীয় সাহিত্য অকাডেমিৰ পুৰস্কাৰ পাইছিল এই কলেজত অধ্যক্ষ থকা কালতে। এই সময়ৰ কেবাজনো ছাত্ৰও কলেজৰ সাংস্কৃতিক প্ৰভাৱৰ মাজত অধ্যয়ন কৰি পাছত অসমীয়া সাহিত্যত বিশিষ্ট লিখক হৈছে। নলবাৰী কলেজৰ বৰ্তমান অধ্যাপক শশী শৰ্মা আৰু দীনেশ্বৰ ভট্টাচাৰ্য, নলবাৰী কলেজৰে প্ৰাক্তন ছাত্ৰ। সেইদৰে বিশিষ্ট গল্পলেখক বিজু হাজৰিকা, বিশিষ্ট ভাষাবিদদ্বয় গুৱাহাটী বিশ্ববিদ্যালয় ড° পৰীক্ষিত হাজৰিকা আৰু ডক্টৰ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীও নলবাৰী কলেজৰ প্ৰাক্তন ছাত্ৰ; কাৰাগাৰ জীৱনৰ আত্মজীৱনী লিখক হিৰণ্যকুমাৰ ভট্টাচাৰ্যও এই কলেজৰে প্ৰাক্তন ছাত্ৰ। নলবাৰী কলেজৰ এজন প্ৰাক্তন অধ্যাপক ডক্টৰ নৰেন্দ্ৰনাথ শৰ্মা বৰ্তমানে অসমৰ সংস্কৃতৰ শিক্ষাৰ সঞ্চালক, তেওঁ এসময়ত সমালোচনাত্মক সাহিত্য ৰচন কৰিছিল। এই কলেজৰ প্ৰাক্তন অধ্যক্ষ উমা শৰ্মা এজন সমাজবাদী সাহিত্যৰ বিশিষ্ট লিখক। কথা সাহিত্যিকা নিৰুপমা গোহাইও এসময়ত নলবাৰী কলেজত কাম কৰিছিল। নলবাৰী কলেজৰ অধ্যক্ষ অধ্যাপক আনকি ছাত্ৰ-ছাত্ৰীসকলৰো সাহিত্য ৰচনাৰ স্থল আছিল "নলবাৰী লেখক সংঘ"। এই সংঘও অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ অক্লান্ত শ্ৰমেৰে ফলশ্ৰুতি। এই সংঘৰ নিয়মিত লিখকসকল আছিল অধ্যক্ষকে ধৰি কলেজৰ অধ্যাপকসকল কিন্তু সংঘৰ কাৰ্য অকল কলেজৰ ভিতৰতে সীমিত নাছিল। ই নলবাৰী চহৰৰ সাহিত্যানুৰাগী স্বৰ্গীয় ডা° গিৰীশ চৌধুৰী, স্বৰ্গীয় ডা° নৃপেন্দ্ৰমল্ল বৰুৱা, স্বৰ্গীয় ডা° গঙ্গা ভট্টাচাৰ্য, শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী, স্বৰ্গীয় প্ৰতাপ তালুকদাৰ, ডা° হৰেকৃষ্ণ গোস্বামী আদি অন্যান্য লোক সকলকো সামৰি লৈছিল। ইয়াৰ নিয়মীয়া অধিবেশনবোৰ নলবাৰী কলেজত নবহিছিল, চহৰৰ সাহিত্যানুৰাগী লোকৰ ঘৰতেহে বহিছিল। এনে অধিবেশন মাহত অন্ততঃ দুদিন হৈছিল। অধিবেশনবোৰত পঠিত ৰচনা, কবিতা, গল্প আদিবোৰৰ ওপৰত অধ্যক্ষ আৰু অধ্যাপকসকলে সমালোচনা কৰিছিল। "নলবাৰী লেখক সংঘৰ" মাধ্যমত এফালে যেনেকৈ নলবাৰী কলেজৰ লগত নলবাৰী অঞ্চলৰ সংস্কৃত প্ৰেমী লোকসকলৰ এটি নিবিড় সম্পৰ্ক গঢ়ি উঠিছিল, আনফালে তেনেকৈ সমগ্ৰ নলবাৰী অঞ্চলৰে সাংস্কৃতিক পৰিৱেশ সতেজ হৈ উঠিছিল, লগতে নলবাৰী কলেজৰ অধ্যাপক

সকলৰ গুণ-সম্ভাৱনা ফুটি উঠিছিল আৰু তেওঁলোকৰ প্ৰভাৱ নলবাৰী সমাজত বিশেষ-ভাৱে পৰিছিল। মুঠতে, অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী অধ্যক্ষ থকা কালত নলবাৰী কলেজ প্ৰকৃতাৰ্থত এটি সাংস্কৃতিক কেন্দ্ৰ হৈ উঠিছিল আৰু ইয়াৰ বাবেই নলবাৰী কলেজৰ এটা সুকীয়া মৰ্যাদা আছিল আৰু এই মৰ্যাদাৰ বাবেই নলবাৰীৰ পৰিৱেশ গ্ৰামীন হোৱা সত্বেও ইয়াত বহু গুণী অধ্যাপক এসময়ত লগ লাগিছিল আৰু বহুদিন ধৰি থাকি গৈছিল।

নলবাৰী কলেজৰ বাহ্যিক তথা শাৰীৰিক বিকাশৰ ক্ষেত্ৰত অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ অৱদান চকুত পৰা বিধৰ নিশ্চয় নাছিল কিন্তু ইয়াৰ সাংস্কৃতিক বিকাশৰ ক্ষেত্ৰত আৰু ইয়াৰ অধ্যক্ষ, অধ্যাপক, ছাত্ৰ-ছাত্ৰী আদি সকলোকে লৈ এটি দলবদ্ধতা-বোধৰ ( teamspirit ) বিকাশৰ ক্ষেত্ৰত যে তেওঁৰ অৱদান চকুত পৰা বিধৰ আছিল, সেই কথা সেই সময়ৰ কলেজৰ বিষয়ে জনা সকলো লোকে স্বীকাৰ কৰিবলৈ বাধ্য। এই দুয়ো প্ৰকাৰৰ বিকাশ কি ধৰণে সাধিত হৈছিল, সেই কথা অলপ পাছতে কোৱা হব। তাৰ আগতে অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ লগত এই প্ৰবন্ধ লিখকৰ সম্পৰ্কৰ কথা লিখাৰ লোভ সংবৰণ কৰিব নোৱাৰিলোঁ।

## অধ্যক্ষ গোস্বামীৰ লগত লিখকৰ সম্পৰ্ক ঃ

নলবাৰী কলেজৰ আৰম্ভণি কালৰ প্ৰথম চাৰি বছৰ মই নলবাৰী কলেজৰ লগত জড়িত নাছিলোঁ। সেই সময়ত মই ছিলঙত আছিলোঁ আৰু তাৰেপৰাই ১৯৪৭ চনৰ প্ৰথম ভাগত অসম চৰকাৰৰ এটা বিশেষ আঁচনি ক্ৰমে দিল্লীৰ জামিয়ামিলিয়া ইচ্‌লামিয়ালৈ ডক্তৰ জাকিৰ হুছেইনৰ তলত বুনিয়াদী শিক্ষাৰ মূলনীতি অধ্যয়ন কৰিবলৈ আন কিছুমানৰ লগত যাওঁ। দিল্লী আৰু ৱৰ্ধাৰপৰা ঘূৰি অহাৰ পাছত অৰ্থৰ অভাৱত অসম চৰকাৰে পূৰণি আঁচনি কাৰ্যকৰী কৰিব নোৱাৰিলে। পূৰণি আঁচনিমতে স্নাতকোত্তৰ স্তৰত এখন বুনিয়াদী শিক্ষাৰ প্ৰশিক্ষণ মহাবিদ্যালয় স্থাপন কৰি তাত আমাক নিযুক্তি দিয়াৰ কথা আছিল। সেইদৰে আমাক চৰকাৰে নিযুক্তি দিব নোৱাৰিলে। মোক এখন বুনীয়াদী প্ৰশিক্ষণ স্কুলৰহে অধীক্ষক কৰিলে। সেইদৰে কিছুদিন কাম কৰাৰ পাছত ছুটি লৈ মই মোৰ নলবাৰীৰ ঘৰত আছিলোঁ। সেই সময়ত ১৯৪৯ খৃষ্টাব্দত নলবাৰী কলেজে বি. এ. শ্ৰেণী খোলাৰ অনুমতি পায়। কিন্তু অৰ্থবিজ্ঞান পঢ়াবৰ বাবে অধ্যাপক নাই। অধ্যক্ষ গোস্বামীয়ে আৰু সেই সময়ৰ কলেজৰ চেক্ৰেটাৰীৰ লগতে উপাধ্যক্ষ প্ৰভাত গোস্বামীয়ে মই কলেজত যোগদান কৰাটো ইচ্ছা কৰিলে। মই তেতিয়া চৰকাৰী চাকৰী বাদ দি নলবাৰী কলেজত যোগদান কৰাটোকে পছন্দ কৰিলোঁ।—যদিও কলেজৰ বেতন চৰকাৰী চাকৰীৰ

বেতনৰ তুলনাত কম আছিল। এনে কৰাৰ মূল কাৰণ আছিল—নলবাৰী কলেজৰ সাংস্কৃতিক পৰিবেশ আৰু তেনে পৰিবেশৰ মাজত কাম কৰাৰ সন্তুষ্টি ( job-satisfaction ) পাম বুলি মোৰ প্ৰত্যয়। ইয়াৰ তিনি বছৰ পাছত যোৰহাট কৃষি কলেজৰ ( এতিয়া অসম কৃষি বিশ্ববিদ্যালয় ) অধ্যক্ষ স্বৰ্গীয় মাধৱ দাসৰ বিশেষ অনুৰোধত নলবাৰী কলেজ এৰি যোৰহাট কৃষি কলেজৰ অৰ্থবিজ্ঞান আৰু সাহিত্যৰ ( humanities ) প্ৰবক্তাৰূপে যোগদান কৰোঁ। কিন্তু নলবাৰী কলেজৰ সাংস্কৃতিক পৰিবেশৰ আকৰ্ষণ মই তেতিয়াও পাহৰিব পৰা নাছিলোঁ। ইতিমধ্যে মোৰ মাতৃদেৱীৰো অসুখ হয়। ইত্যাদি কাৰণত মই আকৌ নলবাৰী কলেজৰ বাণিজ্যিক ভূগোলৰ অধ্যাপকৰূপে ঘূৰি আহোঁ। এই ক্ষেত্ৰতো অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী আৰু চেক্ৰেটৰী তথা উপাধ্যক্ষ প্ৰভাত গোস্বামীয়ে মই ঘূৰি অহাটো বিচাৰিছিল; কিয়নো, তেতিয়া অধ্যাপকৰ অভাৱত নলবাৰী কলেজত বাণিজ্যিক ভূগোল খুলিব পৰা নাছিল। ইপিনে মোক বাণিজ্যিক ভূগোলৰ প্ৰৱক্তা ৰূপে নিযুক্তি দিয়াত গুৱাহাটী বিশ্ববিদ্যালয়ৰ আপত্তি নাছিল; কিয়নো ছিলঙত থকা কালত মোক ছিলং এচ্‌ মাণ্ডচ্‌ বি. টি. কলেজত ভূগোলৰ প্ৰৱক্তাৰূপে কলিকতা বিশ্ববিদ্যালয়ে স্বীকৃতি দিছিল। ইয়াৰ পাছত আকৌ এবাৰ বুনিয়াদী শিক্ষাৰ অসমৰ বিশেষ বিষয়া ৰূপেমোক নিযুক্তি দিয়াৰ ইংগিত অসম চৰকাৰৰ পক্ষৰপৰা আহিছিল; কিন্তু মই নলবাৰীৰ আৰু নলবাৰী কলেজৰ মোহ ত্যাগ কৰিব নোৱাৰিলোঁ। নলবাৰী কলেজ আৰু যোৰহাট কৃষি কলেজত কাম কৰা কালছোৱাক ধৰি মই মুঠ সোতৰ বছৰ আছিলোঁ। ১৯৬৬ খৃষ্টাব্দত মঙ্গলদৈ কলেজৰ অধ্যক্ষৰূপে নিযুক্তি পোৱাতহে নলবাৰী কলেজ এৰোঁ। নলবাৰী কলেজ এৰাৰ সময়ত কলেজত যি বিদায় সভা অনুষ্ঠিত হৈছিল, সেই সভাৰ কথা আজিও পাহৰিব নোৱাৰোঁ। সেই সভাত কলেজৰ সকলো অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰী উপস্থিত আছিল। অধ্যক্ষই তেওঁৰ ভাষণত মোৰ কৰ্ম নিষ্ঠাৰ কথা কৈছিল। তেওঁ মোৰ বিষয় বৰ বেছি একো কোৱা নাছিল। কিন্তু তেওঁ যিখিনি কৈছিল সেইখিনি তেওঁৰ অন্তৰৰপৰা ওলাই আহিছিল আৰু তেওঁৰ কথা শুনি মই কান্দি দিছিলোঁ।

অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ লগত মোৰ নিবিড় সম্পৰ্কৰ কাল নলবাৰী কলেজৰ সময়ছোৱা আছিল। আচলতে এই সম্পৰ্ক আছিল মোৰ জন্মৰেপৰা কিয়নো, তেওঁ মোৰ বংশজ খুৰা। এই সম্পৰ্কৰ গতিকেই মই কটন কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত পঢ়ি থাকোতে ১৯৩৩ খৃষ্টাব্দৰ ডিচেম্বৰত চকু দেখুৱাবলৈ কলিকতালৈ যাওঁ। তেতিয়া মই খুৰাৰ লগত হোটেল "চিচিল"ত প্ৰায় পোন্ধৰদিন আছিলোঁ আৰু কলিকতাত চাবলগীয়া সকলো তেওঁৰ লগত চাইছিলোঁ। মোৰ এতিয়াও মনত আছে মই যেতিয়া

পাঠশালা স্কুলৰ মাত্ৰ চতুৰ্থমানৰ ছাত্ৰ তেতিয়া মই এটা গল্প লিখিছিলোঁ। সেইটো নিশ্চয় গল্প নামৰ উপযুক্ত নাছিল। তথাপিও হাইস্কুলৰ উচ্চ শ্ৰেণীৰ ছাত্ৰ খুৰাই গল্পটো তেওঁলোকৰ এখন হাতে লিখা আলোচনীত প্ৰকাশ কৰিছিল। পাছৰ কালত মই গল্প লেখক হোৱাত তেওঁৰ এই উৎসাহ দানৰ অৱদান নিশ্চয় কিছু নহলেও কিছু আছিল। সেই সময়তে নলবাৰী সত্ৰৰ নামঘৰত খুৰাৰ পৰিচালনাত এখন নাটক মঞ্চস্থ কৰাৰ বাবে 'ৰিহাৰ্চল' চলিছিল। তাতো মোক এটা তেওঁ ভাওঁ দিছিল। মই আজি নাট্যকাৰ বা অভিনেতা নহওঁ, আগতেও নাছিলোঁ। কিন্তু এটা সময়ত স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীক স্কুল-কলেজৰ বিভিন্ন বিচিত্ৰানুষ্ঠান আদিত কৰা অভিনয় আৰু আবৃত্তিত মই উপদেশ দি আনন্দ পাইছিলোঁ। মোৰ এনে উপদেশ লৈ দুই এজনে পাছত নাম কৰা অভিনেতাও হৈছিল। বংশজ ভাই গোপী গোস্বামী এনে এজন অভিনেতা, সি যি নহওক মোৰ অভিনয় প্ৰীতি আজিও আছে ; মঙ্গলদৈ কলেজত অধ্যক্ষ হৈ থকা কালত সমৰেন্দ্ৰ নাৰায়ণ দেৱৰ "পুতলা ঘৰতো" মই খন্তেকৰ কাৰণেও হলেও ওলাইছোঁ। অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীও প্ৰখ্যাত নাট্যকাৰ বা অভিনেতা নহয়—যদিও এসময়ত তেওঁ এখন নাটক লিখি উলিয়াছিল। তেওঁৰ ৰাজহুৱা ভাষণত, আনকি পাঠদানতো এটা নাটকীয় স্বৰভংগী সদায়ে আছিল আৰু তেওঁৰ ভাষণে সকলোকে মুগ্ধ কৰিব পাৰিছিল।

## নলবাৰী কলেজৰ সাংস্কৃতিক আৰু দলবদ্ধতাবোধৰ বিকাশত অধ্যক্ষ গোস্বামীৰ অৱদান ঃ

নলবাৰী কলেজৰ বিকাশৰ আদি কালত অধ্যাপকসকলে একাধিক বিষয় শিকাব লগীয়াত পৰিছিল। কিয়নো, কোনো বিষয়ৰ অধ্যাপকে নলবাৰী কলেজ ত্যাগ কৰি গলে, সেই পদ পূৰণ কৰাত সময় অতিবাহিত হৈছিল। এনে কাৰণত আদি কালত কেইবছৰমান নলবাৰী কলেজৰ ছাত্ৰ-ছাত্ৰীসকলে পৰীক্ষাত বিশেষ ভাল ফল দেখুৱাব পৰা নাছিল, বিশেষতঃ। ১৯৫১ খৃষ্টাব্দৰ বি এ. শ্ৰেণীৰ বিদ্যাৰ্থীসকলে। কলেজত বি.এ. শ্ৰেণী প্ৰথম খোলা হয় ১৯৪৯ খৃষ্টাব্দত ; প্ৰথম বি.এ. পৰীক্ষা এই কলেজৰপৰা দিয়ে ১৯৫১ খৃষ্টাব্দত। মুঠ বিদ্যাৰ্থী আছিল দহজন, উত্তীৰ্ণ হয় মাত্ৰ এজন। এই প্ৰসংগত উল্লেখযোগ্য যে কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰথম স্নাতক বিখ্যাত ঔপন্যাসিক ৺বংকিমচন্দ্ৰ চট্টোপাধ্যায় আৰু নলবাৰী কলেজৰো প্ৰথম স্নাতক বংকিম চন্দ্ৰ শৰ্মা, এওঁ এতিয়া এখন হাইস্কুলৰ হেডমাষ্টৰ। সি যি নহওঁক, বি.এ. পৰীক্ষাৰ এই ফলে, অধ্যক্ষ বা অধ্যাপকসকলক হতাশ নকৰিলে ; তেওঁলোকে অধিক যত্নেৰে পঢ়াবলৈ ধৰিলে আৰু

অধ্যাপকৰ অভাৱত যাতে পাঠদান বন্ধ নাথাকে তাৰ প্ৰতি মন দিলে। অধ্যক্ষ আৰু অধ্যাপকসকলে কলেজৰ প্ৰয়োজনৰ প্ৰতি লক্ষ্য ৰাখি সময়ত একাধিক বিষয় শিকোৱাৰ পৰম্পৰা প্ৰবৰ্তন কৰিলে। অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীয়ে নিজে ইংৰাজী পঢ়াইছিল। তদুপৰি প্ৰয়োজন হ'লে দৰ্শনৰ বিশেষকৈ তৰ্ক শাস্ত্ৰৰ পাঠদান দিছিল। মই নিজে বিভিন্ন সময়ত অৰ্থবিজ্ঞান, বাণিজ্যিক ভূগোল আৰু ইংৰাজীৰ পাঠদান কৰিছিলোঁ। মঙ্গলদৈ কলেজত মই যেতিয়া অধ্যক্ষ হওঁ, তাতো মই এই পৰম্পৰা প্ৰবৰ্তন কৰিছিলোঁ। মই তাত নিজে অৰ্থবিজ্ঞান আৰু সময়ে সময়ে ইংৰাজী পঢ়াইছিলোঁ—যদিও পাঠদান কৰাটো অধ্যক্ষৰ পক্ষে বাধ্যতামূলক নহয় আৰু তাৰ বাবে তেওঁ অতিৰিক্ত কোনো বানচো নাপায়। সি যি নহওঁক, অন্যান্য দুই এক অধ্যাপ.কও অতিৰিক্ত বিষয় শিকাইছিল। উপাধ্যক্ষ প্ৰভাত গোস্বামীয়ে তেওঁৰ নিজ বিষয় বুৰঞ্জীৰ উপৰি অসমীয়া শিকাইছিল, অধ্যাপক মুকুন্দ মাধৱ শৰ্মাই সংস্কৃতৰ উপৰি ইংৰাজী শিকাইছিল, অধ্যাপক বীৰেণ চক্ৰবৰ্তীয়েও বুৰঞ্জীৰ উপৰি ইংৰাজী শিকাইছিল। এনেদৰে অতিৰিক্ত বিষয় শিকোৱা অধ্যাপকসকলৰ আপত্তি নাছিল। বৰং অধ্যক্ষৰ আদৰ্শত আনন্দ পাইছিল। এনে ধৰণৰ অধ্যক্ষ আৰু অধ্যাপকসকলৰ চেষ্টাৰ ফলত কেইবছৰমানৰ ভিতৰত নলবাৰী কলেজৰ পৰীক্ষাৰ ফল ভাল হবলৈ আৰম্ভ কৰিলে আৰু অগাপিছাকৈ আই. এ. পৰীক্ষাত পদ্মলোচন ভূঞা আৰু প্ৰিয়নাথ গোস্বামীয়ে গুৱাহাটী বিশ্ববিদ্যালয়ত দ্বিতীয় স্থান অধিকাৰ কৰিলে আৰু বি. এ. পৰীক্ষাতো নগেন দত্তই সুখ্যাতি (distinction) পালে। সি যি নহক, এওঁলোক প্ৰত্যেকেই এতিয়া অসম চৰকাৰৰ উচ্চ বিষয়া। নলবাৰী কলেজত তেতিয়াও সন্মানকোৰ্ছ প্ৰবৰ্তন কৰিব পৰা হোৱা নাছিল।

অধ্যক্ষ আৰু অধ্যাপকসকলে নিজ বিষয়ৰ উপৰিও অতিৰিক্ত বিষয় পঢ়াবলগীয়া হোৱাত তেওঁলোক কলেজত দিনটোৰ বহু সময় কটাব লাগিছিল। কিন্তু এই সময়বোৰ বৰ আনন্দৰ আছিল। এই সময়ত অধ্যক্ষ আৰু অধ্যাপকসকলৰ মাজত ভাবৰ আদান-প্ৰদান হৈছিল, বিভিন্ন বিষয়ৰ ওপৰত আলোচনা হৈছিল, বিভিন্ন বিভাগৰ অধ্যাপক-সকল অকল নিজ বিষয়তে সীমাবদ্ধ নাছিল। মুঠতে অধ্যাপকসকলৰ জিৰণি ঘৰ (Common Room) আলোচনা মুখৰ প্ৰাণবন্ত সাংস্কৃতিক অনুষ্ঠান ৰূপে গঢ় লৈ উঠিছিল। জিৰণি ঘৰৰ এই আলোচনাবোৰ ইমানেই উদ্দীপনাময় আৰু সজীৱ আছিল যে, অধ্যাপকসকলে কশ্চিৎহে শ্ৰেণীৰ নিজ শিক্ষাদানৰ পাছতেই আজি কালিৰ অধ্যাপকসকলৰ দৰে কলেজ এৰি ঘৰলৈ গৈছিল। জিৰণি ঘৰত তেওঁলোক কেবাঘণ্টা থাকি গৈছিল; আনকি কিছু সংখ্যকে ৰাতিৰ শ্ৰেণী লৈহে ঘৰলৈ ফিৰিছিল। অধ্যক্ষইও ৰাতিৰ শ্ৰেণী লৈছিল। তেৰেঁা ৰাতিৰ শ্ৰেণী শেষ হোৱাৰ পাছতহে প্ৰায় দুই কিলো-

মিটাৰ দূৰৰ ঘৰলৈ খোজ কাঢ়ি উভতিছিল। মস্নো তেনেদৰে আছিলোঁ আৰু প্ৰায়েই অধ্যক্ষৰ ৰাতিৰ গৃহপ্ৰত্যাগমনৰ সংগী আছিলোঁ। দুয়োৰো ঘৰ ওচৰা-ওচৰি আছিল।

দিনৰ কলেজ শেষ হোৱাৰ পাছত ৰাতিৰ কলেজ আৰম্ভ হোৱালৈকে প্ৰায় এঘণ্টামান সময় পোৱা গৈছিল। সেই সময়ত অধ্যক্ষই মোকে ধৰি দুই চাৰিজন অধ্যাপকে ছাত্ৰসকলৰ লগত বেড্‌মিণ্টন আৰু ভলিবল খেলিছিল। কেতিয়াবা আকৌ বন্ধৰ দিনত ছাত্ৰসকলৰ দলৰ লগত ফুটবল আৰু ক্ৰিকেটৰ মেছও অধ্যাপকসকলৰ দলে খেলিছিল। অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী এসময়ত নলবাৰী টাউনক্লাবৰ ভাল ফুটবল খেলোৱাৰ আছিল। সেয়ে তেওঁ ফুটবলৰ এনে মেছত আনন্দৰে যোগদান কৰিছিল আৰু নিষ্ঠাৰে খেলিছিল। ক্ৰিকেট খেলত তেওঁ কশ্চিৎহে যোগদান কৰিছিল। মই কিন্তু দুয়োবিধ খেলতে সদায়ে যোগদান কৰিবলগীয়া হৈছিল—যদিও মই ক্ৰিকেটহে অধিক ভাল পাইছিলোঁ আৰু খেলিছিলোঁ। এনে খেলত কেৰাণীসকলে আনকি কেতিয়াবা চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীকো দলভুক্ত কৰা হৈছিল, নলবাৰী কলেজৰ মূল কেৰাণী স্বৰ্গীয় ধনপতি শৰ্মা এজন বিশিষ্ট ফুটবল খেলোৱাৰ আছিল। অধ্যাপক যাদব দাস, উপাধ্যক্ষ প্ৰভাত গোস্বামীও ভাল ফুটবল খেলোৱাৰ আছিল।

কোনো কোনো কাৰণত দিনৰ কলেজ হাফ্ হলে দিনৰ আৰু ৰাতিৰ ক্লাছৰ মাজৰ সময় প্ৰায় তিনিঘণ্টা হৈছিল। এনে দিনত অধ্যক্ষ ভৰ দুপৰীয়া ঘৰলৈ নগৈছিল অফিচৰ কাম কৰিছিল। তাৰে মাজতে তেওঁ অধ্যাপকসকলৰ জিৰণি ঘৰলৈ কেতিয়াৱা কেতিয়াবা আহিছিল আৰু ঘৰলৈ নগৈ থাকি যোৱা অধ্যাপকসকলৰ লগত আমোদপূৰ্ণ কথাবাৰ্তাৰে জিৰণি কোঠাৰ পৰিৱেশ ৰসাল কৰি তুলিছিল. কেতিয়াবা আকৌ কলেজৰ সংগীত বিভাগৰ বাদ্যযন্ত্ৰবোৰ আনি জিৰণি কোঠাত থাকি যোৱা অধ্যাপকসকলৰ লগত সংগীতৰ বৈঠক পাতিছিল। অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীয়ে গুৱাহাটীৰ কটন কলেজত পঢ়া কালত অসমৰ প্ৰসিদ্ধ ধ্ৰুপদ গায়ক তেওঁৰ নিজা দাদাক অধিবক্তা স্বৰ্গীয় শশীকান্ত গোস্বামীৰ সংগীত গুৰু স্বৰ্গীয় বিভূতিভূষণ চক্ৰবৰ্তীৰ সান্নিধ্য পাইছিল আৰু এই সান্নিধ্যৰ বাবেই তেওঁ দুই এটা ক্লাছিকেল্ গীত নিজেও আয়ত্ত কৰিছিল। সেই গীতবোৰ তেওঁ এই বৈঠকবোৰত অতি উৎসাহেৰে আৰু অতি তৃপ্তিৰে গাইছিল। তবলাৰ সংগত কৰিছিল অধ্যাপক যাদৱ দাসে বা অধ্যাপক বীৰেন্দ্ৰনাথ চক্ৰবৰ্তীয়ে। তেওঁলোক অনুপস্থিত থাকিলে তবলাৰ কোনো বোল নজনা অধ্যাপকসকলকো তবলাত নিয়মিত ব্যৱধানত আঘাত কৰিবলৈ তেওঁ শিকাইছিল। কেতিয়াবা মস্নো তেনেদৰে তবলাত আঘাত কৰি থাকিবলগীয়া হৈছিল। অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীয়ে কিন্তু তেনে অৱস্থাতো পৰম উৎসাহেৰে গান গাইছিল। মুঠতে, খেল, সংগীত, গহীন আলোচনা, আমোদজনক গল্প-গুজৱ, পাঠদান আদি সকলো ক্ষেত্ৰতে অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ

অপাৰ উৎসাহ আছিল। তেওঁৰ এনে উৎসাহৰ বাবেই নলবাৰী কলেজৰ অধ্যাপক সকলেও সকলো কথাতে উৎসাহী আছিল আৰু চহৰৰ বিভিন্ন অনুষ্ঠানত যোগদান কৰিছিল। উপাধ্যক্ষ ৺প্ৰভাত গোস্বামী আৰু অধ্যাপক ৺ঈশ্বৰ বৰুৱা নলবাৰী চহৰৰ নাট্য-অনুষ্ঠানৰ লগত বিশেষ জড়িত আছিল। উপাধ্যক্ষ নিজে এজন নাম কৰা অভিনেতা আছিল। অধ্যাপক মুকুন্দ মাধৱ শৰ্মাৰ পৰিচালনাত এবাৰ নলবাৰী সংস্কৃত কলেজৰ এটা বিশেষ অনুষ্ঠানত ভাসৰ সংস্কৃত নাটক "মধ্যম পাণ্ডৱ" অতি কৃতকাৰ্যতাৰে অভিনীত হৈছিল। অধ্যাপক শৰ্মাই নিজে ভীমৰ ভাও লৈছিল। অধ্যাপকসকলৰ এনে ধৰণৰ লিপ্ততাৰ বাবে তেওঁলোকৰ মৰ্যাদা চহৰত বৃদ্ধি পাইছিল আৰু নলবাৰী কলেজৰ খ্যাতি আৰু মৰ্যাদা অসমব্যাপী আছিল। অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীয়ে স্বকৃতিত্বৰেও নলবাৰী কলেজৰ মৰ্যাদা বৃদ্ধি কৰিছিল। নলবাৰীৰ নিচিনা সৰু চহৰৰ কলেজৰ অধ্যক্ষ হৈও তেওঁ সদৌ অসম কলেজ অধ্যক্ষ পৰিষদৰ সভাপতি হৈছিল, নলবাৰী কলেজত অধ্যক্ষ থকা কালতে তেওঁক সাহিত্য অকাডেমিৰ পুৰস্কাৰেৰে সম্মানিত কৰা হৈছিল, আনকি অসম সাহিত্য সভাৰ সভাপতিও কৰা হৈছিল, মুঠতে, নলবাৰী কলেজৰ কি মৰ্যাদা বৃদ্ধিত, কি সাংস্কৃতিক অনুষ্ঠানৰূপে ইয়াৰ বিকাশত অথবা কি ইয়াৰ অধ্যক্ষ-অধ্যাপক আদি সকলোকে লৈ এটি দলবদ্ধতাবোধৰ সৃষ্টিত ত্ৰৈলোক্যনাথ গোস্বামীৰ অৱদান অধ্যক্ষ ৰূপে, বিশিষ্ট সাহিত্যিক ৰূপে আৰু বিশিষ্ট শিক্ষাবিদ ৰূপে পাহৰিব নোৱৰা বিধৰ যে ই নিঃসন্দেহ।

## সমালোচনা ঃ

এটা সময়ত কলেজৰ দলবদ্ধতাবোধ (teamspirit) ইমানেই আছিল যে, আৰ্থিক নাটনিৰ মাজতো আৰু গ্ৰাম্যীন পৰিৱেশ সত্ত্বেও অধ্যক্ষ-অধ্যাপকবেপৰা আৰম্ভ কৰি গবৰ্ণিংবডিৰ সদস্যলৈকে কোনেও কোনো অৱস্থাতে নিৰুৎসাহ নহৈছিল। তেতিয়া অধ্যাপকসকলৰ বেতন কম আছিল আৰু কলেজৰ পুঁজিও দুৰ্বল আছিল। কলেজৰ আৰম্ভণিৰ বহু বছৰ পাছতহে বেচৰকাৰী কলেজ সমূহৰ বাবে চৰকাৰৰ ঘাটি মঞ্জুৰি অনুদান নিয়ম প্ৰবৰ্তিত হৈছিল। অৰ্থৰ বিশেষ নাটনি হলে গবৰ্ণিংবডিৰ সদস্যসকলৰ লগত অধ্যক্ষ আৰু অধ্যাপকসকলে পৰম উৎসাহেৰে ধন সংগ্ৰহ কৰিছিল। কলেজৰ বিজ্ঞান শাখা এনে ধৰণে ধন সংগ্ৰহ কৰিয়ে আৰম্ভ কৰা হৈছিল। এই সময়ত কলেজৰ লগত জড়িত সকলো লোকাকেই একে পৰিয়ালৰ লোক যেন লাগিছিল। এই সময়ত এজন অধ্যাপকৰ ঘৰত অন্যান্য অধ্যাপকৰ ভাতৰ নিমন্ত্ৰণ প্ৰায়েই আছিল। এনে বাতাবৰণৰ মাজতে নলবাৰী কলেজৰ আদি বিকাশ।

বিকাশ দ্ৰুত নহলেও বিকাশ কিন্তু সদায় হৈছিল।

অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীয়ে দ্ৰুতবিকাশত গুৰুত্ব নিদিছিল, সুস্থিৰ বিকাশতহে গুৰুত্ব দিছিল। এইবাবে তেওঁ কিছুমানৰ সমালোচনাৰ সন্মুখীন হৈছিল। অধ্যাপকসকলক ভাল বেতন দিব নোৱৰা অৱস্থাত নতুন বিষয়, নতুন শাখা আনকি সন্মান কোৰ্চ খোলাতো তেওঁ উৎসাহী নাছিল। অধ্যাপকসকলৰ ভিতৰত মই নতুন বিষয় আদি খোলাত উৎসাহী আছিলোঁ; হয়তো অতি উৎসাহী আছিলোঁ আৰু ইয়াৰ বাবে মই অধ্যক্ষকে ধৰি কলেজৰ কৰ্তৃপক্ষক সমালোচনাও কৰিছিলোঁ। কিন্তু ইয়াৰ বাবে মোৰ প্ৰতি অধ্যক্ষৰ যে কোনো বিৰূপ ভাব নাছিল সেই কথা মই বুজিছিলোঁ; মঙ্গলদৈ কলেজৰ অধ্যক্ষ হৈ নলবাৰী কলেজ এৰাৰ সময়ত মোৰ বিদায় সভাত অধ্যক্ষই মোৰ বিষয় যি কৈছিল সেই কথা শুনি সেই কথা অন্তৰেৰে সৈতে উপলব্ধি কৰিছিলোঁ।

অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীক আন এটা কথাৰ বাবেও তেওঁক কিছুমানে সমালোচনা কৰিছিল। সেইটো আছিল তেওঁ সমাজবাদী ৰাজনৈতিক দলৰ সদস্য হোৱা কথাটো। তেওঁ যেতিয়া অধ্যক্ষৰূপে কলেজৰ চাকৰিত যোগদান কৰিছিল, তেতিয়া তেওঁ কোনো ৰাজনৈতিক দলৰ সদস্য নাছিল। কিন্তু পাছত মানসিক গঠনত ৰক্ষণশীল হোৱা সত্ত্বেও সমাজবাদী দলত তেওঁ যোগদান কৰিলে। তেওঁ অধ্যক্ষ থকা কালত কলেজৰ গবৰ্ণিংবডিৰ সদস্যসকল আৰু কলেজৰ লগত সংশ্লিষ্ট অন্যান্যসকল কংগ্ৰেছী দলৰ লোক আছিল। এনে অৱস্থাত তেওঁ কোনো ৰাজনৈতিক দলৰ সদস্য নাথাকিলে কলেজৰ উন্নয়ন অধিক ক্ষিপ্ৰতৰ হ'লহেঁতেন বুলি সেই সময়ত অনেকে ভাবিছিল। এনে ভাবনাৰ পাছত হয়তো কিছু সত্যতা আছিল। কিয়নো, তেওঁ ৰাজনৈতিক দলৰ সদস্য হোৱাত স্বাভাৱিকতে তেওঁৰ দুই চাৰি অহেতুক শত্ৰু বাঢ়িছিল আৰু সেয়ে সেইসকলৰপৰা বহু কথাত আন্তৰিক সহযোগো নাপাইছিল। কিন্তু এই প্ৰসংগত এই কথাও উল্লেখযোগ্য তেওঁ সমাজবাদী ৰাজনৈতিক দলৰ সদস্য হৈ থাকিলেও তেওঁ ৰাজনীতিত বিশেষ সক্ৰিয় কোনো দিনেই নাছিল। সেইবাবে আৰু তেওঁৰ পাণ্ডিত্যৰ বাবে কংগ্ৰেছৰ বহু বিশিষ্ট লোকেও তেওঁক সন্মান কৰিছিল। তেৱেঁা গবৰ্ণিংবডিৰ কংগ্ৰেছী সদস্যসকলৰ কোনো সিদ্ধান্ততে তীব্ৰ প্ৰতিবাদ নকৰিছিল আৰু সেয়ে কলেজৰ সাধাৰণ পৰিৱেশ কেতিয়াও তীব্ৰ হৈ নুঠিছিল। তদুপৰি, অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীয়ে কলেজৰ শাৰীৰিক বিকাশৰ (physical development) ক্ষেত্ৰত সম্পূৰ্ণ নিৰ্ভৰ কৰিছিল কংগ্ৰেছীদলৰ গবৰ্ণিংবডিৰ চেক্ৰেটৰী আৰু কলেজৰে উপাধ্যক্ষ ৺ প্ৰভাত গোস্বামীৰ ওপৰত। তেওঁ অধ্যক্ষৰ নিকট সম্পৰ্কীয় লোক আছিল। এই কাৰণতে হওক অথবা কলেজ স্থাপনৰ

সময়ত প্ৰভাত গোস্বামীৰ অগ্ৰভূমিকাৰ কাৰণেই হওক, তেওঁৰ কোনো সিদ্ধান্তত অধ্যক্ষই কোনোদিনেই বাধা নিদিছিল; বৰং কলেজৰ শাৰীৰিক বিকাশৰ দায়িত্ব সম্পূৰ্ণৰূপে তেওঁৰ ওপৰত ন্যস্ত কৰিছিল।

সেই সময়ত প্ৰভাত গোস্বামীৰ উপৰি গৃহনিৰ্মাণ আদিৰ দায়িত্বত আছিল অধ্যাপক স্বৰ্গীয় ঈশ্বৰ চন্দ্ৰ বৰুৱা। তেওঁৰ অক্লান্ত শ্ৰমৰ বাবেই নলবাৰী কলেজৰ ভৱনসমূহ কম খৰচতে নিৰ্মাণ কৰিব পৰা গৈছিল। ভৱনৰ নক্সা, আগতীয়া হিচাপ ( estimates ) আদি তেওঁ নিজে কৰিছিল। এইবোৰৰ বাবে কোনো ইঞ্জিনিয়াৰক মাননি দিবলগীয়া নহৈছিল। অৱশ্যে এনে ধৰণে নিৰ্মাণ কৰা ভৱনবোৰ স্বাভাৱিকতে নিখুঁত নাছিল। তাৰ বাবেও কলেজ কৰ্তৃপক্ষক আৰু অধ্যক্ষক কোনো কোনোৱে সমালোচনা কৰিছিল আৰু অডিট-আপত্তিও হৈছিল। তদুপৰি এনেদৰে গৃহনিৰ্মাণ আদি কথাত সহায় কৰা লোকসকলৰ প্ৰতি কেতিয়াবা কেতিয়াবা কলেজ কৰ্তৃপক্ষ পক্ষপাতো হয়তো হবলগীয়াত পৰিছিল। এনে ধৰণৰ এটা অৱস্থাত অধ্যাপক নলিনী ভৌমিকৰ প্ৰতি অন্যায়ো কৰা হৈছিল। কিন্তু এই ধৰণৰ ঘটনা নলবাৰী কলেজত বোধকৰোঁ এইটোৱেই একমাত্ৰ আছিল। তদুপৰি, ইও সত্য যে, অৰ্থৰ অভাৱ থকা অৱস্থাত এনে ধৰণে কম খৰচত গৃহাদি নিৰ্মাণ কৰিবলৈ হয়তো কলেজ কৰ্তৃপক্ষ তথা অধ্যক্ষ বাধ্য আছিল। কিয়নো বিশ্ববিদ্যালয় অনুদান কমিটিৰ তৰফৰপৰা বা চৰকাৰৰ তৰফৰপৰা নলবাৰী কলেজে বহু বছৰ পাছতহে অনুদান পাবলৈ আৰম্ভ কৰিছিল।

## অসমৰ উচ্চ শিক্ষাৰ বিস্তাৰত নলবাৰী কলেজ স্থাপনৰ গুৰুত্ব :

ধনৰ অভাৱত নলবাৰী কলেজৰ শাৰীৰিক বিকাশ চকুত লগা বিধৰ নহয়; এতিয়াও নহয়, আগতেও নাছিল। অধ্যক্ষ ত্ৰৈলোক্য গোস্বামীয়েও কলেজৰ শাৰীৰিক বিকাশত মনোযোগ দিয়া হলে, এই বিকাশ হয়তো অধিক চকুত লগা হ'লহেঁতেন। কিয়নো, কলেজৰ চেক্ৰেটৰী প্ৰভাত গোস্বামী ৰাজনীতিৰ লোক হোৱাত তেওঁ বহু লোকৰ ব্যক্তিগত আৰু বহু অঞ্চলৰ আঞ্চলিক স্বাৰ্থৰ প্ৰতিও দৃষ্টি দিবলগীয়াত পৰিছিল। অকল কলেজৰ স্বাৰ্থ সাধনত অধ্যক্ষৰ একান্ত দৃষ্টি আৰু চেষ্টা এই ক্ষেত্ৰত হয়তো অধিক কাৰ্যকৰী হ'লহেঁতেন। কিন্তু এই প্ৰসংগত এইটো উল্লেখযোগ্য যে, কলেজৰ আদি কালত ইয়াৰ চেক্ৰেটৰী অধ্যক্ষ নাছিল; প্ৰভাত গোস্বামীহে আছিল। গৃহনিৰ্মাণ আদিৰ ক্ষেত্ৰত আইনগত দায়িত্ব চেক্ৰেটৰীৰহে, অন্যৰ নহয়। সি যি নহওক, ধনৰ অভাৱৰ গতিকেই হওক অথবা অন্য কাৰণতে হওক, অধ্যক্ষ

ত্ৰৈলোক্যনাথ গোস্বামীৰ বিশেষ মনোযোগৰ বিষয় আছিল, কলেজৰ শাৰীৰিক বিকাশ নহয় কলেজৰ সাংস্কৃতিক বিকাশ সাধনত আৰু ইয়াৰ আভ্যন্তৰীণ দলবদ্ধতাবোধ সৃষ্টিতহে। এই দুয়ো কাৰ্যত তেওঁ যে বিশেষ কৃতকাৰ্য হৈছিল তাত অলপো সন্দেহ নাই। ইয়াতো সন্দেহ নাই যে, এই দুটা কথাৰ বাবেই নলবাৰী কলেজৰ মৰ্যাদা সেই সময়ত অসমব্যাপী বিস্তাৰ লাভ কৰিছিল আৰু ধনহীন অঞ্চলতো আৰু গ্ৰাম্য পৰিৱেশতো যে কলেজ কৃতকাৰ্যভাৱে চলাব পাৰি, তাৰ এটি চাক্ষুষ উদাহৰণৰূপে সগৰ্বে নলবাৰী কলেজ থিয় হৈ আছিল।

নলবাৰী কলেজ স্থাপনৰ আগত অসমত কলেজ আছিল মাত্ৰ সাতখন। এই সাতখন কলেজেই জিলাৰ সদৰত বা মহকুমাত প্ৰতিষ্ঠিত। আজি উচ্চতৰ মাধ্যমিক স্কুলবোৰক বাদ দিও কলেজৰ সংখ্যা প্ৰায় দুশ আৰু এই দশৰ অধিক সংখ্যকেই সৰু চহৰ আৰু গ্ৰাম্য অঞ্চলত প্ৰতিষ্ঠিত। স্বাধীনতাৰ আগৰ কালত অন্য ৰাজ্যৰ তুলনাত উচ্চশিক্ষাৰ বিস্তাৰ অসমত নগণ্য আছিল; এতিয়া বহু ৰাজ্যৰ তুলনাত অধিক বা অন্ততঃ সমকক্ষ। উচ্চ শিক্ষাৰ এনে বিস্তাৰে যে, অসমৰ বহু মেধাৱী অথচ দুখীয়া ছাত্ৰ-ছাত্ৰীৰ অপাৰ কল্যাণ সাধিছে, সেই কথাত সন্দেহৰ অৱকাশ অলপো নাই। ৺শৰৎচন্দ্ৰ গোস্বামী ১৯২০ খৃষ্টাব্দত অসমৰ প্ৰথম স্কুল ইন্সপেক্টৰ হৈয়েই অসমৰ ভিতৰুৱা অঞ্চলৰ প্ৰাথমিক আৰু মাধ্যমিক শিক্ষাৰ বিস্তাৰ সাধনত আৰু মান উন্নয়নত বিশেষ জোৰ দিছিল আৰু সেই কাৰ্যত তেওঁ বিশেষ কৃতকাৰ্যতাও লাভ কৰিছিল। ফলত, ভিতৰুৱা অঞ্চলৰপৰা দুখীয়া ছাত্ৰ-ছাত্ৰীসকলে কলিকতা বিশ্ববিদ্যালয়ৰপৰা, (তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয় নাছিল) সুখ্যাতিৰে মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈছিল। নলবাৰী গৰ্ডন হাইস্কুলৰপৰা শ্ৰীকৈলাশ চন্দ্ৰ ভট্টাচাৰ্যইতে ১৯৪১ খৃষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়তে প্ৰথম স্থানেই অধিকাৰ কৰিছিল। ভিতৰুৱা অঞ্চলৰ এই মেধাৱী ছাত্ৰসকলৰ বহুতেই উচ্চ শিক্ষাৰপৰা বঞ্চিত হৈছিল। কিয়নো, তেওঁলোকৰ বাহিৰলৈ যাবলৈ ধনৰ অভাৱ; ইপিনে কলেজৰ সংখ্যা বৰ্তমানৰ সমগ্ৰ অসমত কলেজৰ স্থাপন যে নিশ্চিতভাৱে ভিতৰুৱা অঞ্চলৰ দুখীয়া ছাত্ৰ ছাত্ৰীৰ বাবে আশাৰ স্থল আছিল, সেই কথা উল্লেখৰ প্ৰয়োজন আজি নাই। নলবাৰী কলেজ স্থাপনৰ আৰু ইয়াৰ কৃতকাৰ্যতাৰ গুৰুত্ব অসমৰ ভিতৰুৱা অঞ্চলৰ ছাত্ৰ-ছাত্ৰীৰ প্ৰয়োজনীয় উচ্চ শিক্ষাৰ ক্ষেত্ৰত যে বিশেষভাৱে গুৰুত্বপূৰ্ণ সেই কথা অসমৰ শিক্ষাৰ বুৰঞ্জীবিদসকলে স্বীকাৰ নকৰি নোৱাৰে। এই কথাও তেওঁলোকে স্বীকাৰ কৰিব লাগিব যে, নলবাৰী কলেজৰ কৃতকাৰ্যতাৰ মূলত অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ ব্যক্তিত্ব, পাণ্ডিত্য, মৰ্যাদা আৰু নলবাৰী কলেজক সাংস্কৃতিক অনুষ্ঠান ৰূপে গঢ় দিয়াত তেওঁৰ বিৰামহীন চেষ্টা।

## সামৰণি

নলবাৰী কলেজৰ শাৰীৰিক বিকাশ সম্পৰ্কীয় কোনো কোনো কথাত জীৱিত কালত অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী সমালোচনাৰ সন্মুখীন হোৱা সত্বেও, ইয়াৰ সাংস্কৃতিক বিকাশত যে তেওঁৰ অৱদান অতুলনীয়, এই কথাত মত বিৰোধৰ সমূলি স্থল নাই। ইপিনে সাংস্কৃতিক বিকাশৰ ফল সুদূৰ প্ৰসাৰী আৰু স্থায়ী। এই কথাত সন্দেহ নাই যে অধ্যক্ষ গোস্বামীৰ প্ৰেৰণাতে নলবাৰী কলেজৰ কেবাজনো প্ৰাক্তন আৰু বৰ্তমানৰ অধ্যাপক আৰু প্ৰাক্তন ছাত্ৰ-ছাত্ৰী অসমীয়া ভাষা আৰু সংস্কৃতিৰ বিশিষ্ট পূজাৰী। নলবাৰী অঞ্চল পুৰণি কালৰেপৰা আজি পৰ্যন্ত অসমৰ সংস্কৃত শিক্ষাৰ প্ৰাণকেন্দ্ৰ, আৰু সেইৰূপে সংস্কৃতিৰো। অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীয়ে নলবাৰীৰ সংস্কৃতি-প্ৰীতিৰ এই পৰম্পৰা ৰক্ষা কৰি নলবাৰী কলেজৰ মাধ্যমত সাংস্কৃতিক বিকাশৰ যি সুদূৰ প্ৰসাৰী আৰু স্থায়ী চেষ্টা কৰিছিল, সেই চেষ্টাৰ বাবে তেওঁ অকল নলবাৰী অঞ্চলৰ লোকৰে নহয়, অকল দুখীয়া অভিভাৱক বা ছাত্ৰ-ছাত্ৰীৰে নহয়, সমগ্ৰ অসমৰ সকলো সংস্কৃতি প্ৰেমী লোকৰো নমস্য। □

# অসমীয়া সাহিত্যত ত্ৰৈলোক্যনাথ গোস্বামীৰ স্থান

## শ্ৰীউমাকান্ত শৰ্মা

যোৱা ছয়দশককাল ধৰি ত্ৰৈলোক্যনাথ গোস্বামীয়ে আধুনিক অসমীয়া সাহিত্যৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি আহিছে। অকল সৃষ্টিশীল আৰু সমালোচনা সাহিত্যৰ বাবেই নহয় তেখেতৰ অসাধাৰণ ব্যক্তিত্বৰ বাবেও এই উচ্চ সন্মান তেখেতৰ প্ৰাপ্য। আৱাহনৰ জন্ম লগ্নৰেপৰা সাহিত্য সাধনাত ব্ৰতী হৈ মৃত্যুৰ আগমুহূৰ্তলৈকে তেখেতে অসমীয়া সাহিত্যৰ সেৱা কৰি গৈছে। তেখেতেই আৱাহন যুগৰ একমাত্ৰ গল্প লেখক যিজনাই নিৰবচ্ছিন্নভাৱে অসমীয়া চুটি গল্পৰ বলিষ্ঠ ধাৰা এটা সাম্প্ৰতিক কাললৈকে বোৱাই ৰাখিছে।

বিভিন্ন দশকত তেখেতে চাৰিখন গল্প সংকলন প্ৰকাশ কৰি উলিয়াইছে। তেখেতৰ অসংখ্য গল্প আন আলোচনীৰ পাতত সিঁচৰতি হৈ আছে। এই গল্পসমূহে আমাৰ আৰ্থসামাজিক আৰু নৈতিক জীৱনৰ দীৰ্ঘকালীন বিবৰ্তনৰ স্বাক্ষৰ বহন কৰিছে। তেখেতৰ সাহিত্যকৃতি, তেখেতৰ অসাধাৰণ ব্যক্তিত্বৰপৰা বিচ্ছিন্ন কৰি বিচাৰ কৰিব নোৱাৰি। তেখেতে সাধাৰণ অনাড়ম্বৰ আৰু পৰিচ্ছন্ন জীৱন যাপন কৰিছিল। তেখেতৰ চুটি গল্পৰ ৰচনা-ৰীতিও অনাড়ম্বৰ আৰু পৰিচ্ছন্ন। এই দিশৰপৰা তেখেতৰ ৰীতিয়ে মানুহজনক প্ৰতিনিধিত্ব কৰে।

নলবাৰী কলেজত অধ্যক্ষ হিচাবে থকা কালত তেখেতে দুখন সমালোচনা গ্ৰন্থ লিখি উলিয়ায়। এই দুখন হ'ল *'সাহিত্য আলোচনা'* আৰু *'আধুনিক চুটি গল্প'*। চুটি গল্পৰ ওপৰত আলোচনা কৰিবলৈ লোৱা সময়ত তেখেতৰ বাসস্থান সাহিত্য আলোচনীৰ কেন্দ্ৰ হৈ পৰিছিল। ৰামধেনু যুগৰ অনেক লেখক তেখেতৰ ওচৰত দিহা পৰামৰ্শ লবলৈ আহিছিল। তেখেতে সকলোৰে লগত সমভাৱে আলাপ-আলোচনা কৰিছিল। তেখেতৰ কথোপকথন হাস্যমধুৰ আৰু প্ৰাণৱন্ত আছিল। পৰিহাস আৰু বক্ৰাঘাতে তেখেতৰ কথোপকথন জীৱন্ত কৰিছিল। তেখেতৰ মন আছিল উদাৰ আৰু উন্মুখ। তেখেত ৰক্ষণশীলতাৰ পৰিপন্থী আছিল। তেখেত নলবাৰী সাহিত্য সমাজৰ প্ৰতিষ্ঠাতা। তেখেত নিজে সংগীতজ্ঞ আছিল আৰু সংগীতৰ প্ৰতি তেখেতৰ জ্ঞান আছিল মজ্জাগত। তেখেতে নলবাৰীক সাহিত্য-সংস্কৃতিৰ কেন্দ্ৰস্থল হিচাবে গঢ়ি তুলিব বিচাৰিছিল। সাহিত্য সমাজত তেখেতে ড' জনচনৰ লেখীয়া স্থান এটা অধিকাৰ কৰিছিল। সমাজতন্ত্ৰী ৰাজনীতিত প্ৰত্যক্ষভাৱে জড়িত থাকিও তেখেতে

সকলো ৰাজনৈতিক গোষ্ঠীৰ মানুহৰ শ্ৰদ্ধা আদায় কৰিব পাৰিছিল। সাহিত্য আৰু শিক্ষাৰ ক্ষেত্ৰত থকা অকৃত্ৰিম নিষ্ঠাৰ বাবেই এইটো সম্ভৱ হৈছিল। সাহিত্য জগততো তেখেতৰ শিক্ষকৰ ভূমিকা এটা দেখিবলৈ পোৱা যায়। তেখেতে জীৱনক যেনেদৰে জানিছিল তেনেদৰে তেখেতৰ গল্প সাহিত্যত বিবৃত কৰিছিল। সুদীৰ্ঘ সাহিত্য সাধনাৰ কালছোৱাত তেখেতে কোনোটো গল্পত 'গেলেৰী'ক আকৰ্ষণ কৰাৰ মনোভাব দেখুওৱা নাই। গোস্বামীৰ জীৱন আছিল সহজ-সৰল—শ্ৰমজীৱী মানুহৰ লগত সম্পৰ্ক থকা। পৰিশ্ৰম কৰি জীৱন নিৰ্বাহ কৰা মনোবৃত্তি আছিল বাবে তেখেতে সৰ্বসাধাৰণ মানুহৰ দুঃখ-দুৰ্দশাৰ ছবি তেখেতৰ গল্পত প্ৰতিফলিত কৰিব পাৰিছিল।

দিন যোৱাৰ লগে লগে তেখেতৰ গল্পৰ আদৰ আৰু প্ৰভাৱ বৃদ্ধি হোৱা সম্ভাৱনা আছিছে। তেখেত সকলো সময়ৰে শ্ৰেষ্ঠ অসমীয়া গল্পকাৰসকলৰ এজন। তেখেত কৈবল্যবাদী সাহিত্যৰ ওপৰত আগ্ৰহশীল নাছিল। বৰং তেখেত উদ্দেশ্যধৰ্মী লিখকহে আছিল। কিন্তু কোনো উদ্দেশ্য বা আদৰ্শ আগত ৰাখি গল্প ৰচনা কৰা সময়ত তেখেতে গল্পৰ ৰীতিতাত্ত্বিক স্বয়ংসম্পূৰ্ণতাৰ প্ৰতি সজাগ হৈ থাকে। গোস্বামীৰ ৰচনাৰীতি পোনপটীয়া, সৰল আৰু সংযত। তেখেতে ভাবপ্ৰৱণতা আৰু আনুভূতিক উচ্ছ্বাস সদায় বৰ্জন কৰি চলে। সামাজিক অন্যায়-অবিচাৰৰ প্ৰতি বিক্ষুদ্ধতা থাকিলেও তেখেতৰ গল্পত বক্তৃতাধৰ্মিতাৰ স্থান নাই। তেখেতৰ জীৱনবীক্ষা স্থানধৰ্মী নহয়। তেখেতৰ গল্পত চুটি কথোপকথনধৰ্মী ভাষাৰ প্ৰাধান্য বেছি ; কাৰণ তেখেতৰ বক্তব্য তেখেতে সাধাৰণ পাঠকৰ লগত অংশীদাৰ হিচাপে উত্থাপন কৰিবলৈ বিচাৰে। চমক-প্ৰদ শৈলীৰদ্বাৰা তেখেতে পাঠকক সম্মোহিত কৰিব নিবিচাৰে। এই ফালৰপৰা তেখেতে অসমীয়া গল্পৰ ক্লাচিক ধাৰাটোৰ প্ৰতিনিধিত্ব কৰে। গোস্বামীৰ চুটি গল্পৰ ঐতিহাসিক পটভূমি আৰু ঐতিহাসিক গুৰুত্বৰ কথা দুই এজন সামালোচকে উল্লেখ কৰিছে। কিন্তু তেখেতৰ গল্পক কেৱল ঐতিহাসিক দৃষ্টিভংগীৰে চালে ভুল কৰা হব। তেখেত মাত্ৰ আৱাহন যুগৰ সমকালীন চেতনাৰ প্ৰতিভূ নহয়। তেখেতৰ গল্পৰ শাশ্বত মূল্যও অনস্বীকাৰ্য। তেখেতৰ পদৰ্থপদত ক্ৰিয়া কৰা অভিজ্ঞতাৰ পৰিধিও যথেষ্ট বহল। সমাজৰ অন্যায়-অবিচাৰৰ প্ৰতি চকুকাণ মুদি নথকাৰ বাবে আৰু এই অন্যায়-অবিচাৰক প্ৰকৃতিৰ বিবৰ্তনৰ উপলব্ধিৰ নিৰৱচ্ছিন্নতাৰ বাবেও গোস্বামী আমাৰ সমসাময়িক। তেখেতৰ গল্প পঢ়ি ভালেমান নতুন গল্পকাৰ অনুপ্ৰাণিত হৈছে।

গোস্বামীৰ গল্পৰ আংগিকগত আৰু আবয়িক ৰূপ স্বভাৱতে নিটোল। তেখেতৰ গল্পত আমাৰ সমাজৰ অন্যায়-অবিচাৰৰ প্ৰতি কটাক্ষ আৰু বক্ৰাঘাত থাকিলেও তেখেতে তেখেতৰ সমালোচনা চৰিত্ৰ আৰু পৰিস্থিতিৰ সংঘাতৰ সহায়তহে উপস্থাপন কৰে, বক্তৃতাধৰ্মী উক্তিৰদ্বাৰা নহয়। তেখেত নিজে সমকালীন গল্পসাহিত্যৰ পথিকৃৎ

সমালোচক হোৱা বাবেই বোধহয় তেখেত আংগিকৰ ক্ষেত্ৰত প্ৰশংসনীয়ভাৱে আত্মসচেতন। তেখেতৰ গল্পত আংগিকৰ লগত জাহ নোযোৱা অনাৱশ্যকীয় উক্তিৰ প্ৰাধান্য নাই; থাকিলেও সি বক্ৰাঘাত বা পৰিহাসত দ্ৰবীভূত হৈছে। ভাষাৰ লালিত্য, প্ৰাঞ্জলতা আৰু ওজস্বীতা তেখেতৰ মজ্জাগত। সেইবাবে তেখেতৰ গল্পৰ পাঠাংশ নপঢ়াকৈ পাত লুটিওৱাৰ প্ৰশ্ন নুঠে। প্ৰচাৰধৰ্মী নহয় বাবেই তেখেতৰ গল্পই পাঠকৰ অন্তৰ সহজতে স্পৰ্শ কৰে আৰু ই প্ৰণোদন কৰিব পৰা শক্তি ধৰি ৰাখে।

আৱাহন যুগৰ পুণমূৰ্ল্যায়নৰ অবকাশ আছে। এই যুগৰ গল্পৰ ওপৰত যিখিনি পোহৰ পৰিছে, তাৰপৰা বুজিব পাৰি যে, গোস্বামী এই যুগৰ শ্ৰেষ্ঠ গল্পকাৰ এজন বা দুজনৰ ভিতৰত পৰিব। সুদীৰ্ঘকাল গল্প ৰচনাত ব্যাপৃত থাকিলেও তেখেতৰ কোনোটো গল্পই পুৰণা যেন নালাগে। তেখেত এসময়ৰ 'সমসাময়িক' লেখক আছিল বাবেই তেখেত আজিও আমাৰ প্ৰকৃত 'সমসাময়িক'। গাঁৱলীয়া জীৱনৰ দুঃখ দৈন্য, অভাৱ অনাটন, সংস্কাৰ আৰু বঞ্চনাৰ প্ৰতি তেখেত কোনোদিনে আওকণীয়া নাছিল। এইবোৰ তেখেতে প্ৰত্যক্ষদৰ্শী হিচাপে বৰ্ণনা কৰিছে। পাশ্চাত্যৰ গল্পৰ লগত আংগিকগত সংযোগ ৰক্ষা কৰিলেও, চেতনাৰ আমদানিৰ ক্ষেত্ৰত ৰক্ষণশীল হোৱা বাবে তেখেত বেজবৰুৱা আৰু শৰৎচন্দ্ৰ গোস্বামীৰ দৰে অসমীয়া গণজীৱনক আজুৰি যোৱা সমস্যা আৰু এই সমস্যাজৰ্জৰিত মানৱতাৰ ৰূপায়ণৰ ক্ষেত্ৰতে আবদ্ধ থাকিল। ভাৰতীয় ঐতিহ্য আৰু পৰম্পৰাৰ লগত নিবিড় সম্পৰ্ক থকা কাৰণেও তেখেতৰ গল্পৰ এটি মৌলিক আবেদন পৰিলক্ষিত হয়। তেখেতৰ অভিজ্ঞতাৰ পৰিসৰ ঠেক নহয়। তদুপৰি তেখেতে সদায় নিজৰ অভিজ্ঞতাৰ পৰিসীমাৰ ভিতৰত থাকিয়ে গল্প ৰচনা কৰে।

তেখেতৰ আদিভাগৰ গল্পত এটা ৰোমাণ্টিকতাৰ সুৰ অনুপস্থিত নহয়। কিন্তু ঘটনাপ্ৰবাহৰ ৰোমাণ্টিকতাক তেখেতে বাস্তৱ জীৱনৰ কাঠামোৰ ওপৰত প্ৰতিষ্ঠিত কৰে। তেখেতে কলেজীয়া জীৱনত 'কটনিয়ানত' প্ৰকাশ কৰা 'ডি এচেজ অব লাভ' গল্পটো পঢ়িলে এই কথা বুজিব পাৰি। অজয় আৰু উষাৰ পাৰস্পৰিক আকৰ্ষণত ৰোমাণ্টিক প্ৰেমৰ পৰিপ্ৰেক্ষিত আছে। কিন্তু অজয় যোত্ৰহীন নোহোৱা হ'লে গল্পটোৰ পৰিণতি বেলেগ হ'লহেতেন। অজয়ৰ মনত ভালপোৱা আৰু কৰ্তব্যবোধৰ যি দ্বন্দ্ব সি দাৰিদ্ৰ্য আৰু ঐশ্বৰ্যৰ দ্বন্দ্ব। উষাৰ ধনী পৰোপকাৰী পিতৃৰ প্ৰতি থকা গভীৰ কৃতজ্ঞতাৰ বাবে তেওঁ সাহসী পদক্ষেপ দিব নোৱাৰিলে। অবদমিত ভালপোৱাৰ ভাৰ সহ্য কৰিব নোৱাৰি অজয়ে আত্মহত্যা কৰিলে। অজয় কাৰোদ্বাৰা নিগৃহীত হোৱা নাই। গল্পটোত কুচক্ৰীও নাই, 'passion spins the plot'। আৱাহন যুগৰ অনেক লেখকে তুলনীয় প্ৰতিভা থকা সত্বেও গোস্বামীৰ দৰে কৈ সুদীৰ্ঘকাল ভাল

গল্প লিখিব নোৱাৰিলে। তাৰ কাৰণ, বাস্তৱানুগ পৰিপ্ৰেক্ষিত আৰু আংশিকতেসত নিষ্ঠাৰ অভাৱ।

গোস্বামীৰ চুটিগল্পৰ বেছি ভাগ চৰিত্ৰ আৰু পৰিস্থিতি সাধাৰণ মানুহৰ জীৱনৰ পৰা অহা। তেওঁৰ সাধাৰণ গাঁৱলীয়া জীৱনৰপৰা বুটলি অনা নাৰী চৰিত্ৰসমূহৰ চিত্ৰণৰ সত্যতা প্ৰশংসনীয়। আত্মত্যাগৰ মহিমাৰে বিভূষিত নাৰী চৰিত্ৰসমূহে কেতিয়াবা সময়ত শৰৎচন্দ্ৰ চট্টোপাধ্যায়ৰ নাৰী চৰিত্ৰসমূহলৈ মনত পেলায়। ভালপোৱা আৰু মৰমিয়াল স্বভাৱৰ বাবে এওঁলোকে সকলো ধৰণৰ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিব পাৰে। সাধাৰণ দৰিদ্ৰ জীৱনৰপৰা অহা নাৰী চৰিত্ৰ সাদৰী আৰু কপাহী এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য।

সাদৰীয়ে কমলক ভাল পাইছিল। গুণ্ডা প্ৰকৃতিৰ ৰতনে ঈৰ্ষাৰ বশবৰ্তী হৈ তাইক কমলৰপৰা বিচ্ছিন্ন কৰাৰ উপৰিও তাইৰ পৰিয়ালটোক দুৰ্দশাগ্ৰস্থ কৰে। দেউতাকৰ অকাল মৃত্যুৰ পিছত তাই কটনাকাটি ভাত মোকোলায়। দুৰাৰোগ্য ৰোগত ভুগি অনুতপ্ত হৈ ৰতনে তাইৰ ওচৰত ক্ষমা ভিক্ষা কৰে আৰু কমলৰ সম্ভেদ দিয়ে। চাৰিবছৰৰ বিচ্ছেদৰ পিছতো তাই কমলৰ কথাকে ভাবি থাকে। তাই ভাবে কমলেও তাইৰ বাবেই অপেক্ষা কৰি আছে। এদিন সি তাইৰ ওচৰলৈ আহিল। সি ইতিমধ্যে তাৰে সম্বন্ধীয়া বায়েক সাবিত্ৰীক বিয়া কৰাইছে। সাবিত্ৰী সম্প্ৰতি মৃত্যুশয্যাত। তাই সাদৰীৰ হাতত তাইৰ সন্তানক অৰ্পণ কৰি নিশ্চিন্ত হ'ব খোজে। কমলে তাইক নিবলৈ আহিছে। জীৱনৰ ক্ষুদ্ৰ পৰিহাসত তাই বিমূঢ় হয়। কমলে জানে নিঃসহায় সাদৰীৰ পক্ষে এই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰা অসম্ভৱ তাইও জানে। গল্পটো এনেদৰে সমাপ্ত হৈছে :

'সাদৰীয়ে তেতিয়াও মুখেৰে নামাতিলে। কিন্তু কমল আঁতৰি যোৱাৰ লগে লগে তাইৰ কাপোৰ-কানিখিনি সামৰি সুতৰি ল'লে। অলপ পিছত কমলে ঘোঁৰাগাড়ী লৈ আহিল। কমলে টোপোলাটো গাড়ীৰ ওপৰত তুলি দিলে। সাদৰীয়ে কমলৰ পিছে পিছে গাড়ীত উঠিল।'

কপাহীৰ আত্মত্যাগৰ কাহিনীও গোস্বামীয়ে সংবেদনশীলতাৰে অংকন কৰিছে। গোস্বামীৰ ৰচনাৰীতি পোনপটীয়া। কৌতুক বা আকস্মিকতাৰ খাতিৰত তেওঁ জীৱনক বিকৃত নকৰে। তেওঁৰ নাৰী চৰিত্ৰৰ অনুধাৱন সত্য আৰু বাস্তৱতাৰ ওপৰত প্ৰতিষ্ঠিত। ৰুডচৰৰ্থে সাধাৰণ মানুহৰ জীৱনত জীৱনৰ সাৰ্থকতা আৱিষ্কাৰ কৰাৰ দৰে, গোস্বামীয়ে নিঃকিন নাৰীৰ জীৱনতে নাৰীৰ মহত্ব প্ৰত্যক্ষ কৰিছিল। স্নেহৰ লগত তেওঁৰ স্বামী হৰনাথ বৰুৱাৰ সাময়িক বিচ্ছেদ আৰু বৰুৱাৰ তাইৰ প্ৰতি ওপজা মৰমৰ সুযোগ দৰিদ্ৰা চাকৰণী কপাহীয়ে গ্ৰহণ কৰিব পাৰিলেহেঁতেন, কিন্তু নকৰিলে। বৰং বৰুৱাক

তাইক বিয়া দি কৰ্তব্য পালন কৰিবলৈ ওলোৱাত তাই বাধাহে দিলে। কাৰণ, তাই বক্কৰাৰ ল'ৰাটোক আপডাল কৰি ইমানখিনি ডাঙৰ কৰিলে। সেই মৰমৰ বান্ধোন আৰু ইমান দিনে নিজৰ বুলি ভাবা ঘৰখনৰ মায়া তাই ত্যাগ কৰিব নোৱাৰে। কালৰ কুটিল গতিত এনেবোৰ নাৰী চৰিত্ৰই সাম্প্ৰতিক বাস্তৱ জীৱনত দেহ বিক্ৰী কৰি ভাত মোকোলায়। গোস্বামীৰ গল্পত বিকাশৰ সম্ভাবনাৰ ইংগিত আছে, আৰু এনেবোৰ গল্পত তেখেতে উৰলি যাব ধৰা অতীতক অবিস্মৰণীয়ভাৱে বিবৃত কৰিছে।

গোস্বামীৰ আন এটি অবিস্মৰণীয় নাৰী চৰিত্ৰ ৰূপহী। ৰূপহী ৰূপে-গুণে অতুলনীয়া। কিন্তু, সাধাৰণ অৱস্থাৰ সুচৰিত্ৰ দৰাক নেওচি তেওঁৰ দেউতাকে তাইক উপকৰা ধন পোৱা বনবিভাগৰ চাকৰি কৰা খগেনত বিয়া দিলে। মদাহী খগেনে তাইক অত্যাচাৰ কৰে আৰু দুশ্চৰিত্ৰা তিৰোতাক ঘৰ সুমুৱায়। ৰূপহীয়ে বাধা দিয়াত সি তাইক ঘৰৰপৰা উলিয়াই দিয়ে। খগেনে চৰকাৰী ধন আত্মসাৎকৰা অভিযোগত দুবছৰ জেল খাটিবলগীয়া হয়। কংকালসাৰ অৱস্থাত জেলৰপৰা উভতি আহি খগেনে তাইৰ ওচৰত আশ্ৰয় বিচৰাত তাই তাক স্বামীৰূপত পুনঃ প্ৰতিষ্ঠা কৰি ভৰি চুই সেৱা কৰে। কাৰাবাসৰ যন্ত্ৰণা আৰু ৰূপহীৰ পতিপৰায়ণতাই খগেনৰ অন্তৰৰ মলিনতা ধুই নিকা কৰিলেও তাই বুজিব পাৰে :

......"তাইৰ গিৰিয়েক দীৰ্ঘ কালৰ অন্তত ভাগি পৰা এক অস্থিচৰ্মসাৰ যেন কংকাল। এই কংকাল সঞ্জীৱীত কৰিবলৈ অসাধাৰণ ত্যাগ আৰু সাধনাৰ আৱশ্যক হ'ব।"

'মাতৃ' গল্পত বিদ্যোৎসাহী অথচ যোত্ৰহীন মৰমিয়াল আদৰ্শবাদী স্বামীৰ উদগনি সত্বেও বিদুষী কণিকাই নিজৰ সন্তানৰ ভৱিষ্যত ৰচনাৰ ব্ৰতত ব্ৰতী হৈ সমাজ সেৱাৰ লোভনীয় বাট পৰিত্যাগ কৰি মহীয়সী মাতৃৰূপে প্ৰতিষ্ঠিত হৈছে।

গোস্বামীয়ে গল্প লিখিবলৈ আৰম্ভ কৰা সময়ত মধ্যবিত্ত জীৱনযাত্ৰা বৰ কঠিন আছিল। নিম্ন মধ্যবিত্ত জীৱনত পঢ়াশুনা কৰিবলৈ সম্বলৰ অভাৱ, অথচ, নাম কৰি পাছ কৰিলেও চাকৰি পোৱা নাযায়। এনে নিৰ্মম পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত তেখেতে ভালেমান গল্প ৰচনা কৰিছে। 'চাকৰি' গল্পৰ নায়কে উচ্চশিক্ষা লাভ কৰি প্ৰথম শ্ৰেণীৰ অনাৰ্চ পাইও 'বেকিং' নোহোৱা বাবে চাকৰিৰপৰা বঞ্চিত হয়। মধ্যবিত্তশ্ৰেণীৰ মানুহৰ সহানুভূতি হেৰুৱাই তেওঁ নিজৰ গাঁৱলৈ গৈ সাধাৰণ খেতিয়কৰ মাজত নিজক বিলাই দিয়ে। তেওঁ উপলব্ধি কৰে হাড়ভাঙি পৰিশ্ৰম কৰি মাটিৰ বুকুত সোণফলোৱা খাটিখোৱা মানুহৰ অন্তৰতহে মানৱীয় সহানুভূতি সঞ্চিত হৈ আছে। গোস্বামীয়ে গল্পৰচনা কৰিবলৈ আৰম্ভ কৰাৰ আঠৈকুৰি বছৰ পিছত প্ৰকাশ কৰা 'হীৰা' গল্পত তেখেতে সাধাৰণ জীৱনৰপৰা অহা নাৰী চৰিত্ৰৰ আন এটা দিশ

প্ৰকট কৰে। গল্পটো মনস্তাত্বিক দিশৰপৰাও নিভুৰ্ল। গল্পটোত এজন হিন্দুস্থানী ঠেলাৱালাৰ পাৰিবাৰিক জীৱনৰ ছবি সংবেদনশীলতাৰে অংকন কৰা হৈছে। ঠেলাৱালা নিৰ্মলে ঠেলা চলাই পোৱা সামান্য উপাৰ্জনেৰে তাৰ চৌখীন স্ত্ৰী মালতীক ভালপোৱাৰ বাহিৰে বিশেষ একো দিব নোৱাৰে। ধৰীন্দ্ৰ নামৰ ৰিক্সাৱালা এজনে তাইক ৰিক্সাত তোলে, চাহ খুৱায় আৰু চিনেমা দেখুৱায়। এদিন গধূলি নিৰ্মলে দিনটোত পোৱা সামান্য টকাৰে তাইৰ বাবে পাউদাৰ আৰু মাছ এচকল কিনি ঘৰলৈ উভটি আহি দেখে যে মালতীয়ে কান্দি আছে, তাই মাকৰ ঘৰলৈ যাব। নিৰ্মলে বুজিলে, তাই তাৰ তুলনাত শিক্ষিতা কিজানি তাই তাৰ ওচৰত সন্তুষ্ট নহয়। সি খংকৰি তাইক ধৰীন্দ্ৰৰ লগতে গুচি যাবলৈ কৈ নোখোৱা নোবোৱাকৈ শুই থাকিল আৰু মালতীয়ে উঠাৰ আগতে ৰাতিপুৱাই ঠেলা লৈ ওলাই গ'ল। তাই খং-অভিমানত টালি টোপোলা লৈ ধৰীন্দ্ৰৰ তালৈ গুচি গ'ল। তাই তাত ধৰীন্দ্ৰৰ মাতাল অৱস্থা প্ৰত্যক্ষ কৰিলে আৰু তাইৰ অবিহনে অকলশৰীয়া হৈ সৰলচিতীয়া নিৰ্মলো মাতাল হ'ব, এই কথা সহ্য কৰিব নোৱাৰি তাই উভটি আহিল আৰু নিৰ্মলৰ স্নেহৰ গভীৰতা বুজি অনুতপ্ত হ'ল। গল্পটোত বনুৱা জীৱনৰ অন্তঃস্থলীত সোমোৱাৰ চেষ্টা আছে আৰু শ্ৰমিক জীৱনৰ প্ৰতি গভীৰ সংবেদনশীলতাৰ ছাপ আছে।

মহাযুদ্ধই গৰকা অসমীয়া জীৱনলৈ নামি অহা নৈতিক নৈৰাজ্যৰ ছবি গোস্বামীৰ 'প্ৰতিধ্বনি'ৰদৰে গল্পত বিবৃত হৈছে। বিয়াল্লিছৰ গণ আন্দোলনৰ দিনত ৰতন ঠিকাদাৰে ঠিকা বিচাৰি মণিপুৰৰ'দলৈ যায়—বৃটিছক যুদ্ধত সহায় কৰি ধন ঘটিবলৈ। ওচৰ-চুবুৰীয়াই আলোচনা কৰে, সি মণিপুৰৰ'দতে হাড় পেলাব লাগিব। শত্ৰুৰ মুখত ছাই সানি সি অনেক ধন-সম্পত্তি লৈ গাঁৱলৈ উভতি আহে। আগৰ সমালোচক ওচৰ-চুবুৰীয়া তাৰ চোতাল ভৰি পৰে। 'পইছা থাকিলে ভাওৰো অভাব নহয় তোষা-মোদকাৰীৰো অভাব নহয়।' ঘৰত ঠিকাদাৰৰ ৰহস্যময় ব্যৱসায় চলে, পুলিছ, হাকিমৰ সমাগম হয়। ফলত তেওঁৰ সন্মান বাঢ়ে। 'চালু' মানুহ ডেকা সম্ভুনাথে তেওঁৰ ঘৰ আৰু কাৰবাৰৰ দায়িত্ব যুৰ পাতি লয়। ধনৰ আমদানিয়ে ঠিকাদাৰৰ লোভ বঢ়ায়। বনবাৰী কৰাৰ অজুহাতত তেওঁ এজনী নেপালী তিৰোতা ঘৰ সুমুৱায়। ৰতন ঠিকাদাৰৰ ভাবী জোঁৱাই সম্ভুনাথে জীয়েক ৰূপহীক অন্তঃসত্বা কৰি নেপালী ছোৱালী জনীৰ লগত অন্তৰ্দ্ধান হয়। গল্পটোত পটভূমি ৰূপে ক্ৰিয়া কৰা পৰিস্থিতি স্বাধীনোত্তৰ যুগৰ নতুন ধনী সমাজত অনুপস্থিত নহয়। মানৱ চৰিত্ৰ আৰু তাৰ ক্ৰিড়াংগন ক্ষুদ্ৰ সমাজখনৰ সামগ্ৰিক ৰূপ গোস্বামীয়ে উদ্ভাসিত কৰিব পাৰিছিল বাবে এনেবোৰ গল্প আজিও অম্লান, চিৰন্তন, সাৰ্বজনীন আদি ভাবেৰে সমৃদ্ধ।

স্বাধীনতাৰ পৰবৰ্তীকালত জনসাধাৰণৰ কল্যাণকামী চেতনাৰ দৃষ্টিভংগীৰপৰা

আশংকা জাগে, স্বাধীনতাই জানো সাধাৰণ মানুহৰ অৰ্থনৈতিক অৱমুক্তি আনিলে ? এই সময়তে বিষ্ণুৰাভাৰ দৰে মানৱ প্ৰেমিক কলাকাৰে শোষিতৰ মুক্তিৰ বাবে অস্ত্ৰ হাতত লয়, আৰু অগ্নিকাগিৰীয়ে আত্মপ্ৰসাদ গ্ৰস্থ চেতনাৰ ওপৰত ব্যৱস্থাৰ আঘাত হানে। স্বৰাজোৰাত্তৰ কালত ত্ৰৈলোক্যনাথ গোস্বামীয়েও ৰূপকধৰ্মী গল্পৰ যোগেদি মানৱতাৰ মুক্তিৰ জয়গান গাবলৈ প্ৰস্তুত হয়।

স্বাধীনতাৰ পিছত লিখা গল্পত এটা উমাল আত্মপ্ৰসাদ গ্ৰস্থ জীৱনৰ বিপক্ষে তেওঁৰ শিল্পীয়ে শোষণ আৰু নিষ্পেষণৰ ভয়ংকৰ ছবি আঁকে। আদৰ্শবাদী মানুহে ক্ষুধাক নেওচি ধনীৰ ভোষামোদকাৰীসকলৰপৰা ফালৰি কাটি নৰকংকাল সদৃশ শ্ৰমিক মিছিলৰ লগত চামিল হয়। গোস্বামীৰ এই আদৰ্শবাদ বাস্তৱৰ লগত অবিচ্ছেদ্য আৰু ৰাজনৈতিক দায়বদ্ধতাৰ নিকটবৰ্তী। 'কণ্ট্ৰোলৰ চেনী' আদি গল্পত গোস্বামীয়ে যুদ্ধৰ সমসাময়িক পৰিস্থিতি আৰু তাৰ আনুসংগিক দুৰ্নীতিৰ ছবি অবিস্মৰণীয়ভাৱে বিবৃত কৰিছে।

স্বাধীনতাৰ ৰ'দ কাচিয়লিত, এটা উমাল আত্মপ্ৰসাদ গ্ৰস্থ চেতনাৰ উদ্ভৱ হয়। মানুহে পুৰণি সমাজ ব্যৱস্থাৰ আলমত এখন নতুন দেশ গঢ়ি তুলিবৰ আশা পোষণ কৰে ঔদ্যোগিক জীৱনৰ সপোন দেখে। গোস্বামীৰ 'শিল্পী' গল্পত এনে আত্মপ্ৰসাদ গ্ৰস্থ জীৱনৰ বিপক্ষে বিক্ষোভ আছে। সমাজসেৱীয়ে শিল্পীক তিৰস্কাৰ কৰে :

'হাড়হাল নোহোৱা কিম্ভূত কিমাকাৰ চিত্ৰ আঁকি বনুৱাৰ মাজত অসন্তোষৰ বীজ সিঁচি দিছা।'

কিন্তু শিল্পীয়ে আপোষ কৰিবলৈ অস্বীকাৰ কৰে আৰু ধনী অধিক ধনী আৰু দুখীয়াক অধিক দুখীয়া কৰা সমাজ ব্যৱস্থাৰ ওপৰত বিদ্ৰূপ হানে। এনেবোৰ গল্পই সমসাময়িক জীৱনৰ তাৎপৰ্যপূৰ্ণ দিশক বিবৃত কৰা দেখা যায়।

স্বাধীনতাৰ অব্যৱহিত পৰৱৰ্তীকালত আমোলা আৰু সমাজৰ বৰমূৰীয়াসকলৰ ষড়যন্ত্ৰত দুৰ্বলশ্ৰেণী আৰু এই শ্ৰেণীৰ প্ৰতিভূস্থানীয় দৰিদ্ৰ শিক্ষক শ্ৰেণীৰ জীৱন দুৰ্বিষহ হয়। তাৰ হাস্যৰসসিক্ত মৰ্মস্পৰ্শী ছবি 'অজ্ঞাত বাস' গল্পত আছে। থানেশ্বৰ পণ্ডিতে অন্যমনস্ক হৈয়েই নিশ্চয়—ল'ৰাক ভালকৰোঁ বুলিয়েই মেলেকীৰ ল'ৰাক দুষ্টামিৰ বাবে বেত দিয়াত দক্ষযজ্ঞকাণ্ড হয়। কি কুক্ষণত পণ্ডিতে এই কুকাণ্ড কৰিলে তাকে ভাবি তেওঁ বিমূঢ় হয় :

"কিয় ভুল কৰিলে তেওঁ ? মেলেকীৰ ল'ৰাৰ গাত তেওঁ কিয় হাত দিলে ৰাক ? আজি ক্ষমতাৰ যুগ, অত্যাচাৰৰ যুগ।"

গাঁৱৰ মানুহে পণ্ডিতক ভাল ভোলা নাই :

'হয়াতো, মেলকীৰ ঘৰোৰ ছলি বুল্লি বুইলবাৰ নাই। কিয় কুবাৱে তেওঁ ? কিবা আমাৰ ঘৰোৰ ছলিনা ?'

পণ্ডিতৰ জীৱনৰ সকলো সাৰ্থক চেষ্টাই স্কুলখনৰ লগত জড়িত। কিন্তু মেলেকীৰ প্ৰৰোচনাত ল'ৰা স্কুললৈ নোযোৱা হ'ল আৰু পণ্ডিতৰ ট্ৰেনচফাৰৰ হুকুম হ'ল। মেলেকীৰ শালপতিৰ জোৱাই বিনোদ অনুপযুক্ত হৈও স্কুলত মকৰল হ'ল। ভালেকেইজন মানুহৰ পৰিয়াল পুহিব নোৱাৰি অনাটনত ভুগা পণ্ডিতে কুৰি মাইল আঁতৰৰ স্কুলত অজ্ঞাতবাস খাটিবলগীয়া হ'ল। পণ্ডিতে পৰিস্থিতিটোৰ সাৰখিনি চমুকৈ কৈছে ঃ

'আমাৰ জীৱনৰ মূল্য নিৰূপিত হৈ আছে। ডেৰকুৰি টকীয়া জীৱন। তাৰোপৰি বিনোদ হ'ল শালপতিৰ জোঁৱাই।'

গতিকে উপায় নাই। গল্পটো স্বাধীনতাৰ পিছৰ প্ৰথম দশকত ১৯৫৩ চনত লিখা।

গোস্বামীয়ে গল্পত দৰিদ্ৰ শিক্ষকে আদৰ্শবাদী পুত্ৰৰ প্ৰণোদনত দুৰ্নীতিপৰায়ণ ধনী মানুহৰ উপহাৰ অতি প্ৰয়োজনীয় গৰমকোট কুকুৰৰ মুখত দলিয়াই দিয়ে। নতুন ধনীৰ ঘৰত তোষামোদকাৰীৰ ভীৰৰ ছবি শাণিত বক্ৰাঘাতৰ সহায়ত খোদিত হয়।

ত্ৰৈলোক্য গোস্বামী সমাজ সচেতন গল্পকাৰ। দুৰ্বল শ্ৰেণীৰ মানুহ আৰু সামাজিক কুসংস্কাৰে আচ্ছন্ন নাৰীজীৱনৰ দুৰ্যোগৰ ওপৰত ভেজা দি তেখেতে মনত ৰাখিব লগীয়া গল্প ৰচনা কৰিছে। পতিত আৰু পতিতাৰ দৰে গল্পত অসহনীয় পৰিস্থিতিৰ পৰা পৰিত্ৰাণৰ সঙ্কেদ আছে। তেখেতৰ বেছিভাগ 'ৰোমাণ্টিক' গল্পৰে সামাজিক আধাৰ আছে। কপাহী আৰু সাদীৰ দৰে বাস্তৱ চৰিত্ৰ অসমীয়া সাহিত্যত বিৰল।

ত্ৰৈলোক্যনাথ গোস্বামী সমালোচনাত্মক বাস্তৱতাৰ গল্পকাৰ। ব্যংগ্যৰ কষাঘাত তেখেতৰ প্ৰধান হাতিয়াৰ। তেখেত এই যুগৰ এজন বিৰল গল্পকাৰ যিজনে তেখেতৰ লেখাত আপোচহীন সমালোচনাৰ সুৰ বৰ্জন কৰিবলৈ অস্বীকাৰ কৰে। তেখেতৰ বক্ৰাঘাতে মানুহৰ চৰিত্ৰ আৰু পৰিৱেশৰ অন্তঃস্থলত পোহৰ পেলায় ঃ

"সুবিধা চাই চহৰীয়াই তোষামোদৰ হোমিওপ্যথিক ফোট পেলালে।"

'হঠাৎ লালসিংবাবু বিনয়ত গদ্‌গদ্‌হৈ পৰিছে আৰু গোটেই অসমখনকে বুকুৰ মাজ'ল টানি আনি উম দিবলৈ ইচ্ছা প্ৰকাশ কৰিছে।'

সমালোচক হিচাপে ড° বাণীকান্ত কাকতিৰ পিছতে ত্ৰৈলোক্যনাথ গোস্বামীৰ নাম ল'ব লাগিব। প্ৰাচ্য আৰু পাশ্চাত্যৰ অলংকাৰ, সমালোচনা আৰু সৃজনধৰ্মী সাহিত্যৰ লগত গভীৰ পৰিচয় থকা বাবে তেখেতে অসমীয়া সমালোচনাৰ ক্ষেত্ৰত তাৎপৰ্যপূৰ্ণ বৰঙণি যোগাব পাৰিছে। নন্দনতত্ত্ব আৰু ব্যৱহাৰিক সমালোচনা—উভয় দিশতে তেখেতৰ অতি উল্লেখযোগ্য অবদান আছে। দৰ্শন শাস্ত্ৰত অনাৰ্চ পঢ়া সময়ত গোস্বামী নন্দনতত্ত্বৰ ( aesthetics ) দুৰূহ তত্ত্বসমূহৰ প্ৰতি আকৃষ্ট হয়। পিছত স্নাতকোত্তৰ মহলাৰ পাঠ প্ৰস্তুত কৰা সময়ত এই অধ্যয়ন সাহিত্যৰ পাঠাংশ অনুসন্ধানৰ ক্ষেত্ৰত কামত লাগে। সেইকালৰ পৰা নন্দনতত্ত্বৰ অনুসন্ধান গোস্বামীৰ জীৱনজোৰা সাধনা।

১৯৫০ চনত তেওঁখেতে এনে অনুসন্ধানৰ পম খেদি প্ৰাচ্য আৰু পাশ্চাত্যৰ তত্ত্ব অন্বেষণ কৰি তেখেতৰ বিখ্যাত গ্ৰন্থ *সাহিত্য আলোচনা* ৰচনা কৰে। পিছত গ্ৰন্থখনৰ পৰিবৰ্দ্ধিত সংস্কৰণ প্ৰকাশিত হয়। সম্প্ৰতি ভাৰতীয় নন্দনতত্ত্বৰ প্ৰতি পশ্চিমৰ পণ্ডিত সকলৰ দৃষ্টি আকৰ্ষিত হৈছে আৰু প্ৰাচ্য আৰু পাশ্চাত্যৰ তুলনামূলক নন্দতত্ত্বৰ বাট মুকলি হৈছে। গোস্বামীৰ *সাহিত্য আলোচনা* এই ক্ষেত্ৰত অসমীয়া সাহিত্যৰ বাটকটীয়া গ্ৰন্থ। ১৯৭৩ চনত গোস্বামীয়ে প্ৰাচ্য আৰু পাশ্চাত্যৰ নন্দনতত্ত্ব সম্পৰ্কে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত এলানি বক্তৃতা দিয়। এই বক্তৃতাসমূহৰ ভিত্তিত তেখেতে *নন্দন-তত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য* নামৰ গ্ৰন্থখন সম্পাদনা কৰি উলিয়ায়। গ্ৰন্থখনৰ সুদূৰপ্ৰসাৰী প্ৰভাৱ পৰিলক্ষিত হৈছে। প্ৰাচ্য আৰু পাশ্চাত্যৰ নন্দনতত্ত্বৰ বিভিন্ন দিশ ফঁহিয়াই সাহিত্য আলোচনাত প্ৰবৃত্ত হৈ গোস্বামীয়ে অসমীয়া সাহিত্যৰ বিস্তৰ উপকাৰ সাধে।

ৰামধেনু যুগত অসমীয়া চুটি গল্পৰ নতুন যুগৰ আৰম্ভ হয়। ভালেমান নতুন লেখকে চুটি গল্প ৰচনাত প্ৰবৃত্ত হয় আৰু উচ্চমানৰ গল্প লিখে। এই সময়ত অসমীয়া ভাষাত চুটি গল্প সম্পৰ্কে এখন প্ৰামাণ্য গ্ৰন্থৰ অভাৱ সকলোৱে অনুভৱ কৰে। ভাৰতীয় আৰু বিদেশী সাহিত্যত অবগাহন কৰি গোস্বামীয়ে ৰামধেনু যুগৰ শেষ প্ৰান্তত তেওঁখেতৰ সৰ্বাধিক প্ৰভাৱশালী গ্ৰন্থ *আধুনিক গল্প সাহিত্য* লিখিবলৈ লয়। ১৯৬৫ চনত গ্ৰন্থখন প্ৰকাশিত হয় আৰু ১৯৬৭ চনত গোস্বামীয়ে এই গ্ৰন্থখনৰ বাবে সাহিত্য অকাডেমি পুৰস্কাৰ লাভ কৰে। গ্ৰন্থখনৰ প্ৰথম ভাগত চুটি গল্পৰ সূত্ৰ আৰু উৎপত্তিৰ আলোচনা আছে। এই ভাগত গোস্বামীৰ মৌলিক চিন্তাৰ পৰিচয় সুন্দৰভাৱে ফুটি ওলাইছে। গোস্বামীৰ এই বিশ্লেষণ অতি তাৎপৰ্যপূৰ্ণ। অসমীয়া চুটি গল্পৰপৰা দিয়া উদাহৰণসমূহে গ্ৰন্থখনৰ গৌৰৱ বঢ়াইছে। অসমীয়া সাহিত্যত বিদেশী সাহিত্য বিষয়ক আলোচনা তেনেই তাকৰীয়া। দ্বিতীয় ভাগত সন্নিৱেশিত পশ্চিমীয়া চুটি গল্পৰ চমু পৰিচয় সেই কালৰপৰা সময়োপযোগী। তৃতীয় অধ্যায়ত উপস্থাপন কৰা প্ৰেমচাঁদ আৰু ৰবীন্দ্ৰনাথৰ গল্পৰ তুলনামূলক আলোচনাই ভাৰতীয় গল্প সাহিত্যৰ দুটি বিশিষ্ট ধাৰাৰ ওপৰত পোহৰ পেলাইছে। চতুৰ্থ অধ্যায়ত গোস্বামীয়ে অতি কম পৰিসৰত বেজবৰুৱাৰপৰা ৰামধেনু যুগলৈকে অসমীয়া গল্প সাহিত্যৰ শতাব্দীজোৰা ইতিহাসৰ পাতনি মেলিছে।

গ্ৰন্থখনত হেমিংৱে আৰু ফকনাৰ, ষ্টাইনবেক আৰু আৰ্ভিয়ং চেকভ আৰু মোপাঁছা, প্ৰেমচাঁদ আৰু ৰবীন্দ্ৰনাথকে ধৰি অনেক সাহিত্যিকৰ গল্পৰ তুলনামূলক অধ্যয়ন সন্নিৱেশ কৰা হৈছে।

বেজবৰুৱা যুগৰ চুটিগল্পৰ আলোচনা আৰু বিশ্লেষণৰ ক্ষেত্ৰত গোস্বামীয়ে গভীৰ অন্তৰ্দৃষ্টিৰ পৰিচয় দিছে :

'বেজবৰুৱাই লিখা সময়ত অসমীয়া সমাজৰ ওপৰত আপেক্ষিক শান্তি বিৰাজ কৰিলেও পূৰণি সমাজ ব্যৱস্থাৰ ভেটিৰ ওপৰত অনুভূত হৈছিল পৰিবৰ্তনৰ মৃদু কম্পন। সমাজৰ মাজত এদলৰ মনত আভিজাত্যৰ অন্তঃসাৰ শূন্য গৌৰৱ আনপিনে আন এটা দলৰ কুসংস্কাৰাচ্ছন্ন জীৱনৰ নিষ্প্ৰাণ গতানুগতিকতা। মানৰ দিনৰ উপদ্ৰৱৰ কেঁচা স্মৃতিৰ তুলনাত ইংৰাজৰ আমোলত আহি পৰিছিল এটা বিৰতিৰ উশাহ, এটা অকৰ্মণ্যতাৰ অবসাদ আৰু ভোগ বিলাসৰ প্ৰতি নিষ্ফল আকুলতা।'

বেজবৰুৱা আৰু শৰৎ চন্দ্ৰ গোস্বামীৰ গল্পৰ আধাৰ সম্পৰ্কে কৰা তুলনামূলক বিচাৰো নিৰ্ভুল।

'—বেজবৰুৱাৰ আক্ৰমণৰ বিষয় প্ৰধানতঃ ভেম আৰু ভণ্ডামি, শৰৎ গোস্বামীৰ বিষয় অন্যায় আৰু অবিচাৰ।'

এই গ্ৰন্থত প্ৰকাশ পোৱা আৱাহন যুগৰ গল্পৰ সমালোচনা প্ৰণিধানযোগ্য। আৱাহন যুগত গোস্বামীয়ে বেজবৰুৱাৰ যুগৰ বিদ্ৰূপাত্মক মনোভাৱৰ সলনি মানুহৰ অন্তৰত থকা হৰ্ষবিষাদ আৰু আশা-আকাংক্ষা পৰিস্ফুট কৰাৰ উদ্যম দেখা পাইছে। তেখেতৰ মতে মুক্তিৰ উন্মাদনা আৰু কল্পনাৰ স্বতন্ত্ৰতা আৱাহন যুগৰ গল্পকাৰৰ গল্পৰ পাথেয়। গোস্বামীয়ে কম স্বীকৃতিপ্ৰাপ্ত নিষ্ঠাবান গল্পকাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সংবেদনশীল মনৰ প্ৰশংসা কৰিছে। হলীৰাম ডেকাৰ গল্পৰ মাজেদি প্ৰকাশ পোৱা বিৰল উপলব্ধিৰ ওপৰত তেখেতে কৰা মন্তব্য মন কৰিবলগীয়া :

'তেওঁৰ হাস্যৰসাত্মক ৰচনাত মানুহে হাঁহি হাঁহি বাগৰি নপৰে, কিন্তু মনত আনন্দৰ পুলক অনুভৱ কৰে। তেওঁৰ গল্পৰ মাজত যেন এটা পাতল সংগীতৰ ধ্বনি বাজি আছে।'

এনেবোৰ উক্তিৰ সূক্ষ্মতা অনস্বীকাৰ্য। অনন্য প্ৰতিভাৰ অধিকাৰী ৰমা দাশৰ গল্পত বাস্তৱ আৰু ৰোমাণ্টিকতাৰ দ্বন্দ্বৰ বিশ্লেষণ অকাট্য। গোস্বামীয়ে দাশৰ 'ভাষাৰ সাৱলীলতা, কল্পনাৰ সংলগ্নতা, আৰু প্ৰকাশ কুশলতা অকুণ্ঠভাৱে প্ৰশংসা কৰিছে। কিন্তু তেওঁৰ গল্পত প্ৰকাশ পোৱা সত আৰু অসতৰ প্ৰশ্নাতীত দুৰ্দমনীয় বাসনাৰ ধুমুহাক আদৰণি জনাব পৰা নাই। আনহাতেদি দাশৰ 'দুৰ্যোগৰ ৰাতি' গল্পত প্ৰকাশ পোৱা বিলাসিনী দিপীৰ ছলনাময় প্ৰেমৰ মাদকতা অকে বাসন্তীৰ প্ৰেমৰ স্থৈৰ্য আৰু ঔদাৰ্যৰ সংঘাতময় চিত্ৰ তেখেতে অকুণ্ঠভাৱে প্ৰশংসা কৰিছে। গোস্বামীয়ে লক্ষ্মীধৰ শৰ্মা আৰু ৰমা দাশৰ দুটি গল্পৰ যি তুলনামূলক মন্তব্য আগবঢ়াইছে তাৰ মূল্যও অনস্বীকাৰ্য। ৰামধেনু যুগৰ গল্পকাৰসকলৰ ওপৰত কৰা মন্তব্যও অন্তৰ্দৃষ্টি সম্পন্ন আৰু গঠনাত্মক। সমালোচনাৰ নামত ৰঙৰ ফাকুওৰি ছটিওৱাৰ তেখেত পৰিপন্থী। তেখেতৰ বিচাৰ কেতিয়াবা কঠোৰ কিন্তু সদায় পক্ষপাতশূন্য। তেখেতৰ

বিচাৰ সচেষ্ট নৈৰ্ব্যক্তিকতাৰ পৰিচয় তেওঁৰ নিজৰ গল্পৰ ওপৰত কৰা মন্তব্য পঢ়িলে পোৱা যায়।

এই সুপৰিকল্পিত আলোচনা গ্ৰন্থৰ উপৰিও গোস্বামীৰ ভালেমান সমালোচনাত্মক প্ৰবন্ধ আলোচনীত সিঁচৰতি হৈ আছে আৰু তাৰে কিছুমান বিভিন্ন সংকলনত প্ৰকাশিতো হৈছে। তাৰে কিছুমান প্ৰবন্ধত শ্বেক্‌চপীয়াৰৰপৰা চাত্ৰেলৈ বিভিন্ন পশ্চিমীয়া লিখকৰ ওপৰত পোহৰ পেলোৱাৰ চেষ্টা আছে। তেওঁৰ অস্তিত্ববাদ আৰু 'এবচাৰ্ডৰ' দৰে জটিলতত্ত্ব আৰু সেই তত্ত্বৰ ওপৰত নিৰ্ভৰ কৰা সাহিত্যৰ ওপৰত অসমীয়া ভাষাত আলোচনা আগবঢ়াইছে। এই পৰিচয়াত্মক প্ৰবন্ধবোৰে অসমীয়া সাহিত্যসেৱীৰ বিস্তৰ উপকাৰ সাধিছে সেই কথা নকলেও হ'ব। অসমীয়া সাহিত্যৰ কবিতা, নাটক, উপন্যাস আৰু সকলোধাৰাৰ লেখকৰ ওপৰত তেওঁ লেখা প্ৰবন্ধসমূহৰ মূল্যও অনস্বীকাৰ্য।

গোস্বামীয়ে ড° কাকতিৰ যুক্তিনিৰ্ভৰ মন আৰু ভাবাবেগ বৰ্জিত বিশ্লেষণৰ ভূয়সী প্ৰশংসা কৰিছে। গোস্বামীৰ সমালোচনাত্মক প্ৰবন্ধত দুয়োটা গুণেই বৰ্তমান। তেওঁত গঠনমূলক আলোচনাৰ পৃষ্ঠপোষক। তেওঁৰ মতে: 'সমালোচক এজন বিচাৰক, কিন্তু ৰসগ্ৰাহী বিচাৰকহে, ফৌজদাৰী আদালতৰ দণ্ডাধীশ নহয়।' [সমালোচকৰ সমসাময়িক লেখকৰ উচ্চ নীচ স্থান নিৰ্ণয়ৰ প্ৰচেষ্টাক তেওঁতে আদৰণি জনোৱা নাই:]

'দুজন সমসাময়িক কৃতীলোকৰ সাহিত্যকৃতি কাল-সমুদ্ৰত ধৌত আৰু পৰিষ্কৃত হোৱালৈকে অপেক্ষা কৰিলে সমালোচনা নিৰ্ভুল হোৱাৰ আশা কৰিব পাৰি।'

যি সামাজিক পৰিবেশত কোনো সাহিত্য ৰচিত হয়, সেই পৰিবেশৰপৰা বিচ্ছিন্ন কৰি সেই সাহিত্য অনুধাবন কৰাৰ প্ৰচেষ্টাক তেওঁতে নিন্দা কৰিছে।

সমালোচক হিচাবে গোস্বামীয়ে লেখকৰ দোষ-ক্ৰটিৰ প্ৰতি সমানে দৃষ্টি দি ভাৰ-সাম্য ৰক্ষা কৰিবলৈ চেষ্টা কৰে। তেওঁত সাম্প্ৰতিক কালত চলা পৰীক্ষা-নিৰীক্ষাৰ প্ৰতি সহানুভূতিশীল। তেওঁৰ মতে আধুনিক কবিতা অধিক চিত্ৰধৰ্মী আৰু প্ৰতীক-ধৰ্মী হোৱাটো স্বাভাৱিক। উপন্যাস আৰু নাটকত প্ৰকাশ পোৱা মনোবৈজ্ঞানিক বিচাৰ আৰু দাৰ্শনিক ভাবধাৰাৰ অনুপ্ৰৱেশক তেওঁতে অকুণ্ঠভাৱে আদৰণি জনাইছে। ৰামধেনুযুগৰ পৰবৰ্তী লেখকসকলে প্ৰতিভা অনুপাতে স্বীকৃতি নোপোৱাৰ কাৰণ তেওঁতে খেদ কৰিছে। ইয়াৰপৰা বুজিব পাৰি যে, পুৰণি আৰু নতুনৰ বাদবিসম্বাদত তেওঁত নতুনৰ ফলীয়া।

গোস্বামী আংগিকৰ বিচাৰৰ প্ৰতি সিমান আগ্ৰহী নহয়। ফৰ্ম আৰু বস্তুক নিলগাই বিচাৰ কৰাটো তেওঁৰ মতে ভ্ৰান্ত। ফৰ্ম বস্তুৰ ৰমণীয় আবৰণ মাত্ৰ নহয়। ফৰ্ম আৰু বস্তুৰ সম্বন্ধ অবিচ্ছেদ্য। তেওঁৰ মতে জীৱনৰ উপলব্ধি গভীৰ হ'লে সেই উপলব্ধিয়ে স্বকীয় ৰূপত আত্মপ্ৰকাশ কৰিবৰ শক্তি ৰাখে। আনহাতে কলাৰ শৃংখলা

আৰু জীৱনৰ নৈৰাজ্যিক বিশৃংখলাৰ প্ৰতিও তেখেত সচেতন : 'আৰ্টত যুক্তিৰ প্ৰভাৱ আছে, নিৰ্বাচনৰ কৌশলো আছে : যি জীৱনত নাই।'

'আধুনিক অসমীয়া সাহিত্যলৈ গোহাঞিবৰুৱাৰ অবদান' এটি সৰস পৰ্যালোচনা। লক্ষ্মীনাথ বেজবৰুৱা আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ তুলনাত গোহাঞিবৰুৱাৰ ওপৰত ঐতিহ্যৰ প্ৰভাৱ বেছি বুলি তেখেতে কৰা মন্তব্য নিভুৰ্ল। গোস্বামীয়ে গোহাঞিবৰুৱাৰ শ্ৰীকৃষ্ণ গ্ৰন্থত যুক্তিনিৰ্ভৰ মনৰ পৰিচয় পাইছে। গোস্বামীৰ মতে স্বতস্ফূৰ্তভাৱে জীৱনৰ বৈচিত্ৰ্যৰ অনুসন্ধান গোহাঞিবৰুৱাৰ সাহিত্যত অনুপস্থিত। 'লীলা' কাব্য সম্পৰ্কে তেখেতে মন্তব্য কৰিছে যে, সংস্কাৰৰ হেচাৰ বাবে গোহাঞিবৰুৱাই স্বতস্ফূৰ্তভাৱে আত্মপ্ৰকাশ কৰিব পৰা নাই। প্ৰকৃতি বৰ্ণনাৰ ক্ষেত্ৰত তেখেতৰ কাৰ্পণ্য বা উদ্যমৰ অভাৱৰ কাৰণে নিৰ্ণয়তো গোস্বামীয়ে বিচক্ষণতাৰ পৰিচয় দিছে। তেখেতৰ মতে গোহাঞিবৰুৱাৰ প্ৰকৃতিৰ বৰ্ণনাই পাঠকৰ মনত খলকনি নোতোলে। প্ৰশংসনীয় সংযম থাকিলেও গোহাঞিবৰুৱাৰ চনেট আৰু ষোড়শপদী কবিতাত তেখেতে কাব্যিক সৌকুমাৰ্য আৰু ব্যঞ্জনাবৃত্তিৰ অভাৱ দেখা পাইছে। ডালিমী আৰু জিনুৰ চৰিত্ৰৰ তুলনামূলক পৰ্যালোচনাৰদ্বাৰা গোস্বামীয়ে প্ৰতিপন্ন কৰিব পাৰিছে যে, ডালিমীৰ চৰিত্ৰ অধিক পৰিস্ফুট কৰাৰ ফলত গদাপাণিৰ বীৰত্ব আৰু জয়মতীৰ নিৰ্যাতনৰ নৃশংসতা নিষ্প্ৰভ হ'ল। গোহাঞিবৰুৱাৰ নাটকত জিনুৰ চৰিত্ৰ গৌণ হোৱাত ভাৰসাম্যই স্থিতি হেৰুওৱা নাই। 'গাঁৱবুঢ়া' নাটকত বিংশ শতিকাৰ আৰম্ভত ইংৰাজ শাসনৰ তলত নিগৃহীত হোজা গাঁৱলীয়া জীৱনৰ চিত্ৰ পৰিস্ফুট কৰাৰ ক্ষেত্ৰত গোহাঞিবৰুৱাৰ কৃতকাৰ্যতা সাৰ্থকভাৱে প্ৰশংসিত হৈছে। গোহাঞিবৰুৱাক গোস্বামীয়ে উপন্যাসৰ জনক বুলি অভিহিত কৰিছে। 'শ্ৰীকৃষ্ণত শিশু কৃষ্ণৰ বৰ্ণনাত সৰু ল'ৰাৰ চঞ্চল আৰু অসংযত গতিৰ আভাস বাক্যবিন্যাসৰ মাজেদি পৰিস্ফুট হোৱা বুলি কোৱা কথা মনকৰিবলগীয়া। ত্ৰৈলোক্যনাথ গোস্বামীয়ে গোহাঞিবৰুৱাৰ যুগত পুৰণি সংস্কাৰ আৰু নতুন পশ্চিমীয়া মানৱকেন্দ্ৰীক আদৰ্শৰ সংঘাতৰ ওপৰত কৰা মন্তব্য গুৰুত্বপূৰ্ণ। গোস্বামীয়ে গোহাঞিবৰুৱাৰ কবিতাত কেতিয়াবা আবেগউক্তিৰ প্ৰাধান্য আৰু কেতিয়াবা 'ক্লাচিক' কবিতাৰ সংযম দেখা পাইছে। গোস্বামীৰ মতে গোহাঞিবৰুৱাৰ প্ৰতিভা গদ্যৰচনাত অধিক প্ৰকাশ পাইছে। ৰোমাঞ্চধৰ্মী গদ্য আৰু গহীন বৌদ্ধিক বিশ্লেষণাত্মক গদ্য উভয়তে গোহাঞিবৰুৱাই দেখুওৱা দক্ষতাৰ উচ্চ প্ৰশংসা সমৰ্থনযোগ্য :

'শ্ৰীকৃষ্ণৰ গদ্যভংগী বৈচিত্ৰ্যপূৰ্ণ। যুক্তিনিৰ্ভৰ মনৰ দাপোণ প্ৰতিফলিত হোৱা শ্ৰীকৃষ্ণৰ চৰিত্ৰৰ বিশ্লেষণ তাৎপৰ্যপূৰ্ণ।'

এনেধৰণৰ উক্তিয়ে গোস্বামীৰ পুৰঠ সমালোচনাত্মক মনৰ পৰিচয় দিয়ে।

গোস্বামীয়ে অসমীয়া ভাষাত উচ্চমানবিশিষ্ট সাহিত্য-সৃষ্টিৰ সমস্যা সম্পৰ্কে অবহিত আছিল। তেখেতৰ মতে অধ্যয়ন, অভিজ্ঞতা, মননশীলতা আৰু অনুশীলন ব্যতিৰেকে অকল প্ৰতিভাৰ বলত উচ্চমানবিশিষ্ট সাহিত্য ৰচনা সম্ভৱ নহয়। অনুভূতিৰ গভীৰতা, অভিজ্ঞতাৰ ব্যাপকতা আৰু তাৰ প্ৰকাশৰ যোগ্যতাও থাকিব লাগিব। কৰ্ম সম্পৰ্কে তেখেতে ক্ৰোচেৰ উক্তিক সমৰ্থন কৰে :

'টেকনিক এক প্ৰকাৰ জ্ঞান যাৰদ্বাৰা কল্পনাই বাস্তৱ ৰূপ পৰিগ্ৰহ কৰিব পাৰে। যিটো ৰূপত কোনো এখন সৎ কাব্যই জন্ম লাভ কৰে, সেইটোৱে তাৰ একমাত্ৰ ৰূপ, কিয়নো, এই ৰূপৰ সলনি আন এটা ৰূপত ইয়াৰ প্ৰকাশ সম্ভৱ নহয়।'

আধুনিক কবিতাৰ ওপৰত মন্তব্য দি তেখেতে কৈছে যে বহুত সময়ত আধুনিক কবিতাত স্বতঃস্ফূৰ্ত ভাব প্ৰকাশৰ সলনি কৌশলপূৰ্ণ শব্দচয়নৰ আধিপত্যই বিশৃংখলাৰ সৃষ্টি কৰিছে। তেখেতৰ মতে আধুনিক কালত প্ৰতীকৰ স্থান থাকিলেও প্ৰতীকৰ প্ৰয়োগ একমাত্ৰ উদ্দেশ্য হ'ব নোৱাৰে।

এবচাৰ্ড নাটক সম্পৰ্কে তেখেতৰ উক্তি প্ৰনিধানযোগ্য :

'কিন্তু গ্ৰামীন পৰিবেশৰ আপেক্ষিক সহজ জীৱন যাত্ৰাৰ পৰিপ্ৰেক্ষিতত ভাল এবচাৰ্ড নাটকৰ উদ্ভৱ হোৱা কষ্টকৰ। যিসকলে লণ্ডন, নিউয়ৰ্ক আৰু কলিকতাৰ পৃষ্ঠভূমিত লিখিছে, সেইসকলৰ কথা সুকীয়া। অসমীয়া সাহিত্যৰ বাবে এনে বিচিত্ৰ পৃষ্ঠভূমি নাই।'

অসমীয়া কবি আৰু গল্পকাৰসকলেও এই মন্তব্যৰ পোহৰত নিজৰ সৃষ্টি বিচাৰ কৰিব পাৰে।

গোস্বামীৰ মতে উপন্যাসত গভীৰ জীৱনবোধৰ স্বাক্ষৰৰ সলনি বৈচিত্ৰৰ আধিক্য আমনিদায়ক। তেখেতৰ মতে বাহিৰৰপৰা প্ৰেৰণাৰ উৎস আমদানি হ'ব নালাগে। লেখকে মানুহৰ ব্যক্তিগত আৰু সামাজিক জীৱনৰপৰা প্ৰেৰণা গ্ৰহণ কৰিব লাগে।

গোস্বামীয়ে আধুনিক অসমীয়া সাহিত্যত হেমবৰুৱাৰ স্থান প্ৰবন্ধত এই প্ৰাণপ্ৰাচুৰ্য-সম্পন্ন ব্যক্তিজনাৰ জীৱন আৰু কৰ্মৰ ওপৰত সূক্ষ্ম আলোকপাত কৰিছে। এই অনন্য প্ৰতিভাসম্পন্ন লেখকজনৰ বিষয়ে সামগ্ৰিক মূল্যায়ন হোৱা নাই বুলি কলেও অত্যুক্তি কৰা নহ'ব। গোস্বামীয়ে হেমবৰুৱাৰ অবদানৰ স্বৰূপ আৰু তেওঁৰ আদৰ্শ আৰু পৰিসৰৰ ওপৰত পোহৰ পেলাইছে। প্ৰবন্ধটোত গোস্বামীৰ ভাৱসাম্য দৃষ্টিভংগীৰ সুন্দৰ পৰিচয় পোৱা যায়। ক্ষুদ্ৰ পৰিসৰত আধুনিক অসমীয়া সাহিত্যত হেমবৰুৱাৰ স্থান মন কৰিবলগীয়া। এই কথা অস্বীকাৰ কৰাটো সত্যৰ অপলাপ কৰা হব। গোস্বামীয়ে হেমবৰুৱাক আধুনিক অসমীয়া কবিতাৰ পথিকৃৎ হিচাপে চূড়ান্তভাৱে পতিয়ন যাব পৰাকৈ স্থান নিৰ্ণয় কৰিছে ঃ

'নতুন চেতনাৰ পম খেদি কোনো কোনো সমালোচক দেৱকান্ত বৰুৱাৰ ওচৰ পায়গৈ। কিন্তু ভালদৰে বিচাৰ কৰি চালে দেৱকান্ত বৰুৱাক নতুন কাব্য আন্দোলনৰ লগত জড়িত কৰাৰ কোনো যুক্তি নাই, কিয়নো তেওঁৰ দৃষ্টিভংগী ৰোমাণ্টিক আৰু তেওঁৰ উক্তি আবেগিক।

হেম বৰুৱাই নিজে উৎকৃষ্ট কবিতা এৰি নাযাব পাৰে। কিন্তু আধুনিক কবিতা প্ৰচাৰৰ বাবে তেওঁ যি পৰিৱেশ সৃষ্টি কৰিছিল তাৰ ফলতে লাহে লাহে নতুন কাব্য-আন্দোলনে গা কৰি উঠিল বুলি কোৱাৰ থল আছে। আধুনিক কাব্য আন্দোলনৰ গুৰি ধৰাৰ সন্মান হেম বৰুৱাৰ প্ৰাপ্য। মোৰ বিশ্বাস, ইতিহাসে তেওঁক এই সন্মান নিদিয়াকৈ নাথাকে।'

এনে বলিষ্ঠ প্ৰত্যয়সম্পন্ন মন্তব্যৰ বাবে গোস্বামীৰ সমালোচনাত্মক প্ৰবন্ধ সদায় আদৰণীয় হৈ থাকিব। সমালোচনাত্মক দৃষ্টিভংগীৰ ভাৰসাম্য ইয়াতকৈ অধিক আগুৱাব নোৱাৰে। ঠায়ে ঠায়ে প্ৰকাশ পোৱা গদ্যধৰ্মিতা সত্বেও গোস্বামীয়ে হেমবৰুৱাৰ 'মঁমতাৰ চিঠি'; 'জাৱৰ দিনৰ সপোন' আৰু 'আইতা'ৰ দৰে কবিতাৰ আবেদনক আদৰণি জনাইছে।

হেম বৰুৱাৰ জীৱন আৰু কৰ্মৰ ওপৰত দিয়া চূড়ান্ত মন্তব্য অকাট্য :

'সক্ৰিয়ভাৱে ৰাজনীতিৰ লগত জড়িত হৈ থকা এগৰাকী ব্যক্তিয়ে প্ৰায় পোন্ধৰ বছৰৰ ভিতৰত যিমানখিনি সৃষ্টি কৰিলে তালৈ লক্ষ্য কৰিলে গাজাখুৰি গল্প কৰা এই মানুহজন যে কেনে কৰ্মনিষ্ঠ আৰু অধ্যৱসায়ী তাৰ গম ভালকৈ পোৱা যায়।'

গোস্বামীয়ে হেম বৰুৱাৰ ভাৱপ্ৰৱণতা আৰু বাস্তৱবোধৰ মাজত থকা দ্বন্দ্ব আৰু তাৰ সমন্বয়ৰ সফল প্ৰচেষ্টাক সুন্দৰভাৱে বিশ্লেষণ কৰিছে। তেখেতৰ মতে মানুহৰ মাজত বৈষম্য, অৰ্থনৈতিক অসাম্য আৰু অবিচাৰ দেখি তেওঁৰ সমাজবাদী মন মাটিৰ পৃথিৱীলৈ আকৃষ্ট হৈছিল যদিও, ভাব প্ৰৱণতাই তেওঁক এই আদৰ্শৰ লগত বুজা পৰা কৰাৰ ক্ষেত্ৰত বাধা দিছিল।

নানান ঘাতপ্ৰতিঘাতৰ মাজেদি আৰু কলেজৰ অধ্যক্ষ হিচাবে গোস্বামীদেৱৰ ওপৰত পৰা গুৰু দায়িত্ব নিষ্ঠাৰে সৈতে পালন কৰিও তেখেতে জীৱনত অসমীয়া সাহিত্যৰ বাবে যি কৰিলে তাৰ কথা ভাবিলে তবধ মানিব লাগে। মনস্তাত্ত্বিক আৰু সংস্কাৰকামী উভয়বিধ চুটিগল্পতে তেখেতে সমানে দক্ষতা দেখুৱাইছে। সমাজৰ অন্যায় অবিচাৰৰ বিপক্ষে থিয় দি তেখেতে প্ৰগতিশীল গল্প-সাহিত্যৰ বাটকটীয়া হোৱাৰ উপৰিও শিল্পীসুলভ নিষ্ঠাৰ বাবে আৰু জীৱনবোধৰ গভীৰতাৰ বাবেও অসমীয়া ভাষাৰ শ্ৰেষ্ঠ গল্পকাৰৰ ভিতৰত স্থান অধিকাৰ কৰিছে। তেখেতৰ কৰ্মব্যস্ত জীৱনৰ আয়তন

বহল। দৰিদ্ৰ গাঁৱলীয়া জীৱনক সাহিত্যৰ ভিতকৰা কৰি তেখেতে ৰোমাণ্টিক বাস্তৱতাৰো প্ৰতিভূ স্থানীয় হৈছে। গোস্বামীয়ে যে খেতৰ অসংখ্য গল্পৰ যোগেদি, বিভিন্ন চৰিত্ৰৰ সমাবেশেৰে এখন স্বয়ংসম্পূৰ্ণ জগত সৃষ্টি কৰিবলৈ সক্ষম হৈছে। তেখেতৰ প্ৰতিভা বহুমুখী—তেখেত একাধাৰে কবি, ব্যংগ্য ঔপন্যাসিক, চুটিগল্পকাৰ আৰু সমালোচক। তাকৰীয়া সময়ৰ বাবে আৰু শিল্পীসুলভ নিৰ্বাচন শক্তিৰ প্ৰণোদনত তেখেতে শেষৰ দুই ধাৰাতে তেখেতৰ জীৱনৰ শ্ৰেষ্ঠ অৱদান দি গ'ল। তেখেত অসমৰ এনে এজন বিৰল প্ৰতিভা যিজনে সমালোচনাত্মক আৰু সৃষ্টিশীল উভয়দিশতে অবিস্মৰণীয় অৱদান দি গৈছে। অসমীয়া সাহিত্য-প্ৰেমিকে এইজনা মহান সাহিত্যিকক সদায় শ্ৰদ্ধাৰে সুঁৱৰিব। □

## ১, আদৰ্শ পুৰুষ ত্ৰৈলোক্যনাথ গোস্বামী

### শ্ৰীপৰেশ চন্দ্ৰ শৰ্মা

নলবাৰী কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ শ্ৰদ্ধেয় ত্ৰৈলোক্যনাথ গোস্বামী অসমৰ সুধী সমাজত অতি সুপৰিচিত। ওৰে জীৱন শিক্ষাদানত ব্ৰতী, কৃতি সাহিত্যিক আৰু সমালোচনা শাস্ত্ৰত প্ৰগাঢ় পণ্ডিত গোস্বামীদেৱ অসম মাতৃৰ সঁচাকৈয়ে অতি আদৰৰ আৰু গৌৰৱৰ পাত্ৰ। অসমীয়া ভাষা, সংস্কৃতি আৰু সভ্যতা জীয়াই থকালৈকে তেওঁৰ কৃতিত্ব অম্লান হৈ থাকিব।

অসমৰ নলবাৰী সত্ৰৰ এক সাধাৰণ ব্ৰাহ্মণ পৰিয়ালত গোস্বামীদেৱৰ জন্ম। নলবাৰী সত্ৰ নলবাৰী চহৰৰ উত্তৰ দিশত অৱস্থিত। আজিকালি চহৰৰে এটা অংশত পৰিণত হৈছে। গোস্বামীদেৱৰ পূৰ্ব পুৰুষসকল প্ৰেমৰ অৱতাৰ মহাপ্ৰভু গৌৰাংগদেৱৰ অভিন্ন সহচৰ প্ৰভু নিত্যানন্দ মিশ্ৰৰ বংশধৰ। তেওঁৰ আদি বাসস্থান নদীয়া—এসময়ৰ সমগ্ৰ পূৰ্ব ভাৰতৰ শিক্ষা আৰু সংস্কৃতিৰ নাভিকেন্দ্ৰ স্বৰূপ। ভগৱত্ প্ৰেম তথা মানৱ কল্যাণৰ প্ৰেৰণাত উদ্‌বুদ্ধ হৈ নিত্যানন্দ প্ৰভুৰ বংশজ এক তৰুণ বৈষ্ণৱ অসমলৈ আগমন কৰে। কালক্ৰমত তেৱেঁই কামৰূপৰ স্থানীয় এক প্ৰখ্যাত বৈষ্ণৱ ভক্তৰ আশ্ৰয়ত থাকি তেওঁৰ সুযোগ্যা কন্যাৰ পাণি গ্ৰহণ কৰে আৰু অসমতে স্থায়ীভাৱে নামধৰ্ম প্ৰচাৰ আৰম্ভ কৰে। তেওঁৰেই বংশধৰসকলে স্থাপন কৰা বৈষ্ণৱ সত্ৰসমূহৰ ভিতৰত নাৰায়ণপুৰ বা নলবাৰী সত্ৰও অন্যতম। বৈষ্ণৱ ধৰ্মৰ একনিষ্ঠ সেৱক হোৱা বাবে তেওঁলোকক গোসাঁই বা গোস্বামী উপাধিৰে সন্মানিত কৰা হৈছিল।

বংশ পৰম্পৰা আৰু বৈষ্ণৱ আদৰ্শত অনুপ্ৰাণিত গোস্বামীসকলৰ কোনো লৌকিক বৃত্তি বা ব্যৱসায় নাছিল। সত্ৰৰ সামান্য আয় আৰু বৈষ্ণৱ ভক্তসকলৰ ইচ্ছাকৃত দান-দক্ষিণাৰ ওপৰতেই তেওঁলোকৰ জীৱিকা নিৰ্বাহ হৈছিল। এনে পৰিস্থিতিত ত্ৰৈলোক্য-নাথ গোস্বামীদেৱৰ পিতৃ-পুৰুষসকলে অতি কঠিন জীৱন যাপন কৰিবলগা হৈছিল।

১৯০৬ চনৰ ১৮ ফাগুনত (৩ মাৰ্চ) ত্ৰৈলোক্যনাথে জন্ম গ্ৰহণ কৰে। পিতৃ যামিনীকান্ত গোস্বামীৰ তেওঁ দ্বিতীয় সন্তান। পাঁচজন ভাই-ককাই আৰু এজনী ভনীয়েকৰ সৈতে তেওঁ শৈশৱ কাল অতিবাহিত কৰে। তেওঁৰ বুৰবদেউতা সংস্কৃতত এজন ডাঙৰ পণ্ডিত আছিল। বৰদেউতাই নিজহাতে লিখা সুন্দৰ আখৰৰ কেবাখনো সাঁচিপাতৰ পুথি নলবাৰীৰ 'পূৰ্ব ভাৰতী' সংগ্ৰহালয়ত ৰক্ষিত হৈছে। দুৰ্ভাগ্যক্ৰমে জীৱনৰ ভৰ দুপৰতেই তেওঁ ইহলোক ত্যাগ কৰিব লগা হয়। তেওঁৰপৰা তৰুণ

ত্রৈলোক্যনাথে বহুতো প্রেৰণা লাভ কৰিছিল। ভাৰতীয় সংস্কৃতি আৰু শাস্ত্রসমূহৰ প্রতি বিশেষকৈ সংস্কৃত সাহিত্যৰ প্রতি এক প্রগাঢ় বিশ্বাস আৰু আকর্ষণ তেওঁ পণ্ডিত বৰ-দেউতাকৰপৰা পাইছিল। সহজ-সৰল আৰু নির্মল হৃদয়ৰ বৰদেউতাকৰ ভক্তি-বিশ্বাস আৰু মানুহৰ প্রতি স্বভাৱসিদ্ধ সহানুভূতি তথা কল্যাণ কামনাই শিশু ত্রৈলোক্যনাথৰ অন্তৰত গভীৰ ছাপ ৰাখি থৈ গৈছিল। শৈশৱৰ সেই প্রেৰণা আৰু অনুভূতি ফল্গু প্ৰবাহৰ দৰে ত্রৈলোক্যনাথ গোস্বামীদেৱৰ সমগ্র জীৱনতে প্রবাহিত হৈ থাকে।

ল'ৰাকালৰ কথা ওলালেই ত্রৈলোক্যনাথৰ মানস পটত জিলিকি উঠিছিল বৰদেউতাকৰ স্নেহ বিগলিত সদানন্দ মুখচ্ছবি। লৰাইতৰ শিশুসুলভ সকলো কৌতুহল পূৰণৰ অর্থে তেওঁৰ যেন যত্নৰ অন্ত নাছিল। এনেকুৱা আগ্রহতেই এবাৰ চহৰৰপৰা ৰবৰৰ নতুন জুতা আনি ত্রৈলোক্যনাথক পিন্ধায়। জুতা পিন্ধি কিছুসময় আনন্দতে ইফালে সিফালে ঘুৰি ফুৰোতে অপৈণত ভৰিত কেবাঠাইতো ৰবৰে কটা আঘাত পায়। ফলত বৰদেউতাকে সিদিনা ওৰে ৰাতি ত্রৈলোক্যনাথৰ ভৰি শুশ্রুষা কৰি উজাগৰে থাকিবলগা হয়। আকৌ এদিন ধঁপাত খোৱা গুৰগুৰী হোকাৰ কৌতুহল নিবাৰণ কৰিবলৈ তেওঁক অতি সংগোপনে নিজৰ ধোঁৱা-খোৱাতেই এবাৰ মুখ লগাবলৈ দিছিল। এইদৰে নানা উপায় আৰু কৌতুকৰ মাজেৰে শিক্ষাদানৰ উপৰিও বৰদেউতাকে স্বাভাৱিক মৰমেৰে ল'ৰাইতক সদায় আনন্দত ৰাখিছিল।

ত্রৈলোক্যনাথ গোস্বামীদেৱৰ জ্যেষ্ঠ ভ্রাতা শ্রদ্ধেয় শশীকান্ত গোস্বামী সকৰেপৰা বৰ চোকা বুদ্ধিৰ আৰু অতিশয় অধ্যবসায়ী পুৰুষ আছিল। কনিষ্ঠ ত্রৈলোক্যনাথক তেওঁ বৰ মৰম কৰিছিল আৰু সকলো অৱস্থাতে সদায় উৎসাহ-উদ্দীপনা গোগাইছিল। নিজৰ তীক্ষ্ণ প্রতিভাৰ বলত তেওঁ সহজেই ল. পৰীক্ষা পাছ কৰি গুৱাহাটীত ওকালতি আৰম্ভ কৰে; কাৰণ সেই সময়ত নলবাৰীত কোর্ট-কাছাৰী স্থাপন হোৱা নাছিল। পাছলৈ তেওঁ গুৱাহাটী নগৰতেই স্থায়ীভাৱে বসবাস কৰে আৰু এজন নামকৰা আইন-জীৱী হোৱাৰ উপৰিও বিশিষ্ট সংগীত সাধক আৰু নাগৰিক হিচাপে জনাজাত হয়। তেওঁৰ 'ধ্রুপদ' কণ্ঠ-সংগীত গুৱাহাটী কেন্দ্রৰপৰা কেবাবাৰো ৰেডিঅ'ত প্রচাৰিত হয়।

ত্রৈলোক্যনাথ গোস্বামীদেৱৰ শিক্ষা জীৱনত ককায়েক শশীকান্তৰ ভূমিকা বিশেষ উল্লেখযোগ্য। ককায়েকৰ জীৱনৰ আদর্শ, উৎসাহ আৰু উদগনিয়ে উচ্চশিক্ষাৰ প্রতি তেওঁক অদম্য প্রেৰণা যোগাইছিল। ওকালতি জীৱনৰ প্রথম অৱস্থাত শশীকান্ত গোস্বামীদেৱে বহুতো অর্থসংকটৰ মাজেৰে দিন কটাব লগা হৈছিল। সাংসাৰিক চিন্তা-ভাবনাৰ উপৰিও কনিষ্ঠ ভাতৃসকলৰ উচ্চ শিক্ষাৰ কথাই তেওঁ বেছিকৈ ভাবিছিল। ত্রৈলোক্যনাথে নলবাৰী গর্ডন হাইস্কুলৰপৰা ১৯২৮ চনত প্রথম বিভাগত প্রবেশিকা পৰীক্ষা পাছ কৰিলত তেওঁ অতিশয় আনন্দিত হৈছিল আৰু উচ্চশিক্ষাৰ বাবে

গুৱাহাটীলৈ লৈ গৈছিল। অৱশ্যে অৰ্থসংকটৰ কঠিন হেঁচাত নিৰুপায় হৈ ভায়েকক গুৱাহাটীৰ উজানবজাৰস্থিত শহুৰেকৰ ঘৰতে ৰাখিবলৈ বাধ্য হয়। তাতে থাকি ত্ৰৈলোক্যনাথে কটন কলেজত নাম ভৰ্তি কৰে আৰু ক্ৰমান্বয়ে সুখ্যাতিৰে আই.এ , বি.এ. আৰু ইংৰাজী বিষয়ত এম.এ. পাছ কৰে।

১৯৩০ চনত ত্ৰৈলোক্যনাথ গোস্বামীদেৱে আই এ. পৰীক্ষা পাছ কৰে আৰু লগতে প্ৰতিযোগিতামূলক বৃত্তিও লাভ কৰে। উজানবজাৰত থকা কালছোৱাত তেওঁ যথেষ্ট পৰিশ্ৰম কৰিছিল; বৰ্তিপুৱা আৰু সন্ধিয়া পৰিয়ালৰ ল'ৰা-ছোৱালীৰ লিখা-পঢ়াত চকুদিয়াৰ উপৰিও তেওঁলোকৰ মৌজা পৰিচালনাৰ নথিপত্ৰ তৈয়াৰ কৰাত সহায় কৰিছিল। ৰাতি আহাৰৰ পাছত বিছনাতে বহি কেৰাচিন লেমৰ পোহৰত লিখাপঢ়া কৰিছিল। তেওঁৰ হাতৰআখৰ বৰ ধুনীয়া আছিল আৰু সেইবাবে তেওঁক মৌজাৰ কেৰাণী চাকৰি এটা দিবলৈ আগ্ৰহ প্ৰকাশ কৰা হৈছিল। এই কথা জানিবলৈ পাই ককায়েক শশীকান্তই তেওঁক দঢ়াই দঢ়াই কৈছিল যে বি. এ. পাছ নকৰালৈকে কোনো চাকৰিৰ চিন্তাই মনত ঠাই পাব নালাগে। জগতত বহুতো কৃতি আৰু অগ্ৰণী পুৰুষে কেনেকৈ নানা কষ্ট আৰু দুখ-দৈন্য অতিক্ৰম কৰিও উচ্চ শিক্ষা আহৰণ কৰিছিল সেই আদৰ্শ আৰু উদাহৰণেৰে ত্ৰৈলোক্যনাথক উৎসাহ আৰু উদ্দীপনা যোগাইছিল। অৱশ্যে ককায়েকৰ নিচিনা তেৰেঁা চোকা বুদ্ধিৰ আৰু কষ্টসহিষ্ণু আছিল। তেওঁৰ ধৈৰ্য আৰু তিতীক্ষা লেখত লবলগীয়া। এই কথা পাছৰ জীৱনত ভালদৰে পৰিস্ফুট হয়। কলেজত অধ্যাপকৰ বক্তৃতাসমূহ তেওঁ মনোযোগেৰে শুনিছিল আৰু ৰাতি তাৰ চমুটোকা তৈয়াৰ কৰিছিল। এবাৰ মেলেৰীয়া ৰোগত আক্ৰান্ত হৈ কেবাদিনো এদিন এৰি এদিনকৈ জ্বৰত ভূগিছিল। মৰমিয়াল ককায়েকে তেতিয়া তেওঁক সম্পূৰ্ণ বিশ্ৰামত শুৱাই ৰাখি নোট বহীবোৰ পঢ়ি শুনাইছিল।

গোস্বামীদেৱে ১৯৩২ চনত দৰ্শন শাস্ত্ৰত অনাৰ্চ লৈ বি. এ. পাছ কৰে। তাৰ পাছত কটন কলেজতে নতুনকৈ আৰম্ভ হোৱা ইংৰাজী বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণীত ভৰ্তি হয়। সেই সময়ত কটন কলেজ কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত আছিল আৰু এম. এ. পৰীক্ষা কলিকতাত লোৱা হৈছিল। আৱশ্যকীয় শিক্ষক আৰু কিতাপ-পত্ৰৰ অভাৱত কেৱল কটন কলেজৰ অধ্যাপকৰ ওপৰতেই নিৰ্ভৰ কৰি ইংৰাজীৰ দৰে বিস্তৃত ভাষা সাহিত্য বিষয়ত স্নাতকোত্তৰ পাঠ্য আয়ত্ব কৰা সহজসাধ্য কথা নাছিল। এই কাৰণেই বোধহয় ইংৰাজী বিষয়ৰ অন্যতম অধ্যাপক বিচক্ষণ ভাষাবিদ আৰু পণ্ডিত ডক্টৰ বাণীকান্ত কাকতিদেৱে ত্ৰৈলোক্যনাথক ৰহস্য কৰি কৈছিল—"তুমি ইংৰাজী লৈছা 'দিল্লীকা মাড্ডুৰ' দৰে পাছত পস্তাৱা। অৱশ্যে কলিকতাত গৈ পৰীক্ষাৰ প্ৰশ্ন কাকত বোৰ এবাৰ হাতেৰে ছুঁইছোৱাৰ সৌভাগ্য হব।" ত্ৰৈলোক্যনাথৰ সেই সময়ৰ পৰিস্থিতিত

গুৱাহাটীতে পঢ়ি ইংৰাজী বিষয়ত এম. এ. পৰীক্ষা পাছ কৰা সহজসাধ্য নহয় বুলি ধাৰণা হোৱাটো স্বাভাৱিক।

অৱশ্যে সেই সময়ৰ কটন কলেজৰ ইংৰাজী বিভাগীয় প্ৰধান বৃটিছ অধ্যাপক ডাণ্ডৰীয়াৰ ধাৰণা সম্পূৰ্ণ পৃথক আছিল। তেওঁ ত্ৰৈলোক্যনাথৰ আগ্ৰহ আৰু অনুসন্ধিৎসাত বৰ সন্তোষ প্ৰকাশ কৰিছিল আৰু সকলোপ্ৰকাৰে সহায়-সহানুভূতি আগ বঢ়াইছিল। ইংৰাজী বিভাগ অৱস্থিত সৰু কোঠাটোৰ চাবি ত্ৰৈলোক্যনাথক দিছিল আৰু তেওঁৰ সুবিধামতে তাতে বহি লৈ ইংৰাজী বিষয়ৰ কিতাপ-পত্ৰসমূহ পঢ়াৰ অনুমতি দিছিল। সেই উচ্চমনা অধ্যাপকৰ অমূল্য দান আৰু উৎসাহ নোপোৱা হ'লে ত্ৰৈলোক্যনাথে নিজে কিতাপ সংগ্ৰহ কৰি কোনো দিনে পৰীক্ষাত বহিবলৈ সমৰ্থ ন'হলহেঁতেন।

কলেজত পঢ়ি থকা অৱস্থাতেই গোস্বামীদেৱে সাহিত্য চৰ্চাত হাত দিছিল। ইংৰাজী অসমীয়া দুয়ো ভাষাতে তেওঁ গল্প প্ৰবন্ধ ৰচনা কৰিছিল। কলেজৰ আলোচনী 'কটনিয়ান'ত তেওঁৰ ইংৰাজী প্ৰবন্ধ প্ৰকাশ হৈছিল। তেতিয়াৰপৰাই তেওঁৰ প্ৰকাশ ভংগীৰ বৈশিষ্ট্য দেখিবলৈ পোৱা যায়। শব্দ বাচনিত তেওঁ অতি নিপুণ আৱশ্যকতকৈ অধিক এটা শব্দও তেওঁ ব্যৱহাৰ নকৰে। ভাবৰ সাবলীল অভিব্যক্তি আৰু ভাবাৰ্থৰ ব্যঞ্জনা তেওঁৰ ৰচনাৰ বিশেষত্ব। তেওঁৰ প্ৰকাশভংগীৰ অভিনৱত্ব বিভাগীয় প্ৰধান অধ্যাপক ডাণ্ডৰীয়াই সততে প্ৰশংসা কৰিছিল। আনকি সাময়িক পৰীক্ষাৰ প্ৰশ্নোত্তৰ তেওঁৰ লিখনিৰ অংশবিশেষ নমুনা হিচাপে অইন ছাত্ৰ-ছাত্ৰীক পঢ়ি শুনাইছিল।

১৯৩২ চনত গোস্বামীদেৱে ইংৰাজী বিষয়ত এম. এ. পৰীক্ষা পাছ কৰে। বিশ্ববিদ্যালয়ৰ উন্নত মানদণ্ডৰ বাবে বহু কম সংখ্যক ছাত্ৰই দ্বিতীয় বিভাগ লাভ কৰিব পাৰিছিল। এম. এ. পৰীক্ষা শেষ হোৱাৰ লগে লগেই তেওঁ কলিকতাতেই অক্সফোৰ্ড ইউনিভাৰ্চিটি প্ৰেছৰ সহকাৰী কাৰ্যধ্যক্ষ হিচাপে উচ্চ বেতনৰ চাকৰি লাভ কৰে। তেওঁৰ এই চাকৰিত ককায়েকেও সন্তোষ পায়। কিন্তু প্ৰায় ন মাহ চাকৰি কৰি, প্ৰেছৰ মেনেজাৰৰ লগত কোনো এটা ইংৰাজী শব্দৰ ব্যুৎপত্তিগত অৰ্থলৈ মতবিৰোধ হোৱাত তেওঁ আত্মসন্মানত আঘাত পায়। মনৰ অৱস্থা বৰ্ণনা কৰি ককায়েক শশীকান্তৰ পৰামৰ্শ বিচৰাত তেওঁক অতি সোনকালে গুৱাহাটীলৈ মাতি পঠায়। তেওঁৰ প্ৰতি ককায়েকৰ অগাধ বিশ্বাস আৰু মৰমেই ইয়াৰ একমাত্ৰ কাৰণ। এই কথা গোস্বামীদেৱে সদায় মনত ৰাখিছিল।

কলিকতাৰপৰা উচ্চ বেতনৰ চাকৰি এৰি আহি প্ৰায় এবছৰ ছমাহ কাল নলবাৰী গৰ্ডন হাইস্কুলত অস্থায়ীভাৱে সহকাৰী শিক্ষকৰ কাম কৰে। তাৰ পাছত তেওঁ উত্তৰ গুৱাহাটীৰ কমলদেৱ হাইস্কুলৰ প্ৰধান শিক্ষকৰ চাকৰিত যোগদান কৰে।

উত্তৰ গুৱাহাটীত থকা সময়ত তেওঁ বহুতো পৰিশ্ৰম কৰিছিল। এই নতুন শিক্ষা-নুষ্ঠানটোৰ উন্নতিৰ বাবে তেওঁ শেষ মহলাৰ কেবাটাও ছাত্ৰক পুত্ৰা-সন্ধিয়া ঘৰতে পঢ়ুৱাইছিল। তেওঁৰ সুযোগ্যা পত্নী শ্ৰীমতী নলিনীবালা দেৱীয়ে সাংসাৰিক সকলো কামতে অংশ গ্ৰহণ কৰিছিল। সাংসাৰিক অভাৱ পূৰণ কৰিবলৈ আৱশ্যকীয় সাধাৰণ কাপোৰ আদি আনকি গোস্বামীদেৱৰ পিন্ধা ধুতি আৰু চাৰ্টৰ কাপোৰো ঘৰতে তাঁত শালত বুইছিল।

প্ৰায় পাঁচ বছৰ কাল উত্তৰ গুৱাহাটীত প্ৰধান শিক্ষক পদত থকাৰ পাছত যোৰহাট চৰকাৰী হাইস্কুলত সহকাৰী শিক্ষকৰ স্থায়ী পদত নিযুক্তি লাভ কৰে। তাত তেওঁ প্ৰায় ডেৰ বছৰ কাম কৰাৰ পাছত ছিলেটৰ মুৰাৰিচাঁদ কলেজলৈ বদলি হয়। মাজতে প্ৰায় ৬ ৭ মাহমান কটন কলেজ গুৱাহাটীত অস্থায়ী অধ্যাপকৰ কাম কৰে। মুৰাৰিচাঁদ কলেজত সাত মাহ কাল চাকৰি কৰাৰ পাছত ধুবুৰী চৰকাৰী হাইস্কুললৈ বদলি হয়। উত্তৰ গুৱাহাটীত থাকোঁতেই তেওঁ এম. এ. পাছকৰাৰ তিনিবছৰৰ ভিতৰতেই গুৱাহাটীৰ আৰ্ল ল' কলেজৰপৰা বি. এল. ডিগ্ৰী লাভ কৰে।

ধুবুৰীত প্ৰায় নমাহমান থকাৰ পাছত তেওঁ আকৌ ছিলেটৰ মুৰাৰিচাঁদ কলেজৰ ইংৰাজী বিভাগৰ সহকাৰী অধ্যাপক হিচাপে বদলি হয়। শিলচৰত তেতিয়া দ্বিতীয় মহাসমৰৰ প্ৰচণ্ড অগনি জ্বলি উঠিছিল। বিশেষকৈ ভাৰতৰ পূৰ্বাঞ্চল বৰ্মা সীমান্তত যুদ্ধৰ বিভীষিকা অতি ভয়াবহ হৈছিল। তেনে অৱস্থাৰ মাজতো তেওঁৰ মানসিক ধৈৰ্য আৰু সাহস অটুট আছিল এইবাবে স্থানীয় লোকৰপৰা তেওঁ যথেষ্ট শ্ৰদ্ধা আৰু সমাদৰ পাইছিল। এইদৰে প্ৰায় দুবছৰ কাল অতিবাহিত হোৱাৰ পাছত নতুনকৈ আৰম্ভ হোৱা নলবাৰী কলেজৰ গুৰি ধৰিবলৈ তেওঁক আহ্বান কৰা হয়। নলবাৰীৰ নিচিনা এক বহুল জনসংখ্যাৰ বিস্তৃত অঞ্চলৰ শিক্ষা আৰু উন্নতিৰ ভৱিষ্যত চিন্তা কৰি গোস্বামীদেৱে শিলচৰৰ স্থায়ী পদবী এৰি ১৯৪৫ চনৰ মাজ ভাগত নলবাৰী কলেজৰ অস্থায়ী অধ্যক্ষ ৰূপে কাৰ্যভাৰ গ্ৰহণ কৰে।

কলেজৰ অধ্যক্ষ পদ গ্ৰহণ কৰি শিক্ষাদানতকৈ কলেজখনৰ প্ৰতিষ্ঠাৰ কামত তেওঁ বেছিকৈ মনোনিবেশ কৰিবলগা হৈছিল। তেতিয়া ১৯৪৫ চন; দ্বিতীয় মহাসমৰ অবসান হৈছে মাত্ৰ। চাৰিওপিনে খোৱা-খাদ্যৰ নাটনি আৰু অৰ্থনৈতিক সংকট। বস্তুৰ দাম জুই-ছাঁই আৰু সমাজত নৈতিক বিভ্ৰান্তিকে ধৰি নানা তৰহৰ সমস্যা আৰু বিপৰ্যয়, এনে অৱস্থাত এটা নতুন অনুষ্ঠান গঢ়ি তুলিবলৈ গোস্বামীদেৱে অশেষ চেষ্টা আৰু কষ্ট স্বীকাৰ কৰিবলগা হৈছিল। তেওঁৰ এই প্ৰচেষ্টাত কলেজৰ সহকাৰী অধ্যক্ষ শ্ৰীপ্ৰভাত চন্দ্ৰ গোস্বামী আৰু অন্যতম অধ্যাপক শ্ৰীঈশ্বৰ বৰুৱা আদি কেবাজনো উদীয়মান শিক্ষিত যুৱকে একেলগে একানপটীয়াকৈ কাম কৰিছিল। উপযুক্ত বেতন

দিব নোৱৰাত অধ্যাপকৰ সংখ্যাও কম আছিল আৰু তেওঁলোকেও অধ্যক্ষৰ দৰে সামান্য হাত খৰচতেই সন্তুষ্ট হৈছিল।

কলেজৰ নিজাকৈ ঘৰ নোহোৱাত সন্ধিয়া গৰ্ডন হাইস্কুলত কেৰাচিনৰ লেমৰ পোহৰত ছাত্ৰসকলক পঢ়ুৱাইছিল। ৰাতিপুৱাৰেপৰা সহকৰ্মীসকলৰ সৈতে কলেজৰ অৰ্থ সংগ্ৰহৰ কামত বাহিৰ ওলায়। এনেকৈ নেৰানেপেৰা চেষ্টা আৰু পৰিশ্ৰমৰ ফল স্বৰূপে কলেজৰ স্থায়ী ভেটি আৰু ঘৰ স্থাপন হয়। ছাত্ৰৰ সংখ্যাও ক্ৰমাৎ বাঢ়িবলৈ ধৰে আৰু প্ৰায় চাৰি পাঁচ বছৰৰ ভিতৰতে এখন পূৰ্ণাংগ ডিগ্ৰী কলেজত পৰিণত হয়।

নলবাৰী কলেজ আৰম্ভ হোৱাৰ সময়ছোৱাতে ১৯৪৮ চনত অসমত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হয়। কলেজৰ সুপৰিচালনা আৰু ছাত্ৰৰ সুকীৰ্তিৰ বাবে সহজতে বিশ্ববিদ্যালয়ৰ স্বীকৃতি লাভ কৰে। তদুপৰি বিশ্ববিদ্যালয়ৰ ভাইচ্‌-চেঞ্চেলৰ প্ৰখ্যাত পণ্ডিত আৰু শিক্ষাবিদ ডক্টৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই অধ্যক্ষ গোস্বামীদেৱৰ পাণ্ডিত্যৰ পৰিচয় পাই তেওঁক বিশ্ববিদ্যালয়ৰ একাডেমিক কাউন্সিল, কোৰ্ট আৰু আৰ্টছ ফেকাল্টিৰ অন্যতম সদস্য নিৰ্বাচিত কৰে। তদুপৰি একজিকিউটিভ কাউন্সিলৰ সদস্য হিচাপেও নিৰ্বাচিত হয়। বিশ্ববিদ্যালয়ৰ পৰিচালনা আৰু শিক্ষা সম্পৰ্কীয় সকলো উচ্চস্তৰীয় নীতি-নিয়ম একজিকিউটিভ কাউন্সিলৰদ্বাৰা নিৰ্দ্ধাৰিত হৈছিল।

শ্ৰীসন্দিকৈ ডাঙৰীয়াই গোস্বামীদেৱৰ পৰামৰ্শ সদায় গভীৰভাৱে বিবেচনা কৰিছিল। মেট্ৰিক পৰীক্ষাৰেপৰা আৰম্ভ কৰি স্নাতকোত্তৰ মহলালৈকে পাঠ্য-পুথি নিৰ্বাচনত গোস্বামীদেৱৰ বিশেষ ভূমিকা আছিল। শ্ৰদ্ধেয় সন্দিকৈ ডাঙৰীয়াৰ এটা ডাঙৰ গুণ আছিল যে তেওঁ জাতি, ধৰ্ম আৰু উপাধিৰ ভেমত ভোল নগৈ প্ৰকৃত সত্যৰ সাৰমৰ্ম উপলব্ধি কৰিব পাৰিছিল।

নলবাৰী কলেজ স্থাপনৰ লগে লগে গোস্বামীদেৱৰ কৰ্মময় জীৱন আৰম্ভ হয় বুলি কব পাৰি। কলেজ সংক্ৰান্ত কামৰ জৰিয়তে যুদ্ধোত্তৰ কালৰ বিশৃংখল সমাজখনৰ সৈতে তেওঁৰ ঘনিষ্ঠ সংযোগ ঘটে। তদুপৰি স্বাধীনতা আন্দোলনৰ লগতে সমাজ সেৱাৰ অদম্য ইচ্ছাও তেওঁৰ মনত জাগি উঠে। এনে অৱস্থাত তেওঁৰ মন সক্ৰীয় ৰাজনীতিৰ পিনে ঢাল খায় আৰু জননেতা জয়প্ৰকাশ নাৰায়ণৰ সমাজবাদী আদৰ্শত উদ্বুদ্ধ হৈ তেওঁৰ সমাজবাদী দলত ( Socialist Party ) যোগদান কৰে।

আগতে উল্লেখ কৰা হৈছে যে কলেজত পঢ়ি থকা সময়ৰেপৰা গোস্বামীদেৱে সাহিত্য-সেৱাত হাত দিয়ে। কটন কলেজৰ নিজা আলোচনী 'কটনিয়ান'ৰ উপৰিও, সম-সাময়িক অন্যান্য আলোচনী, বাঁহী, আৱাহন আদিত তেওঁৰ চুটি গল্প আৰু প্ৰবন্ধ আদি প্ৰকাশ হৈছিল। তেওঁৰ লিখনিত সমাজৰ নিঃকিন, নিপীড়িত আৰু দুৰ্বল

শ্ৰেণীৰ লোকৰ দুখ-কষ্ট আৰু আশা-আকাংক্ষাই বিশেষকৈ ঠাই পাইছিল। সমাজৰ পুৰণিকলীয়া অন্ধ আচৰণ আৰু কুসংস্কাৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছিল। তেওঁৰ গল্পত জাতিভেদ, বাল্যবিবাহ, বিধৱাৰ প্ৰতি দুৰ্ব্যৱহাৰ আৰু সমাজৰ নিম্ন শ্ৰেণীৰ ওপৰত কৰা শোষণ আৰু অত্যাচাৰৰ বিৰুদ্ধে প্ৰবল প্ৰতিবাদ দেখিবলৈ পোৱা যায়। ১৯৪৮ চনত 'অৰুণা' আৰু 'মৰীচিকা' নামেৰে তেওঁৰ দুখন স্বৰচিত গল্প সংকলন প্ৰকাশ পায়। তাৰ পাছত 'জীয়া মানুহ' নামৰ এখন ব্যংগ্যাত্মক সৰু উপন্যাস প্ৰকাশিত হয়। এই সময়ছোৱাতে তেওঁৰ ৰাজনৈতিক প্ৰেৰণা অধিক পৰিলক্ষিত হৈছিল। সেয়েহে স্বাধীন ভাৰতৰ ১৯৫১ চনৰ প্ৰথম নিৰ্বাচনত তেওঁ সমাজবাদী দলৰ প্ৰাৰ্থী হৈ বিধান সভাৰ বাবে প্ৰতিদ্বন্দ্বিতাত থিয় হয়।

নিৰ্বাচনৰ প্ৰচাৰ আৰু যাবতীয় সংগঠন তেওঁ অকলেই কৰিবলগা হৈছিল। কিয়নো সমাজবাদী দলৰ কৰ্মীৰ সংখ্যা যথেষ্ট নাছিল। তেওঁৰ সমষ্টিত প্ৰত্যেক গাঁৱতে ঘূৰি আৰু নানা ঠাইত মেল-মিটিং আয়োজন কৰি সমাজবাদী দলৰ আদৰ্শ সমাজত প্ৰচাৰ কৰিছিল। তেওঁৰ সততা আৰু ব্যক্তিত্বত প্ৰায় সকলোৱে আকৰ্ষিত হৈছিল। তথাপিও প্ৰায় ৯০০ ভোটৰ ব্যৱধানত নিৰ্বাচনত তেওঁ জয়ী হব নোৱাৰিলে। এই পৰাজয়ে দলীয় ৰাজনীতিৰ প্ৰতি তেওঁৰ ধাৰণাৰ আমূল পৰিৱৰ্তন সাধন কৰে। কাৰণ ইয়াৰ পাছত তেওঁ সক্ৰীয় ৰাজনীতি একেবাৰে পৰিত্যাগ কৰে আৰু সাহিত্য চচাত পূৰ্ণোদ্যমে মনোনিবেশ কৰে।

ৰাজনৈতিক পৰ্যায়ত গোস্বামীদেৱৰ ব্যক্তিগত পৰাজয় শিক্ষিত আৰু সাহিত্যানুৰাগী সমাজৰ বাবে এটা উল্লেখযোগ্য লাভ বুলি কব পাৰি। তেতিয়াৰেপৰা তেওঁ শিক্ষাদান আৰু সাহিত্য সেৱাত সম্পূৰ্ণভাৱে আত্মনিয়োগ কৰে। তেওঁৰ প্ৰগতিবাদী গল্প ৰচনা আৰু সাহিত্য শাস্ত্ৰৰ তত্ত্বমূলক প্ৰবন্ধসমূহে বিদ্বৎ সমাজত নতুন চেতনা আৰু উৎসাহৰ সৃষ্টি কৰে। সমাজত তেওঁৰ পাণ্ডিত্য আৰু অভিজ্ঞতাৰ সমাদৰ বাঢ়িবলৈ ধৰে। বিভিন্ন ঠাইৰ স্কুল-কলেজ আৰু সাংস্কৃতিক অনুষ্ঠান আদিৰপৰা তেওঁৰ ভাষণ শুনিবলৈ সাদৰ আমন্ত্ৰণ আহিব ধৰে। গোস্বামীদেৱৰ কথা কোৱা ভংগী সহজ-সৰল আৰু শ্ৰুতিমধুৰ আছিল। সৰ্বসাধাৰণ লোকেও তেওঁৰ কথাত ৰস পাইছিল। অথচ শিক্ষিত শ্ৰোতাৰ বাবে তেওঁৰ বক্তৃতা তত্ত্বমূলক আৰু জ্ঞানদীপ্ত আছিল।

গোস্বামীদেৱৰ সমালোচনা শাস্ত্ৰৰ প্ৰথম গ্ৰন্থ *সাহিত্য আলোচনা* প্ৰথম দুই অধ্যায় ১৯৫০ চনত প্ৰকাশ হয়। গ্ৰন্থখন সম্পূৰ্ণৰূপত প্ৰকাশিত হয় ১৯৬১ চনত। প্ৰাচ্য আৰু প্ৰাশ্চাত্য সাহিত্যৰ তুলনামূলক সমালোচনা ৰীতিৰ বিভিন্ন ধাৰা আৰু বৈশিষ্ট্য সমন্বিত এই গ্ৰন্থখনে অসমীয়া ভাষা আৰু সাহিত্যৰ এটা ডাঙৰ অভাৱ দূৰ কৰে।

গোস্বামীদেৱে একে লেঠাৰীয়ে দুবছৰ — ১৯৬০ আৰু ১৯৬১ চনত, ক্ৰমে পলাশবাৰী আৰু গোৱালপাৰা অধিবেশনত 'অসম সাহিত্য সভাৰ' সভাপতি নিৰ্বাচিত হয়। তেওঁ উৰীয়া সাহিত্য সভাৰ আমন্ত্ৰণক্ৰমে ভুবনেশ্বৰত অনুষ্ঠিত উৰীয়া সাহিত্য সন্মিলনীতো যোগদান কৰিছিল। তেতিয়াৰেপৰা বহুতো অসমীয়া গ্ৰন্থ উৰীয়া ভাষাত অনুবাদ আৰম্ভ হয়।

অসমীয়া চুটি গল্পৰ ক্ৰমবিকাশৰ ওপৰত ৰচিত তেওঁৰ আলোচনা গ্ৰন্থ *আধুনিক গল্প সাহিত্য* ১৯৬৫ চনৰ জানুৱাৰী মাহত প্ৰকাশ হয়। এই গ্ৰন্থখনে ১৯৬৭ চনত সৰ্বভাৰতীয় সাহিত্য অকাডেমি পুৰস্কাৰ লাভ কৰে। ইয়াৰ পাছত কেবাখনো তত্ত্বগধুৰ সমালোচনা গ্ৰন্থ প্ৰকাশ হয়। শিক্ষা, আদৰ্শ আৰু সাহিত্য সৃষ্টিৰে বিভিন্ন পটভূমিৰ ওপৰত স্বৰচিত প্ৰবন্ধাৱলীৰ সংকলন *সমুদ্ৰ মন্থন* ১৯৬৮ চনত প্ৰকাশ হয়। 'ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ' গ্ৰন্থখন ১৯৭০ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰপৰা গোস্বামীদেৱৰ এলানি বক্তৃতাৰ ভিত্তিত প্ৰকাশিত হয়। সাহিত্যৰ স্বৰূপ আৰু তাৰ বিকাশৰ ওপৰত ৰচিত বিভিন্ন প্ৰবন্ধাৱলী সংকলন "সাহিত্য কলা আৰু তাৰ বিচাৰ" গ্ৰন্থখন ১৯৭২ চনত পকাশিত হয়।

গোস্বামীদেৱে নলবাৰী কলেজৰ অধ্যক্ষ পদৰপৰা অৱসৰ গ্ৰহণ কৰে ১৯৭৮ চনৰ অক্টোবৰ মাহৰ ১ তাৰিখত। অৱসৰৰ লগে লগে বিশ্ববিদালয় অনুদান আয়োগৰপৰা অৱসৰ গৱেষণা বৃত্তি লাভ কৰে আৰু নন্দনতত্ত্বৰ ওপৰত গৱেষণামূলক গ্ৰন্থ এখন ৰচনাৰ কাম হাতত লয়। এই গৱেষণা কাৰ্যত তেওঁ যথেষ্ট অধ্যয়ন আৰু পৰিশ্ৰম কৰিবলগা হৈছিল। প্ৰায় পাঁচ বছৰ কঠোৰ পৰিশ্ৰমৰ ফলস্বৰূপে 'নন্দনতত্ত্ব প্ৰাচ্য আৰু পাশ্চাত্য' নামৰ প্ৰায় ৬০০ পৃষ্ঠাৰ সুবৃহত গ্ৰন্থ এখন মূল ইংৰাজী ভাষাত ৰচিত হয়। গ্ৰন্থখনৰ পাণ্ডুলিপিত বিষয়বস্তুৰ উত্থাপন, ধাৰাবাহিক বিশ্লেষণ আৰু সাবলীল প্ৰকাশভংগীত অনুদান আয়োগ সন্তুষ্ট হয় আৰু ইয়াৰ প্ৰকাশৰ পূৰ্ণ স্বাধীনতা প্ৰদান কৰে। সৌভাগ্যক্ৰমে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ বিভাগীয় প্ৰধান শ্ৰদ্ধেয় ড° মহেন্দ্ৰ বৰাৰ আশাশুধীয়া প্ৰচেষ্টা আৰু তৎপৰতাত উক্ত বহুমূলীয়া গ্ৰন্থখনৰ অসমীয়া ৰূপান্তৰ ১৯৮০ চনত প্ৰকাশিত হয়। এই গ্ৰন্থখনে অসমৰ শিক্ষিত আৰু সাহিত্যসেৱী সমাজৰপৰা অভূতপূৰ্ব প্ৰশংসা লাভ কৰে। তদুপৰি বিগত এক দশকৰ ভিতৰত প্ৰকাশিত অসমীয়া ভাষাৰ শ্ৰেষ্ঠ গ্ৰন্থৰ স্থান অধিকাৰ কৰি 'অসম প্ৰকাশন পৰিষদ'ৰপৰা পুৰস্কাৰ লাভ কৰে। ইংৰাজীতে ৰচিত মূল গ্ৰন্থখনৰ প্ৰকাশৰ দায়িত্ব অসম প্ৰকাশন পৰিষদে গ্ৰহণ কৰে। এই সময়তে অসম চৰকাৰৰ তৰফৰপৰাও সন্মানিত সাহিত্যিক পেঞ্চন লাভ কৰে।

'নন্দনতত্ত্ব প্ৰাচ্য আৰু পাশ্চাত্য' গোস্বামীদেৱৰ অমৰ সৃষ্টি, অসমীয়া সাহিত্যত এখন অতি মূল্যবান গ্ৰন্থ। সমগ্ৰ বিশ্বসাহিত্যৰ পটভূমিত নন্দনতত্ত্বৰ ওপৰত ৰচিত মাত্ৰ কেইখনমান গ্ৰন্থৰ ভিতৰত ই অন্যতম। গ্ৰন্থখনৰ সম্পৰ্কে মন্তব্য কৰি ডক্টৰ মহেন্দ্ৰ বৰাই কৈছে—"অধ্যক্ষ গোস্বামী একে সময়তে তিনিখন বেলেগ জগতৰ অধিবাসী। প্ৰথমতেই মনত পেলাবলগীয়া হয়, ইংৰাজী সাহিত্যৰ বিপুল পৰিক্ৰমাৰ লগত তেখেতৰ অতি অন্তৰংগ পৰিচয়। দ্বিতীয়তে সংস্কৃত সাহিত্যৰ চিৰায়ত ৰচনাৱলী সম্পৰ্কে তেখেতৰ গভীৰ জ্ঞান। তৃতীয়তে, তেখেত নিজেই এগৰাকী সৃষ্টিধৰ্মী কথাসাহিত্যিক যাৰ ফলত তেখেতৰ তাত্ত্বিক জ্ঞান, অভিজ্ঞতাৰ কষটি শিলত ঘঁহি চাই সঁচা-মিছা উমান লোৱাৰ অনন্য সাধাৰণ সৌভাগ্য ঘটিছে। তুলনামূলক নন্দনতত্ত্বৰ বাবে প্ৰয়োজনীয় তিনিওটা দৃষ্টিকোণৰ সমন্বয়তে তেখেতৰ নন্দনতত্ত্ববিদৰ পৰিণত মানস ৰচিত হৈ উঠিছে।"

'নন্দনতত্ত্ব প্ৰাচ্য আৰু পাশ্চাত্য' প্ৰকাশৰ পাছত 'সাহিত্য সমীক্ষণ' (১৯৮১) আৰু 'চিন্তা তৰঙ্গ' (১৯৮৪) নামৰ দুখন স্বৰচিত প্ৰবন্ধ সংকলন প্ৰকাশিত হয়। ইতিমধ্যে পূৰ্বে প্ৰকাশিত চুটিগল্পসমূহৰ আন এটা সংকলন 'জীৱনৰ জীয়া জুই" (১৯৭০) গ্ৰন্থ আকাৰে প্ৰকাশিত হয়। এতিয়াও বহুতো অনুষ্ঠানত পঠিত ভাষণ, আলোচনী আদিত সিঁচৰতি হৈ থকা গল্প প্ৰবন্ধ আৰু হাতেলিখা অৱস্থাত থকা কবিতা, নাটক, উপন্যাস আৰু অন্যান্য ৰচনা অপ্ৰকাশিত হৈ আছে। নিজৰ বাস্তৱ অভিজ্ঞতাৰ ভিত্তিত ৰচিত বিগত দিনৰ অসমীয়া সাহিত্য, সমাজ আৰু সংস্কৃতিৰ ধাৰাবাহিক বৰ্ণনামূলক আন এখন ঐতিহাসিক তাৎপৰ্যমূলক গ্ৰন্থ এতিয়াও প্ৰকাশ হৈ ওলোৱা নাই।

সাংসাৰিক জীৱনৰ নানা আহুকাল আৰু জঞ্জালত ব্যতিব্যস্ত হৈ থাকিলেও সাহিত্য চৰ্চা আৰু সংগীতৰ প্ৰতি তেওঁৰ সদায় একানপটীয়া ৰাপ আছিল। এই ক্ষেত্ৰত তেওঁৰ সহধৰ্মিনী শ্ৰদ্ধেয়া নলিনীবালা দেৱীৰো অবদান যথেষ্ট আছিল। গোস্বামীদেৱে এই কথাৰ সত্যতা এঠাইত এইদৰে প্ৰকাশ কৰিছে—"সাহিত্য পদবাচ্য যি সামান্য সৃষ্টি মোৰদ্বাৰা হৈছে সেই সৃষ্টিৰ বাবে মোৰ পত্নীৰ পৰোক্ষ অবদান অবিস্মৰণীয়।" সংগীতৰ প্ৰেৰণা তেওঁ স্কুলীয়া জীৱনতে নলবাৰী গৰ্ডন হাইস্কুলৰ প্ৰধান শিক্ষক কলাবিদ সুসাহিত্যিক শ্ৰদ্ধেয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱৰপৰা পাইছিল। পাছৰ জীৱনত সুবিধা অনুসৰি ঘৰতে সংগীতৰ বৈঠক আয়োজন কৰিছিল। মাজে সময়ে নাম-কীৰ্তন আৰু বৰগীত গোৱা লোকসকলোকো আমন্ত্ৰণ কৰি আনিছিল।

সাহিত্য সেৱাৰ অনুপ্ৰেৰণা লাভ কৰিছিল পাশ্চাত্য সাহিত্যৰ প্ৰসিদ্ধ লেখক সকলৰপৰা। ভিক্টৰ 'হিউগো'ৰ 'লা মিজাৰেবল' গ্ৰন্থখনে বিশেষকৈ তেওঁক স্নেহি

আকৃষ্ট কৰিছিল। তদুপৰি অসমৰ কেইগৰাকীমান স্বনামধন্য আৰু উচ্চমনা পুৰুষৰ ব্যক্তিগত সান্নিধ্য আৰু উৎসাহ-উদগনিয়ে তেওঁৰ সৃষ্টিধৰ্মী মনত যথেষ্ট প্ৰভাৱ পেলাইছিল। সেইসকল মহান ব্যক্তিৰ ভিতৰত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, বিহগী কবি ৰঘুনাথ চৌধাৰী, পণ্ডিত শৰৎ চন্দ্ৰ গোস্বামী আৰু আৱাহনৰ সম্পাদক দীননাথ শৰ্মাৰ নাম বিশেষ উল্লেখযোগ্য।

ব্যক্তিগত জীৱনত গোস্বামীদেৱ অতি সহৃদয়, সহানুভূতিশীল আৰু সৰবদৰ্শী লোক আছিল। তেওঁৰ নিৰপেক্ষ অথচ মধুৰ ব্যৱহাৰ আৰু মানৱতাবোধত উচ্চ-নীচ ধনী-দুখীয়া সৰু-ডাঙৰ সকলোৱে সন্তুষ্টি লাভ কৰিছিল। তেওঁৰ ঘৰত সদায় অতিথি, আগন্তুক আৰু দৰ্শনাৰ্থী দেখিবলৈ পোৱা গৈছিল। নলবাৰী চহৰৰ গণ্য-মান্য অনেকেই আবেলি আৰু সন্ধিয়া সময়ত তেওঁৰ ওচৰলৈ আহি নানা জ্ঞান-বিজ্ঞানৰ আলোচনা কৰিছিল।

নলবাৰীত গোস্বামীদেৱৰ চেষ্টাত সাহিত্য সমাজ আৰু লেখক সংঘ নামেৰে স্থায়ী আলোচনা চক্ৰ গঢ়ি উঠিছিল। তাত স্কুল কলেজৰ শিক্ষক আৰু বিদ্যোৎসাহী লোক-সকলে যোগদান কৰিছিল। প্ৰত্যেক ৰবিবাৰে আলোচনা চক্ৰত কেৱল শিক্ষা আৰু সাহিত্য চৰ্চাৰ ওপৰত আলাপ-আলোচনা হৈছিল। এই আলোচনা চক্ৰৰ জৰিয়তে বহুতো নতুন লেখক আৰু সাহিত্যিকৰ সৃষ্টি হৈছিল।

গোস্বামীদেৱৰ সকলো প্ৰচেষ্টাই গঠনাত্মক আছিল। জাতিধৰ্ম নিৰ্বিশেষে প্ৰত্যেক মানুহৰেই অন্তৰ্নিহিত সত্তা আৰু সততাত তেওঁ পূৰ্ণ বিশ্বাসী আছিল। প্ৰতিজন ব্যক্তিৰেই সজগুণবোধৰ ওপৰত তেওঁ বেছি গুৰুত্ব দিছিল যাতে সেই গুণৰাশিৰ আৰু বেছি উৎকৰ্ষ সাধন হয়। তেওঁৰ এই আস্থা আৰু ব্যৱহাৰত তেওঁৰ সংস্পৰ্শলৈ আহিলে প্ৰত্যেকেই আত্ম-বিশ্বাস আৰু সৎকাৰ্যৰ প্ৰতি প্ৰেৰণা লাভ কৰিছিল। এই কাৰণেই বোধহয় গোস্বামীদেৱৰ ওচৰলৈ মানুহৰ দৈনিক সমাগম হৈছিল। ন-পুৰণি বহুতো লেখক আৰু সাহিত্যিকে তেওঁলোকৰ গ্ৰন্থত গোস্বামীদেৱৰ ভূমিকা সংযোগ কৰিছিল। অসম আৰু অসমৰ বাহিৰৰ হিন্দী, বঙালী, উৰীয়া আদি অন্যান্য ভাষাভাষীলোক আৰু অনুষ্ঠানসমূহেও তেওঁক সমানে শ্ৰদ্ধা আৰু সন্মান প্ৰদৰ্শন কৰিছিল।

কলেজৰ অধ্যক্ষ পদৰপৰা অৱসৰ পালেও শিক্ষকতাৰ দায়িত্বৰপৰা আঁতৰি থকা নাছিল। তেওঁৰ ওপৰত ভাৰসা কৰিয়েই নলবাৰী সাহিত্য সমাজৰ কাৰ্যালয় ৰাজেন্দ্ৰ চৌধুৰী ভৱনত ১৯৬৮ চনত অসমীয়া বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণী অস্থায়ীভাৱে আৰম্ভ হয়। এই উদ্যোগত নলবাৰী কলেজৰ অন্যতম উদীয়মান সাহিত্যিক অধ্যাপক শশী শৰ্মা আৰু অধ্যাপক নৰেন্দ্ৰনাথ শৰ্মাই তেওঁৰ প্ৰধান সহায় আছিল। এই নতুন প্ৰচেষ্টাত কেবাজনো বিদ্যোৎসাহী যুৱকে 'অসমীয়া সাহিত্যত স্নাতকোত্তৰ উপাধি লাভ

কৰিবলৈ সক্ষম হৈছিল। 'পূৰ্বভাৰতী' নামেৰে নজৰাৰীত গঢ়ি উঠা বহুমুখী সাংস্কৃতিক কেন্দ্ৰৰ সভাপতি ৰূপে গোস্বামীদেৱে এক অভিনৱ সাংস্কৃতিক মিলন আৰু ঐক্যৰ পৰিকল্পনা কৰিছিল। এই অনুষ্ঠানৰ যোগেদি উত্তৰ পূব ভাৰতৰ সকলো ভাষা আৰু উপভাষাৰ শিক্ষা আৰু গৱেষণাৰ উপৰিও এই বিস্তৃত অঞ্চলৰ ঐতিহাসিক আৰু আপুৰুগীয়া সম্পদ আৰু শিল্পকাৰ্যসমূহৰ সংগ্ৰহৰ ব্যৱস্থা কৰা হৈছে। সদ্যহতে অসমীয়া ভাষাৰ তথা সমগ্ৰ উত্তৰ-পূব ভাৰতৰ প্ৰথম গদ্য ৰচনা ভট্টদেৱৰ কথা ভাগৱত গ্ৰন্থখন সম্পূৰ্ণকৈ 'পূৰ্বভাৰতী'ৰপৰা প্ৰকাশৰ দায়িত্ব লোৱা হয়। গ্ৰন্থখনৰ সম্পাদক শ্ৰদ্ধেয় ডক্টৰ হৰিনাথ শৰ্মা দলৈ।

শিক্ষা আৰু জ্ঞানৰ প্ৰতি অসীম আগ্ৰহ আৰু উন্মুক্ত মনৰ গোস্বামীদেৱক জাতি ধৰ্ম আৰু ভাষা নিৰ্বিশেষে সকলোৱে সমানভাৱে শ্ৰদ্ধা কৰিছিল। তেওঁৰ আদৰ্শ আৰু কাৰ্য ৰাজনীতিৰ উৰ্দ্ধত আছিল। নিজৰ ব্যক্তিগত ব্যথা-বেদনা কেৱল নিজৰ অন্তৰতেই আৱদ্ধ ৰাখি দৈনন্দিন কাম কাজ নিয়াৰিকৈ সমাধা কৰিছিল। তেওঁৰ স্বাভাৱিক আৰু মৰমিয়াল ব্যৱহাৰত কোনোদিনেই কোনো বিৰক্তি বা বিষাদ প্ৰকাশ নাপাইছিল। নিজৰ সুখ-সুবিধাৰ বাবে কেতিয়াও কোনো অভিযোগ বা আপত্তি কৰা নাছিল। নীৰৱে বৈ থকা বোৱতি সুঁতিৰ দৰে ধীৰ আৰু স্বাভাৱিক গতিত জীৱন অতিবাহিত কৰিছিল। তেওঁৰ ওচৰলৈ কোনোবা আহিলে ভালদৰে শোধ-পোচ কৰিছিল আৰু সকলো প্ৰকাৰে তেওঁৰ সন্তোষ বিধানৰ চেষ্টা কৰিছিল।

মানুহৰ জীৱনত সুখ দুখ দুয়োটাই অপৰিহাৰ্য। পূৰ্ণ অৱতাৰ ভগৱান শ্ৰীকৃষ্ণক আপোন বন্ধুৰূপে লাভ কৰিও ধৰ্মৰাজ যুধিষ্ঠিৰ আৰু তেওঁৰ ভাতৃসকলে অকথ্য দুখ-যাতনা আৰু জ্ঞাতি-শোক, পুত্ৰ-শোক পাবলগা হৈছিল। গোস্বামীদেৱৰ জীৱনতো মৰ্মান্তিক ঘটনা দেখিবলৈ পোৱা যায়। তেওঁৰ দুটি উপযুক্ত পুত্ৰৰ অকাল বিয়োগত আত্মীয়-স্বজন বন্ধু-বান্ধৱ সকলোৱে শোক প্ৰকাশ কৰিছিল। নিয়তিৰ এই কঠোৰ আঘাতত গোস্বামীদেৱ বহুদিনলৈ অতি ম্ৰিয়মান আৰু প্ৰায় নিৰ্বাক হৈ আছিল। এনে বেদনাৰ মাজতো কোনোবাই দুখ প্ৰকাশ কৰিলে লাহে লাহে কৈছিল—"ব্যক্তিগতভাৱে চালে (পিতৃ-মাতৃৰ) মানসিক দুখ-কষ্ট অধিক; কিন্তু সামূহিক ভাৱত আমাৰ সমাজত এনে মৰ্মান্তিক ঘটনা প্ৰায়ে ঘটিব লাগিছে।" সঁচাকৈয়ে আজিৰ সমাজত বহুতো সম্ভাৱনাপূৰ্ণ যুৱক-যুৱতী দুৰাৰোগ্য ব্যাধিৰ কবলত অকাল মৃত্যুৰ মুখত পৰিবলগা হৈছে। ১৯৭৬ চনৰ ১০ মাৰ্চত পুত্ৰ বিপুল গোস্বামীৰ মাত্ৰ ২১ বছৰ বয়সতে ব্লাড-কেন্সাৰ ৰোগত মৃত্যু হয়। আকৌ ১৯৭৮ চনৰ ১৪ আগষ্টত পুত্ৰ বিভু গোস্বামী ২৫ বছৰ বয়সত কেৱল ২৪ ঘণ্টাৰ ভিতৰতে মাৰাত্মক দায়েৰীয়া ৰোগত মৃত্যুৰ কবলত পৰে। বিভু গোস্বামী সেই সময়ত কোকৰাঝাৰ

কলেজৰ অন্যতম অধ্যাপক আছিল। এই ঘটনাৰ প্ৰায় এমাহৰ পাছতে তেওঁৰ মাজু বোৱাৰী এটা সাধাৰণ অস্ত্ৰোপচাৰত মৃত্যু বৰণ কৰে। এনেবোৰ ব্যাধিৰ যথাযথ প্ৰতিষেধকৰ ব্যৱস্থা থাকিলে বহুতো সন্তানহাৰা জনক-জননী এনে শোকৰপৰা ৰক্ষা পালেহেঁতেন।

আত্মনিৰ্ভৰশীল আৰু সদা-সন্তুষ্ট গোস্বামীদেৱ সদায় ধাৰাবাহিক কৰ্মৰ মাজেৰে দিন অতিবাহিত কৰিছিল। ৰাতিপুৱা ৮ বজাৰ আগে আগে শয্যা ত্যাগ কৰি ঘৰৰ পাছফালৰ বাৰাণ্ডাত বহি মুখ-হাত ধুই লয়। একে ঠাইতে তেওঁ ৰাতিপুৱাৰ চাহ-জলপান খায়। ওচৰতে তেওঁৰ পত্নী আৰু আমাৰ মাতৃদেৱী শ্ৰদ্ধেয়া নলিনীবালা দেৱীও বহি একেলগে চাহপৰ্ব শেষ কৰে। ঘৰৰ যাৱতীয় আৱশ্যকীয় কথা তেতিয়াই আলোচনা কৰে আৰু দুয়োৰে মাজত দিহা-পৰামৰ্শও হয়। তাৰ পাছত ৭ বজাৰ পৰা ৯ ৯½ বজালৈ পঢ়া কোঠাত বহি সাহিত্য চৰ্চাকে আদি কৰি সকলো লিখা-পঢ়া কামত ব্যস্ত থাকে। তাৰ পাছত একাপ চাহ খাই শাক-পাচলিৰ খেতি আৰু ঘৰৰ অন্যান্য কাম চোৱা-চিতা কৰে। দুপৰীয়া প্ৰায় ১২ বজাত স্নান জপ আদি নিত্য-কৰ্ম সমাধা কৰি দুপৰীয়াৰ আহাৰ কৰে। ভোজনৰ পাছত ১০।১৫ মিনিট ৰাতৰি কাগজ চাই উঠি প্ৰায় এঘণ্টা বিচনাত শুই লয়। তাৰ পাছত আকৌ পঢ়া কোঠাত বহি লিখা-পঢ়াত লিপ্ত থাকে। সন্ধিয়াৰ আগে আগে পদূলিৰ আগত প্ৰায় এঘণ্টা খোজ কাটি কটায়। খোজকঢ়া অভ্যাসৰ লগতে এই সময়খিনি কোনো এটা বিষয় বা বস্তুৰ চিন্তাতেই নিয়োজিত কৰিছিল। কেতিয়াবা আকৌ পদূলিৰ ফুলৰ টাববোৰত পানী দিছিল। শ্ৰদ্ধেয় মা'ৰ চেষ্টাত তেওঁৰ পঢ়া কোঠালিৰ চাৰিওপিনে টাবত ধুনীয়া ধুনীয়া নানা তৰহৰ গোলাপ ফুলৰ গছ লগোৱা হৈছিল। মা'ৰ এই ফুলৰ বাগিছাৰ প্ৰতি স্বতঃস্ফূৰ্ত ধাউতি আৰু সন্ধিয়া পৰত সুৰ লগাই গোৱা প্ৰাৰ্থনা শিল্পীসুলভ মনৰ পৰিচয় বুলি পিতৃদেৱে আমাক প্ৰায়ে কোৱা মনত পৰে। সন্ধিয়া ৭ বজাৰপৰা ৰাতি ৯ ১০ বজালৈকে পঢ়া কোঠাত লিখা-পঢ়া কামত মন দিয়ে। তাৰ পাছত কটি এখনৰ লগত অকণমান গাখীৰেৰে সাধাৰণ লঘু-আহাৰ কৰি শুবলৈ যায়। আহাৰৰ পাছত এই দৈনন্দিন কাৰ্যক্ৰম প্ৰায় একেদৰেই চলি থাকে। তেওঁক দেখা কৰিবলৈ অহা লোকসকলেও পঢ়া কোঠাতেই লগ ধৰিছিল।

১৯৮৮ চনৰ ২২ ফেব্ৰুৱাৰী তাৰিখেও সন্ধিয়া পঢ়া কোঠাৰপৰা আহি সামান্য গাখীৰ খাই শোৱাপাটীলৈ যায়। সিদিনা দিনৰেপৰা সাধাৰণ মূৰৰ বিষ অনুভৱ কৰিছিল। সেইবাবে আনদিনতকৈ কিছু আগতে বিশ্ৰাম লয়। আগতেও মাজে সময়ে এনে ধৰণৰ অসুস্থতা অনুভৱ কৰিলে ডাক্তৰৰ পৰামৰ্শ লোৱা হৈছিল। সিদিনাও ডাক্তৰ আহি তেওঁক পৰীক্ষা কৰি চালে। কিন্তু ঔষধৰ প্ৰয়োগ ঠিকমতে হৈ

নুঠিল। তেওঁ বিছনাত উঠি বহিবলৈ চেষ্টা কৰোঁতে বৰ দুৰ্বল অনুভৱ কৰে আৰু ক্ৰমাত অৱশ হৈ যায়। তাৰ ক্ষন্তেক পাছতেই তেওঁ চিৰনিদ্ৰাৰ কোলাত লালকাল হৈ পৰে।

আমাৰ মাজত আমাৰ চিৰ নমস্য গুৰু সদানন্দময় গোস্বামীদেৱ আৰু নাই। কিন্তু তেওঁৰ আদৰ্শ তেওঁৰ সৃষ্টি আৰু তেওঁৰ প্ৰকাশিত জ্ঞানৰাশি সদায় আমাৰ সমাজত উজ্জ্বল হৈ থাকিব। প্ৰাচীন সনাতন হিন্দুধৰ্মৰ মহান সত্য আৰু যুগে যুগে আবিৰ্ভূত মহাপুৰুষসকলৰ ধ্যানলব্ধ অমোঘ বাণীত বিশ্বাস স্থাপন কৰিলে উপলব্ধি হ'ব যে আদৰ্শ পুৰুষ ত্ৰৈলোক্যনাথ গোস্বামী সদায় আমাৰ অন্তৰৰ গভীৰত অজৰ অমৰ আত্মাৰূপে বিৰাজ কৰি আছে। "অয়মাত্মা শাশ্বতোঽয়ং ন হন্যতে হন্যমানে শৰীৰে।" শৰীৰৰ ধ্বংস হলেও আত্মাৰ বিনাশ নহয়। আমাৰ পৰম আৰাধ্য পিতৃ তথা অসম মাতৃৰ সুযোগ্য সন্তান গোস্বামীদেৱ সদায় আমাৰ পথ প্ৰদৰ্শক হৈ থাকিব।

# ২. মোৰ পিতা শ্ৰদ্ধেয় ত্ৰৈলোক্যনাথ গোস্বামী

## শ্ৰীমতী মৃণালিনী শৰ্মা

আমাৰ পূজ্য পিতা শ্ৰদ্ধেয় ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ পুণ্য স্মৃতি তৰ্পণৰ অৰ্থে তেওঁৰেই জীৱনৰ দুই চাৰিটা কথা আগবঢ়াইছোঁ। তেওঁৰ পাদপদ্মত উপহাৰ দিবলৈ অশ্ৰু-অঞ্জলি অবিহনে আন একোৱেই নাই।

যোৱা ১৯৮৮ চনত ৭ ফেব্ৰুৱাৰীত নলবাৰীত অনুষ্ঠিত হোৱা অসম নাট্য সন্মিলনৰ ২৮ তম অধিৱেশনৰ মুকলি সভাত যোগদান কৰি পিতাই এখন আলোচনী উন্মোচন কৰিছিল। সিদিনা কোনেও ভাবিব পৰা নাছিল যে এইটোৱেই তেওঁৰ অন্তিম ৰাজহুৱা অনুষ্ঠান। কিন্তু নিয়তিৰ বিধান কোনেও খণ্ডাব নোৱাৰে। এই পৃথিৱীত কোনো বস্তুৰেই স্থায়িত্ব নাই। পুৰণিৰ বিদায় আৰু নতুনৰ আগমন—এয়ে চিৰন্তন সত্য। নাট্যানুষ্ঠানৰ কিছুদিন পিছতে ২২ ফেব্ৰুৱাৰীৰ নিশা তেওঁ অজান প্ৰান্তৰপৰা আহ্বান শুনিবলৈ পালে আৰু আমাৰ সকলোকে কন্দুৱাই ইহলোক পৰিত্যাগ কৰিলে। অসম মাতৃয়ে হেৰুৱালে এটি কৃতি সন্তান আৰু শূন্য হ'ল অসমীয়া সাহিত্যৰ সৃষ্টিধৰ্মী সাহিত্যিক আৰু সমালোচকৰ এখন অপূৰণীয় আসন। তেওঁ একেধাৰে আগশাৰীৰ কবি, গল্পকাৰ আৰু সমালোচক আছিল। মৃত্যুৰ দিনালৈকে তেওঁ সাহিত্য সেৱাত ব্ৰতী আছিল। অসমীয়া সাহিত্যত তেওঁৰ অৰিহণাৰ কথা মই দোহাৰা নিষ্প্ৰয়োজন। তেওঁৰ কন্যা হিচাপে ব্যক্তিগত জীৱনৰ বিষয়ে দুআষাৰ কবলৈ বিচাৰিছো মাথোন।

আমাৰ মনত পৰাৰেপৰা পিতাক এক নিয়মানুবৰ্তিতাৰ মাজেৰে চলি অহা দেখিছোঁ। ৰাতিপুৱা উঠি চাহ খোৱা শেষ কৰি পঢ়া কোঠালিত সোমাই কলেজলৈ যোৱাৰ আগলৈকে লিখা-পঢ়া কৰি থাকে। মাজে মাজে উঠি ল'ৰা-ছোৱালীহঁতে পঢ়া-শুনা কৰিছেনে নাই তাৰ উম লয়। কলেজৰপৰা আহি অলপ জিৰণি লৈ আকৌ নিজৰ পঢ়া কোঠালিত সোমায়। এইখিনি সময়তে নানা ধৰণৰ ব্যক্তিয়ে তেওঁৰ লগত দেখা কৰিবলৈ আহে। সাহিত্যৰপৰা আৰম্ভ কৰি, ৰাজনীতি, অৰ্থনীতি আৰু ধৰ্মীয় আদি বিভিন্ন বিষয়ৰ আলোচনা হয়। লগে লগে তেওঁলোকক চাহ-পানীৰে আপ্যায়িত কৰিবলৈ নাপাহৰিছিল। এনেবিলাক কামত আমি মাক সহায় কৰিবলগীয়া হৈছিল। ৰাতি সামান্য আহাৰ কৰি শুই পৰিছিল। সন্ধিয়া ল'ৰা-ছোৱালীহঁতৰ পঢ়াৰ ওপৰত চকু দিছিল। কেতিয়াবা আকৌ নিজৰ ওচৰতে বহুৱাই পঢ়ুৱাইছিল। আমাৰ আটাইকেইজনৰে পিতাৰ ওচৰলৈ গৈ পঢ়িবলৈ বৰ ভয় লাগিছিল—ক'ৰবাত কেনেবাকৈ ভুল হয় বুলি।

আমাৰ পিতাৰ তিনিটা বিষয়ত বিশেষ ৰাপ আছিল—সাহিত্য, সংগীত আৰু খেলা-ধূলা। ইয়াৰ ভিতৰত সাহিত্যকে তেওঁ জীৱনৰ উচ্চ হিচাবে বাছি লয় আৰু মৃত্যুৰ দিনালৈকে একনিষ্ঠভাৱে ইয়াতে ব্ৰতী থাকি কেবাখনো পুথি লিখি অসমীয়া সাহিত্যৰ ভেটি টনকিয়াল কৰে।

স্কুলীয়া জীৱনতে আমি তেওঁৰ গল্পৰ কিতাপ পঢ়িছিলোঁ। তেওঁৰ গল্পবোৰে আমাৰ কুমলীয়া মনত সাঁচ বহুৱাব পৰা নাচিল। লাহে লাহে ডাঙৰ হৈ অহাত পিতাৰ নিচিনা গল্প প্ৰবন্ধ লিখিবলৈ বৰ ইচ্ছা হৈছিল। এদিন ভয় ভয়কৈ তেওঁৰ ওচৰলৈ গৈ ভাল প্ৰবন্ধ লিখাৰ ইচ্ছা প্ৰকাশ কৰিছিলো। পিতাই কৈছিল, “জ্ঞানৰ গভীৰতা নহলে ভাল প্ৰবন্ধৰ সৃষ্টি হব নোৱাৰে। জ্ঞান লাভৰ কাৰণে সদায় মনৰ দুৱাৰ মুকলি কৰি ৰখাৰ আৱশ্যক। কোনো এটা বিষয়ৰ জ্ঞান আহৰণ নকৰাকৈ সেই বিষয়ত মন্তব্য দাঙি ধৰাটো সম্ভৱপৰ নহয়।” পিতাই আমাক সকলো সময়তে মনৰ সংকীৰ্ণতা দূৰ কৰি জ্ঞান অৰ্জনৰ প্ৰতি উদগনি যোগাইছিল। গল্প-কবিতাতকৈ ভাল সমালোচনাৰ পুথি পঢ়াৰ ওপৰত বেছি গুৰুত্ব দিছিল।

শিক্ষকতাৰ প্ৰতি পিতাৰ গভীৰ অনুৰাগ। নলবাৰী কলেজৰ অধ্যক্ষ পদৰপৰা অৱসৰ পোৱাৰ পিছতো কেবাখনো কলেজত বক্তৃতা প্ৰদান কৰিছিল। নলবাৰীত ‘অসমীয়া বিভাগ’ৰ স্নাতকোত্তৰ মহলা খুলি শিক্ষাদানৰ স্পৃহা অব্যাহত ৰাখিছিল। বহুতো কষ্ট কৰি হলেও সভা-সমিতিত যোগদান কৰি প্ৰাণৰ কথা ৰাইজৰ আগত প্ৰকট কৰিছিল। তেওঁৰ ভাষণ শুনিবলৈ দূৰ-দূৰণিৰ লোক সমবেত হৈছিল। তেওঁৰ ভাষণ আছিল সহজ-সৰল আৰু শ্ৰুতি মধুৰ। মাজে-মাজে ৰসিকতা কৰিবলৈকো নাপাহৰিছিল। তেওঁৰ ব্যংগ্যাত্মক বচন-ভংগীয়ে এহাতে শ্ৰোতাক যেনেকৈ আত্মসচেতন আৰু আপ্লুত কৰে আনহাতে অগাধ পাণ্ডিত্যই তেওঁলোকৰ মনত চেতনাৰ নতুন দিগন্তৰ সন্ধান দিয়ে।

পিতাৰ সৌজন্যত ‘নলবাৰী সাহিত্য সমাজ’ আৰু ‘নলবাৰী লেখক সংঘ’ গঢ়ি উঠিছিল। প্ৰথমতে এই সংঘ মাহত এবাৰকৈ প্ৰতিজন সদস্যৰ ঘৰতে বহিছিল। কেবাবাৰো এই সংঘ আমাৰ ঘৰত অনুষ্ঠিত হোৱা মনত পৰে। পিছলৈ এই সংঘ এক নিৰ্দিষ্ট ঠাইত পাতিবলৈ লয়। লেখক সংঘই নলবাৰীত এদল নতুন সাহিত্যিকৰ সৃষ্টি কৰিছিল। পিতাই কেতিয়াও নতুন লেখকক হতাশ নকৰি দোষ-ক্ৰুটি আঙুলিয়াই ভৱিষ্যতলৈ সু-সাহিত্যিক হবলৈ উৎসাহিত কৰিছিল।

অসম সাহিত্য সভা অনুষ্ঠানটিক পিতাই প্ৰাণভৰি ভাল পাইছিল আৰু ইয়াৰ উন্নতিৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিছিল। সেয়েহে পাণ্ডিত্যৰ স্বীকৃতি স্বৰূপে ১৯৬০ আৰু ১৯৬১ চনত তেওঁ একেৰাহে দুবাৰ ‘সাহিত্য সভাৰ’ সভাপতি নিৰ্বাচিত হয়। তদুপৰি

তেওঁৰ উদ্যোগতে নলবাৰীত অসম সাহিত্য সভাৰ ৩২ তম অধিবেশন অভূতপূৰ্বভাৱে অনুষ্ঠিত হয়। সেই সময়ত আমাৰ ঘৰত ন-পুৰণি সাহিত্যানুৰাগী ব্যক্তিৰ সমাগম ঘটিছিল। পিতাৰ লগতে আমিও তেওঁলোকৰ আদৰ-অভ্যৰ্থনাত ভাগ লৈছিলো। আমাৰ আনন্দৰ সীমা নোহোৱা হৈছিল।

পিতাৰ মনত আমীৰ-গৰীবৰ মাজত পাৰ্থক্য নাছিল। এজন অবস্থাপন্ন ব্যক্তিক যেনেকুৱা ব্যৱহাৰ কৰে ঠিক একেধৰণেই দুখীয়া এজনকো ব্যৱহাৰ কৰে। সেইকাৰণে আমাৰ ঘৰত সদায় দুপৰীয়া অতিথি থাকিছিল। কেতিয়াবা মায়ে নতুনকৈ ৰান্ধি-বাঢ়ি খুৱাব লগাত পৰে। দুখীয়াৰ প্ৰতি পিতা বৰ সহানুভূতিশীল। আৰ্থিক নাটনিৰ সময়তো তেওঁ কোনো ব্যক্তিক খালী হাতে উভতাই নপঠিয়াইছিল। কেতিয়াবা আনকি নিজৰ গাৰপৰা কাপোৰ খুলি দিয়াও আমি দেখা মনত পৰে।

ছাত্ৰসমাজত তেওঁ অতি প্ৰিয়। গহীন গম্ভীৰ হোৱা কাৰণে ছাত্ৰসকলে প্ৰথমতে তেওঁক দেখিলে ভয় খায়। কিন্তু যেতিয়া ৰসিকতাৰ মাজেৰে তেওঁলোকক আপ্লুত কৰে তেতিয়া আকৌ ভক্তিৰে মৰ দোৱায়। ইয়াত তেওঁৰ বাৎসল্য প্ৰেমৰ আভাস পোৱা যায়। দুখীয়া ছাত্ৰক সহায় কৰাত অকণো কাৰ্পণ্য কৰা নাছিল। নিজৰ আৰ্থিক অভাৱৰ সময়তো আমাৰ ঘৰত সদায় এজন ছাত্ৰ থাকি কলেজত পঢ়া আমাৰ মনত পৰে।

সাহিত্যিক তথা শিক্ষাবিদৰ উপৰিও পিতা আছিল এজন সংগীতজ্ঞ আৰু খেলুৱৈ। 'হাৰমনিয়াম' আৰু 'তবলা' বজাই খুব ভাল পাইছিল। পিতাক আমি গান গোৱা দেখা নাই, কিন্তু সুৰ আৰু তাল-মানৰ ওপৰত যে যথেষ্ট জ্ঞান আছিল সেইটো আমি বুজিব পাৰিছিলো। সেইকাৰণে ডাঙৰ গায়কসকলক আমন্ত্ৰিত কৰি আমাৰ ঘৰত গানৰ আসৰ পাতিছিল। ইয়াত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল পিতা আৰু ডাঙৰ পিতা শ্ৰদ্ধেয় শশীকান্ত গোস্বামীয়ে। তেনেকৈ খেলা-ধূলাতো ভাগ লৈছিল আৰু আনকো খেলিবলৈ উৎসাহিত কৰিছিল। ল'ৰা-ছোৱালী কেইজনৰ কাৰণে বেডমিণ্টনকে ধৰি নানা তৰহৰ খেলৰ সঁজুলি যোগান ধৰিছিল। ক্ৰিকেট খেল তেওঁৰ বৰ প্ৰিয় আছিল। পিতাক আমি ক্ৰিকেট খেলা দেখা নাই। কিন্তু জীৱনৰ ভাটি বয়সলৈকে অতি মনোযোগেৰে অকণো আমনি নলগাকৈ ৰেডিঅ'ত ক্ৰিকেটৰ কমেণ্টৰী শুনিছিল। ৰাজনীতিৰ ক্ষেত্ৰতো এবাৰ বিৰোধী দলৰপৰা প্ৰতিদ্বন্দ্বিতা কৰাৰ পিছত তেওঁ আৰু সক্ৰিয় অংশ গ্ৰহণ কৰা নাই।

এক মহান ব্যক্তিত্বৰ অধিকাৰী পিতা আছিল ধীৰ-স্থিৰ, গহীন-গম্ভীৰ আৰু মৰমিয়াল। সদায় সহজ-সৰল আৰু নিৰাড়ম্বৰতাৰে জীৱন যাপন কৰা এক উচ্চ আদৰ্শৰ ব্যক্তি।

জীৱনৰ শেষলৈ কথাবোৰ প্ৰায়ে মনত নথকা হৈছিল। হয়তো মনে মনে এই-জগতৰ মায়া-মোহ এৰি অনন্ত ধামলৈ যাত্ৰা কৰিবলৈ সাজু হৈছিল। মাজে মাজে আমাক কৈছিল "জীৱনৰ আশীটা বছৰ অতিবাহিত কৰিলোঁ, লিখা-পঢ়া কৰিলোঁ, সাহিত্য সাধনা কৰিলোঁ—জীৱন প্ৰায় শেষেই হ'ল। স্মৰণ শক্তি ইমানেই কম হৈছে যে কোনো কথাই মনত নাথাকে। জীৱনটোত বহুতো দেখিলো, শুনিলোঁ—শেষত এক বিৰাট শূন্যতা নহয়নে বাৰু?" এই কথাষাৰ মৃত্যুৰ প্ৰায় এমাহ আগতে আমাৰ আগত হাঁহি হাঁহি কৈছিল। তেওঁৰ এই কথা শুনি মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ কবিতা এফাকিলৈ মনত পৰিছে—"অথিৰ ধনজন জীৱন যৌৱন অথিৰ এহু সংসাৰ।" প্ৰতি বছৰে তেওঁৰ মহাপ্ৰয়াণৰ পুণ্যতিথিত আমি যেন ভক্তি প্ৰেম আৰু শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিব পাৰো। তেওঁৰ শাশ্বত পুণ্যাত্মাই আমাক তথা অসমবাসীক যেন সদায় 'অভয়' আশীষ প্ৰদান কৰে—তাকেহে কামনা কৰোঁ। ☐

## ৩. ত্ৰৈলোক্য গোস্বামীৰ পুৰুষনামা

### শ্ৰীশ্ৰীকৃষ্ণ চৈতন্য জয়তি

শ্ৰীশ্ৰীজগন্নাথস্য গৃহে অৱতীৰ্ণস্য শ্ৰীশ্ৰীকৃষ্ণ চৈতন্যস্য অগ্ৰজ প্ৰতিম শ্ৰীশ্ৰীনিত্যানন্দ মহাপ্ৰভু গোস্বামিনঃ বংশজ শ্ৰীশ্ৰীৰামদেৱ গোস্বামিনঃ ভ্ৰাতুষ্পুত্ৰ



## ত্ৰৈলোক্য গোস্বামীৰ অপ্ৰকাশিত কবিতা আৰু নাটকৰ নমুনা ঃ

### ৪. ছয়তানৰ স্বপ্ন

( ১ )

ক্ষমতাৰ মৰীচিকা খেদি লাহে লাহে আগুৱাই যাওঁ
জীৱনৰ পিছল বাটত। দূৰ দিগন্তত ভাহে
পৰ্বত সমান ঢৌ তুলি নীল সৰোবৰ
বাসনা-চঞ্চল হিয়াৰ মাজত শান্তি নাই, ক্লান্তি নাই
বুকু ডাঠি আগুৱাওঁ উন্মত্ত মাতংগৰ দৰে

(২)

মোৰ পদক্ষেপত ভেউকা ভঙা পখিলাৰ দৰে
জীৱন বিচাৰি অগণন ধূলিকণা উৰি ফুৰে,
অগণন চূৰ্ণ হয় ভৰিৰ তলত। জীয়া ভৰলীৰ
তৰংগমালাৰ দৰে বিচূৰ্ণ হিয়াৰ উত্তপ্ত শোণিত ধাৰ
নাচি বাগি নামি নাহে কল কল শব্দ বিপদ বতৰা লৈ
পাহাৰৰ বুকু ফালি, জাঁজিক সাবটি। কদ্ধ হৈ পৰে,
নলৰে নচৰে তপত তেজৰ গতি। চেকুৰা চেকুৰি তেজ
গোট মাৰি সানি দিয়ে চৰণত আলতাৰ বক্তিমা।
যত আছে ভীৰু পলাতক পতংগৰ দল জুম বান্ধি
দূৰে দূৰে শিয়ালৰ দৰে আঁতৰি পলায়। দশোদিশ ছানি উঠে
হাহাকাৰ ধ্বনি আৰু ত্ৰাসৰ বিননি—মোৰ বিজয়ৰ
সিংহনাদ।

(৩)

কোনে জানিছিল, কোনে বুজিছিল বাৰু, ধূলিৰ বুকুতো
বয় শোণিত প্ৰবাহ? ধূলিৰ মনতো উঠে আশা-আকাংক্ষাৰ
প্ৰবল জোৱাৰ? কোনে ভাবিছিল মোৰ দৰে সিঁহতেও

নীৰৱে অকলে ৰচে কল্পনাৰ মায়াপুৰী, আদৰ্শৰ
মেৰঘৰ, সপোনৰ নোপোৱা সৰগ ? কোনে বুজিছিল
সিহঁতেও টোকে চকুপানী বিৰহৰ দাৰুণ জ্বালাত,
হাঁহে, নাচে, আপোন পাহৰি শৰতৰ পূৰ্ণিমা নিশাত ?
কোনে জানিছিল সিহঁতৰো আছে জীৱন বিৰূপা মোহ
অস্তিত্বৰ অভিমান, পৰাজয়ৰ গ্লানি আৰু তাৰ প্ৰতিশোধ !

(৮)

বালিৰ মানুহ মই জানো ভাল কই
সিহঁতো বালিৰে কণা, চকুৰে নমনা।
অন্তঃ সলিলা ফল্গুৰ দৰে সিহঁতৰ জানো
শক্তিৰ বিজুলী প্ৰবাহিত হয় প্ৰতি সিৰে সিৰে ?
প্ৰমিথিউজৰ অপহৃত অগনিৰ স্বৰ্গীয় জ্যোতিয়ে
কৰে জানো উদ্ভাসিত জীৱনৰ কৃষ্ণ অমাৱস্যা ?

(৯)

অতীত কাহিনী এটি স্মৃতিৰ পটত মোৰ নৱৰূপ ধৰি
আজি উঠিছে উজলি। সমুদ্ৰ-মন্থন কৰি দেৱাসুৰে
পাইছিল মৃত্যুঞ্জয়ী অমৃতৰ ঘট, জৰা আৰু মৰণৰ
অব্যৰ্থ ঔষধ : ছলনা-চাতুৰী প্ৰিয় কামিনী মোহিনী
আবিৰ্ভূতা হ'ল ৰূপৰ মদিৰা ঢালি, কামনাৰ জুই জ্বালি
—তুলি ললে অমৃতৰ ঘট, হাঁহো নে নাইহোকৈ
আগুৱালে ধীৰে ধীৰে দখিণৰ পিনে য'ত আছে
বিলাস-ব্যসন মত্ত ভগ্নোৎসাহী দেৱতাৰ জাক।
ক্লান্ত, মূঢ় অসুৰৰ দল স্তব্ধ হৈ চাই ৰ'ল।
ৰূপহাৰ ময়ূৰী গতি। যুৱতীৰ কুটিল কটাক্ষপাত
মোহিনীৰ ভ্ৰুভংগ-বিলাস জয়ী হ'ল তত্তালিকে
প্ৰবঞ্চনা ইন্দ্ৰজালে বান্ধিলে আবৰি, সাধ্য নাই
ভেদ কৰে তাক ?
মূঢ় অসুৰৰ জাক। আছিল একেটি বীৰ চলনা-চতুৰ।
কামনাৰ জ্বলি উঠা দাবানল নিৰ্বাপিত কৰি
নাৰীৰ কটাক্ষ মোহ ভৰিৰে মোহাৰি

অনুন্নত শিৰে আগুবালে ভেওঁ অকলে অকলে পালেগৈ
যজ্ঞভাগী দেৱতাৰ জাক। ব্যৰ্থ হ'ল মোহিনীৰ যত ইন্দ্ৰজাল,
ব্যৰ্থ হ'ল যুৱতীৰ প্ৰণয় আহ্বান -- ভাগি গ'ল
লোভী দেৱতাৰ -- প্ৰবঞ্চিতা মোহিনীয়ে হাঁহি হাঁহি তুলি দিলে
দুয়োহাতে অমৃতৰ ভাগ।

(৬)

ছলনাৰ শিৰোমণি, চিৰস্মৰণীয় হে দেবাৰি তনয়
তুমি মোৰ আৰাধ্যা দেৱতা। এদিন জাগিছিল তোমাৰ বুকুত
বুভুক্ষাৰ দাবানল দাউ দাউ কৰি, খাণ্ডব বন
সৰ্বনাশী, সৰ্বগ্ৰাসী অগনিৰ দৰে। মোৰ অন্তৰতো
চাতকৰ অতৃপ্ত পিপাসা। মুষল ধাৰেৰে শাওণত
নামি অহা ঘন বৰষুণে নোবাৰে গুচাব মোৰ অন্তৰৰ
দাৰুণ পিয়াহ। ময়ো বিচাৰি ফুৰোঁ অমৃতৰ ঘট
আৰু মোহিনীৰ ৰূপৰ বিজুলীচ্ছটা, কিন্তু ধূলিকণাবোৰে
আকাশত উৰি উৰি সৃষ্টি কৰে মৰীচিকা ভ্ৰম।
বালিকণা গুৰি কৰি গছকত লৰি লৰি আগবাঢ়ো
সাগৰৰ পিনে—সাগৰ আঁতৰি যায়, সাগৰৰ উপকূল
দেখোঁ বালিময় নীৰস, শুকান, অনুৰ্বৰ।

(৭)

কুহকিনী মায়াবিনী হতাশা ডাকিনী, পিশাচীৰ ৰূপ ধৰি
অতৰ্কিতে আহি অজানা দেশৰপৰা থিয় দিয়ে সম্মুখত
আতংকিত কৰি তোলে মোৰ ক্ষুদ্ৰ পাষাণ হৃদয়।
জপৰা জুপুৰি চুলি, কৃষ্ণবৰ্ণ কায়, ওলোম্দোৰা মুখ
উজলা-উজুলি দাঁত, কি যে ভয়ানক, দেখি লাগে ভয়!
চিনিছোঁ চিনিছোঁ তোক নিলগৰপৰা। গুচি যা গুচি যা
কণ্টকিত নকৰিবি জীৱনৰ গতিপথ। আৰাধ্য দেৱতা স্মৰি
ধুমুহাৰ দৰে পৰ্বত পাহাৰ ভাঙি যিদিনা লৰিম
সিদিনাই শেষ হব নিশ্চয় জানিবি পিশাচিনী জীৱনৰ
যত লীলাখেলা মৃত্যুমুখী অভিসাৰ।

(৮)

অতীত কালত উত্তৰা তনয় মূৰ্খ অভিমনু অস্ত্ৰ শস্ত্ৰহীন
সুৰক্ষিত চক্ৰবেহু ভেদ কৰোঁ বুলি অকলে অকলে
যুঁজিছিল অবুজ বালকে মহাকালৰূপী সপ্তৰথী সতে,
কান্দিছিল চিঞৰি চিঞৰি মৃত্যুৰ কালত ধূলিত বাগৰি
সহায় সম্পদহীন।
মূৰ্খালিৰ আত্মবলিদান কোনে কয় বীৰত্ব প্ৰমাণ ?
ঘিণ কৰোঁ বীৰত্বৰ মৃত্যুমুখী অভিমান, মৃত্যুক বৰণ কৰা
বীৰত্বৰ খ্যাতি—গন্ধহীন শুকান ফুলৰ নাই তাৰ প্ৰয়োজন
মই দুৰ্যোধন। সুসজ্জিত চতুৰংগ দলে পাছে পাছে
লৰি আহি মাভৈ শবদে অৰাতিৰ কঁপাব হৃদয়
লক্ষণৰ শক্তিশেল বুকু পাতি লই অক্ষত দেহেৰে মোক
আনিব বচাই, বিজয়ৰ ৰামধেনু সাজি। ভয় নাই
বীৰ বীৰাংগণাৰ দল, ৰক্তেৰে ৰঞ্জিত ৰণাংগণ দেখি
নাচিবা নাচিবা এখোজো পিছুৱাই। মহেশ প্ৰদত্ত পাশুপাত অস্ত্ৰ
ত্ৰিলোক-বিজয়ী আছে মোৰ অক্ষয় তূণত আৱশ্যক হলে
এৰিম শেহত। নহলে জানিবা গন্ধমাদনৰ বিশল্যকৰণী
ৰাখিছোঁ যতনে মুমুৰ্ষুৰ সঞ্জীৱনী হেতু।

(৯)

শৰবিদ্ধ হৰিণৰ দৰে মোৰ অন্তৰতো জাগে অদম্য অতৃপ্ত
দাৰুণ পিয়াহ, পানীৰ মাজতে থকা কোলেৰিজৰ অকলশৰীয়া
পথভ্ৰষ্ট কিংকৰ্তব্যবিমূঢ় বুঢ়া নাৱিকৰ দৰে।
বালিময় মৰভূৰ শুকান স্তনৰপৰা অমৃত বেশিণী
নৱয় পীয়ুষ ধাৰ প্ৰাণভৰি পান কৰোঁ গুচাওঁ পিয়াহ।
কেৱল আগত মোৰ নাচি ফুৰে হাজাৰ যত মৰীচিকা
টেন্টালাচক বাৰে বাৰে প্ৰবঞ্চিত কৰি।
আহা আগুৱাই চতুৰংগ দল মৰুভূমি ধ্বংস আমি
নিশ্চয় কৰিম, সাজিম নিশ্চয় মৰভূ বুকুত বিশাল বিৰাট
নতুন ওৱেছিছ্। ধূলিকণাবোৰ যদি গুৰি হৈ যায় যʼক

তাৰ বাবে নকৰা বেজাৰ। উঠা বীৰদৰ্পে, জাগা, জাগা
ধ্বংসৰ কামত—বালিকণা উকৰাই দৃষ্টি কৰা বহল সৰসী
য'ত জাকে জাকে পানী-কাউৰীয়ে অহর্নিশে গাই থাকে
মোৰ স্তুতি গান—য'ত নির্ভয়ে সানন্দে গজেন্দ্রৰ দলে
জলকেলি কৰি শীতলাব পাৰে মোৰ তাপিত পৰাণ। □

২২/৮/৬২ ইং

# ৫. পদুমী

## দ্বিতীয় অংক—চতুৰ্থ দৃশ্য

যুদ্ধ ক্ষেত্ৰৰ একাষ

সময় দুপৰীয়া

[ হৰদত্তৰ প্ৰবেশ ]

হৰদত্ত ॥ মুহূৰ্ততে যুদ্ধৰ ঢৌ উথলি উঠিল। আজিয়েই কামৰূপ জাতিৰ উত্থান নহলে পতন বীৰদত্ত, সূৰ্য দুয়ো অমিত সাহসেৰে যুদ্ধত প্ৰবৃত্ত, কিন্তু গুৰুদেৱ—তেওঁৰ একো সূত্ৰ পোৱা নাই। ৰণভেৰীৰ নাদ, বন্দুকৰ শব্দ আৰু সৈন্য-কোলাহলেৰে নিস্তব্ধ পৰ্বতৰাশি মুখৰিত। এই কলাহল অন্ত পৰাৰ লগে লগে কাৰ ভাগ্যৰবি উদয় হয় কোনে জানে? তথাপি চেষ্টাৰ ত্ৰুটি হব নালাগে বীৰদত্ত সূৰ্যৰ নিচিন মোৰ সহায়, প্ৰবল এদল সৈন্যই উদ্দেশ্যৰ সফলতাৰ অৰ্থে মৃত্যু কৰি ৰণত জাঁপ দিছে। এনেস্থলত আমাৰ পৰাজয় অসম্ভৱ।

[ সাধকৰ প্ৰবেশ ]

সাধক ॥ আমাৰ জয় নিশ্চিত

হৰদত্ত ॥ গুৰুদেৱ, আপুনিও যুদ্ধৰ সজ্জাত?

সাধক ॥ এৰ হৰদত্ত, ময়ো যুদ্ধ কৰিবলৈ প্ৰস্তুত সকলোৱে দেশৰ হকে যুদ্ধ কৰিব আৰু মই হাত সাবটি বহি থাকিম নে?

হৰদত্ত ॥ আপুনি এই সজ্জা ত্যাগ কৰক গুৰুদেৱ আপোনাৰ হকে মই যুদ্ধ কৰিম।

সাধক ॥ এই সাজৰে প্ৰয়োজন আছে হৰদত্ত। পিছত বুজিবা। এতিয়া যোৱা সৈন্য-ৰাশি পৰিদৰ্শন কৰাগৈ। সৈন্যসকলক উদগণি দিবা, আনন্দত সিহঁত যেন মতলীয়া হৈ উঠে, মৃত্যু সিহঁতৰ যেন আদৰৰ হয়। যোৱা যুদ্ধ জয় বীৰদত্ত আৰু তোমাৰ ওপৰত নিৰ্ভৰ কৰিছে।

[ হৰদত্তৰ প্ৰস্থান ]

এই তুমুল সংগ্ৰামৰ মাজত মোৰ প্ৰতিশোধ পূৰ্ণ হবনে? সৌৱা বীৰদত্তই অসংখ্য আহোম সৈন্যৰ মাজতো অমিত বিক্ৰমে যুদ্ধ কৰিছে। ধন্য, ধন্য বীৰদত্ত যুদ্ধ কৰা কিন্তু আহোম সৈন্যৰ গুৰিয়ালক তুমি বধ নকৰিবা।

তাৰ তেজেৰে মোৰ পুত্ৰৰ তৰ্পণ হব। জগজ্জননী মাতৃ, তৃপ্ত হোৱা তুমি। নৰৰক্তৰ ঢৌ উঠিছে, তাৰ মাজত তুমি তাণ্ডৱ নৃত্য কৰাহি—দেশ ৰসাতললৈ যাওক, সৃষ্টি ধ্বংস হওক! ( প্ৰস্থান )

[ পট পৰিবৰ্তন ]

[ বীৰদত্তই কামানৰ গুৰিত থিয় হৈ গুলী চলাই থাকে। সূৰ্যকুমাৰে খাৰ-বাৰুদ আদি যোগায়। চাৰিওপিনে কামানৰ শব্দ। ওচৰত "জয় আহোমৰ জয়" ধ্বনি। ]

বীৰদত্ত ॥ সূৰ্য?

সূৰ্য ॥ খুৰা।

বীৰদত্ত ॥ এই কামানৰ গুৰিলৈ তুমি আহা।

সূৰ্য ॥ কিয় আপুনি।

বীৰদত্ত ॥ আহোম সৈন্যই পিছফালৰ পৰা আমাক আক্ৰমণ কৰিবৰ উপক্ৰম কৰিছে।

সূৰ্য ॥ এতিয়া কি কৰিব লাগে?

বীৰদত্ত ॥ মই সিহঁতক গতিৰোধ কৰিবলৈ যাওঁ। তুমি এই কাল ৰক্ষা কৰা

[ ওচৰত "জয় আহোমৰ জয়" ধ্বনি ]

সূৰ্য, মোৰ যাঠি ( সূৰ্যই যাঠি দিয়ে ) শত্ৰুদল আমাৰ নিচেই ওচৰ পালেহি যাওঁ মই। জীৱনৰ শেষ মুহূৰ্তলৈকে তুমি এই কাল ৰক্ষা কৰিবা—ধৈৰ্যহাৰা নহবা—সাৱধান এই পিনে যেন কোনো শত্ৰু প্ৰবেশ কৰিব নোৱাৰে।

সূৰ্য ॥ বিৰাটে সৈন্য এদলৰ বিপক্ষে আপুনি অকলে?

বীৰদত্ত ॥ এৰা মই অকলে যাম। এতিয়া আকৌ সৈন্য গোটাবৰ সময় নাই। তুমি তোমাৰ কৰ্তব্য যাতে পালন কৰিব পাৰা তাৰ বাবে চেষ্টা কৰিবা।

( প্ৰস্থান )

[ পট পৰে ]

[ ডেকাফুকনৰ প্ৰবেশ ]

ডেকাফুকন ॥ কামৰূপসিংহ বীৰদত্তই অকলে অকলে শই শই আহোম সৈন্য নাশ কৰিলে। কেনে সাহসী কেনে নিপুণ এই বীৰদত্ত! কেউপিনৰ পৰা আক্ৰমণ কৰিও এই বীৰদত্তক কোনোৱে বিনাশ কৰিব নোৱাৰিলে। যাওঁ মই নিজেই। এই মাত্ৰ বীৰদত্তই খোলা তৰোৱাল লৈ কামানৰ গুৰিৰ পৰা ওলাই আহিছে। এয়েই প্ৰকৃত সুযোগ, এই বীৰদত্তক বিনাশ কৰিব নোৱাৰিলে আহোমৰ বিজয় অসম্ভৱ। ( প্ৰস্থান )

[ সাধকৰ প্ৰৱেশ ]

সাধক ॥ পুত্ৰ হত্যাকাৰী নৰপিশাচ, আজি উপযুক্ত শাস্তি পাবি। পুত্ৰহত্যাৰ প্ৰতিফল আজি তই হাতে হাতে পাবি। আজি একে একে মনত পৰিছে সেই ৰক্তৰঞ্জিত কোমল মুখখনিলৈ – তাৰ প্ৰতিফল ৰূপে আজি ৰক্তৰ স্ৰোত বৈ গৈছে। পুত্ৰদ্বয়, অন্তৰালত থাকি তৃপ্ত হৈছানে? হোৱা নাই। তেন্তে ক্ষন্তেক অপেক্ষা কৰা ৰক্তপিপাসু,—মুহূৰ্ততে শান্তি লাভ কৰিব পাৰিবা।

( বেগে প্ৰস্থান )

[ পট পৰিবৰ্তন ]

[ ডেকাফুকনৰ বুকুৰ ওপৰত সাধক বহি থাকে। তেওঁৰ দুয়ো হাতত ৰক্তৰ আজলি—অন্ধকাৰ গুহা ]

সাধক ॥ প্ৰতিশোধ—প্ৰতিশোধ— পুত্ৰহত্যাৰ প্ৰতিশোধ। তৃপ্তহোৱা পুত্ৰদ্বয়, তৃপ্ত হোৱা জগৎ জননী – তৃপ্ত হোৱা প্ৰেতৰ সমাজ।

[ পট পৰে ]

[ বেগেৰে হৰদত্তৰ প্ৰৱেশ ]

হৰদত্ত। ক'ত, বীৰদত্ত ক'ত। সাক্ষাৎ মৃত্যুৰ মুখত সি অকলে জঁপিয়াই পৰিছে। কেউপিনে বন্দুকৰ গুলী- অস্ত্ৰৰ ঝন ঝননি। বীৰদত্ত – বীৰদত্ত? নাই— আকৌ-বীৰদত্তক ওভোটাই পামনে? যাওঁ আকৌ আগবাঢ়ি যাওঁ—যদি পাৰো বীৰদত্তক ৰক্ষা কৰোঁ। বীৰদত্ত – বীৰদত্ত ভয় নাই—( যাব খোজে এনেতে বীৰদত্ত আহি হৰদত্তক সাবটি ধৰে )

বীৰদত্ত ॥ দাদা—দাদা—আহোমৰ ধ্বংস!

[ বেগে সাধকৰ প্ৰৱেশ। তেওঁৰ হাত মুখ তেজেৰে ৰাঙলি ]

সাধক ॥ হৰদত্ত—হৰদত্ত—।

হৰদত্ত ॥ ইকি গুৰুদেৱ! সেয়া কাৰ তেজ?

সাধক ॥ নৰবলি -নৰবলি হৰদত্ত। নৰবলিৰে দেৱীৰ পূজা আৰু পুত্ৰৰ তৰ্পণ। পুত্ৰহত্যাৰ দ্বিতীয় অপৰাধীৰ ওপৰত প্ৰতিশোধ কিন্তু এতিয়াও বাকী— এতিয়াও বৰফুকন বাকী। হৰদত্ত তুমি বিজয়ী—তোমাৰ পুৰস্কাৰ এই— ( ডেকাফুকনৰ মূৰ দলিয়াই দিয়ে– সকলোৱে বিস্ময়ান্বিত হৈ যায় )

[ আৰ কাপোৰ ]

# লেখক-পৰিচয়

*ডক্টৰ মুকুন্দ মাধৱ শৰ্মা* : আন্তৰ্জাতিক খ্যাতি সম্পন্ন পণ্ডিত, গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰফেচাৰ, অসমীয়া, সংস্কৃত, বঙলা, হিন্দী, ইংৰাজী আদি বিভিন্ন ভাষাত গ্ৰন্থ আৰু প্ৰবন্ধ ৰচয়িতা। সংস্কৃত শ্লোক আৰু অসমীয়া গীত ৰচনাতো সিদ্ধহস্ত। বাসস্থান গুৱাহাটী।

*শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা* : অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, ধ্বনি কবি আৰু লব্ধ প্ৰতিষ্ঠ সাহিত্যিক শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাৰ ঘৰ যোৰহাটৰ টিয়কত। 'শঙ্খধ্বনি', 'প্ৰতিধ্বনি', 'জয়ধ্বনি' ( কবিতা ) ; 'শৰাইঘাট', 'পাৰ্থ-সাৰথি' ( নাট ) ; 'ৰাজস্থানৰ গল্প', 'মহাৰাজ নৰনাৰায়ণ' (শিশু সাহিত্য), 'কেৰপাই' ( প্ৰহসন ) আদি গ্ৰন্থৰ নিৰ্মাতা।

*ডক্টৰ প্ৰফুল্ল কটকী* : গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ প্ৰফেচাৰ, গৱেষক পণ্ডিত, বিশিষ্ট সাহিত্যিক, সমালোচক আৰু প্ৰবন্ধ ৰচয়িতা। বাসস্থান গুৱাহাটী।

*শ্ৰীহৰেন্দ্ৰ নাথ শৰ্মা* : নলবাৰী কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক আৰু উদীয়মান সাহিত্যিক। বাসস্থান নলবাৰী।

*শ্ৰী যজ্ঞেশ্বৰ শৰ্মা* : অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, অধ্যক্ষ শৰ্মা একাধাৰে প্ৰাবন্ধিক, সমালোচক, কবি, ব্যংগ্য সাহিত্যিক আৰু চিন্তাবিদ। 'শতপত্ৰ' ( সম্পাদন ) ; 'লেফেফা' ( ব্যংগ্যাত্মক কবিতা ) ; 'সাহিত্য-সংস্কৃতিৰ প্ৰৱাহ', 'এৰিষ্টটোলৰ কাব্য জিজ্ঞাসা' আদি তেখেতৰ তাৎপৰ্যপূৰ্ণ সৃষ্টি। ঘৰ নগাঁৱত।

*ডাঃ হৰেকৃষ্ণ গোস্বামী* : যশস্যা অৰ্জনকাৰী চিকিৎসক, সমাজসেৱী আৰু বিশিষ্ট সাহিত্যিক। বাসস্থান নলবাৰী।

*শ্ৰীঅজিত কুমাৰ শৰ্মা* : শিক্ষাসেৱী, ৰাজনীতিবিদ আৰু সাহিত্যিক। বাসস্থান গুৱাহাটী।

*ডক্টৰ হৰিনাথ শৰ্মা দলৈ* : বৰপেটাৰ এম্. চি কলেজৰ অসমীয়া বিভাগৰ প্ৰাক্তন অধ্যাপক। গৱেষক আৰু সমালোচক শৰ্মা দলৈ কেইবাখনিও গ্ৰন্থৰ প্ৰণেতা। বাসস্থান বৰপেটা।

*ডক্টৰ হেমন্ত কুমাৰ শৰ্মা* : কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীশৰ্মা একাধাৰে সমালোচক, গৱেষক, জীৱনী-লেখক আৰু গল্পকাৰ। বাসস্থান গুৱাহাটী।

*শ্ৰীহিতেশ ডেকা :* কথা সাহিত্যিক, 'আজিৰ মানুহ'ৰ স্ৰষ্টা শ্ৰীডেকা এগৰাকী সমালোচকো। কেইবাখনিও উপন্যাসেৰে তেওঁ অসমীয়া সাহিত্য ভঁড়ালৰ পুষ্টি সাধন কৰিছে। বাসস্থান গুৱাহাটী।

*শ্ৰীবসন্ত কুমাৰ ভট্টাচাৰ্য্য :* নলবাৰী কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক। কেইবা-খনিও গ্ৰন্থৰ ৰচয়িতা। বাসস্থান নলবাৰী।

*শ্ৰীনগেন দত্ত :* শ্ৰীদত্ত লোক পিয়ল বিভাগৰ সঞ্চালক আৰু বিশিষ্ট সাহিত্যিক। বাসস্থান গুৱাহাটী।

*শ্ৰীগুণেশ্বৰ শৰ্মা :* শৰাইঘাট হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীশৰ্মা এগৰাকী সাহিত্যিকো।

*শ্ৰীপ্ৰমোদ বৰ্মণ :* জে বি. আইন কলেজৰ প্ৰাক্তন অধ্যক্ষ আৰু বিশিষ্ট সাহিত্যিক। বাসস্থান গুৱাহাটী।

*ডক্টৰ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী :* গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ ৰবীন্দ্ৰ নাথ ঠাকুৰ প্ৰফেছাৰ, লব্ধ প্ৰতিষ্ঠ লেখক। বাসস্থান গুৱাহাটী।

*ডক্টৰ লীলা গগৈ :* ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অৱসৰ প্ৰাপ্ত অধ্যাপক ড° গগৈ একাধাৰে কথা সাহিত্যিক, সমালোচক আৰু বুৰঞ্জীবিদ। বাসস্থান ডিব্ৰুগড়।

*শ্ৰীদীপ্তি ফুকন পাটগিৰি :* ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপিকা আৰু লেখিকা। বাসস্থান ডিব্ৰুগড়।

*শ্ৰীচানাৰাম কলিতা :* বৰভাগ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক। সম্ভাৱনাপূৰ্ণ লেখক। বাসস্থান বৰভাগ।

*ডক্টৰ পৰাগকুমাৰ ভট্টাচাৰ্য :* পাণ্ডু কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক। সমালোচক কবি আৰু গল্পকাৰ। বাসস্থান গুৱাহাটী।

*শ্ৰী সুশীল শৰ্মা :* প্ৰাগজ্যোতিষ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক, ঔপন্যাসিক, কবি আৰু সমালোচক। বাসস্থান গুৱাহাটী।

*ডক্টৰ শৈলেন ভৰালী :* গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰীডাৰ, প্ৰথিত যশা সমালোচক আৰু কৃতী লেখক। বাসস্থান গুৱাহাটী।

*ডক্টৰ মহেন্দ্ৰ বৰা :* অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ লক্ষ্মীনাথ বেজবৰুৱা প্ৰফেছাৰ, প্ৰসিদ্ধ সমালোচক, খ্যাতি সম্পন্ন কবি আৰু যশস্বী শিশু সাহিত্যিক। বাসস্থান ডিব্ৰুগড়।

*ডক্টৰ হৰিদত্ত শৰ্মা :* নলবাৰী কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক ড° শৰ্মা এগৰাকী প্ৰতিষ্ঠাশীল সাহিত্যিক। বাসস্থান নলবাৰী।

*শ্ৰীশশী শৰ্মা* : নলবাৰী কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীশৰ্মা এগৰাকী-ক্ৰান্তিকাৰী সাহিত্যিক। বাসস্থান নলবাৰী।

ডক্টৰ *বাণীকান্ত শৰ্মা* : গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ ৰীডাৰ ড° শৰ্মা এগৰাকী প্ৰতিষ্ঠাশীল সমালোচক আৰু গৱেষক। বাসস্থান গুৱাহাটী।

ডক্টৰ *ভৃগুমোহন গোস্বামী* : উত্তৰ গুৱাহাটী কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক, গল্পকাৰ, জীৱনী লেখক আৰু সমালোচক। বাসস্থান গুৱাহাটী।

*শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী* : অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, শিক্ষাব্ৰতী শ্ৰীগোস্বামী সমালোচক আৰু যশস্যাশীল সাহিত্যিক। বাসস্থান যোৰহাট।

*শ্ৰীজীৱন পাঠক* : টংলা কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক আৰু উদীয়মান লেখক। বাসস্থান টংলা।

ডক্টৰ *বসন্তকুমাৰ দেৱ গোস্বামী* : নলবাৰী কলেজৰ সংস্কৃত বিভাগৰ অধ্যাপক। অধ্যয়ন-নিৰত লেখক, বাসস্থান নলবাৰী।

*শ্ৰীউষা গোস্বামী* : নলবাৰী কলেজৰ দৰ্শন বিভাগৰ অধ্যাপিকা। সম্ভাৱনাপূৰ্ণ লেখিকা। বাসস্থান নলবাৰী

*শ্ৰীদেবেন্দ্ৰ নাথ শৰ্মা* : বি. বৰুৱা কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক আৰু সাহিত্যিক। বাসস্থান গুৱাহাটী

*শ্ৰীগোলকেশ্বৰ গোস্বামী* : বজালী কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক। উদীয়মান সাহিত্যিক। বাসস্থান পাটাছাৰকুছি।

*শ্ৰীজ্যোতিষ ভাগৱতী* : টিহু কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক। সূক্ষ্ম পৰ্য্যবেক্ষণ সম্পন্ন উদীয়মান লেখক। বাসস্থান টিহু।

*মঃ ৰৌচন আলী* : নলবাৰী কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক আৰু লেখক।

*শ্ৰীপ্ৰবোধচন্দ্ৰ গোস্বামী* : মংগলদৈ কলেজৰ অৱসৰ প্ৰাপ্ত অধ্যক্ষ গোস্বামী অন্যতম শিক্ষাবিদ, শিক্ষাসেৱী আৰু লব্ধ প্ৰতিষ্ঠ সাহিত্যিক। বাসস্থান গুৱাহাটী।

*শ্ৰীউমা শৰ্মা* : নলবাৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ শ্ৰীশৰ্মা ক্ৰান্তিকাৰী সাহিত্যিক। শিক্ষা আৰু ৰাজনীতিত শ্ৰীশৰ্মাৰ অৱিহণা প্ৰশংসনীয়। বাসস্থান নলবাৰী।

*শ্ৰীপৰেশ চন্দ্ৰ শৰ্মা* : উচ্চ ৱিষয়া আৰু বিশিষ্ট লেখক।

শ্ৰীমতী *মৃণালিনী শৰ্মা*: অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ কন্যা।